# অসমৰ নদ-নদী

ড০ যোগেন্দ্ৰ নাথ শৰ্মা



# অসমৰ নদ-নদী

And see the rivers how they run
Through woods and meadows, in shade and sun
Sometimes swift ; sometimes slow,—
Wave succeeding wave, they go
A various journey to the deep,
Like human life to endless sleep !

*John Dyer*



ড° যোগেন্দ্ৰনাথ শৰ্মা



অসম সাহিত্য সভা

ASAMAR NAD-NADI
A book on the Rivers of Assam written by Sri Jogendranath Sarma and published by Dr. Ramcharan Thakuria, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat.

First edition — January 1993
Price Rs. Sixty only.

293 (স)

প্ৰকাশক ● ড' ৰামচৰণ ঠাকুৰীয়া ● প্ৰধান সম্পাদক
○ অসম সাহিত্য সভা ○
চন্দ্ৰকান্ত সন্দিকৈ ভৱন ● যোৰহাট–১
॥ প্ৰথম প্ৰকাশ ○ জানুৱাৰী ১৯৯৩ ॥
॥ প্ৰচ্ছদ ○ ধনঞ্জয় শৰ্মা ॥
ছপাশাল ○ বিস্ময় প্ৰিণ্টাৰ্চ ○ হেদায়েৎপুৰ ○ গুৱাহাটী-৩ ॥

মূল্য : ষাঠি টকা

## প্ৰধান সম্পাদকৰ একাষাৰ

অসম নদীমাতৃক দেশ। ইয়াৰ সোঁমাজেৰে বৈ যোৱা মহাবাহু ব্ৰহ্মপুত্ৰ আৰু দক্ষিণেৰে পূবা-পশ্চিমাকৈ বৈ থকা বৰাকৈ সমন্বিতে অলেখ জান-জুৰি আৰু উপনদী কৃষিজীৱি অসমীয়া মানুহৰ জীৱনৰ প্ৰবাহৰ সদৃশ। এইবোৰে জীৱন নিৰ্বাহৰ বাবে আমাক কেৱল কৃষিৰ কামতেই সহায় কৰা নাই, আমাৰ পাৰিবাৰিক আৰু সামাজিক জীৱন আৰু আশা-আকাংক্ষা প্ৰভৃতিৰ লগতো নিবিড়ভাবে জড়িত হৈ আছে। এই নদ-নদীবোৰৰ বিজ্ঞানসন্মত অধ্যয়ন আৰু পঞ্জীয়নৰ আৱশ্যকতাৰ কথা দোহাৰিবৰ নিশ্চয় প্ৰয়োজন নাই। এনে গুৰুত্বপূৰ্ণ কথাটিলৈ লক্ষ্য ৰাখিয়েই অসম সাহিত্যসভাৰ ১৯৯১-৯২ বৰ্ষৰ কাৰ্যনিৰ্বাহকে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ভূগোল বিভাগৰ অধ্যাপক ডঃ যোগেন্দ্ৰনাথ শৰ্মাক এই পুথিখনি প্ৰস্তুত কৰিবলৈ অনুৰোধ কৰিছিল। সভাৰ অনুৰোধ ৰক্ষা কৰি ড' শৰ্মাদেৱে অতি যত্নেৰে এই পুথি ৰচনা কৰিছে। তাৰ বাবে সভাৰ তৰফৰ পৰা ডঃ শৰ্মাদেৱলৈ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ আৰু লগতে সেই বৰ্ষৰ সভাৰ সভানেত্ৰী ডঃ নিৰ্মলপ্ৰভা বৰদলৈ, প্ৰধান সম্পাদক নাহেন্দ্ৰ পাদুন আৰু এই কামত নানা প্ৰকাৰে সহায় কৰা বাবে সভাৰ প্ৰাক্তন উপ-সভাপতি শ্ৰীৰাম গগৈ আৰু প্ৰাক্তন প্ৰধান সম্পাদক ডঃ নগেন শইকীয়ালৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

গ্ৰন্থখনৰ বেটুপাত আঁকি দিছে শ্ৰীধনঞ্জয় শৰ্মাই, আহি কাকত ছোৱাত সহায় কৰিছে শ্ৰীৰতন শৰ্মাই আৰু গ্ৰন্থখনি পুনৰীক্ষণ কৰি দিছে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূগোল বিভাগৰ প্ৰাক্তন মুৰব্বী অধ্যাপক ডঃ মহন্মদ তাহেৰদেৱে। তেখেতসকললৈও আমাৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ। গুৱাহাটীৰ। বিস্ময় প্ৰিণ্টাৰ্চে অতি কম সময়ৰ ভিতৰতে গ্ৰন্থখন ছপাই দি আমাৰ শলাগৰ ভাগী হৈছে। আমি দৃঢ়ভাবে আশা ৰাখিছোঁ এই গ্ৰন্থখনি পাঠকৰ মাজত সমাদৰ লাভ কৰিবলৈ সমৰ্থ হ'ব আৰু অসমীয়া সাহিত্যৰ এটি ডাঙৰ অভাৱ পূৰণ কৰিব।

ডঃ ৰামচৰণ ঠাকুৰীয়া
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

১ জানুৱাৰী ১৯৯৩
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

## অৰ্পণ

পূজনীয় দেউতা
শ্ৰীযুত গোপালচন্দ্ৰ শৰ্মাৰ কৰকমলত

# আমাৰ একাষাৰঃ কৃতজ্ঞতা

অসম সাহিত্য সভাৰ তৰফৰপৰা ১৯৯১ চনৰ জুলাই মাহত অসমৰ নদ-নদীৰ ওপৰত এখন গ্ৰন্থ প্ৰণয়ন কৰাৰ দায়িত্ব এই লেখকৰ ওপৰত অৰ্পণ কৰে। ব্যক্তিগত কাৰণত গ্ৰন্থখনৰ বাবে যাবতীয় তথ্য-পাতি সংগ্ৰহ কৰা কাম বিগত নবেম্বৰ মাহৰ পৰাহে আৰম্ভ কৰোঁ। এই গ্ৰন্থখনৰ বাবে প্ৰয়োজন হোৱা প্ৰধান তথ্যবোৰ ভাৰতৰ জৰীপ বিভাগৰ গোপন তথ্যৰ শ্ৰেণীভুক্ত প্ৰায় ৪০০ খন মানচিত্ৰত সিঁচৰিত হৈ আছে। এই মানচিত্ৰবোৰ আকৌ কোনো এটা অনুষ্ঠানতে একে-লগে পোৱা নাযায়। নিজে এজন ভূতত্ত্ববিদ আৰু শিক্ষানুষ্ঠানৰ লগত জড়িত ব্যক্তি হোৱা বাবে এনে মানচিত্ৰবোৰ অধ্যয়ণ কৰিবলৈ সাধা-ৰণতে অনুমতি লাভকৰা যায় যদিও সেই সময়ত অশান্ত অঞ্চল আইন বলবৎ হৈ থকা হেতুকে তেনে অনুমতি পোৱাটো এক দুৰ্লভ সুযোগ আছিল। গতিকে প্ৰথমতে কামটো সম্পূৰ্ণ কৰিবলৈ কিমান সময়ৰ প্ৰয়োজন হ'ব সেই বিষয়ে নিশ্চিত হোৱা নাছিলোঁ। তথাপিতো নিজৰ কৰ্ত্তব্যৰ মাজতে চৌতে থৰ মাৰি বিভিন্ন অনুষ্ঠানলৈ গৈ সেই মানচিত্ৰ-সমূহৰ অধ্যয়ন আৰম্ভ কৰোঁ।

তেল আৰু প্ৰাকৃতিক গেছ আয়োগৰ পূৰ্বাঞ্চল বাণিজ্যিক কেন্দ্ৰৰ মহাপ্ৰবন্ধক শ্ৰীএচ, পি, কুমাৰৰ অনুমতি সাপেক্ষে উক্ত আয়োগৰ মানচিত্ৰ অধিকাৰী শ্ৰীকমল কুমাৰ বৰুৱাই কৰা অকৃপণ সহায় আৰু সহযোগিতাৰ অবিহনে কামটো কৰি তোলাটো একপ্ৰকাৰ অসম্ভৱেই আছিল। এওঁলোকে দুয়োলৈকে মই আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। ইয়াৰ লগতে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰায়োগিক ভূতত্ত্ব বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভুবিজ্ঞান বিভাগ, ভাৰতীয় ভূতাত্বিক জৰীপ বিভাগৰ ছিলং আৰু গুৱাহাটী কাৰ্য্যালয়ৰ মানচিত্ৰ কেন্দ্ৰদ্বয়, অসম দুৰ সংবেদন প্ৰয়োগ কেন্দ্ৰ, গুৱাহাটী, ব্ৰহ্মপুত্ৰ আয়োগৰ ডিব্ৰুগড় আৰু উত্তৰ লক্ষীমপুৰ কাৰ্য্যলয় আদি প্ৰতিষ্ঠানতো কিছুমান মানচিত্ৰ অধ্যয়ণ কৰিবলৈ সুযোগ পাইছিলোঁ। এই সকলোবোৰ প্ৰতিস্থানৰ কৰ্মকৰ্ত্তাসকলৰ ওচৰতো মই কৃতজ্ঞ।

শিৱসাগৰৰ শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ বেজবৰুৱা দেৱে তেখেতৰ ব্যক্তিগত পুথিভঁৰালৰ দুস্প্ৰাপ্য প্ৰাচীন গ্ৰন্থ আলোচনী পঢ়িবলৈ অনুমতি দিয়াৰ বাবে তেখেতক মই আন্তৰিক ধন্যবাদ জনাইছোঁ। গুৱাহাটীৰ অসম

ৰাজ্যিক পুথিভঁৰালৰ প্ৰশংগ (ৰেফ্ৰাৰেঞ্চ) শাখাৰ সহায় সহযোগিতাৰ কথাও কৃতজ্ঞতাৰে সুঁৱৰিছোঁ।

এই গ্ৰন্থখন প্ৰস্তুত কৰি থকা সময়ছোৱাত অধ্যাপক ডঃ নগেন শইকীয়া-দেৱে যি দৰে অহৰহ দিহা-পৰামৰ্শ আৰু উৎসাহ দি মোৰ মনোবল জগাইছিল তাৰবাবে তেখেতৰ ওচৰত মই চিৰকৃতজ্ঞ। বুৰঞ্জী তথা স্থানীয় তথ্যৰ ক্ষেত্ৰত ডিব্ৰুগড়ৰ ডঃ লীলা গগৈ, জয়সাগৰৰ শ্ৰীভুৱন সন্দিকৈ আৰু ডবকাৰ হাজী মঃ লুটফুৰ ৰহমান এম, এ, ৰ পৰা সহায়ৰ বাবে তেখেতসকললৈ আন্তৰিক ধন্যবাদ জনাইছোঁ।

একেখন নৈৰ তথ্যসমূহ কোনো ক্ষেত্ৰত একেলগতে অধ্যয়ণ কৰিবলৈ সুযোগ নোপোৱাৰ হেতুকে কোনো ক্ষেত্ৰত ত্ৰুটি বৈ যোৱাৰ সম্ভাৱনা একেবাৰে নুই কৰিব নোৱাৰি। তদুপৰি গ্ৰন্থখনত নদীসমূহৰ ১৯৭০-৮০ চনৰ সময়ৰ বৰ্ণনাহে দিয়া হৈছে। পৰবৰ্তী সময়ত নদী-বোৰৰ কিছু পৰিবৰ্তন ঘটিছে। পাচৰ সংস্কৰণত এইবাৰ বৈ যোৱা ভুলত্ৰুটিবোৰ দূৰ কৰাৰ চেষ্টা কৰা হ'ব আৰু ইতিমধ্যে ঘটা নদীৰ পৰিবৰ্তনৰ বিবৰণ সন্নিবিষ্ট কৰা হব। অসমৰ ৰাইজে গ্ৰন্থখন পঢ়ি উপকৃত হলে পৰিশ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

সৰ্বশেষত অসম সাহিত্য সভাই মোক এই পুথি লিখাৰ দায়িত্ব দিয়াৰ বাবে সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক শ্ৰীনাহেন্দ্ৰ পাদুন, বৰ্তমানৰ প্ৰধান সম্পাদক ডঃ ৰামচৰণ ঠাকুৰীয়া প্ৰমুখ্যে কৰ্মকৰ্তাসকললৈ মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

২ জুলাই, ১৯৯২
ডিব্ৰুগড় বিশ্ববিদ্যালয়

যোগেন শৰ্মা

# আগকথা

পৃথিৱীৰ উপৰিভাগ সাধাৰণতে অসমান গতিকে যেতিয়া বৰষুণ হয় বা তুষাৰগলে, অথবা নিজৰা ফুটে, তেতিয়া সেইপানী যিমান পাৰে সিমান চমু পথেৰে নিম্ন ঠাইলৈ বৈ আহে। এইদৰে সৃষ্টি হোৱা পানীৰ ক্ষুদ্ৰ সুঁতিবোৰ লগ লাগি একোখন জান হয়। তেনেকৈ কেইবাখনো জান মিলি একোখন নৈ হয়। অৱশ্যে নৈ বা নদী শব্দটোৰ ব্যৱহাৰ কিছু শিথিল ধৰণৰ, কাৰণ আমি বহুত ডাঙৰ নৈ এখনক যেনেকৈ নৈ বুলি কওঁ, তেনেকৈ ক্ষুদ্ৰমান জান এখনকো কেতিয়াবা নৈ নাম দিওঁ।

সৰহভাগ ডাঙৰ নৈৰ উৎপত্তি স্থান পাৰ্বত্য অঞ্চলত হোৱা দেখা যায়। পৰ্বতত ভৈয়ামতকৈ খলাবমা বেচি হোৱা হেতুকে তাত নদীৰ অৱস্থাও ভৈয়ামতকৈ পৃথক হয়। পৰ্বতীয়া নৈবোৰ খৰস্ৰোতা হয়, তদুপৰি নৈবোৰ প্ৰায়ে জলপ্ৰপাত বা ক্ষুদ্ৰজলপ্ৰপাত (rapids) পাৰ হৈ আহিব লাগে। অসমৰ পাৰ্বত্য জিলাকেইখনৰ নৈবোৰ এনে বিধৰ। পাৰ্বত্য ঠাইত নদীৰ ঢালৰ পৰিমাণ অধিক হোৱা বাবে নদীয়ে খনন কাৰ্যৰে যথেষ্ট পৰিমাণৰ গেদ সৃষ্টি কৰে। পৰ্বতৰ শিলৰ গঠণ কোমল হ'লে গেদৰ পৰিমাণ বৃদ্ধি পায়। উদাহৰণ স্বৰূপে হিমালয় পৰ্বতৰ মাজেদি অহা নৈবোৰ।

নৈবোৰ পৰ্বতৰপৰা নামি আহি যেতিয়া ভৈয়াম পায় সেই পৰ্বত-ভৈয়ামৰ দোমোজা অঞ্চলতে নৈৰ বুকুৰ ঢাল হঠাতে কমি যোৱা বাবে পানীয়ে কঢ়িয়াই অনা সৰহভাগ গেদ নিক্ষেপিত হয়। এইদৰে গেদ জমা হৈ একোটা ত্ৰিভুজৰ দৰে চটাৰ সৃষ্টি হয়। এইধৰণৰ গেদৰ চটাক পলস ত্ৰিভুজ বোলে। যিহেতু ত্ৰিভুজটোৰ শীৰ্ষবিন্দুৰেদি নৈখন নামি আহে গতিকে নৈখনে তললৈ বৈ আহোঁতে যেনি ইচ্ছা তেনি যাব পৰাকৈ অবাধ স্বাধীনতা লাভ কৰে। ব্ৰহ্মপুত্ৰৰ উত্তৰৰ পাৰৰ অৰুণাচল হিমালয়ৰ পাদদেশত এনেধৰণৰ নদীৰ সুঁতি-পৰিবৰ্তন কাৰ্য সচৰাচৰতে দেখা পোৱা যায়।

নৈ এখন সম্পূৰ্ণকৈ ভৈয়ামত সোমোৱাৰ পাছত নদীৰ গতিপথ কিছুমানৰ ক্ষেত্ৰত একাবেঁকা আৰু কিছুমানৰ ক্ষেত্ৰত আপেক্ষিকভাৱে

পোন যদিও মাজতে চৰচাপৰিৰপৰা দেখা যায়। যিবোৰ নদীৰ একাবেঁকা পথটোৰ দৈৰ্ঘ্য পোন জোখতকৈ ডেৰগুণ বা ততোধিক তেনেবোৰ নৈক বিসৰ্প নৈ বা সৰ্পিল পথৰ নৈ বোলে। আনহাতে যিবোৰে বুকুত বালিচৰ আৰু চাপৰি পেলাই একাধিক সুঁতিত বিভক্তহৈ অগ্ৰসৰ হয় তেনেবোৰ নৈক গুম্ফিত প্ৰকাৰৰ অথবা চেলাজৰীগৰ্থা বিধৰ নৈ বুলি কোৱা হয়। ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰৰ নৈবোৰৰ সৰহভাগ সৰ্পিল পথৰ নৈ আৰু উত্তৰ পাৰৰ নৈবোৰ প্ৰায়েই গুম্ফিত বিধৰ। নদীৰ বুকুৰ ঢাল বৃদ্ধিপালে বা নদীলৈ অহা গেদৰ পৰিমাণ বেচি হ'লে এখন বিসৰ্প নৈ গুম্ফিত হৈ পৰে। বৰ্তমানে গুম্ফিত বিধৰ সোৱণশিৰি আৰু জীয়াভৰালী নৈ দুখন অতীজত সৰ্পিল পথৰ নৈহে আছিল।

এখন নৈ বৈ আহোঁতে বা পৰ্বতত শীৰ্ষখনন কৰি উজনিলৈ আগবাঢ়ি যাওঁতে কেতিয়াবা সমীপৱৰ্তী আন এখন নৈৰ লগ লাগেগৈ। তেনে ক্ষেত্ৰত দ্বিতীয়খন নৈৰ ওপৰ অংশৰ পানীভাগ প্ৰথমখন নৈলৈ প্ৰৱাহিত হয় এই ঘটনাকে নদী অপহৰণ কৰা বোলে। এখন ডাঙৰ নৈৰ উজনি অংশ অথবা ইয়াৰ উজনিৰ ডাঙৰ উপনৈ যদি অন্য নৈৰ দ্বাৰা অপহৃত হয় তেন্তে নৈখনৰ নামনিলৈ পানী কমি যায়। সেয়েহে তেতিয়া তাকৰীয়া পানীখিনি বৰলৈ নৈখনক আগৰ দৰে ডাঙৰ সুঁতিটোৰ প্ৰয়োজন নহয়। তেনে অৱস্থাত পাছলৈ নৈখনে এখন ক্ষুদ্ৰ নৈ ৰূপত পুৰ্বৰ নৈখনৰ সুঁতিৰ মাজেদি একা বেঁকাকৈ যাবলৈ আৰম্ভ কৰে। এইবোৰ নৈকে বিসদৃশ নৈ বোলে। এই বিধৰ নৈ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত থকা দেখা যায়।

নৈ এখন বৈ আহোঁতে ঠাইডোখৰৰ আঞ্চলিক ঢালৰ উপৰিও স্থানীয় ফাঁট বা তেনে দুৰ্বল অংশই নদীৰ গতিপথ নিয়ন্ত্ৰণ কৰে অৰ্থাৎ নৈয়ে তেনে অংশৰ মাজেদি যাবলৈ বিচাৰে। বহুবোৰ নদীৰ গতিপথ চকুত পৰাকৈ পোন। উদাহৰণস্বৰূপে কাৰ্বি পাহাৰৰ আৰু মেঘালয়ৰ পাৰ্বত্য অঞ্চলৰ নদীসমূহৰ কিছুমানলৈ আঙুলিয়াব পাৰি। এইবোৰ গতিপথ ভূপৃষ্ঠস্থ শিলৰ সংৰচনাৰ ( structure ) দ্বাৰা, নিয়ন্ত্ৰিত। কেতিয়াবা এখন বা দুখন নৈ মিলি বলয়াকাৰ চানেকি দেখুৱায় যেনে দিখৌ আৰু জাঁজী নৈ। এনে ঠাইত সততে খাৰুৱা তেলৰ দৰে মূল্যবান খনিজ সম্পদ থকাৰ পূৰ্ণ সম্ভাবনা থাকে। নদী আৰু আৰ্থিক মণিকসম্পদ বা জলসম্পদৰ মাজৰ ওতঃপ্ৰোত সম্পৰ্কৰ কথা জনাজাত হোৱাত বৰ্তমান বিদেশত নদীৰ অধ্যয়নত যথেষ্ট গুৰুত্ব আৰোপ কৰা দেখা গৈছে।



সকলো ঠাইত নদীৰ জানজুৰিৰ পৰিমাণ একে নহয়। ই নিৰ্ভৰ কৰে মাটিৰ সৰন্ধ্ৰতা বৃষ্টিপাত আৰু বন্ধুৰতাৰ ওপৰত। বালীয়া বা পলসুৱা মাটিত পানী সহজে অন্তঃস্ৰাৱী হয় বাবে বৰষুণৰ পানীৰ সৰহ অংশ ভূগৰ্ভলৈ যায়, ওপৰেদি বৈ অহা পানীৰ পৰিমাণ কম হোৱাৰ বাবে নৈ-নলাৰ পৰিমাণো কম হয়। অসমৰ পলসুৱা ভৈয়াম অঞ্চলতকৈ পাহাৰৰ কঠিন শিলৰ পাৰ্বত্য অঞ্চলত নৈ-নলাৰ পৰিমাণ বহুতগুণে বেছি। তদুপৰি অসমৰ নৈৰ অৱবাহ প্ৰণালী অধ্যয়ন কৰি দেখা গৈছে যে পুৰ্বতে যিবোৰ ঠাইত গভীৰ অৰণ্য আছিল সেইবোৰ ঠাইত নৈ নলাৰ পৰিমাণো বেছি আছিল যেনে কাকডোঙা বা চিংৰাই অঞ্চল। বৰ্তমান বনাঞ্চল ধ্বংসপ্ৰাপ্ত হোৱাত সেইবোৰ ঠাইত নৈৰ সংখ্যাও হ্ৰাস পালে।

কিতাপখনৰ আৰম্ভণিতে এষাৰ কথা উল্লেখ কৰা আৱশ্যক বুলি ভৱা হৈছে— সেয়া হ'ল অসমত থকা নদ-নদীৰ সংখ্যা হেনো সমগ্ৰ বিশ্বৰ ভিতৰতে সৰ্বাধিক। ১৭৯৮ চনত ডাঃ জে, পি, ৱেডে অসমৰ নৈবোৰ এক চমু ভৌগলিক বিৱৰণ লিখে। এই বিৱৰণেই পোনপ্ৰথমবাৰৰ বাবে কিছু বিজ্ঞানসন্মতভাবে লেখা অসমৰ নদ-নদীৰ বিষয়ক তথ্য। ডাঃ ৱেডে এই টোকাটো লিখাৰ আগতে এষাৰ অতি তাৎপৰ্য্যপুৰ্ণ কথা লিখিছে সেয়া হ'ল— "As far as my information, reading or recollection extends, this country exceeds every other in the universe of similar extent in the number of rivers." এই কিতাপখনত অসমৰ প্ৰতিখন সৰু-বৰ নৈ-জান-জুৰিৰ যিমানদুৰ পাৰি এক নিখুঁত ছবি দাঙি ধৰাৰ চেষ্টা কৰা হৈছে। এই কামত আগবাঢ়োতে প্ৰধানকৈ ১৯৭০ চনৰপৰা ১৯৮০ চনৰ ভিতৰত প্ৰকাশিত ভাৰতীয় জৰীপ বিভাগৰ ১ঃ৫০,০০০ স্কেলৰ মানচিত্ৰৰ সহায় লোৱা হৈছে। ইয়াৰ লগত ১৯১২-১৯২০ চনত প্ৰকাশিত ১ঃ৬৩,৩৬০ স্কেলৰ আৰু ১৯৫০-৫৪ চনত প্ৰকাশিত একেধৰণৰ মানচিত্ৰৰ সহায়ত নৈবোৰ ৰিজাই এই সময়ৰ ভিতৰত নৈৰ গতিপথৰ পৰিবৰ্তন, সুঁতি বা উপনৈৰ সংখ্যা হ্ৰাস-বৃদ্ধি ইত্যাদি তথ্য সন্নিবিষ্ট কৰিবলৈ যত্ন কৰা হৈছে। উক্ত নতুন মেপবোৰত মেপৰ ২ চেণ্টিমিটাৰে ভূপৃষ্ঠৰ ১ কিল'মিটাৰ দূৰত্ব বুজায়, বা পুৰণা মেপবোৰত মেপৰ ১ ইঞ্চিয়ে ভূপৃষ্ঠৰ ১ মাইল বুজায়। সেইবাবে জান বা জুৰি এখনৰ দীঘ অন্ততঃ ৪ বা ৫ কিল'-মিটাৰ হ'লেহে তাৰ নাম মেপত লিখাটো সম্ভৱ হয়। সেয়েহে

এই কিতাপখনতো তাতোকৈ সৰু জানজুৰিৰ নাম বহুক্ষেত্ৰত দিব পৰা নগ'ল। কিছুমান জান-জুৰিৰ নাম স্থানীয় লোকৰ লগত ব্যক্তিগতভাবে যোগাযোগ কৰিও সংগ্ৰহ কৰা হৈছে। নাম দিব নোৱাৰা বুজন আকাৰৰ জানবোৰক মাত্ৰ 'এখন জান' বুলিয়েই লিখা হৈছে। কিতাপখনত 'বৰ্তমান' শব্দটোৱে ১৯৭০-৮০ চনৰ কথা বুজাইছে আৰু 'আগতে' বা 'পূৰ্বতে' বোলোঁতে ১৯১২-১৯২০ চনৰ সময়ৰ কথা কোৱা হৈছে। নদীবোৰৰ দূৰত্বৰ জোখ আধা কিল'-মিটাৰ (কিমি) পৰ্য্যন্ত শুদ্ধকৈ দিয়া হৈছে।

আন এটা অতি আৱশ্যকীয় কথা যে ১৯৭০ চনৰ পাছত নৈবোৰৰ অৱস্থা ১৯৯২ চনৰ সময়লৈকে যথেষ্ট সলনি হৈছে। সম্প্ৰতি উপগ্ৰহৰ পৰা তোলা ছবিৰ সহায়ত একেবাৰে নতুন তথ্য আহৰণ কৰিব পাৰি; এইবোৰ ছবিৰ সহায়ত এই মুহূৰ্তত নৈবোৰৰ অবস্থান কি তাক জানিব পাৰি। এনে ছবিৰ সহায়ত অৱশ্যে ডাঙৰ নৈবোৰৰ গতিপথ বা অন্য তাৰতম্যৰ কথা সঠিককৈ জানিব পাৰিলেও অতি ক্ষুদ্ৰ নৈবোৰৰ ক্ষেত্ৰত কিছু অসুবিধাও হয়। কাৰণ এনেবোৰ ছবিত নৈ বা ঠাইৰ নাম সন্নিবিষ্ট হৈ নথাকে বাবে স্বজমিন পৰীক্ষা নকৰাকৈ সিদ্ধান্ত ল'লে সন্দেহ থকা তথা ত্ৰুটী বৈ যোৱাৰ অৱকাশ থাকে। তদুপৰি এই ছবিবোৰ অতি মহঙা হোৱা বাবে অসমৰ কোনো এটা প্ৰতিষ্ঠানতে সমগ্ৰ অসমৰ এনে বৰ্তমান ছবি মজুত নাই। গতিকে উপগ্ৰহৰ ছবিৰ সহায়ত মাত্ৰ দুই-এখন নদীৰহে সদ্যঃ বৰ্তমান অৱস্থাৰ বৰ্ণনা দিব পৰা গ'ল। আনহাতে ১৭৯৮ চনৰ ৰেডৰ টোকাৰ তথ্য-খিনিকে সাধাৰণতে নিৰ্ভৰযোগ্য বুলি ধৰি তেতিয়াৰ অৱস্থাৰ লগত বৰ্ত-মানৰ নৈৰ অৱস্থাৰ তুলনামূলক বৰ্ণনা যথাসম্ভৱ দিবৰ যত্ন কৰা হৈছে।

অসমীয়া ভাষাত নৈ, জান-জুৰি আদি শব্দ সংযোগ কৰি যেনেকৈ ননৈ, বালিজান, শুকানজুৰি আদি নৈ-জান-জুৰিৰ নামাকৰণ কৰা হয়, তেনেকৈয়ে আমাৰ আনবোৰ থলুৱা ভাষাত বিভিন্ন অঞ্চলত নৈ-জান-জুৰিক নামাকৰণ কৰা দেখা যায়। লেখকৰ থলুৱা অন্য ভাষাৰ জ্ঞান অতি সীমিত হোৱা হেতুকে তেনে নামবাচক শব্দটোৰ পাছত নৈ বা জান শব্দটো লগাই দিয়া হৈছে, যেনে বালুখোলা জান। এই খোলা, জু, হকা, ভা, ঘোকি, কি, ভাদুং, খাল, চৰা, জুলি, দিছা, লাংছু, গং, লুই, ৰা, কৰং...... আদি শব্দবোৰে হয়তো জান-জুৰিকেই বুজায়। গতিকে একেটা শব্দক দুবাৰকৈ প্ৰয়োগ কৰাটো শুদ্ধ নহয় যদিও যুক্তি-যুক্ত কাৰণত ইয়াক বাহাল ৰখা হৈছে। কাৰণ আমাৰ



বহুত ঠাইৰ নামৰপৰা সেই নামটোৱে এখন ঠাইক বুজাইছে নে এখন নৈক বুজাইছে, তাক ধৰিব নোৱাৰি যেনে বালিজান, ননৈ চিৰাজুলি। তেনেদৰে বগী বিল, ৰৰবিল আদি নামে সেইখন বিল নে গাঁও সঠিককৈ বুজাব নোৱাৰে। সেয়েহে ইয়াত জান বুজাবলৈ বালিজান নামৰ জানখন আৰু ঠাই বুজাবলৈ বগীবিল নামৰ ঠাইত বুলি লিখা হৈছে।

অসমৰ প্ৰধান নদী ব্ৰহ্মপুত্ৰখন এখন আন্তৰ্জাতিক নৈ। ব্ৰহ্মপুত্ৰ বা লৌহিত্যৰ লগত অসম তথা ভাৰতৰ অন্য ঠাইৰ সম্পৰ্ক অতি নিবিড়। গতিকে এই নৈখনক যথাযথভাৱে বৰ্ণনা কৰা হৈছে। দক্ষিণ অসমৰ প্ৰধান নৈ বৰাক। দুয়োকে পৃথক কৰিছে উত্তৰ-কাছাৰ জিলাৰ সুউচ্চ বৰাইল পৰ্বতমালাই। ব্ৰহ্মপুত্ৰ নৈৰ মূল নৈখন হ'ল— তিব্বতৰ চাংপো বা অৰুণাচলৰ ছিয়াং বা দিহাং। ইয়াৰ লগত বিদাং আৰু লোহিত নৈ লগ হৈহে ব্ৰহ্মপুত্ৰ নাম লোৱা দেখা যায়। গতিকে দিহং, দিবং আৰু লোহিত প্ৰত্যেকেই কিছু অংশ অসমৰ মাজেদি স্বকীয়ভাৱে বৈ আহিহে প্ৰকৃত ব্ৰহ্মপুত্ৰখন সৃষ্টি কৰিছে বুলি জৰীপ বিভাগৰ মানচিত্ৰৰপৰা পোৱা যায়। সেয়েহে এই নৈ কেইখনৰ বিষয়ে প্ৰথমে লিখা হৈছে।

ব্ৰহ্মপুত্ৰৰ উপনৈসমূহ হয় অৰুণাচল, হিমালয় আৰু ভুটান হিমালয়, নহয় পাটকাই অৰুণাচল পাহাৰ, পাটকাই নগা পাহাৰ, কাৰ্বি পাহাৰ, বৰাইল পাহাৰ বা মেঘালয়ৰ পাহাৰৰপৰা উৎপত্তি হৈছে; কিছুমান অৱশ্যে ভৈয়ামতে উৎপত্তি হৈছে। এই উপনৈসমূহৰ বিৱৰণ অন্য ৰাজ্যৰ ক্ষেত্ৰত থুলমূলকৈ দি অসমৰ ভিতৰত প্ৰৱেশ কৰাৰপৰা বিশদভাৱে দিয়া হৈছে। ব্ৰহ্মপুত্ৰৰ উপনৈসমূহক উত্তৰপাৰ আৰু দক্ষিণপাৰ এনেকৈ পৃথক কৰি উজনিৰপৰা নামনিলৈ একাদিক্ৰমে বৰ্ণনা কৰা হৈছে। ব্ৰহ্মপুত্ৰৰ দৰে বৰাক নৈখন আৰু ইয়াৰ উপনৈ-সমূহৰ বিৱৰণো একে ধৰণেৰে দিয়া হৈছে।

যিবোৰ নৈ যুগ যুগ ধৰি স্বাধীনভাৱে বৈ ব্ৰহ্মপুত্ৰত পৰিছিল কিন্তু বৰ্তমান কিবা কাৰণত নিজৰ নামনিৰ (পশ্চিমৰ) অন্য নৈত পৰিছেগৈ যেনে ভোগদৈ, বৰলীয়া মঙলদৈ আদি, এনে নৈবোৰে সিখন নৈৰ নামনি অংশত জলপ্ৰবাহৰ পৰিমাণ বৃদ্ধি কৰাৰ বাহিৰে অন্য অৰিহণা নোযোগায়। এনেবোৰ নৈৰ বৰ্ণনা মূল নৈখনতকৈ পৃথককৈ বা আগতীয়াকৈ দিয়া হৈছে। বিশেষকৈ মানাহ নৈখনৰ ক্ষেত্ৰত ইয়াৰ বিভিন্ন উপনৈবোৰৰ বৰ্ণনা পুবৰপৰা পশ্চিমলৈ একাদি-

ক্ৰমে দিয়া হৈছে। তদুপৰি বিভিন্ন উপনৈবোৰৰ বিৱৰণৰ পাছত সিহঁতৰ মূল উপনৈবোৰ বা এইবোৰৰো মুখ্য উপনৈবোৰ বৰ্ণনা যুক্তিযুক্তভাবে বিশদকৈ আৰু সুকীয়াকৈ দিয়া হৈছে।

নদীৰ জলবিজ্ঞান (Hydrology) সম্পৰ্কীয় তথ্যবোৰ ভাৰত চৰকাৰে সংগ্ৰহ কৰে যদিও সেইবোৰ সম্পূৰ্ণ গোপনীয় তথ্যৰ অন্তৰ্ভুক্ত। তেনে তথ্যবোৰ সংগ্ৰহ কৰিবলৈ ভালেমান চেষ্টা কৰা হৈছিল যদিও সেইবোৰ লেখকৰ হাতত নপৰিল। কিতাপখনত এনে বিষয়ৰ যিখিনি তথ্য দিয়া হৈছে সেয়া অসমৰ কেউখন জিলাৰ গেজেটিয়াৰ (Gazetteer) আৰু বিজ্ঞান আলোচনীত ইতিমধ্যে প্ৰকাশিত গৱেষণা পত্ৰৰপৰা সংগ্ৰহ কৰা হৈছে। কিছুমান নৈৰ ক্ষেত্ৰত বিশেষকৈ বৰাক উপত্যকাৰ আৰু ধুবুৰী জিলাৰ কিছুমান নৈৰ ক্ষেত্ৰত এইবোৰ তথ্য ক'তো বিচাৰি পোৱা নগ'ল।

নদ-নদীৰ উপৰিও অসমৰ দুয়োখন উপত্যকাতে অপৰ্য্যাপ্ত বিল আৰু জলাহ থকা দেখা যায়। নদীৰ কাষৰ নদীৰ এৰাসুঁতিৰপৰা সৃষ্টি হোৱা বিলবোৰৰ লগত নদীৰ সম্পৰ্ক জল্‌জল-পট্‌পট। অসমৰ কিছুমান বিল বিভিন্ন সময়ত হোৱা ভূঁইকঁপৰ বাবে সৃষ্টি হৈছে। ব্ৰহ্মপুত্ৰই নতুনকৈ পতা ঠাইবোৰত বিলৰ সংখ্যা সৰহীয়া। এখন ঠাইত থকা এনেধৰণৰ বিলৰ পৰিমাণে ঠাইডোখৰৰ জলবিজ্ঞান বিষয়ক অৱস্থাৰ উমান দিয়ে। এইবোৰ ঠাই বানপানীৰদ্বাৰা সহজে আক্ৰান্ত হয় আৰু সৰহ দিন জলমগ্ন হৈ থাকি অস্বাস্থ্যকৰ হয়। সেয়েহে নদ-নদীৰ লগতে অসমৰ বিভিন্ন ঠাইৰ বিলবোৰৰ নামো কিতাপখনত দিবৰ যত্ন কৰা হৈছে।

জলসম্পদত অসম তথা উত্তৰ-পূৰ্বাঞ্চল অতি চহকী। এই অঞ্চলত ব্ৰহ্মপুত্ৰৰ অৱবাহিকা ক্ষেত্ৰৰপৰাই আহৰণ কৰিব পৰা বিদ্যুৎ শক্তিৰ আনুমানিক পৰিমাণ ১২.৫ নিযুত কিল'ৱাট। ইয়াৰ ভিতৰত উমিয়াম, উমৰু আৰু কপিলী প্ৰকল্পৰপৰা মাত্ৰ ৪% শক্তি আহৰণ কৰা হৈছে। বৰ্তমান দিহং, দিবাং, লোহিত, সোৱণশিৰি, কামেং (টেঙা) দিক্ৰং, ৰঙানদী, পাক্লে, দামৱে, বাপুনপাম (বুৰৈ), দৈয়াং আৰু বৰাক নৈত বান্ধ তথা বিদ্যুৎ প্ৰকল্পৰ আঁচনি যুগুতাই থকা হৈছে। ইয়াৰে কিছু প্ৰকল্প কাৰ্য্যকৰী হ'লেও অসমৰ বিদ্যুৎ শক্তিৰ নাটনি দূৰ হ'ব আৰু বানপানীৰ সমস্যাও কিছু লাঘৱ হ'ব।

অসমৰ সৰু বৰ বৃহৎ নৈৰ পানীৰদ্বাৰা ভালেমান জলসিঞ্চন আৰু খোৱাপানী যোগান আঁচনিও ইতিমধ্যে কাৰ্য্যকৰী কৰা হৈছে



মীন পালন, নৌ পৰিবহন, প্ৰমোদ ভ্ৰমণ আদি কাৰ্য্যত অসমৰ নদ-নদীসমূহক ব্যৱহাৰ কৰাৰ ব্যাপক থল আছে। পৰিতাপৰ কথা এয়ে যে বৰ্তমান নদ-নদীবোৰ অতি অবহেলিত অৱস্থাত পৰিছে। বৰ্তমান নদীৰ কাম যেন সমস্ত আবৰ্জনা কঢ়িওৱাটোহে। ঘৰ-বাৰী সজা, বাট-পদুলি বন্ধা আৰু খেতিৰ বাবে পথাৰ কৰাৰ বাবে বহুত সৰুসুৰা নৈ-বিল নিচিহ্ন হৈ যোৱাত প্ৰাকৃতিক অৱবাহ প্ৰণালীৰ ভাৱসাম্যতা হেৰাই গ'ল। ইয়াৰ ফলত পৰিস্থিতিক পৰিবেশত হেঁচা পৰিছে। সেয়েহে নদীসমূহৰ গুৰুত্ব উপলব্ধি কৰি ইহঁতক আদৰ কৰাৰ সময় সমাগত কৰোৱাটো বাঞ্চনীয় হৈ পৰিছে।

পৃথিৱীৰ অন্য দেশৰ দৰে অসমৰ নদ-নদীবোৰৰ বহুতকে আন্তঃৰাষ্ট্ৰীয়, আন্তঃৰাজ্যিক আৰু আন্তঃজিলাৰ সীমাৰূপে ব্যৱহাৰ কৰা হৈছে। গতিকে ৰাজনৈতিক দিশতো নৈসমূহে গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছে। যিহেতু নদীৰ সুঁতি সদা পৰিবৰ্তনশীল গতিকে নদীক সীমাৰূপে ল'লে কেতিয়াবা জটিল সমস্যাৰো উদ্ভৱ হয়। অসমৰ ক্ষেত্ৰতো তেনে সমস্যাই মাজে সময়ে দেখা দিয়ে।

আন এটা উল্লেখযোগ্য কথা যে অসমত সকলো প্ৰকাৰৰ নৈ পোৱা যায়। নদীসমূহৰ কাৰিকৰি তথা বিজ্ঞানভিত্তিক গৱেষণাৰ বাবে অসমখন সৰ্বোৎকৃষ্ট প্ৰাকৃতিক কৰ্মশালা। অসমৰ নদ-নদীসমূহৰ সুসংগত অধ্যয়ন আৰম্ভ হ'লে নদী সম্পৰ্কে লাগতীয়াল আৰু গুৰুত্বপূৰ্ণ নতুন সূত্ৰ আবিষ্কাৰ হোৱাৰ সম্ভাবনা নথকা নহয়। এনে কামৰ বাবে চৰকাৰী প্ৰতিষ্ঠানসমূহো আগবাঢ়ি আহিব লাগে।

## সূচীপত্ৰ

———

## ব্ৰহ্মপুত্ৰ

তিব্বত, ভাৰতবৰ্ষ আৰু বাংলাদেশত সুকীয়া নামেৰে জনাজাত হ'লেও এই আন্তৰ্জাতিক নদীখন বিশ্বত ব্ৰহ্মপুত্ৰ বুলিয়েই প্ৰখ্যাত। অতীজতে ব্ৰহ্মপুত্ৰৰ নাম বহুত আছিল ; যেনে— লৌহিত্য, হিৰণ্য, হ্লদিনী, হ্ৰদ্য, অন্তঃশীলা, অন্তৰ্বলী, খাটাই, ব্ৰমী, চায়ন, ধৌনী, পাছিনেছ, চেৰিচিলিছ, খামাউন, কামচ, দুঐনচ, কৰহট্টিকা, কৰ-কায়া আৰু দিয়ামে। টাই আৰু বড়ো ভাষাত ইয়াক তিলাত, চিংফৌ-মিচিমি ভাষাত তালুক বোলা হয়। এইবোৰ পুৰণি নাম লোৱা বা দিয়া দিনত ব্ৰহ্মপুত্ৰ কেনি কেনি বৈছিল কোৱা টান।

**সুপ্ৰাচীন তথ্য :** ব্ৰহ্মপুত্ৰৰ প্ৰাচীন নাম লৌহিত্য বুলি মহাকাব্য মহাভাৰত আৰু পুৰাণত পোৱা যায়। সেই সময়ত লৌহিত্য নাম-টোৰে অৱশ্যে এক অঞ্চলকো বুজাইছিল। হয়তো লৌহিত্য নদী যিটো অঞ্চলৰ মাজেদি বৈ আহিছিল সেই অঞ্চলকে লৌহিত্য বোলা হৈছিল। ডঃ মুকুন্দমাধৱ শৰ্মাদেৱে[১] প্ৰাচীন সংস্কৃত সাহিত্যত ব্ৰহ্ম-পুত্ৰৰ কথা এনেভাৱে পোৱা বুলি লিখিছে—

লৌহিত্য নামটো মহাভাৰত কাব্যত সৰ্বপ্ৰথমে উল্লেখিত হৈছে। মহাভাৰতৰ সভাপৰ্বত (৩০, ২৬--২৭) লৌহিত্যই ম্লেচ ৰজাৰ বসবাস ভূমিৰ এক অঞ্চলক বুজাইছে। সেইদৰে মাৰ্কেণ্ডয় পুৰাণতো লৌহিত্যই (৫৭, ৫৮) এডোখৰ ঠাইকহে বুজাইছে। ইয়াৰ মতে প্ৰাগজ্যোতিষ আৰু লৌহিত্য ভাৰতবৰ্ষৰ পুব ভাগত আছিল। হয়তো লৌহিত্য অঞ্চল প্ৰাগজ্যোতিষৰ পশ্চিম সীমাৰপৰা সমুদ্ৰলৈকে অৰ্থাৎ বৰ্তমান বাংলা-দেশতেই আছিল। বায়ু পুৰাণৰ মতে লৌহিত্য এখন তীৰ্থক্ষেত্ৰ।

ইফালে লৌহিত্য এখন নদী বুলিও সৰ্বপ্ৰথমে মহাভাৰতত পোৱা যায়। এই 'বৃহৎ নদী'খনক সৰজু,··· কৰতোয়া, আত্ৰেয়ী, আদিৰ

লগতে উল্লেখ কৰা হৈছে। (সভাপৰ্ব ৯, ২২)। ইয়াত উল্লেখিত লৌহিত্য নামটোও পুৰুষবাচক।* মহাভাৰতৰ পাছত পালকাপ্য ঋষিয়ে লিখা হস্ত্যায়ুৰ্বেদত (১-১-৩৯) তেওঁৰ জন্মস্থান 'লৌহিত্য সাগৰ'ৰ পাৰত আছিল বুলি লিখিছে। ইয়াত 'সাগৰ' শব্দটো লৌহিত্যৰ সুবৃহৎ কলেবৰক বুজাবলৈ ব্যৱহাৰ কৰা বুলি ভবা হৈছে। তদুপৰি ভাৰতৰ অন্য ঠাইতো অতীজত নদীক সাগৰ বোলা দৃষ্টান্ত বিৰল নহয়; যেনে সাগৰ আৰু সিন্ধুনদী। ব্ৰহ্মাণ্ড পুৰাণৰ মতে (১, ৫১, ১১) লৌহিত্য হ্ৰদৰপৰা লৌহিত্য নদী ওলাই আহিছে।

মহাভাৰত আৰু পুৰাণৰ উপৰিও চতুৰ্থ শতিকাৰ কালিদাসৰ ৰঘুবংশ, কলহনৰ ৰাজতৰংগিনী, ষষ্ঠ শতিকাৰ যশোবৰ্মনৰ দিনৰ মন্দছোৰ শিলস্তম্ভৰ লিপি, আদিত্য সেনৰ (খৃঃ ৬৭২) এফছদ শিলালিপি আৰু বনমালাৰ তেজপুৰ আৰু পৰ্বতীয়া তাম্ৰপত্ৰ, বলবৰ্মনৰ নগাঁও গ্ৰাণ্ট, ৰত্নপালৰ বৰগাঁও গ্ৰাণ্ট, ইন্দ্ৰপালৰ গুৱাহাটী গ্ৰাণ্ট আৰু গুভাকুচি গ্ৰাণ্ট আদিত লৌহিত্য নদৰ নাম উল্লেখ থকা পোৱা যায়।

**পৌৰাণিক আখ্যান**ঃ লৌহিত্য নদৰ উৎপত্তিৰ সম্পৰ্কে দুটা প্ৰায় একে ধৰণৰ কাহিনী দুখন পুৰাণত পোৱা যায়। পদ্ম পুৰাণৰ সৃষ্টি কাণ্ডত পোৱা কাহিনীটো এনে—

তিব্বতত শান্তনু নামে এক মহা জ্ঞানৱন্ত মুনি আছিল। তেওঁৰে ভাৰ্যা আমোঘা এগৰাকী অতীৱ সুন্দৰী তিৰোতা আছিল। এদিন মুনি ফুল তুলিবলৈ যাওঁতে সৃষ্টিকৰ্তা ব্ৰহ্মাই তেওঁক সাক্ষাত কৰিবৰ নিমিত্তে আশ্ৰমলৈ আহিল। আশ্ৰমত আমোঘাক দেখি ব্ৰহ্মাৰ তীব্ৰ কামভাব জাগিল আৰু এখন কঠত বীৰ্যপাত কৰি তেওঁ প্ৰস্থান কৰিলে। শান্তনু মুনি উভতি আহি হাঁহৰ খোজত হংসবাহনত অহা ব্ৰহ্মা আৰু তেওঁৰ পবিত্ৰ বীৰ্যক চিনি পাই আমোঘাক সেয়া সেৱন কৰিবলৈ আদেশ দিলে। আমোঘাই ব্ৰহ্মবীৰ্য সেৱন কৰি গৰ্ভৱতী হ'ল। যথাসময়ত তেওঁ যুগন্ধৰা নামৰ ঠাইত এক পৱিত্ৰ আৰু উজ্বল জলৰাশিক প্ৰসৱ কৰিলে। সেই জলৰাশিৰ মাজত কিৰীটি, ৰত্নৰ মালা আৰু নীলা কাপোৰ পৰিহিত এজন উজ্বল আৰু সুন্দৰ পুৰুষক দেখা গ'ল। স্বৰ্গৰ দেৱতাসকলে তেওঁক সম্ভাষণ

* নদী শব্দটোৰ পুৰুষবাচক শব্দ হ'ল নদ।



জনালে আৰু এয়া সকলো তীৰ্থৰ ভিতৰত মুখ্য তীৰ্থৰূপে পৰিগণিত হ'ল।

পৰৱৰ্তী যুগত পৰশুৰামে মাতৃ হত্যা কৰা ৰক্তাক্ত কুঠাৰ এই তীৰ্থতেই পখালিব পাৰিলে আৰু ইয়াত স্নান কৰি মাতৃহত্যা পাপৰ পৰা মুক্তি পালে। "এইদৰে লৌহিত্য আছিল আমোঘাৰ গৰ্ভজাত শান্তনুৰ তোলনীয়া ব্ৰহ্মাৰ পুত্ৰ।"

লৌহিত্যৰ নাম পাছৰ যুগত ব্ৰহ্মপুত্ৰ হ'ল। ব্ৰহ্মপুত্ৰ নামটো প্ৰথমে কালিকাপুৰাণত পোৱা যায়। ইয়াত পদ্মপুৰাণৰ কাহিনীটোকে অলপ পৃথকভাবে পোৱা যায়। ইয়াৰ মতে আমোঘাই ব্ৰহ্মকুণ্ডনামৰ হ্ৰদটোক জন্ম দিয়াৰ পাছত শান্তনু মুনিয়ে এই হ্ৰদটোক চাৰিটা পৰ্বতৰ মাজত স্থাপন কৰে। এই পৰ্বতকেইটা হ'ল উত্তৰে কৈলাস, দক্ষিণে গন্ধমাদন, পূবে সম্বৰ্তক আৰু পশ্চিমে জাৰুধি। ব্ৰহ্মপুত্ৰ সেই পৰ্বতবোৰৰ মাজত কুণ্ডৰূপে শৰতৰ শুক্ল শশধৰৰ দৰে ক্ৰমে বাঢ়িবলৈ ল'লে। বহুকাল অতীত হ'লত ব্ৰহ্মকুণ্ডৰ জলৰাশি বাঢ়ি পাঁচযোজন হ'ল। পৰশুৰামে মাতৃহত্যা-পাপ মোচনৰ নিমিত্তে পিতাকৰ উপদেশ মতে সেই ব্ৰহ্মকুণ্ড নামৰ মহাকুণ্ডত স্নান কৰিবলৈ যায়। স্নান কৰি মুক্ত হৈ সকলোৰে হিতৰ বাবে পৰশুৰামে বাট কাটি সেই পৱিত্ৰ জল বোৱাই আনে। (৮২ অধ্যায়)

ব্ৰহ্মকুণ্ডৰ জল কৈলাস পৰ্বতৰ উপত্যকাইদি পূবমুখে বৈ আহি লোহিত সৰোবৰত পৰে। মহাবলী পৰশুৰামে লোহিত সৰোবৰৰ পাৰ কাটি পুনৰ পূব দিশলৈ বোৱাই আনে। পিছে তেওঁ উক্ত নদক এইদৰে কিছুদূৰ বোৱাই নি হেমশৃংগ পৰ্বতক ভেদ কৰাই কামৰূপ পীঠৰ মাজেদি প্ৰবাহিত কৰাই শেষত দক্ষিণ সাগৰলৈ নিলে। স্বয়ং ব্ৰহ্মাই ইয়াৰ নাম লৌহিত্য গংগা ৰাখিছিল। লোহিত সৰোবৰৰ পৰা ওলোৱা বাবে ইয়াৰ আৰু এটি নাম হ'ল লোহিত। খামতি আৰু মিচিমি নিবাসী পৰ্বতবোৰকে বোধকৰোঁ কালিকাপুৰাণত হেমশৃংগ বা স্বৰ্ণ পৰ্বত বুলিছে। কাৰণ স্থান আৰু টাই ভাষাত সোণক 'খাম' আৰু মাটিক 'টি' বোলে। গতিকে খামটি মানে স্বৰ্ণভূমি।

আগতে বোলে তিব্বতৰ ব্ৰহ্মনদৰ এসোঁতা পানী ব্ৰহ্মদেশৰ ইৰাৱতী নৈয়েদি গৈছিল, এসোঁতা চীনদেশৰ ইয়াংচিকিয়াঙেদি আৰু এসোঁতা স্বৰ্ণনদী বা সোৱনশিৰিয়েদি বৈছিল। ব্ৰহ্মনদ স্বানপু নৈৰ পানী দিহাং নৈয়েদি বৈ আহি লৌহিত্যৰ লগত মিলিবৰপৰা লৌহিত্যৰ নাম ব্ৰহ্মপুত্ৰ হ'ল। বৌদ্ধসকলৰ মতে মঞ্জু ঘোষাই ব্ৰহ্মনদক দিহাং নৈয়েদি আমাৰ দেশলৈ বোৱালে।

"আগেয়ে সদিয়াৰ দিহাং নৈক আমাৰ দেশৰ মানুহে শ্যামা, চেমা বা চেংলাই নৈ বুলিছিল ; সেইখনৰ মুখত দুখন বিল বা সৰোবৰ আছিল। এখন বিলৰ নাম দিহা-দাৰুৱা আনখনৰ নাম দিবংগীয়া। চেংলাই বা দিহাং দুবিয়া গোহাঞিৰ দেশৰপৰা বৈ আহি এই দুখন বিলত পৰি 'দিহাং-দিপাং' নাম লৈছিল আৰু কলিতা ৰজাৰ দেশৰ পৰা বৈ অহা দিবাং নৈত পৰিছিল। দিহাং নৈয়েদি উজাই ৪০ দিন গ'লে চেংলাই নৈৰ মুখ অৰ্থাৎ যি ঠাইত দিহাং নৈ তিব্বতৰ শ্বানপু বা চেংপু নৈৰ পৰা ফাটিছে (?) সেই ঠাই পোৱা যায়। (১৮৩৮ শকৰ বাঁহী কলিতা ৰজা শীৰ্ষক প্ৰবন্ধ)। পুবৰপৰা পশ্চিম-মুখে বৈ অহা লৌহিত্য নৈ দিহাং-দিপাং বিলত পৰি সেই বিলৰ পানী উলিয়াই নিলত বিল শুকাই গ'ল, দিহাং আৰু দিবাং নৈৰ জলৰাশিয়ে লৌহিত্যক প্ৰবল শক্তিশালী কৰিলে।

কৈলাস পৰ্বত আৰু হিমালয়ৰ গন্ধমাদন পৰ্বতৰ মাজত মানস সৰোবৰ আছে। তিব্বতৰ মানুহে কৈলাস পৰ্বতক কাংৰিনপুচ (Kangrinpoche) আৰু গন্ধমাদনক গুৰ্লা মান্ধাতা বা মেমোনানি বোলে। গুৰ্লা মান্দতাৰ অন্য নাম মন্দাক। মন্দাক পৰ্বতৰপৰা ওলোৱা বুলি ব্ৰহ্মপুত্ৰৰ অপৰ নাম মন্দাকিনী। হিমালয়ৰ চিৰ-তুষাৰবৃত টিংবিলাকৰ তুষাৰ বা হিমশিল পমি পানী হৈ ধাৰেৰে বৈ জানজুৰি বা হিমনদী হয়। তিব্বতৰ মানুহে বৰফে ঢকা পৰ্বতক গাংৰি বোলে। হিমালয়ত কুৰি-গাংৰি পৰ্বতৰ হিমনদীৰ পানীয়ে ব্ৰহ্মপুত্ৰৰ গুৰিত ঘাইকৈ পানী যোগায়। পৌৰাণিক উপাখ্যানত যি ব্ৰহ্মবীৰ্যৰ কথা লিখা আছে সি গলিত বৰফৰ বাহিৰে আন একো নহয়। ব্ৰহ্মপুত্ৰৰ আচল উৎপত্তি স্থানত তিনিখন হিমনদীৰ পানী অহৰহ আহি এটা কুণ্ড বা হ্ৰদ হৈছে তাকে ব্ৰহ্মকুণ্ড বোলে। এই কুণ্ডৰপৰা ব্ৰহ্মপুত্ৰ ওলাই তিব্বত দেশৰ মাজেদি পুবমুখে বৈ আহে। কালক্ৰমত পানী বাঢ়ি তিব্বতৰ পূৰ্বাংশ সাগৰ সদৃশ হৈছিল, তাৰে এসোঁতা পানী হিমালয় ভেদ কৰি দিহাং নদীৰূপে বৈ আহিল। দিহাং নৈৰ জলৰাশি লৌহিত্যত পৰাত লৌহিত্যৰ নামো ব্ৰহ্মপুত্ৰ হ'ল। তিব্বতক হৰি বৰ্ষ বোলে, উত্তৰ কুৰু বুলিও কয়।" (আৱাহন, ১৮৫৮ শক)[২]।

## আধুনিক সূত্ৰ ঃ

এসময়ত তিব্বতৰ ভূখণ্ড আৰু ভাৰতৰ ভূখণ্ডৰ মাজত, অৰ্থাৎ বৰ্তমানৰ হিমালয়ৰ ঠাইত টেথিছ সাগৰ নামৰ এখন পুবা-পশ্চিমা



সাগৰ আছিল। ইয়াত দুয়ো ভূখণ্ডৰপৰা অহা প্ৰচুৰ পৰিমাণৰ গেদ জমা হৈছিল। প্ৰায় ১৪০ নিযুত বছৰৰ আগতে এক গিৰিজনন আন্দোলনৰ বাবে সেই সাগৰত সঞ্চিত হোৱা গেদবোৰ ওপৰলৈ উঠি হিমালয় পৰ্বতমালাৰ সৃষ্টি হয়। এই ঘটনাৰ লগতে হিমালয়ৰ দক্ষিণত এটা দ্ৰোণীৰ সৃষ্টি হয়। এই অৱনমিত অংশৰ মাজেদি অসমৰ পুব মূৰৰপৰা গংগা উপত্যকাইদি পশ্চিমৰ আৰব সাগৰলৈকে এখন নৈ বৈ গৈছিল বুলি ভবা হয়। ডঃ জি. ই. পিলগ্ৰিমে এই নৈখনৰ নাম দিছিল শিৱালিক নদী। পৰৱৰ্তী কালত ই. এইছ. পাছক'ই ইয়াৰ নাম দিলে ইণ্ড'ব্ৰহম্ নৈ[৩]।

বৰ্তমান অসমৰ ব্ৰহ্মপুত্ৰ অথবা লোহিত নদীখনেই হয়তো উক্ত ইণ্ড'ব্ৰহম্ নৈখনৰ আগলি অংশ। এই নৈখনে কঢ়িয়াই অনা প্ৰচুৰ পৰিমাণৰ গেদৰপৰা প্ৰায় ৫০০০ মিটাৰ ডাঠ শিৱালিক শিলা সংঘৰ সৃষ্টি হোৱা বুলি ভবা হয়। প্ৰায় ২০ নিযুত বছৰ আগতে হোৱা ভূতাত্বিক বিবৰ্তনৰ বাবে উক্ত নৈখন তিনিডোখৰ হয়। এই-খনেই পশ্চিমত সিন্ধু, মাজত গংগা আৰু পুবত ব্ৰহ্মপুত্ৰ হৈ পৰে। অৱশ্যে এই বিষয়ে পণ্ডিতসকলৰ মাজত মতানৈক্যও নথকা নহয়। সপক্ষে যুক্তি দিয়া সকলৰ এটা যুক্তি এয়ে যে ব্ৰহ্মপুত্ৰ, গংগা আৰু সিন্ধু নৈত Platanista Gangetica নামৰ একেটা প্ৰজাতিৰ শিহু পোৱা যায়, যি সাগৰীয় বা ইৰাৱতী (ম্যানমাৰৰ) নৈৰ শিহুতকৈ বেলেগ। গতিকে এসময়ত হয়তো তিনিওখন একেখন নৈয়েই আছিল।

ইফালে হিমালয়ৰ উত্তৰে থকা চাংপো নৈখন পুববাহিনী যদিও ইয়াৰ বহুত উপনৈ পশ্চিমবাহিনী। গতিকে প্ৰাকৃতিক নিয়ম অনুসৰি চাংপো নৈখনো এসময়ত নিশ্চয় পশ্চিমবাহিনী আছিল। পৰৱৰ্তী সময়ত এই নৈখন পুবমুৱা হৈ চিন্দুইন নৈয়েদি ইৰাৱতী হৈ বৈ গৈছিল বুলিও পোৱা যায়। কোনো সময়ত অসম অঞ্চলৰ এক প্ৰাচীন নৈয়ে শীৰ্ষখনন কৰি চাংপো নৈক স্পৰ্শ কৰি নৈখনক অসমৰ মাজলৈ বোৱাই আনি ব্ৰহ্মপুত্ৰৰ লগত সংযুক্ত কৰি দিয়ে। উল্লেখযোগ্য যে বিগত ২ নিযুত বছৰ ধৰি গেদ জমা হৈ ব্ৰহ্মপুত্ৰ উপত্যকাখনৰ সৃষ্টি হৈছে আৰু ইয়াৰ গঠন প্ৰক্ৰিয়া এতিয়াও অব্যাহত আছে।

## গতিপথ ঃ

তিব্বতৰ কৈলাস পৰ্বতৰ দক্ষিণ ঢাল আৱৰি থকা চেমা-যুংদুং হিমবাহৰপৰা ব্ৰহ্মপুত্ৰৰ আগলিভাগ— চাংপো নৈ উৎপত্তি হৈছে।

এই স্থানৰ উচ্চতা ৫১৫০ মিটাৰ আৰু স্থানাংক হ'ল ৩০°৩০´ উত্তৰ আৰু ৮২°-২´ পূব। উল্লেখযোগ্য যে চাংপো নৈ মানস সৰোবৰ-পৰা ওলোৱা নাই। মানস সৰোবৰ এই ঠাইৰপৰা ৭৫ কি: মিঃ পশ্চিমে। তদুপৰি মৰিয়ম লা গিৰিপথৰ কাষত ওলোৱা উপনৈবোৰে মানস সৰোবৰক চাংপোৰপৰা সম্পূৰ্ণকৈ পৃথক কৰিছে। অৱশ্যে মানস সৰোবৰৰপৰা ভাৰতৰ শতদ্ৰু নৈ ওলাই পশ্চিম দিশে বৈ গৈছে।

চাংপোৰ উৎসৰ ওচৰত কুবি চাংপো, চেমায়ুংদুং আৰু মায়ুন চু নামৰ তিনিখন নৈ লগ লাগিছে। ইহঁতৰ ভিতৰত কুবি চাংপোখন আন দুখনতকৈ ডাঙৰ। সেয়েহে এইখনকে প্ৰকৃত চাংপো নদী বুলি ধৰা হয়। চাংপোখন তিব্বতত পশ্চিমৰপৰা পূবলৈ বৈ আহিছে। তিব্বতৰ পূব অংশৰপৰাই ইয়াং চিকিয়াং, মেকং, ছাল্‌বিন আদি নদী চাংপোৰ দৰেই পশ্চিমৰপৰা পূবলৈ বৈ গৈছে।

উত্তৰে ইয়েন চেন টাংলা আৰু দক্ষিণে হিমালয় পৰ্বতমালাৰ মাজৰ ঠেক উপত্যকাৰ মাজেদি, হিমালয়ৰ প্ৰায় সমান্তৰালকৈ ১৬০ কিঃ মিঃ উত্তৰেদি চাংপো নৈখন পূবমুৱাহৈ ১৬০০ কিল'মিটাৰ বাট বৈ আহিছে। তিব্বতী ভাষাত চাংপো শব্দৰ অৰ্থ হ'ল পৰিশোধক (purifier)। চীনাসকলে ইয়াক য়া-লু টাং পু চিয়াং বোলে। তিব্বতৰ ভিতৰত নৈখনৰ আন কিছুমান স্থানীয় নামো আছে।

উৎস স্থানৰপৰা কুবি চাংপো নৈখন প্ৰায় পূব দিশত ৮০ কি: মিঃ বৈ আহি উপৰুক্ত আন দুখন নৈক প্ৰায় একেলগে লগত লয়। তাৰ পাছত দক্ষিণ-পূবমুৱা হৈ ২৪০ কিঃ মি: বৈ আহি চাংপো নৈ পূবমুৱা হয়। এই দিশত নৈখন ৩৩০ কি: মিঃ আহি লাট্‌ছে জং নগৰ পায়। ইয়াৰ পৰা চাংপোখন উত্তৰ-পূবমুৱা হৈ ৫০ কিঃ মিঃ আহি ৰাগা চাংপো নামৰ এখন ডাঙৰ উপনৈক বাঁওপাৰে লয়। তদুপৰি লাটছে জঙৰপৰা নৈখন বহল হৈ নাব্য হৈ পৰে। ৰাংগা চাংপোক লৈ চাংপোখন কাঁড়যেন পোন বাটেৰে পূবলৈ ববলৈ ধৰে। এইদৰে ১০০ কি: মিঃ ভটিয়াই নৈখনে চিগাৎসে নগৰৰ কাষেদি অহা নয়াং চু নৈক সোঁপাৰে লয়। নৈখনে ইয়াৰপৰা ২০০ কি: মি ভটিয়াই তিব্বতৰ ৰাজধানী লাছা মহানগৰীৰ কাষেদি অহা কি চু নৈক বাঁও-পাৰে লয়। এই ঠাইৰপৰা নৈখন যথেষ্ট বহল হয়, ঠাই বিশেষে নৈখন ৩ কি: মিঃ পৰ্যন্ত বহল হোৱা দেখা যায়। কি চুক লোৱাৰ পৰা আৰু ১৫০ কিঃ মি: বাটলৈকে চাংপোখন নাব্য। বাকচৰ দৰে সজা ডাঙৰ ডাঙৰ নাও এই নৈত চলে। উল্লেখযোগ্য যে সমুদ্ৰ-



পৃষ্ঠৰপৰা ৩৬০০ মিটাৰ উচ্চতাতো নাব্য পৃথিৱীৰ ভিতৰত এইখনেই একমাত্ৰ নদী।

কি চু নৈৰ মুখৰ পৰা বাটত য়াৱলুং চু আৰু টুৰলুং চু নৈদুখনক সোঁপাৰে লৈ ৩৮০ কি: মিঃ পূবলৈ আহি চেলাত চাংপোৱে গিয়ামদা চু নৈক বাঁওপাৰে লয়। চেলাৰ পৰা নৈখন ক্ৰমান্বয়ে ঠেক হৈ ৫০ কি: মিঃ ভটিয়নীৰ পেৰ ওচৰত বহলে মাত্ৰ ৬০০ মিটাৰ হৈ পৰে। পেৰ পৰা কিছু ভটিয়াই দুৰ্গম পৰ্বতৰ মাজত সোমাই চাংপোখন হেৰাই যোৱাৰ দৰে হয়। তিব্বতৰ ভিতৰত চাংপো নৈত পৰা ভালেমান উপনৈৰ প্ৰধান বৈশিষ্ট্য হ'ল যে সিহঁত পশ্চিমবাহিনী অৰ্থাৎ চাংপো নৈ বোৱা দিশৰ বিপৰীত ফালে গতি কৰিহে চাংপোত মিলিছে। কি চু, য়াৰলুং চু, টুৰলু চু আদি পশ্চিমবাহিনী উপনৈ-বোৰৰ উপস্থিতিয়ে প্ৰাকৃতিক নিয়ম অনুসৰি চাংপোও এসময়ত এই নৈবোৰৰ দৰে পূবৰপৰা পশ্চিমলৈহে অৰ্থাৎ বৰ্তমানৰ বিপৰীত দিশে বৈ গৈছিল বুলি ভাবিবলৈ বাধ্য কৰে।

যদি এসময়ত চাংপোখন পশ্চিমবাহিনী আছিল তেন্তে ই কোন-খন নৈয়েদি হিমালয় ভেদি দক্ষিণলৈ বৈ আহিছিল? এই বিষয়টো সঠিককৈ নিৰ্ণয় কৰিব পৰা হোৱা নাই যদিও চাংপোখন শতদ্ৰু, কৰ্ণালি আৰু কালীগণ্ডক — ইহঁত তিনিখনৰ কোনোবা এখনেদি এসময়ত বৈ আহিছিল বুলি ভবা হয়। ভাৰতীয় জৰীপ বিভাগৰ ভূতপূৰ্ব সঞ্চালক বুৰাৰ্ডৰ[৪] (১৯৩০) মতে চাংপোখন এসময়ত কালী-গণ্ডক নৈয়েদিয়েই বৈ অহাৰ সম্ভাবনা অধিক। তেখেতে ইয়াৰ ২ টা প্ৰমাণ দাঙি ধৰিছে — প্ৰথমটো হ'ল চাংপো নৈ আৰু কালী-গণ্ডক নৈক পৃথক কৰি ৰখা পুটো গিৰিপথটো ইমান অৱনমিত যে চাংপো উপত্যকাতকৈ ইয়াৰ উচ্চতা মাত্ৰ ৭৫ মিটাৰহে বেচি। দ্বিতীয়তে মূল হিমালয় পৰ্বতৰ মাজত থকা কালীগণ্ডকৰ গিৰিখাটটো ইমান গভীৰ যে বৰ্তমান ক্ষুদ্ৰ আকাৰৰ কালীগণ্ডকখনে কঢ়িয়াই অনা পৰিমাণৰ পানীয়ে তেনে এটা গিৰিখাট খান্দি উলিওৱাটো অসম্ভৱ কথা। অতীজত হয়তো চাংপো নৈৰ পানী কালীগণ্ডকৰ লগ হৈ প্ৰবল শক্তিমন্ত হৈ উক্ত সুগভীৰ গিৰিখাটৰ সৃষ্টি কৰিছিল।

চাংপোখন পেৰপৰা উত্তৰ-পূবমুৱা হৈ ১০ কি: মিঃ আহি সুউচ্চ নামচা বাৰৱা শৃংগৰ (৭৭৫৫ মিটাৰ) পশ্চিমভাগ পায়হি। ইয়াতে পাহাৰৰ চিৰতুষাৰ ক্ষেত্ৰৰ পৰা অহা বহুতো নৈ চাংপোত পৰে। তাৰপৰা নৈখন ১০ কিঃ মিঃ আহি গয়েলাৰ ওচৰত নৈৰ বাঁওপাৰে

অন্য এক সুউচ্চ গয়েলা পেৰি শৃংগ (৭১৫০ মিটাৰ) পায়। এই দুই শৃংগৰ মাজেদি ১৫ কি: মিঃ আহি চাংপো পেমকোচুং পায়।

অতীজত পেৰ ওচৰৰপৰা নৈখন কোনফালে গ'ল তাক জনাটো সাধ্যাতীত কাম আছিল। পূবলৈ বৈ অহা চাংপোখনেই যে মাত্ৰ ৪০ কিঃ মিঃ দক্ষিণত চিয়াং বা দিহাং নামেৰে দক্ষিণ-পশ্চিমলৈ বৈ আহিছে তাক কোনেও বিশ্বাস কৰা নাছিল। তেতিয়া বহুতে চাংপোখন পূবলৈ গৈ চীন বা ম্যানমাৰত ওলোৱাগৈ বুলিহে ধাৰণা কৰিছিল। এইছোৱাত নৈখনৰ গতিপথক সন্ধান কৰিবলৈ বহুত প্ৰচেষ্টা চলোৱা হৈছিল। তিব্বত অঞ্চল বহিৰাগতৰ বাবে নিষিদ্ধ হোৱা বাবে তাত দেখ দেখকৈ জৰীপ কৰাটো সম্ভৱপৰ নাছিল। তীৰ্থ যাত্ৰীৰ ভেশচন কৰি 'চেইন'ৰ সলনি ৰুদ্ৰাক্ষৰ মালা আৰু কমণ্ডলুৰ ভিতৰত 'কম্পাছ' ভৰাই ব্ৰহ্মপুত্ৰৰ গতিপথ জৰীপ কৰা কেইবাটাও ৰোমাঞ্চকৰ কাহিনী আছে। ইয়াৰ ভিতৰত চিকিমৰ অশিক্ষিত কিনটুপৰ আশাসুধীয়া প্ৰচেষ্টাৰ লোমহৰ্ষক কাহিনী সবাতোকৈ মূল্যবান। ভাৰতীয় জৰীপ বিভাগৰ প্ৰশিক্ষণ অনুসৰি এই যুৱকজনে চাংপোৱেই ব্ৰহ্মপুত্ৰ বুলি পৰীক্ষা কৰিবলৈ আপ্ৰাণ চেষ্টা চলাই ১৮৮৪ চনত নামচা বাৰৱাইদি উপৰুক্ত পেমকোচুং পৰ্যন্ত পাইছিলগৈ। এৱেঁই তেতিয়ালৈকে সেই পথেদি যোৱা প্ৰথম বাহিৰা মানুহ আছিল। অসমৰ ফালৰপৰাও এনে অন্বেষণ কাৰ্য সেই অঞ্চলৰ জনজাতিসকলৰ অসহযোগিতাৰ বাবে সম্ভৱপৰ হোৱা নাছিল, তদুপৰি এনে অন্বেষণ কাৰ্যত ভাগ লোৱা হলকম্ব চাহাব আদি লোক জনজাতিৰ হাতত নিহত হৈছিল। ১৮৮৬ চনত নীদ্‌হাম্ (Needham) চাহাবে দিহাঙেদি উজাই চাংপোৱেই যে দিহাং সেই সন্দেহ বহু পৰিমাণে দূৰ কৰে। সেই সময়ত এনে এটা ধাৰণা গঢ় লৈ উঠিছিল যে হিমালয়ৰ উত্তৰত ৩৬৫৭ মিটাৰ (১২০০০ ফুট) উচ্চতাই দি বৈ অহা নৈখন যদি পৰ্বতটো পাৰ হোৱাৰ পাছতে ৩০০ মিটাৰ (১০০০ ফুট) উচ্চতাত ওলাইছেহি, তেন্তে এই বাটছোৱাৰ মাজত পৃথিৱীৰ ভিতৰতে সবাতোকৈ ওখ জলপ্ৰপাতটো থাকিব লাগিব। এই জলপ্ৰপাতটো আবিষ্কাৰ কৰি চিৰস্মৰণীয় হ'বলৈ নানাজনে চেষ্টা চলাইছিল। ১৯১৩ চনৰ আবৰ অভিযানৰ পাছত বেইলি আৰু কেপ্টেইন মৰ্ছহেডে দিহাং নৈৰ পাৰ্বত্য পথৰ ১৫০ কিঃ মিঃ অনুসন্ধান কৰি ভালেমান ক্ষুদ্ৰ-প্ৰপাত আৰু অতি গভীৰ গিৰিখাট দেখা পালে; কিন্তু ১০ মিটাৰতকৈ বেছি ওখ জলপ্ৰপাত ক'তো দেখা নাপালে। তথাপিও নৈখনৰ মাজৰ আৰু ৮০ কিঃ মি: পথ তেতিয়ালৈকে সাঁথৰ হৈয়ে ৰৈছিল। অৱশেষত ১৯২৪ চনত উদ্ভিদবিদ কিংডং ৱাৰ্ড আৰু নৃতত্ত্ববিদ লৰ্ড কাউদৰে সেই পথছোৱাৰ সাঁথৰ ভাঙিলে। তেওঁলোকে যি বিচাৰি গৈছিল (অৰ্থাৎ ব্ৰহ্মপুত্ৰ জলপ্ৰপাত) তাক নাপালে যদিও চাংপোৱেই যে লেচেৰি পাক লৈ ছিয়াং বা দিহাং নামেৰে ভাৰতলৈ সোমাই আহিছে সেই ভেদ ভাঙি নিজৰ নাম চিৰযুগমীয়া কৰি থৈ গ'ল। তেওঁলোকে দেখিলে যে এইছোৱা পথত নৈখনে ভালেমান ক্ষুদ্ৰ জলপ্ৰপাত সৃষ্টি কৰি অতি বেগেৰে নামনিলৈ গৈছে। তিব্বতৰ পেমকোচুঙৰপৰা ভাৰতৰ পাছিঘাটলৈকে ব্ৰহ্মপুত্ৰৰ দুৰ্গম পথছোৱাৰ বিশদ বিৱৰণ এনেকুৱা—



চাংপোখন পেমকোচুঙৰপৰা ১০ কি: মিঃ আহি এটা সৰু জলপ্ৰপাত পাৰ হৈ উত্তৰ-পশ্চিমমুৱা হয়। তেনেকৈ ১০ কিঃ মিঃ আহি উত্তৰ-পূবলৈ ঘূৰি নৈ খনে এটা জলপ্ৰপাত পাৰহৈ আৰু ৪ কি:মিঃ আহি গোমপোনে নামৰ ঠাইত পো চাংপোক বাঁওপাৰে লয়। তাৰ পৰা চাংপোখন পূবমুৱা হৈ দুটামান ভাঁজ লৈ ৩০ কিঃ মি: ভটিয়াই ছু গিৰিপথৰ দক্ষিণৰ লাগুং পায়। লাগুঙৰপৰা নৈখন দক্ষিণমুৱা হৈ ৩৫ কি: মি: আহি কাপুত চিন্দ্ৰু চুক বাঁওপাৰে লৈ দক্ষিণ-পশ্চিমমুৱা হয়। এই দিশত নৈখন এক পোন পথেৰে ৫৫ কি: মিঃ বৈ আহি মোংকু নামৰ ঠাইত চীন-ভাৰত আন্তৰ্জাতিক সীমাত সোমায়। এই সীমাইদি নৈখন ৫ কি: মি: দক্ষিণ-পূবমুৱা হৈ আহি অৰুণাচল প্ৰদেশৰ কোৰবো নামৰ ঠাই পায়। ইয়াৰপৰা নৈখন ছিয়াং বা দিহাং নৈ নামেৰে দক্ষিণ-পশ্চিমমুৱা হৈ অৰুণাচলৰ মাজেদি ১৮ কি: মি: আহি জিদোত য়াং ছাং চু নৈক বাঁওপাৰে লয়। তাৰপৰা ২০ কি: মি: একেদৰে আহি ছিঙ্গিঙত নৈখন দক্ষিণ-পূবলৈ ঘূৰে আৰু ৪৫ কিঃমি: ভটিয়াই কৰকো পায়। ইয়াৰপৰা নৈখন ক্ৰমাত দক্ষিণমুৱা হৈ ২৫ কি: মিঃ আহি ৰিউ পায়। ইয়াৰ পৰা দক্ষিণ-পশ্চিমমুৱা হৈ ১০ কিঃ মিঃ আহি দক্ষিণ-পূবলৈ ঘূৰে। এইদৰে ১০ কি: মি: আহি নৈখনে কোমছিঙত ছিয়োম নৈক সোঁপাৰে লয়। তাৰপৰা নৈখন ১৫ কি: মি: আহি পূবমুৱা হৈ আৰু ৮ কিঃ মিঃ ভটিয়াই ছিল্লিৰ দক্ষিণত য়ামনে নৈক বাঁওপাৰে লয়। ইয়াৰ পৰা নৈখন দক্ষিণ-পূবমুৱা হৈ ২০ কি:মিঃ আহি পাছিঘাট পায়।

পাছিঘাটৰ বিপৰীত পাৰৰ কমলি ঘাটত চিকু নামৰ নৈ এখন দিহাঙত পৰাৰ পাছতেই দিহাং নৈ তিনিটা সুঁতিত বিভক্ত হয়। ইয়াৰে পূবৰ সুঁতিটোৰ নাম ছিবিয়া নৈ, মাজৰ সুঁতিটোৱেই মূল

দিহাং বা ছিয়াং নৈখন আৰু পশ্চিমৰ সুঁতিটো নিচেই সৰু। তিনিওটা সুঁতি প্ৰথমে সুকীয়াকৈ দক্ষিণলৈ বৈ আহে যদিও পশ্চিমৰ সুঁতিটো ১৫ কিঃ মি: আহি দিহাং নৈখনৰ লগ লাগে। কিন্তু ছিৰিয়া নৈখন সামান্য দক্ষিণ-পূবমুৱা হৈ দিহাং নৈৰপৰা ৪-৫ কিঃ মিঃ ব্যৱধান ৰাখি ভটিয়াই আহিছে বাবে ইহঁত দুয়োৰে মাজত উত্তৰৰ পৰা ক্ৰমে পেকাৰ, লালি আৰু কৰো নামেৰে জনাজাত এটা অতি বৃহৎ চাপৰি সৃষ্টি হৈছে।

ছিৰিয়া নৈখন পাছিঘাটৰপৰা ১৬ কিঃ মিঃ আহি মেৰ নামৰ ঠাইত চেচেৰি নৈক বাঁওপাৰে লয় আৰু ইয়াতে নৈখন অসমৰ জোনাই মহকুমাত সোমায়। তাৰপৰা নৈখন কৰো চাপৰিৰ পুবেদি ৭ কিঃ মিঃ দক্ষিণলৈ আহি লোহিত নৈত পৰে। এই ঠাইৰপৰাই নৈক ব্ৰহ্মপুত্ৰ নামেৰে জনা যায়।

দিহাং নৈখন পাছিঘাটৰপৰা বাটত পশ্চিমৰ সুঁতিটোক লৈ ১৯ কিঃ মিঃ আহি কেমি কৰং নৈক সোঁপাৰে লয়: তাৰপৰা নৈখন আৰু ৭ কি: মি: ভটিয়াই উৰিয়াম ঘাটৰপৰা ডেৰ কিঃ মিঃ উত্তৰত অসমত প্ৰবেশ কৰে। উৰিয়াম ঘাটতে ৰিপিয়াং কৰং নৈখন আহি দিহাঙৰ সোঁপাৰে পৰে। ইয়াৰপৰা নৈখন দক্ষিণ-পশ্চিম মুৱা হৈ আঢ়ৈ কিঃ মিঃ ভটিয়াই ছিল্লে নৈক সোঁপাৰে লয়। তাৰপৰা দিহাং নৈখন পভা সংৰক্ষিত বনৰ দক্ষিণেদি ৬ কিঃ মিঃ আহি এটা ফেৰি ঘাটত লেকো নৈক সোঁপাৰে লয়। ইয়াতে দিহাং নৈৰ সোঁপাৰৰ পৰা এটা শাখা ফাটি দক্ষিণ-পশ্চিমলৈ যায়। এই শাখাটোৰে ৩ কিঃ মিঃ অহাৰ পাছত শাখাটোৰপৰা এটা সুঁতি ফাটি গৈ বুঢ়ীসুঁতি নামৰ সুঁতিটো হয়। ইয়াৰপৰা আৰু ৪ কি: মিঃ ভটিয়াই সুঁতিটো ব্ৰহ্মপুত্ৰত পৰে।

ইফালে মূল দিহাং নৈখন লেকো নৈক লোৱাৰ পৰা ৮ কি: মিঃ দক্ষিণলৈ আহি ব্ৰহ্মপুত্ৰত পৰে। এই ঠাইৰ দক্ষিণে তিনিচুকীয়া জিলাৰ লাইকা ঘাট। উল্লেখযোগ্য যে ছিৰিয়া নৈৰ সংগমৰপৰা ব্ৰহ্মপুত্ৰখনে দক্ষিণ-পশ্চিমমুৱা হৈ ২০ কি: মি: আহিহে দিহাং নৈক লগত লৈছে। ইয়াৰপৰা ব্ৰহ্মপুত্ৰ নদ অসম উপত্যকাৰ মাজেদি বৈ আহিবলৈ ধৰে।

অসমৰ পূবৰ লোহিত জিলাৰপৰা বৈ অহা লোহিত নৈখনকে পূৰ্বতে লৌহিত্য বা ব্ৰহ্মপুত্ৰৰ ঘাই সুঁতি বুলি ধাৰণা পোষণ কৰা হৈছিল। পুৰাণৰ মতে ব্ৰহ্মপুত্ৰ ব্ৰহ্মকুণ্ডৰপৰা উৎপত্তি হৈছে।



এই ব্ৰহ্মকুণ্ড অৰুণাচলৰ লোহিত জিলাত শদিয়াৰপৰা ৮০ কি: মিঃ পূবত অবস্থিত। ব্ৰহ্মপুত্ৰক উক্ত কুণ্ডৰপৰা ওলোৱা বুলি এই কাৰণেই হয়তো ভবা হৈছিল যে ব্ৰহ্মপুত্ৰৰ মূল সুঁতিৰ অন্বেষণ কাৰ্য দুৰ্গম পৰ্বতৰ মাজত সম্পাদন কৰাটো অসম্ভৱ আছিল। গতিকে দিহাং-খনেই যে ব্ৰহ্মপুত্ৰৰ মূল সোঁতা তাক মানুহে তেতিয়ালৈকে জনা নাছিল।

ইফালে আগতে উল্লেখ কৰা হৈছে যে চাংপো নৈখন এসময়ত পূবৰপৰা পশ্চিমলৈ বৈ যোৱাৰ ভূতাত্ত্বিক প্ৰমাণ পোৱা গৈছে। পাছত হয়তো ছিয়াং নৈখনে শীৰ্ষখনন (headward erosion) কৰি ক্ৰমাত উত্তৰলৈ আগুৱাই গৈ কোনো এসময়ত চাংপো নৈক স্পৰ্শ কৰেগৈ আৰু কালক্ৰমত চাংপোক সম্পূৰ্ণকৈ অপহৰণ কৰি দক্ষিণলৈ বোৱাই আনে। সুপ্ৰাচীন কালতে সংঘটিত হোৱা এই নদী অপহৰণ কাৰ্যক হয়তো ভাৰতীয় পুৰাণ লেখকসকলে জানিছিল। সেই কাৰণে কৈলাশ পৰ্বতত স্থাপন কৰা ব্ৰহ্মাৰ হ্ৰদ সন্তানৰ জলৰাশিক পৰশুৰামে কুঠাৰেৰে কাটি পৰ্বতৰ মাজেদি কামৰূপলৈ বোৱাই অনা কাহিনীটো ৰচনা হোৱাৰ সম্ভাৱনা দেখা যায়। তদুপৰি এই কাহি-নীয়ে আৰু এটা কথাৰ সন্তেদ দিয়ে যে আধুনিক যুগৰ ১৯২৪ চন-লৈকে সম্পাদন কৰিব নোৱৰা অন্বেষণ কাৰ্য, হয়তো প্ৰাচীন ঋষি-মুনিসকলে কোনোবা যুগতে কৰাত কৃতকাৰ্য হৈছিল। তেওঁ-লোকে হয়তো ব্ৰহ্মপুত্ৰৰ গতিপথ মানস সৰোবৰৰ ওচৰৰপৰা হিমালয় আৰু লৌহিত্যৰ (অসমৰ) মাজেদি দক্ষিণ-সাগৰলৈকে চিনাক্তকৰণ কৰিছিল।

শদিয়াৰ পশ্চিমৰ দিবাং-লোহিত-দিহাং সংগমৰপৰা পূৰ্বৰ দিহাঙৰ ৰেহৰূপ ভাবিব নোৱাৰাকৈ পৰিবৰ্তন হয়। দেও দি নাচি বাগি অহা ৰাংচালী দিহাংখন ভৈয়াম সোমাই গোমোঠা হৈ পৰে। অসম উপত্যকাৰ মাজেদি ব্ৰহ্মপুত্ৰ ৰূপেৰে ৬৫০ কিল'মিটাৰ বাট ভটিয়াই বাংলাদেশত সোমায়। এইছোৱা পথত ব্ৰহ্মপুত্ৰৰ লগত উত্তৰৰ পৰা ৫৭ খন আৰু দক্ষিণৰপৰা ৩৩ খন সৰু-বৰ উপনৈ যোগ হয়। তদুপৰি উত্তৰে বুঢ়ী সুঁতি, খেৰকটীয়া লুহিত সুঁতি আৰু দক্ষিণে কলং সুঁতি নামৰ তিনিটা প্ৰসিদ্ধ সুঁতি আৰু ভালেমান সৰুসুৰা সুঁতিৰ ৰূপত ব্ৰহ্মপুত্ৰৰ কেইবাখনো শাখা নৈ থকাটোও নৈখনৰ অন্যতম বৈশিষ্ট্য। ব্ৰহ্মপুত্ৰৰ উপনৈ আৰু শাখা সুঁতিবোৰৰ নাম তথা অসমৰ পশ্চিম সীমাৰপৰা সিবোৰৰ দূৰত্ব ৰেখা চিত্ৰ-১৩ দিয়া হৈছে।

অসমৰ ভিতৰত ব্ৰহ্মপুত্ৰৰ বুকুত পৃথিৱীৰ ভিতৰৰ সৰ্ববৃহৎ নদী-দ্বীপ মাজুলী আৰু অলেখ সৰু-বৰ চৰ-চাপৰি আছে। মাজুলীৰ মাটিকালি ১২৫০ বৰ্গকিল'মিটাৰ; অৱশ্যে মাজুলীৰ উৎপত্তি সাধাৰণ চৰ-চাপৰিৰ দৰে নৈৰ পলস পৰি হোৱা নহয়। ই হ'ল এক বিশেষ ঘটনাত বিছিন্ন হৈ পৰা পাৰৰ ভূখণ্ডৰ একাংশহে। মাজুলী কিদৰে সৃষ্টি হ'ল সেই বিষয়ে পাছলৈ লিখা হৈছে। তেনেদৰে উমানন্দৰ মাটিও কঠিন শিলেৰে গঠিত। গতিকে ইও ব্ৰহ্মপুত্ৰৰ পলস পৰি হোৱা নহয়। বৰং মাজুলী আৰু উমানন্দক পতাৰ বিপৰীতে ব্ৰহ্মপুত্ৰই থহাইহে আছে।

ধুবুৰী নগৰৰ পৰা প্ৰায় ১২ কিঃমিঃ পশ্চিমে শিয়ালদহ, বোৱালমাৰী আৰু মূল ব্ৰহ্মপুত্ৰ এই তিনিটা সুঁতিত নৈখন বিভক্ত হৈ বাংলাদেশত সোমায়। অসম-বাংলাদেশৰ মাজৰ সীমা ১০৩৪ নং সীমান্ত খুটাৰপৰা ১০৪৮ নং সীমান্ত খুটালৈকে প্ৰায় ৩০ কিঃ মিঃ দূৰ ব্ৰহ্মপুত্ৰৰ মাজেদি নিৰ্ধাৰণ কৰা হৈছে। বাংলাদেশত সোমাই ব্ৰহ্মপুত্ৰ সম্পূৰ্ণকৈ দক্ষিণমুৱা হৈ এক পোন পথেৰে ববলৈ লয় আৰু নাম লয় যমুনা নৈ। এইছোৱা প্ৰায় ২৩০ কিঃ মিঃ পথত নৈখনে দুধকুমাৰ, তিস্তা, বৰল, অট্ৰাই, হৈসাগৰ আদি নদীক সোঁপাৰে লৈছে আৰু ধলেশ্বৰী নামৰ এটা শাখা নৈখনৰ বাঁও পাৰৰপৰা ফাটি মেঘনা নৈত পৰিছেগৈ। বাংলাদেশৰ গোৱালণ্ডৰ ওচৰত ভাৰতৰ অন্যতম প্ৰধান নৈ গংগা এই যমুনা (ব্ৰহ্মপুত্ৰ)ৰ লগ লাগি পদ্মা নৈ নাম লৈছে। পদ্মা নৈখন দক্ষিণ-পূবমুৱা হৈ ৯০ কিঃ মিঃ আহি অসমৰ বৰাক বা সুৰমা আৰু কুছিয়াৰা আদি নৈৰ পানী কঢ়িয়াই নিয়া মেঘনা নৈৰ লগ লাগি মেঘনা নৈ হৈছে। মেঘনা নামেৰে প্ৰায় দক্ষিণমুৱা হৈ ৫০ কিঃ মিঃ আহি বংগোপসাগৰত পৰাৰ আগতে নৈখন হাটিয়া, ছাহবাজপুৰ আৰু টেণ্টুলিয়া নামৰ তিনিটা সুঁতিত বিভক্ত হৈহে সাগৰত বিলীন হোৱা দেখা যায়।

ব্ৰহ্মপুত্ৰই যদিও বৰ্তমানে যমুনাৰ পথেদি গতি কৰিছে, এসময়ত ব্ৰহ্মপুত্ৰখন কিন্তু কিছু পুবমুৱা হৈ গাৰোপাহাৰৰ দক্ষিণেদি বৈ গৈছিল। এতিয়াও ব্ৰহ্মপুত্ৰ নামেৰে জনাজাত মৰা সুঁতিৰ দৰে পুৰণা ব্ৰহ্মপুত্ৰ নৈখন জালামপুৰ, মৈমনসিং আৰু হোছেইনপুৰৰ কাষেদি গৈ পোনে পোনে মেঘনা নৈত লগ লগাৰ চিন স্পষ্ট হৈ আছে। ১৭৭৯ চনত তৈয়াৰ কৰা ৰেনেলৰ মেপত এইখন নৈক মূল ব্ৰহ্মপুত্ৰ বুলি দেখুৱা হৈছে। উল্লেখযোগ্য যে ব্ৰহ্মপুত্ৰ পুৰণা পথেদি বোৱাৰ সময়ত যমুনা নৈখনৰ কোনো চিন-চাবেই নাছিল।



## ব্ৰহ্মপুত্ৰ নদৰ বৈশিষ্ট্যসমূহ (অসমৰ ভিতৰত):

ব্ৰহ্মপুত্ৰ নৈখন তিব্বত, ভাৰতবৰ্ষ আৰু বাংলাদেশৰ মাজেদি মুঠ ২৯০০ কিল'মিটাৰ বাট বৈ গৈছে। নৈখনৰ দৈৰ্ঘ্য তিব্বতৰ ভিতৰত ১৬০০ কিঃ মিঃ ভাৰতৰ অৰুণাচল প্ৰদেশত ২০০ কিঃ মিঃ, অসমত ৬৫০ কিঃ মিঃ আৰু বাংলাদেশত ৪৫০ কিঃ মিঃ। ব্ৰহ্মপুত্ৰ নৈৰ অৱবাহিকাৰ কালি তিব্বতৰ ভিতৰত ২৫৪০০০ বৰ্গকিল'মিটাৰ, ভাৰতৰ ভিতৰত ২৩৩০০০ বৰ্গকিল'মিটাৰ আৰু বাংলাদেশত ৯৩০০০ বৰ্গকিল'মিটাৰ অৰ্থাৎ সৰ্বমুঠ ৫৮০,০০০ বৰ্গকিল'মিটাৰ।

দুয়ো ফালৰপৰা পৰ্বতেৰে আগুৰা অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাখন বহলে ৮০-ৰ পৰা ৮৫ কিল'মিটাৰ। ইয়াৰ সোঁমাজেদি বৈ যোৱা বিশাল ব্ৰহ্মপুত্ৰ নদীখনেই সাধাৰণতে ৮-ৰ পৰা ৯ কিল'মিটাৰ বহল। কাৰ্বি পাহাৰৰ ওচৰত অৱশ্যে উপত্যকাখন ঠেক হৈ ৫৫ কিল'-মিটাৰমান হৈছে।

ব্ৰহ্মপুত্ৰখন চেলাজৰী গঁঠা বা গুম্ফিত নদী অৰ্থাৎ এই নদীৰ পানীৰ মাজত চৰ-চাপৰি পৰি নৈখন দুই পাৰৰ মাজত একাধিক সুঁতিত বিভক্ত হৈ বৈ গৈছে। এনেবোৰ সুঁতি আৰু চৰ দুয়োটাই দীৰ্ঘ দিনৰ বাবে স্থায়ী হৈ একে ঠাইতে নাথাকে। কোনো কোনো ঠাইত আকৌ ব্ৰহ্মপুত্ৰখন একেটা সুঁতিৰে বোৱাও দেখা যায়। উদাহৰণ-স্বৰূপে কবোৰ কিছু নামনিৰ মাহমৰা গাঁৱৰ ওচৰত, শিলঘাট, গুৱাহাটী-পাণ্ডু আৰু যোগীঘোপাৰ ওচৰত ব্ৰহ্মপুত্ৰৰ সুঁতি অবিভক্ত অৱস্থাত পোৱা যায়। অৱশ্যে কবোৰ বাহিৰে বাকী তিনিখন ঠাইত নদীৰ দুয়োটা পাৰ কঠিন শিলেৰে গঠিত। এসময়ত ডিব্ৰুগড়ৰ-পৰা ১২ কিল'মিটাৰ পশ্চিমৰ বগীবিলত নদীখন ঠেক হৈ এটা সুঁতিৰে বৈছিল যদিও বৰ্তমান এই অংশত বহল হৈ পৰিল আৰু মাজত চাপৰি পৰি সুঁতিটোও বিভক্ত হ'ল।

ব্ৰহ্মপুত্ৰ নদীখনৰ প্ৰস্থ সকলো ঠাইতে সমান নহয়। তিব্বতৰ মাজৰ নাব্য অংশত নদীখন ৩ কিল'মিটাৰ পৰ্যন্ত বহল। পেৰ ওচৰত ঠেক হৈ ৬০০ মিটাৰ হয়। পৰ্বতৰ মাজৰ গভীৰ গিৰিখাট অংশ পাৰ হওতে নৈখন আৰু ঠেক হয়। ইয়াত নদীখনৰ সবাতোকৈ ঠেক অংশছোৱা বহলে মাত্ৰ ৩০ মিটাৰ বুলি জনা যায়। অসম উপত্যকাত সোমাই নৈখন বহল হয়। আটাইতকৈ বেছি বহল অংশত নৈখনৰ প্ৰস্থ ১৫'৫৯ কিল'মিটাৰ আৰু আটাইতকৈ ঠেক

অংশ, পাণ্ডুৰ ওচৰত প্ৰায় ১·৭৫ কিল'মিটাৰ। নদীখনৰ প্ৰস্থ গড়ে ডিব্ৰুগড়ৰপৰা নিমাতীলৈ— ৫·০৪ কি: মিঃ, নিমাতীৰপৰা তেজপুৰলৈ ৫·০৬ কিঃ মিঃ, তেজপুৰৰপৰা গুৱাহাটীলৈ ৬·১০ কিঃ মি:, গুৱাহাটীৰ-পৰা যোগীঘোপালৈ ৩·৭৮ কিঃ মিঃ আৰু যোগীঘোপাৰপৰা ধুবুৰীলৈ ৭·১০ কিঃ মিঃ। মাজৰ পানী বোৱা সুঁতিবোৰ বহলে ১৫০ মিটাৰৰ-পৰা ১ কিল'মিটাৰলৈকে হোৱা দেখা যায়।

অতীজত ব্ৰহ্মপুত্ৰখন বৰ্তমানতকৈ গভীৰ আছিল বুলি শুনা যায়। বৰ্তমান নৈখনৰ সুঁতিবোৰৰ গভীৰতা খৰালি কালত ৩·৬ মিটাৰৰ পৰা ৫ মিটাৰলৈকে থাকে যদিও বৰ্ষাকালত এই পৰিমাণ যথেষ্ট বাঢ়ে। পুৰণি তথ্যমতে ব্ৰহ্মপুত্ৰৰ গভীৰতা গুৱাহাটী আৰু গোৱালপাৰাৰ মাজতেই আটাইতকৈ বেছি আছিল— খৰালি এই পৰিমাণ ১৫-১৮ মিটাৰ আৰু বাৰিষা ৪০-৪৫ মিটাৰ। পাণ্ডুত দলং সজাৰ (১৯৬২ চন) আগতে লোৱা তথ্য অনুসৰি গুৱাহাটীত নৈখনৰ গভীৰতা খৰালি ৭ মিটাৰ আৰু বাৰিষা ১৬ মিটাৰ। বৰ্তমান গুৱা-হাটীৰ ওচৰত ব্ৰহ্মপুত্ৰখন খৰালি ১৮·২ মিটাৰ আৰু বাৰিষা ২৭·৪ মিটাৰ দ'।

## নদীৰ পৰিচ্ছেদিকা আৰু চৰ চাপৰি ঃ

বিভিন্ন সময়ত ভালেমান ঠাইত নদীখনৰ পৰিচ্ছেদিকা জৰীপ কৰা হৈছে। নৈখনত গেদ নিক্ষেপ আৰু খহনীয়া দুয়োটা কাৰ্যৰ পৰিমাণ যথেষ্ট বেছি। ডিব্ৰুগড়ৰপৰা যোৰহাটৰ ওচৰৰ বেচা-মৰালৈকে সম্পাদন কৰা ভালেমান পৰিচ্ছেদিকাৰ জৰীপৰ তথ্য অনুসৰি ১৯৭১ চনৰপৰা ১৯৭৮ চনৰ ভিতৰত ব্ৰহ্মপুত্ৰখন ৩০ মিটাৰৰপৰা ২·৭ কিল'মিটাৰ পৰ্যন্ত বহল হৈছিল। অন্যহাতে ১৯৭৭ চনৰপৰা ১৯৮১ চনলৈকে কৰা জৰীপত সেই সময়ছোৱাত কোনো কোনো ঠাইত নৈখন ৬০০ মিটাৰলৈকে ঠেক হোৱা আৰু ১·৫ কিল'মিটাৰ পৰ্যন্ত বহল হৈ পৰা পৰিলক্ষিত হৈছে। গুম্ফিত প্ৰকাৰৰ নৈৰ প্ৰস্থৰ হ্ৰাস-বৃদ্ধি হৈ থকাটো চিৰস্থায়ী ঘটনাৰ দৰে যদিও ১৯৭১ চনৰ পৰা ১৯৮১ চনৰ ভিতৰত ব্ৰহ্মপুত্ৰখন বছৰি গড়ে ৩ মিটাৰৰ পৰা ৩০৯ মিটাৰ পৰ্যন্ত বহল হৈ পৰাহে দেখা গৈছিল (গোস্বামী, ১৯৮৫)।

ব্ৰহ্মপুত্ৰ নৈৰ তলিভাগৰ জৰীপৰপৰা দেখা গৈছে যে নদীখনত খনন আৰু গেদ নিক্ষেপ একেৰাহে চলি থকা হেতুকে সুঁতি আৰু চাপৰিবোৰে স্থান পৰিবৰ্তন কৰি থাকে। বাৰিষা সময়ত পানী



একাকাৰ হৈ সুঁতিবোৰৰ গভীৰতা প্ৰায় সমান হৈ পৰে যদিও খৰালি পানী কমাৰ লগে লগে এটা প্ৰধান সুঁতিৰ বাদে বাকী সুঁতিবোৰ গেদ পৰি বাম হৈ পৰে। বহুত তৰাং সুঁতি খৰালি একেবাৰে শুকাই যায়। ব্ৰহ্মপুত্ৰৰ কাষৰ সুঁতিবোৰৰ বহুত একালৰ স্বয়ং ব্ৰহ্ম-পুত্ৰৰ অৱশেষ বা উপনৈৰ অৱশিষ্ট অংশৰপৰা হোৱা। বাৰিষা বানপানীৰ সময়ত মূল নৈখনৰ একাংশ পানী কাষৰ সুঁতিবোৰেদি বৈ যোৱাৰ বাবে মূল নৈখনত পানীৰ হেঁচা হ্ৰাস পাইছিল। কিন্তু বৰ্তমান খেৰকটীয়া আৰু কলং সুঁতিৰ মুখত বান্ধ দি দুয়োৰে মুৰ দুটা ব্ৰহ্মপুত্ৰৰপৰা বিচ্ছিন্ন কৰি দিয়া হৈছে বাবে বৰ্তমান সেই দিশত ইহঁতৰ একো অহিহণা নাই।

ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰিবোৰ নদীৰ সোঁতৰ দিশৰ সমান্তৰালকৈ দীঘলীয়া আকাৰৰ। গেদ পৰি ওখ হোৱাৰ লগে লগে চৰবোৰত খেৰ-বন, গছ-গছনি গজি কিছুদিনলৈ স্থায়ী হয়। কিছুমান চাপ-ৰিৰ উপৰিভাগৰ উচ্চতা ইমান বেছি যে সচৰাচৰতে এইবোৰ বানপানীত তল নাযায়। ঝাউগছ এই চাপৰিবোৰৰ সাধাৰণ উদ্ভিদ। চাপৰিত ডাঙৰ গছ থকা দেখিলে সেইবোৰ চাপৰি বহুত দিন স্থায়ী হৈ থকা বুলি পতিয়ন যাব পাৰি। ডিব্ৰুগড়ৰ ওচৰত কৰা এক জৰীপ অনুসৰি ব্ৰহ্মপুত্ৰৰ নতুন চাপৰিবোৰৰ দৈৰ্ঘ্য গড়ে ·৬৫০ মিটাৰ আৰু আপেক্ষিকভাবে স্থায়ী চাপৰিবোৰৰ দৈৰ্ঘ্য ৩·৭৫ কিল'-মিটাৰ। চাপৰিবোৰৰ আকাৰ দীঘলীয়া— ইহঁতৰ দীঘ প্ৰস্থতকৈ দুইৰ পৰা আঢ়ৈ গুণ বেছি। চাপৰিবোৰৰ উপৰিভাগ সাধাৰণতে অসমান। চাপৰিবোৰৰ উজনি অংশৰ এদাঁতিয়ে নৈয়ে খান্দে আৰু নামনিৰ ফালে গেদ পেলাই পোতে। এনেকৈয়ে একোটা চাপৰি ক্ৰমান্বয়ে নদীৰ ভটিয়নী দিশত আগবাঢ়ি গৈ থাকে।

**ব্ৰহ্মপুত্ৰৰ ঢাল ঃ** এখন নদীৰ জল আৰু গেদ পৰিবহন কৰা ক্ষমতা নদীখনৰ ঢালৰ ওপৰত নিৰ্ভৰ কৰে। তিব্বতত ব্ৰহ্মপুত্ৰৰ উৎসৰ-পৰা নামচা বাৰৱাৰ ওচৰৰ পে লৈকে প্ৰায় ১৬০০ কিল'মিটাৰ পথত ব্ৰহ্মপুত্ৰৰ বেদিকাৰ উচ্চতা হ্ৰাস পাইছে ২৭১০ মিটাৰ। ইয়াৰ পাছত নৈখনে হিমালয় পৰ্বতক পথালিয়ে পাৰ হওঁতে মাত্ৰ ২৫০ কিল'মিটাৰ পথত ২৩০০ মিটাৰ নামি আহিছে। এইছোৱা পথত নদীখনৰ ঢাল প্ৰতি কিল'মিটাৰত ১৫৭ মিটাৰৰপৰা ৩১০ মিটাৰ।

অসমত সোমোৱাৰপৰা ব্ৰহ্মপুত্ৰ নৈৰ ঢাল অভাৱনীয়ভাৱে হ্ৰাস পায়। এইদৰে নৈখন ঢাল সাগৰত পৰালৈকে ক্ৰমান্বয়ে টুটি যোৱাৰ

ফলত ইয়াৰ জল আৰু গেদ পৰিবহনৰ ক্ষেত্ৰত হেঙাৰৰ সৃষ্টি হয়। প্ৰাপ্ত তথ্য অনুসৰি এইছোৱা পথত ব্ৰহ্মপুত্ৰৰ ঢাল কিল'মিটাৰে প্ৰতি এনেকুৱা— পাছিঘাটৰ দক্ষিণৰ কবোৰপৰা ডিব্ৰুগড়লৈ ০·৬২ মিটাৰ, ডিব্ৰুগড়ৰপৰা নিমাতীঘাটলৈ ০·১৭ মিটাৰ, নিমাতীঘাটৰপৰা শিলঘাটলৈ ০·১৫ মিটাৰ, শিলঘাটৰপৰা গুৱাহাটীলৈ ০·১৪ মিটাৰ, গুৱাহাটীৰপৰা গোৱালপাৰালৈ ০·১১ মিটাৰ, গোৱালপাৰাৰপৰা ধুবুৰীলৈ ০·০৯৪ মিটাৰ আৰু ধুবুৰীৰপৰা বংগোপসাগৰত পৰালৈকে ০·০৭৯ মিটাৰ।

ব্ৰহ্মপুত্ৰ নদীৰ পৃষ্ঠ ভটিয়ানিলৈ যিদৰে ক্ৰমান্বয়ে নিম্নগামী হৈছে সেইটো তলৰ তালিকাত দেখুওৱাৰ দৰে বিভিন্ন ঠাইত লোৱা জোখৰ পৰা স্পষ্টকৈ জানিব পাৰি।[৭]

| জল পৃষ্ঠৰ | ডিব্ৰুগড় | নিমাতী | তেজপুৰ | পাণ্ডু | গোৱালপাৰা | ধুবুৰী |
|---|---|---|---|---|---|---|
| বিপদ সীমা | ১০৪·২৪ | ৮৫·০১ | ৬৫·২০ | ৪৯·৬৯ | ৩৬·২৭ | ২৮·৬৮ |
| নিম্ন অৱস্থা | ১০২·২০ | ৭৯·৫০ | ৬০·৯৬ | ৪২·৯০ | ২৯·৭০ | ২৪·৪০ |
| উচ্চ অৱস্থা | ১১৭·৪০ | ৮৬·১০ | ৬৬·১৪ | ৫১·০০ | ৩৬·৯০ | ২৯·৮০ |

(মিটাৰ হিচাপত)

**জল প্ৰৱাহ ঃ** মাটিকালিৰ জোখেৰে ব্ৰহ্মপুত্ৰখন হ'ল পৃথিৱীৰ বিংশ–তম বৃহৎ নদী। কিন্তু জল পৰিবহনৰ পৰিমাণৰ ক্ষেত্ৰত আমাজান আৰু কংগো নৈৰ পাছতেই যে ব্ৰহ্মপুত্ৰৰ স্থান এই কথা সকলোৰে বিদিত নহয়। এখন নদীয়েদি প্ৰৱাহিত হোৱা জলৰ পৰিমাণৰ-পৰা অৱবাহিকা এলেকাৰ প্ৰতি বৰ্গকিল'মিটাৰৰপৰা কিমান পানী আহিছে সেই হিচাপে বিচাৰ কৰিলে এই পৰিমাণ ব্ৰহ্মপুত্ৰৰ ক্ষেত্ৰত পৃথিৱীৰ ভিতৰত সৰ্বাধিক হয়। অৰ্থাৎ মাটিকালিৰ হিচাপত ব্ৰহ্মপুত্ৰই সৰ্বাধিক মাত্ৰাত পানী কঢ়িয়ায়। সেইবাবে ইয়াৰ পানীয়ে পাৰ বাগৰি বানপানী সৃষ্টি কৰাৰ মাত্ৰাও যথেষ্ট বেছি।

বেচামৰা, শিলঘাট আৰু পাণ্ডুত লোৱা জোখমতে ব্ৰহ্মপুত্ৰইদি প্ৰৱাহিত হোৱা জলৰ পৰিমাণ বছৰি গড় হিচাপত প্ৰতি ছেকেণ্ডত যথাক্ৰমে ৮৮৭৭, ১২০৬৭ আৰু ১৬৮৩০ ঘনমিটাৰ আৰু এই তিনি ঠাইত সৰ্বাধিক বাৰ্ষিক পৰিমাণ হ'ল প্ৰতিছেকেণ্ডত যথাক্ৰমে ৩১৫৯১, ৩৯১৭১ আৰু ৭২৭৯৪ ঘন মিটাৰ। বাংলাদেশৰ বাহাদুৰাবাদত লোৱা জোখমতে নৈখনেদি বছৰি গড় হিচাপত প্ৰতিছেকেণ্ডত



৬২৯৮৮ ঘন মিটাৰ পানী প্ৰৱাহিত হয়। সূক্ষ্মভাৱে পৰ্য্যবেক্ষণ কৰি দেখা গৈছে যে নৈখনেদি প্ৰৱাহিত হোৱা গোটেইটো বছৰৰ মুঠ পানীৰ শতকৰা ৮২ ভাগ মে' মাহৰপৰা ছেপ্টেম্বৰৰ ভিতৰত বৈ যায়। জল প্ৰৱাহৰ মাত্ৰা দৈনিক হিচাপত ব্ৰহ্মপুত্ৰৰ ক্ষেত্ৰত জুলাই মাহতেই সৰ্বাধিক; বছৰৰ শতকৰা প্ৰায় ২০ ভাগ পানী এই মাহতে বৈ যায়। আনহাতে ফেব্ৰুৱাৰী মাহত জল প্ৰৱাহৰ মাত্ৰা সৰ্বনিম্ন; বছৰটোৰ কেৱল শতকৰা ১·৪০ ভাগ পানীহে এই মাহত ব্ৰহ্মপুত্ৰইদি বয়। জল প্ৰৱাহৰ উক্ত হাৰ কম-বেছি পৰিমাণে ব্ৰহ্মপুত্ৰৰ বহুত উপনৈৰ ক্ষেত্ৰতো প্ৰযোজ্য হোৱা দেখা যায়।

**ব্ৰহ্মপুত্ৰৰ বানপানী ঃ** ব্ৰহ্মপুত্ৰ উপত্যকাত বছৰি ১৫০৮-ৰপৰা ৪০৬০ মিলিমিটাৰ পৰিমাণৰ বৰষুণ হয়। মৌচুমী বায়ুৰ প্ৰভাৱত ব্ৰহ্মপুত্ৰ অৱবাহিকাত মে'ৰ পৰা অক্টোবৰ মাহৰ ভিতৰত শতকৰা ৯০ ভাগ বৰষুণ হয়। বৰ্ষা ঋতুতে হিমালয়ত বৰফো গলিবলৈ ধৰে। গৱেষণাৰপৰা জনা গৈছে যে এটা বছৰৰ শীতকালত পৰ্বতত সঞ্চিত হোৱা বৰফৰ পৰিমাণৰ লগত সেইবছৰৰ বৰ্ষা কালত হোৱা বানপানীৰ পোনপটীয়া সম্পৰ্ক আছে। ব্ৰহ্মপুত্ৰ উপত্যকাখন তিনিওফালে পৰ্বতেৰে আগুৰা হোৱা মৌচুমী বায়ু ইয়াত সোমালে আৱদ্ধ হৈ পৰে আৰু একে সময়তে প্ৰচুৰ বৰষুণ দিয়ে। এই বৰষুণৰ স্থিতিকাল (duration) আৰু প্ৰৱলতা (intensity) দুয়োটাই যেতিয়া বেছি হয় তেতিয়াই নদীত বান আহে। একে-সময়তে বৰফ গলা পানী আহি ভুতৰ ওপৰত দানৱৰ দৰে শোচনীয় পৰিস্থিতিৰ সৃষ্টি কৰে। এইবোৰ কাৰণত ব্ৰহ্মপুত্ৰৰ অৱবাহিকাৰ প্ৰতি বৰ্গমাইল এলেকাৰপৰা প্ৰতিছেকেণ্ডত গড়ে ৩·০৪ ঘনফুটকৈ পানী বৈ আহে। এই পৰিমাণ পৃথিৱীৰ সকলো নদীতকৈ বেছি। দ্বিতীয় স্থান লাভ কৰা ইৰাৱতীৰ ক্ষেত্ৰত এই পৰিমাণ ২·৯৯ ঘনফুট আৰু তৃতীয় স্থানৰ হোৱাংহোৰ বাবে ২·৩৪ ঘনফুট। এইটোৱেই ব্ৰহ্মপুত্ৰত অধিক বানপানী হোৱাৰ প্ৰধান কাৰণ।

ব্ৰহ্মপুত্ৰৰ ভটিয়নীলৈ উপনৈৰ সংখ্যাও ক্ৰমান্বয়ে বাঢ়ি যোৱাৰ বাবে নামনিলৈ জলপ্ৰৱাহৰ পৰিমাণো বাঢ়িছে। সেইবাবে নদীখনৰ জলপৃষ্ঠও নামনিলৈ ক্ৰমান্বয়ে অধিক দিন ধৰি বিপদ সীমাৰ ওপৰত থকা দেখা যায়। সেই প্ৰমাণ তলৰ তালিকাৰপৰা পৰিষ্কাৰ হয়।[৭]

| স্থান | বিপদ সীমা (মিটাৰ) | বিঃ সীঃ ওপৰত থকা অধিকতম দিন | গড় হিচাপত দিন |
|---|---|---|---|
| ডিব্ৰুগড় | ১০৪·২৪ | ২৭ (১৯৬৯) | ১৬ |
| নিমাতী | ৮?·০১ | ৩১ (১৯৭৭) | ২০ |
| গুৱাহাটী | ৪৯·৬৯ | ৭৪ (১৯৫৪) | ৩৯ |
| ধুবুৰী | ২৮·৬৮ | ৭৪ (১৯৫৪) | ৫৩ |

জুন মাহৰ মাজ ভাগৰপৰা ছেপ্টেম্বৰ মাহৰ মাজ ভাগলৈকে সাধাৰণতে ব্ৰহ্মপুত্ৰত বানপানী আহে। কোনো কোনো সময়ত, যেনে ১৯৮৮ চনত মে' মাহতে নদীখনত ডাঙৰ বানপানী আহিছিল আৰু ১৯৮৭ চনত অক্টোবৰ মাহত অহা শেহতীয়া বানে বহুত ঠাই প্লাবিত কৰিছিল। প্ৰকৃতাৰ্থত ব্ৰহ্মপুত্ৰত বানপানী নোহোৱাকৈ কোনো এটা বছৰেই পাৰ হোৱা নাই। ১৯৫৪ চনৰপৰা ১৯৯২ চনৰ ভিতৰত মাত্ৰ ৩ টা বছৰ— ১৯৬১, ১৯৭৫ আৰু ১৯৯২ চনতহে বানপানীৰ পৰা হোৱা ক্ষয়-ক্ষতিৰ পৰিমাণ এককোটি টকাৰ কম আছিল।

ব্ৰহ্মপুত্ৰৰ বানপানীৰ মুখ্য কাৰণবোৰ হ'ল—

১। প্ৰায় তিনিওফালৰপৰা পৰ্বতেৰে আগুৰা ঠেক উপত্যকা।
২। অতি কম সময়ৰ ভিতৰতে অহা অত্যধিক পৰিমাণৰ বৰষুণ।
৩। হিমালয় পৰ্বতৰ নবীন শিলৰাশি— যিবোৰে সঘনে ঘটা ভূঁই-কঁপত থকা-সৰকা হৈ ভূমিস্খলন কৰি গেদৰ সৃষ্টি কৰে আৰু নদীৰ বেদিকা পোত খুৱাই পানীৰ প্ৰৱাহত বাধা দিয়ে।
৪। ব্ৰহ্মপুত্ৰৰ বেদিকাৰ নতিৰ ন্যূনতা।
৫। প্ৰবল জনসংখ্যা বিস্ফোৰণৰ বাবে বাসনোপযোগী দ মাটিতো ক্ৰমান্বয়ে বসবাস কৰিবলৈ লোৱাৰ ফলত।

**গেদ পৰিবহণ ঃ** ব্ৰহ্মপুত্ৰ নৈয়ে বিস্তৰ পৰিমাণৰ গেদ পৰিবহণ কৰে। ব্ৰহ্মপুত্ৰৰ অৱবাহিকাৰ প্ৰতি বৰ্গকিল'মিটাৰ ঠাইৰপৰা যিমান গেদ নিৰ্গত হয় তাক চালে এই বিষয়ত নৈখন পৃথিৱীৰ ভিতৰত দ্বিতীয় স্থান পায়। প্ৰথম স্থান পোৱা নৈখন হ'ল চীনদেশৰ হোৱাংহো নৈ। ১৯৫৫ চনৰপৰা ১৯৭৯ চনলৈকে পাণ্ডুত লোৱা জোখমতে নৈখনে বাৰ্ষিক গড়ে ১৫,২০০ হেক্টৰ-মিটাৰ বা ৪০২ নিযুত মেট্ৰিকটন গেদ কঢ়িয়ায়। এই গেদখিনি মাত্ৰ পানীত উটি-ভাহি ফুৰা গেদ হে। ইয়াৰ উপৰিও বহু পৰিমাণৰ গেদ নদীৰ সোঁতত বুকুৰেদি চুঁচৰি-



বাগৰিও যায়। পিছে সেইবিধ গেদৰ পৰিমাণ নিৰ্ণয় কৰাটো প্ৰায় দুৰূহ কাম, ব্ৰহ্মপুত্ৰৰ ক্ষেত্ৰত এই বিষয়ত তেনেকৈ বিশেষ অধ্যয়ন হোৱা নাই।

ব্ৰহ্মপুত্ৰই কঢ়িয়াই নিয়া উটি-ভাহি ফুৰা গেদৰ বাৰ্ষিক মুঠ পৰিমাণৰ শতকৰা ৯৫ ভাগ মে'ৰপৰা অক্টোবৰৰ ভিতৰৰ বৰ্ষাকালৰ সময়খিনিতে পৰিবাহিত হৈ যায়। পাণ্ডুত লোৱা জোখমতে বৰ্ষা কালত নদীখনে কঢ়িওৱা গেদৰ পৰিমাণ দৈনিক গড়ে ২·১২ নিযুত মেট্ৰিকটন। এই গেদখিনিক যদি ট্ৰাকে প্ৰতি ১৫ মেট্ৰিক টনকৈ ধৰা ডাঙৰ ট্ৰাকেৰে কঢ়িওৱা হয় তেন্তে এই কামৰ বাবে এদিনত ১৪১৩৩৩ খন ট্ৰাকৰ আৱশ্যক হ'ব আৰু এই ট্ৰাকবোৰৰ শাৰীটোৰ দৈৰ্ঘ্য হ'ব ৮০০ কিল'মিটাৰ অৰ্থাৎ অসম উপত্যকাতকৈও বেছি দীঘল।

ব্ৰহ্মপুত্ৰৰ বিভিন্ন ঠাইত প্ৰতি বৰ্গকিল'মিটাৰ হিচাপত কিমান গেদ থাকে তাক পৰিমাপ কৰি দেখা গৈছে যে তিব্বতৰ চেলা জঙত এই পৰিমাণ মাত্ৰ ১৫০ টন। হিমালয় পৰ্বত অতিক্ৰম কৰি পাছিঘাট পাওঁতে উক্ত পৰিমাণ হয় ১৪৯৫ টন। গতিকে এই পাৰ্বত্য পথছোৱাৰ কোমল শিল আৰু ভূমিস্খলনত পতিত হোৱা মাটিয়েই অত্যধিক গেদৰ সৃষ্টি কৰে। যোৰহাটৰ ওচৰৰ বেচামৰাত গেদৰ পৰিমাণ হয়গৈ ১৫১৩ টন। বেচামৰাত গেদৰ বৃদ্ধিৰ কাৰণ হয়তো দিবাং আৰু লোহিত নৈয়ে কঢ়িয়াই অনা গেদৰ অৱিহণা। বেচামৰাৰপৰা ভটিয়নীত উক্ত পৰিমাণ কমি পাণ্ডুত ১৩১৩ টন হয়। এইদৰে গেদ উৎপাদন হ্ৰাস পোৱাৰ কাৰণ হ'ল নদীৰ ঢালৰ অৱনতি আৰু গেদৰ উৎসৰপৰা বৰ্ধিত দূৰত্ব। এই প্ৰমাণ অধিক দহ-দহীয়া হয় যদি আমি বাংলাদেশৰ বাহাদুৰাবাদৰ তথ্য তুলনা কৰোঁ; কাৰণ বাহাদুৰাবাদত উক্ত পৰিমাণ হয়গৈ ১০৫০ টন।

ব্ৰহ্মপুত্ৰৰ পানীয়ে কঢ়িওৱা গেদৰ একাংশ ইয়াৰ দুয়োপাৰৰ বিভিন্ন উপনৈৰপৰা আহে। দেখা গৈছে যে উত্তৰ পাৰৰ উপনৈবোৰে দক্ষিণ পাৰৰ বোৰতকৈ বহুত বেছিগুণে গেদ কঢ়িয়াই আনে। উত্তৰপাৰৰ হিমালয়ত উৎপত্তি হোৱা নৈবোৰে কোমল শিল আৰু মাটিৰ মাজেদি থিয় ঢালেৰে আপেক্ষিকভাৱে কম দূৰত্ব বৈ আহি ব্ৰহ্মপুত্ৰত পৰিছেহি বাবে ইহঁতৰ পানীত অধিক পৰিমাণে গেদ মিহলি হৈ থাকে। উদাহৰণ স্বৰূপে সোৱনশিৰি আৰু জীয়া ভৰলী নৈৰ ক্ষেত্ৰত গেদৰ উৎপাদনৰ পৰিমাণ প্ৰতি বৰ্গকিল'মিটাৰত যথাক্ৰমে ২৫০০ টন আৰু ৪৭০০ টন। আনহাতে দক্ষিণ পাৰৰ নৈবোৰ

কঠিন গেদীয় বা ৰূপান্তৰিত শিলেৰে গঠিত পাহাৰত উৎপত্তি হৈ ভৈয়ামৰ মাজেদি ভালেমান দূৰ আহি ব্ৰহ্মপুত্ৰত পৰিছেহি বাবে ইহঁতে কঢ়িওৱা গেদৰ পৰিমাণ আনবোৰতকৈ কম। উদাহৰণ স্বৰূপে বুঢ়ীদিহিং, দিচাং, দিখৌ, জাঁজী, ধনশিৰি আৰু কপিলী আদি প্ৰধান নৈকেইখনৰ ক্ষেত্ৰত উক্ত গেদ উৎপাদনৰ পৰিমাণ প্ৰতি বৰ্গকিল'মিটাৰত যথাক্ৰমে ৭০০, ৯৬৪, ১০২০, ৪৮২, ৮৩২ আৰু ২৫৪ টন।

যেই কি নহওক অসম উপত্যকাখন ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈ-সমূহে কঢ়িয়াই অনা গেদৰপৰাই সৃষ্টি হৈছে। বিগত দুই নিযুত বছৰত ব্ৰহ্মপুত্ৰই ২০০-৩০০ মিটাৰ গেদ এই উপত্যকাত জমা কৰিছে। এই গেদৰ অধিকাংশ আহিছে হিমালয়ৰপৰা। নানা জনৰ মতে ১৯৫০ চনৰ বৰ ভূঁইকঁপৰ পাছত ব্ৰহ্মপুত্ৰৰ বুকুত গেদ পৰি বাম হয়। অসমথিত তথ্য অনুসৰি ডিব্ৰুগড়ত নৈখন ১০ মিটাৰ পৰ্যন্ত বাম হৈ পৰিল। উক্ত ভূঁইকঁপৰ আগৰ সময়ৰপৰা পাছলৈকে ব্ৰহ্মপুত্ৰৰ বাৰ্ষিক উচ্চ আৰু নিম্ন জলপৃষ্ঠৰ পৰিসৰ বিভিন্ন ঠাইত এনেদৰে পোৱা গৈছিল।[৭]

| স্থান | ভূঁইকঁপৰ পূৰ্বে | ১৯৫০ | ১৯৫১ | ১৯৫২ | ১৯৫৩ |
|---|---|---|---|---|---|
| ডিব্ৰুগড় | ৫·৭১ মিটাৰ | ৪·৮৭ মি: | ২·৮০ মি: | ৩·৬৮ মি: | ২·৯৫ মি: |
| তেজপুৰ | ৮·০৩ ,, | ৭·৩৬ ,, | ৮·১০ ,, | ৭·১৩ ,, | ৭·৪৪ ,, |
| গুৱাহাটী | ১০·১৪ ,, | ৬·১৯ ,, | ৯·৬৬ ,, | ৯·১৭ ,, | ৮·৬৮ ,, |
| ধুবুৰী | ৬·৮৭ ,, | | ৫·৪২ ,, | ৫·৩৬ ,, | ৫·২১ ,, |

উপৰোক্ত তথ্যৰপৰা জানিব পাৰি যে ১৯৫০ চনৰ পাছৰপৰা ডিব্ৰুগড়ত নৈখনৰ তলিত গেদ পৰি যথেষ্ট পৰিমাণে ওপৰলৈ উঠি আহে। নামনিলৈকো নদীখন সামান্যভাৱে বাম হয় যদিও সেই পৰিমাণ ডিব্ৰুগড়তকৈ যথেষ্ট কম। নদীখন বাম হৈ পৰাৰ বাবে পূৰ্বৰ সমান পানী কঢ়িয়াবৰ নিমিত্তে আগতকৈ বহল হ'বলগা হ'ল। ডিব্ৰুগড়ৰ বয়োবৃদ্ধ নাগৰিকৰ মতে ব্ৰহ্মপুত্ৰৰ এপাৰে মানুহে উকি মাৰিলে আনপাৰৰ মানুহে শুনা পাইছিল। এতিয়া এই ঠাইত নৈখন ১০·৫ কিল'মিটাৰ বহল হ'ল। অৱশ্যে ১৯৫১ চনৰপৰা ১৯৭১ চনলৈকে কৰা জৰীপমতে ইয়াত নদীৰ তলিখন ১·২৫ মিটাৰ পোত খায়; কিন্তু ১৯৭১ চনৰপৰা ১৯৭৭ চনৰ ভিতৰত তলিখন আগতকৈ ০·২১ মিটাৰ খান্দ খায়। এই ধৰণৰ সম্পৰ্ক ব্ৰহ্মপুত্ৰৰ নামনিৰ ফালেও দৃষ্টিগোচৰ হৈছে।[৬] (গোস্বামী ১৯৮৫)



আগৰ দিনত ব্ৰহ্মপুত্ৰই আছিল বেহা-বেপাৰৰ প্ৰধান পথ। দ্বিতীয় মহাযুদ্ধৰ আগতে ১০০ মিটাৰ দীঘল আৰু ১০০০ টন ক্ষমতাৰ ডাঙৰ জাহাজ শদিয়ালৈকে চলিছিল। মহাযুদ্ধৰ পাছৰ সময়ৰপৰা নদীৰ সুঁতিৰ অৱস্থা বেয়া হোৱাত ৯৫ কিল'মিটাৰ পশ্চিমৰ ডিব্ৰুগড়ৃতে জাহাজৰ চলাচল সীমিত কৰা হ'ল। ১৯৫০ চনৰ ভূঁইকঁপৰ পাছত ডিব্ৰুগড় নগৰৰ সিংহভাগ নদীৰ গৰ্ভত জাহ যোৱাত আৰু নদীৰ বুকুও বাম হৈ পৰাত ডাঙৰ জাহাজবোৰ ৮০ কিল'মিটাৰ নামনিৰ দিচাংমুখলৈকেহে আহিব পাৰিছিল। পৰবৰ্তী কালত দিচাংমুখৰ নামনিত চৰ-চাপৰি বেছি হ'লত নিমাতীঘাটেই উজনি অসমৰ প্ৰধান জাহাজঘাট হ'ল।

## গৰাখহনীয়া আৰু সুঁতি পৰিবৰ্তন

বানপানীৰ উপৰিও গৰাখহনীয়া হ'ল ব্ৰহ্মপুত্ৰৰ আন এটা জলন্ত সমস্যা। উত্তৰপাৰৰ ২০০-ৰপৰা ২৫০ কিল'মিটাৰ আৰু দক্ষিণপাৰৰ ৩০০-ৰপৰা ৩৫০ কিল'মিটাৰ ঠাইত অনবৰত গৰাখহনীয়া হৈ থাকে আৰু ইয়াৰ প্ৰায় আধাভাগ অত্যধিক পৰিমাণে খহনীয়াগ্ৰস্ত। সাধাৰণতে ১৯৫০ চনৰ বৰভূঁইকঁপকে ব্ৰহ্মপুত্ৰত খহনীয়া বৃদ্ধিৰ বাবে দোষ দিয়া দেখা যায়।

অসমৰ ব্ৰহ্মপুত্ৰৰ দৰে পলসুৱা মাটিৰ মাজেদি বোৱা গুম্ফিত নৈ এখনত গৰাখহনীয়া হোৱাটো সাধাৰণ কথা। মেজৰ বাটলাৰে ১৮৪১ চনৰ জুন মাহত উজনি অসমত দিনে ৩০ ৰপৰা ৪০ খোজৰ সমান পাৰ ব্ৰহ্মপুত্ৰৰ বুকুত জাহ যোৱাৰ কথা বৰ্ণনা কৰিছে[১১]। গতিকে বৰভূঁইকঁপৰ আগৰেপৰা ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়া সদায় ঘটি আহিছে। জন এমকোছৰ[৮] (১৮৩৭) মতে শদিয়াখন কুণ্ডিল নৈৰ সোঁপাৰে, কুণ্ডিল আৰু লোহিতৰ সঙ্গমৰপৰা ৬ মাইল (৯·৬ কিমি) উজনিত আছিল। ১৯৫০ চনৰ ভূঁইকঁপত শদিয়া নগৰ সম্পূৰ্ণ ধ্বংস হোৱাটো সকলোৰে জনা কথা।

সেই ঘটনাৰ চাক্ষুস বিবৰণ এনে — "সেই বছৰ কাতিমাহৰ দুৰ্গাপূজাৰ বিসৰ্জনৰ পিছদিনা দিবাংনৈ ফেনে-ফোটোকাৰে বাঢ়ি আহিল। ২০ অক্টোবৰৰ দিনা ৩৪ মাইল দীঘল সদিয়া-নিজামঘাট বাটটো পানীত ডুব গ'ল ···। দিবাংনৈৰ পানী সদিয়াৰ ওপৰেদি বাগৰি লোহিতত পৰাৰ লগে লগে সদিয়া চহৰৰ প্ৰকৃত বিপদ ঘটিল।··· আজি এহাত কালিলৈ এহাত এইদৰে চহৰৰ কাষত লোহিতৰ পাৰ

খহিবলৈ ধৰিলে। ·· এই ধ্বংসাত্মক লীলা সম্পন্ন কৰিবলৈ প্ৰকৃতিক প্ৰায় দুবছৰ সময় লাগিল। তাৰপাছত সদিয়া পৃথিৱীৰ বুকুৰপৰা নিচিহ্ন হৈগ'ল। অকল বুৰঞ্জীতহে সদিয়াৰ নাম ৰ'ল''।[৯]

অসম চৰকাৰৰ এটা প্ৰশাসনীয় টোকা মতে ১৮৯২-৯৩ চনত ডিব্ৰুগড় নগৰখন ব্ৰহ্মপুত্ৰৰ খৰালি সুঁতিৰপৰা প্ৰায় ৮ কিল'মিটাৰ দূৰত আছিল। সেইসময়ত ডিবৃক নৈখন ডিব্ৰুগড়ৰ কাষেদি বৈ গৈ ব্ৰহ্মপুত্ৰত পৰিছিল— তাৰ নামেৰেই ডিব্ৰুগড়ৰ পশ্চিমে মোহনাঘাট হ'ল। কালক্ৰমত ১৯৫০ চনৰ ভুঁইকঁপত ডিব্ৰুগড়ৰ আধা আধি ঠাই গৰাখহনীয়াৰ ফলত জাহ গ'ল। ১৯৫৪ চনত ডিব্ৰুগড় নগৰ আৰু পলাশ-বাৰীৰ এক বুজন অংশ নিচিহ্ন হৈ যোৱাৰ উপক্ৰম হৈছিল। ডিব্ৰুগড়ত তেতিয়া ভূতপূৰ্ব প্ৰধানমন্ত্ৰী নেহৰুৰ কৃপাদৃষ্টি পৰাৰ বাবে শিলৰ বৃৰুজ দিয়া কাম হাতত লোৱাৰ ফলত নগৰৰ ওচৰত খহনীয়া নিয়ন্ত্ৰণ কৰা হৈছে যদিও ইয়াৰ উজনিলৈ খহনীয়াৰ মাত্ৰা বৃদ্ধি পাইছে।

আকাশমাৰ্গ তথা উপগ্ৰহৰপৰা তোলা ছবিৰপৰা প্ৰমাণ পোৱা গৈছে যে ব্ৰহ্মপুত্ৰ নৈখন অতীতত বিভিন্ন ঠাইত বৰ্তমানৰ সুঁতিৰপৰা উত্তৰ আৰু দক্ষিণফালে অৱস্থিত সুঁতিয়েদি বৈছিল। অতীজত শদিয়া, ডিব্ৰুগড়, কাজিৰঙা, লাহৰিঘাট আদি ঠাইত এইনদী বৰ্তমানৰ স্থানতকৈ ১৬ কিল'মিটাৰ দক্ষিণেদি আৰু লক্ষীমপুৰ, দৰং, কামৰূপ আৰু গোৱালপাৰা জিলাত ১৬ কিল'মিটাৰ উত্তৰেদি বৈ যোৱাৰ নিদৰ্শন দেখা যায়।

ব্ৰহ্মপুত্ৰই এসময়ত লক্ষীমপুৰ জিলাৰ বুঢ়ীসুঁতি, মৰিচলৰ নিম্ন অংশ, জীয়াঢল আৰু সোৱনশিৰিয়েদি অৰ্থাৎ বৰ্তমানতকৈ ১০-১৫ কিল'মিটাৰ উত্তৰে প্ৰবাহিত হৈছিল বুলি দহদহীয়া প্ৰমাণ পোৱা যায়। আনকি সপ্তদশ শতিকালৈকে লুইতখন (ব্ৰহ্মপুত্ৰ) চাৰিকড়িয়া নৈয়েদি খেৰকটীয়া সুঁতিহৈ সোৱনশিৰিৰ লগলাগি মাজুলীৰ উত্তৰেদি বৈ গৈছিল। মাজুলীৰ দক্ষিণৰ নৈ বিলাকৰ অতীজৰ অৱস্থান সম্পৰ্কে স্পষ্ট ছবি এতিয়াও ধাৰণা কৰিব পৰা হোৱা নাই।

অসম বুৰঞ্জীৰ তথ্যমতে জয়ধ্বজ সিংহৰ (১৬৪৮-৬৩) দিনত হোৱা মিৰজুমলাৰ আক্ৰমণৰ সময়ত মাজুলীৰ নাম 'মাজালি'হে আছিল। মাজালি মানে দুইনদীৰ মাজৰ বিস্তৃত সমতল ঠাই। মাজুলী সাধাৰণ চৰ-চাপৰিৰ দৰে নহয়। মাজুলী ঠাইখন এসময়ত ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ লগত সংলগ্ন হৈ আছিল; ইয়াৰ মাটিৰ গঠনো দক্ষিনপাৰৰ মাটিৰ লগত মিলে। মাজুলীৰ উৎপত্তিৰ আগতে



ব্ৰহ্মপুত্ৰখন মাজুলীৰ উত্তৰেদি লুইত সুঁতি নামেৰে বৈছিল। তেতিয়া মাজুলীৰ (মাজালি) দক্ষিণৰ মুখ্যনৈ আছিল দিহিং। ৰেডে উল্লেখ কৰা মতে স্বৰ্গদেউ চুকাফাই (১২২৯ চন ?) টিপামৰ পৰা চৰাইদেউলৈ আহোঁতে প্ৰথমে টিপামৰপৰা হাবুঙলৈ দিহিঙেদি উটীয়াই গৈ লুইত পাইছিল। পাছত দিহিঙেদি আকৌ উজাই আহি দিখৌৰেদি উজাই চাৰিং, শিমলুগুৰি আৰু চন্টক পাই শেষত চৰাইদেউত ৰাজধানী পাতে। লুইতৰপৰা দিহিঙেদি উজাই দিখৌত সোমোৱা মানে সেইসময়ত দিহিংখন লুইতৰ উপনৈ আৰু দিখৌখন দিহিঙৰ উপনৈ আছিল। তেতিয়া দিহিংখন লুইতৰ প্ৰায় সমান্তৰালকৈ বৈ গৈ মাজুলীৰ পশ্চিমত লুইতত পৰিছিল গৈ। তেতিয়া বৰ্তমানৰ নেঘেৰিটিং নামৰ ঠাইখন দিহিংনৈৰ দক্ষিণপাৰে আছিল। এইঠাইতে দিহিঙৰ পাৰতে অষ্টম কি নৱম শতিকাৰ এটা শিলৰ শিৱমন্দিৰ আছিল[৯] (পবিত্ৰ অসম)।

কালক্ৰমত ১৭৫০ চনৰ (কোনো কোনোৰ মতে অন্য এটা চন) কাতি মাহত অহা এক প্ৰবল বানপানীত লুইত ব্ৰহ্মপুত্ৰই দক্ষিণৰ ফাললৈ ঢাল লৈ বৰ্তমানৰ দিহিংমুখৰ ওচৰত দিহিঙৰ লগ লাগিল। "দিহিং ভাগি লুইতত পৰিল বা লুইত দক্ষিণ বাহিনী হ'ল" বোলা ঘটনাটো কোন চনত ঘটিল সেই বিষয়ে মতানৈক্য আছে যদিও লোকগীতত সেইঘটনা এইবুলি জীয়াই থাকিল—

''লুইতে এৰিলে লুইতৰে সুঁতি
দিহিঙে এৰিলে কুল''

ডিব্ৰুগড়ৰ দক্ষিণ-পশ্চিমৰ দিহিংমুখত দিহিং আৰু লুইত লগ লগাত দিহিং আৰু লুইতৰ মাজৰ ঠাইখিনি পাৰৰ স্থলভাগৰপৰা বিচ্ছিন্ন হৈ মাজুলীৰ সৃষ্টি হ'ল। এই বানপানীৰ কথা লেফটেনেণ্ট নিউভিলৰ টোকাতো পোৱা যায়। ইয়াৰ মতে ১৭৫০ চনত হোৱা এক ডাঙৰ বানপানীত দিবাং নৈৰ পাৰৰ সকলো ঠাই উটি গৈছিল। এই বানপানী ১৫ দিন ধৰি আছিল। আগৰ সকলোঠাইৰ চিন চাপ হেৰাল। ইয়াৰ আদি জনগোষ্ঠীৰ লোকসকলে সেই ভয়াবহ বানপানীৰ কথা বৰ্তমানেও স্মৰণ কৰে।[১০]

অতীজত ধনশিৰি নৈখন কাৰ্বি পাহাৰৰ নামনিয়েদি গৈ নগাঁৱৰ সমতল অঞ্চলত প্ৰথমে দক্ষিণ-পশ্চিমমুৱা আৰু পাছত পশ্চিম-মুৱাহৈ কাজলীমুখত লুইতত পৰিছিল। ব্ৰহ্মপুত্ৰই কাজিৰঙা অঞ্চলত দক্ষিণফালে গতিকৰাৰ বাবে ধনশিৰিখনক সেইখিনিতে গ্ৰাস কৰিলে। সেইবাবে ধনশিৰিনৈৰ নামনি অংশ এতিয়া কলং

সুঁতি নামেৰে বতি ৰ'ল। আনন্দ চন্দ্ৰ আগৰৱালাৰ মতে অৱশ্যে কলংখন দিখৌ নৈৰহে নামনি ভাগ।[২]

যোগিনী তন্ত্ৰত উল্লেখিত কন্যাশ্ৰম তেজপুৰৰ ভোমোৰাগুৰি পৰ্বতৰপৰা শিলঘাটৰ দুই-মুনি শিলা পৰ্যন্ত ব্যাপি আছিল। তাতে কন্যাকা নামৰ গাঁও আছিল। সেইসময়ত ব্ৰহ্মপুত্ৰখন কন্যাকা গাঁৱৰ দক্ষিণ-পূবেদি বৈ আহিছিল। নগাঁও জিলাৰ সোনাই নৈয়েদিয়েই অতি পূৰ্বে স্বৰ্ণদী (সোৱনশিৰি) আৰু ব্ৰহ্মপুত্ৰৰ মিলিত সোঁত বৈছিল।

ইফালে তেজপুৰৰপৰা বিশ্বনাথলৈকে এই অঞ্চলত ব্ৰহ্মপুত্ৰখন বৰ্তমানতকৈ কিছু উত্তৰত আছিল বুলি ধৰিব পাৰি। কাৰণ এই ঠাইডোখৰত প্ৰাচীন পলস মাটি (old alluvium) আৰু তটবন্ধ (levee) পাবলৈ নাই। তদুপৰি প্ৰাচীন নদীৰ অৱশিষ্টৰূপে ইয়াত ভালেমান বিল আৰু জলাহ ঠাই দেখিবলৈ পোৱা যায়।

কালিকাপুৰাণৰ মতে নীলাচল পৰ্বতৰ (কুব্জিক পীঠ) ঢাল উৰ্বশী কুণ্ডলৈকে ক্ৰমান্বয়ে হ্ৰাস পাইছিল আৰু ই ভস্মকুণ্ড (উমানন্দ) লৈকে লগ লাগি আছিল। গতিকে সুপ্ৰাচীন কালত প্ৰাগজ্যোতিষপুৰৰ ভূভাগ উমানন্দলৈকে একাকাৰ হৈ আছিল বুলি ভাবিব পাৰি।

কামৰূপৰ বুৰঞ্জীৰ ১১০ পৃষ্ঠাত প্ৰাচীন ব্ৰহ্মপুত্ৰৰ সুঁতিটোৰ বিষয়ে এক বিতং তথ্য এনেদৰে পোৱা যায়— "পূৰ্বে পাণ্ডুৰ ভাটী ৰাক্ষসী পৰ্বতৰ উত্তৰ খনিৰপৰা উত্তৰমুখে হাজোৰ কাষেৰে ব্ৰহ্মপুত্ৰ গৈ বেশ্যাঘাট বৰলীয়ামুখৰ সেইপিনে আছিল। যেতিয়া নৰনাৰায়ণে কামৰূপলৈ আহিছিল (১৫৬২-৬৩) তেতিয়া লুইতৰ বৰ ভাঁজ থকা দেখি শোৱালকুছিৰপৰা সেইপিনে অৰ্থাৎ ৰাক্ষসী পৰ্বতৰপৰা বৰলীয়া মুখলৈ এইডোখৰ খন্দাই দিয়াইছিল। তথাপি লুইত সেইপিনে প্ৰবল নহ'ল। হাজোৰ সেইপিনে থাকিল। কিন্তু খন্দা সেইপিনে বাৰিষা হ'লে পানী বয়। খৰালি প্ৰায় শুকায়। সেইমতে আছিল। পিছে যেতিয়া আহোম ৰজাৰ মানুহে তুৰ্বকক ৰণত ভঙায় তেতিয়া তুৰ্বক লুইতেৰে ভটিয়াই গ'ল। ৰজাৰ লোকে পোনাই যাবলৈ আগৰ খন্দা সেইডোখৰ ৰাক্ষসী পৰ্বতৰপৰা বৰলীয়া মুখলৈ খৰ্গাদি অস্ত্ৰৰ দ্বাৰাই খান্দি পানী বোৱাই নাও উলিয়াই বৰলীয়া মুখতে বঙালক আগভেটি ধৰি-মাৰি-কাটি খেদি নিলে। সেই দিনাৰপৰা সেইটি সোঁতা প্ৰবল হৈ সেইপিনে ব্ৰহ্মপুত্ৰ হ'ল। হাজোৰেদি যিটি আছিল সিটি ক্ৰমে ক্ৰমে পুতি গাঁও কৰিলে। কিন্তু এটি নদীৰ সেজা আজিলৈকে আছে। তাকে হাজো সোঁতা বোলে। নতুন খনিক আজিলৈকে



খৰ্গৰ সোঁতা বুলিও কয়।"[২] গতিকে তুৰ্বকৰ লগত হোৱা যুদ্ধ অৰ্থাৎ ১৫৩২-৩৩ চনৰ পৰাহে ব্ৰহ্মপুত্ৰৰ একাংশ শুৱালকুছিৰ দক্ষিণেদি বৰ'লৈ ল'লে। এই ঘটনাৰ সপক্ষে থকা আন প্ৰমাণবোৰ এনেকুৱা—

শৰাইঘাটৰ ৰণৰ সময়ত (১৬৭০ চন) অম্বৰাধিপতি ৰামসিংহই শৰাইঘাট সমৰক্ষেত্ৰলৈ উজাই আহোতে হাজোত নাৱৰপৰা নামি মাধৱ মন্দিৰ দৰ্শন কৰাৰ কথা বুৰঞ্জীত পোৱা যায়। মহাপুৰুষ মাধৱদেৱে হাজোলৈ আহোঁতে ৰামদিয়াত লুইতৰ পাৰত বাহৰ বান্ধিছিল। মোগল সম্ৰাট ঔৰংজেৱে উমানন্দত মাটি দান কৰাৰ কথা ইতিহাসত পোৱা যায়। বাঘেশ্বৰী পাহাৰৰপৰা পশ্চিমৰ হাতীমুৰা পাহাৰলৈকে ব্ৰহ্মপুত্ৰৰ এইছোৱা পানী কামাখ্যাৰ ব্ৰাহ্মণসকলক দান কৰা হৈছিল। দানপত্ৰত পানীৰ চাৰিসীমা ধৰোঁতে শুৱালকুছিৰ উত্তৰেদি ব্ৰহ্মপুত্ৰ বৈ যোৱা বুলি তাত স্পষ্টকৈ লিখা আছে।

তদুপৰি স্বৰ্গীয় ভাৰতচন্দ্ৰ দাসে অসমীয়া সাহিত্যত মনসা সাহিত্যৰ আঁতি-গুৰি বিচাৰিবলৈ গৈ শুৱালকুছিৰ বাসতৰীয়া ব্ৰাহ্মণসকলৰ কথা উল্লেখ কৰিছে। এই ব্ৰাহ্মণসকলক ৰজা ধৰ্মপালে কামাখ্যাৰ সেৱা-পূজা চলাবলৈ গৌৰৰপৰা আনিছিল। শুৱালকুছিৰ আৰু নীলাচলৰ মাজত তেতিয়াৰ কালত এতিয়াৰ দৰে ব্ৰহ্মপুত্ৰ নৈ বৈ থকা নাছিল। সেইবাবেই ব্ৰাহ্মণসকলে নীলাচলৰপৰা কেইমাইলমান আঁতৰত শুৱালকুছি গাঁৱত গৈ বসবাস কৰি পাল পাতি কামাখ্যাৰ সেৱা-পূজা চলাইছিল। এই সময় হ'ল একাদশ শতিকাৰ শেষ আৰু দ্বাদশ শতিকাৰ আদিকালৰ কথা।[১১] (শ্ৰীমান চক্ৰবৰ্তী)

কোনো কোনোৰ মতে হয়তো ব্ৰহ্মপুত্ৰৰ এটা সুঁতি হাজোৰ উত্তৰেদি বৈ বৰ্তমানৰ পুঠিমাৰী হৈ বহুৱা বিল, গবৈমাৰী বিল আদি সৰ্থেবাৰী বৰপেটাৰ মাজৰ জলাহ অঞ্চলৰ মাজেদি গৈ মানাহ নৈত লাগিছিলগৈ। বৰ্তমানৰ বৰপেটা আৰু সুন্দৰীদিয়া সত্ৰ এসময়ত ব্ৰহ্মপুত্ৰৰ সেই সুঁতিটোৰ দক্ষিণ পাৰত আছিল। তেতিয়া সেই সুঁতিয়েদি মাজুলীৰপৰা বৰপেটালৈ নাও চলিছিল।

বাংলাদেশত ব্ৰহ্মপুত্ৰ নৈখনৰ ব্যাপক পৰিবৰ্তন পৰিলক্ষিত হৈছে। স্বৰ্গদেৱ স্বৰ্গনাৰায়ণৰ (১৫৩৩ চন) দিনত অসমীয়া সৈন্যাই মোগলক খেদি কৰতোয়া গংগাত খান্দা পথালিছিলগৈ। প্ৰাচীন কামৰূপৰ পশ্চিম সীমা আছিল এই কৰতোয়া নদী। সেই বাবে আজিও এই

নৈখন আমাৰ আপোন যেন ভাব হয়। কৰতোয়া নৈখন এতিয়া বাংলাদেশৰ যমুনাত পৰিছে, ইয়াৰ পুৰ্বে ই গংগাৰ উপনৈ আছিল। পূৰ্বতে এইখন হেনো গংগাতকৈও বহল আছিল। গেইটব টোকামতে কৰতোয়া এখন প্ৰথম শ্ৰেণীৰ নৈ আছিল। এতিয়াৰ তিস্তা, কুশী আৰু মহানন্দা এই তিনিখন নৈ পূৰ্বে কৰতোয়াৰ লগত মিলি এক সুঁতি হৈ বৈছিল। পিছত কৰতোয়া ফাটি আহি বেলেগ হৈছে। হৰ-গৌৰীৰ বিয়াত হৰৰ কৰতল অৰ্থাৎ হাতৰ তলুৱাৰপৰা সম্প্ৰদানৰ পানী পৰি বৈ গৈ এই নৈৰ উৎপত্তি হোৱাৰ বাবে নাম কৰতোয়া হৈছে। বাৰিষা কালত সকলো নদী ৰজস্বলা হয়। কিন্তু কৰতোয়া নহয়। সেইবাবে ইয়াৰ আনটো নাম সদানীৰা। এসময়ত কুশী আৰু মহানন্দা একেলগ হৈ যেতিয়া কৰতোয়া বৈছিল তেতিয়া কৰতোয়াৰ পশ্চিমে মিথিলা ৰাজ্য আৰু পূবে কামৰূপ ৰাজ্য অৱস্থিত আছিল। শতপথ ব্ৰাহ্মণ পুথিত ইয়াৰ উল্লেখ আছে। সেই সময়ত ই মিথিলাৰ পূব সীমাইদি গৈ লোহিত সাগৰত পৰিছিল।' (আৱাহন, ৫ম বছৰ)

এসময়ত কৰতোয়াখনৰ দৰে তিস্তা নৈখনো যমুনাৰ সলনি গংগাতহে পৰিছিল। ১৭৭৯ চনৰ ৰেনেলৰ মেপত তিস্তাৰ নামনি অংশত ব্ৰহ্মপুত্ৰৰ পশ্চিমেদি কেইবাঠাইতো এটা ঠেক সুঁতিক তিস্তা নলা (teesta creek) বুলি দেখুওৱা হৈছে। সেই নলাটোৱেই নিশ্চয় এসময়ৰ তিস্তা নৈ।

ৰেনেলৰ মেপ মতে ব্ৰহ্মপুত্ৰ নৈখন ধুবুৰীৰ নামনিত দক্ষিণলৈ গতি কৰি গাৰোপাহাৰৰ দাঁতিয়েদি ঘূৰি দক্ষিণ পূবমুৱা হৈ জামালপুৰ, নচিৰাবাদ, মৈমনসিং হৈ ভৈৰৱ বজাৰৰ ওচৰত মেঘনা নৈৰ লগত মিলিছিলগৈ। সেই সময়ত জেন্নি নামৰ এখন নৈ বা সুঁতি গাৰো-পাহাৰৰ দক্ষিণত ব্ৰহ্মপুত্ৰইই পূবলৈ গতি কৰা মেছটোতে ওলাই পোনে পোনে দক্ষিণলৈ গৈ ধলেশ্বৰী নামৰ সুঁতিত পৰিছিলগৈ। লা টাছেৰ মতে ১৭৮৭ চনত এটা বৰ ডাঙৰ বানপানীৰ ফলত ব্ৰহ্ম-পুত্ৰৰ যথেষ্ট পানী পুৰণা বাট এৰি জেন্নি নৈয়েদি পোনে পোনে দক্ষিণলৈ বৈ যাবলৈ আৰম্ভ কৰিলে। ক্ৰমাত জেন্নি নৈয়েদি বোৱা ব্ৰহ্মপুত্ৰৰ পানীৰ পৰিমাণ বৃদ্ধি পাই প্ৰায় ৩০ বছৰৰ মূৰত এইখনেই ব্ৰহ্মপুত্ৰৰ নতুন সুঁতি হ'লগৈ ইয়াকে বৰ্তমাত যমুনা নৈ নামেৰে জনা যায়। তদুপৰি পূৰ্বতে উল্লেখ কৰি অহা ধলেশ্বৰী সুঁতিটো ১৮৬৭ চনৰ এখন মেপত এটা নিচেই ঠেক সুঁতি আছিল।

সদা পৰিবৰ্তনশীল পথেদি বৈ থকা ব্ৰহ্মপুত্ৰৰ গতিপথৰ বিষয়ে



বহুত কথা এতিয়াও অনুসন্ধান কৰিবলৈ বাকী আছে। সুসংগতভাৱে আৰু সকলো দিশ সামৰি আধুনিক নিয়মেৰে গৱেষণা কৰিলেহে নদীখনৰ অতীতৰ গতি পথ আৰু ভবিষ্যতৰ সম্ভাব্য গতিপথৰ বিষয়ে জানিব পৰা যাব।

## পৰিশিষ্ট

ব্ৰহ্মপুত্ৰ নদ ব্ৰহ্মকুণ্ডৰপৰা উৎপত্তি হৈছে বুলি এক দৃঢ় লোক বিশ্বাস আছে আৰু এই কুণ্ডতেই স্নান কৰি পৰশুৰামে মাতৃহত্যা পাপৰপৰা মুক্তি পোৱা বুলিও প্ৰায় সকলোৱে জানে। সেই কুণ্ডটোৱেই শদিয়াৰ পূবৰ মিচিমি পাহাৰৰ নামনিৰ ব্ৰহ্মকুণ্ড বা পৰশুৰামকুণ্ড বুলি অগণন তীৰ্থযাত্ৰীয়ে বছৰি বাটকুৰি বাই স্নান-দৰ্শন কৰিবলৈ আহে। বৰ্তমান এই পৱিত্ৰ কুণ্ডটিৰ লগত ব্ৰহ্মপুত্ৰৰ উৎপত্তিৰ কোনো সম্পৰ্ক নাই বুলি প্ৰমাণিত হৈছে। তথাপিতো ধৰ্মীয় পৰম্পৰাৰ প্ৰতি সন্মান জনাই ইয়াত পৰশুৰাম কুণ্ডৰ সামান্য বিৱৰণ দিবৰ চেষ্টা কৰা হৈছে। উল্লেখযোগ্য যে ১৯৫০ চনৰ ভুঁইকঁপত এই কুণ্ডটো ধ্বংসপ্ৰাপ্ত হয়। এই ভুঁইকঁপৰ আগৰ আৰু পাছৰ কুণ্ডটোৰ বিষয়ে বিতং চাক্ষুষ বিৱৰণ সেই সময়ৰ ৰাজনৈতিক বিষয়া লক্ষেশ্বৰ শৰ্মাৰ 'মিচিমি পাহাৰত ৰংশিঙা'[১২] পুথিত এইদৰে পোৱা যায়। 'ব্ৰহ্মকুণ্ড ভ্ৰমণৰ টোকা ঃ— ১৯৪৮ চন, ৫ ডিচেম্বৰ— শদিয়াৰপৰা ৩৭ মাইল দূৰৈত তেজু। ...তেজুৰপৰা ৯ মাইল পূবত ডিমাই বা দেমু নামৰ ঠাই। ইয়াতে ডিমাই নদী আহি লোহিতৰ সোঁপাৰে মিলিছে। ...ডিমাইৰপৰা পৰশুৰাম কুণ্ডলৈ ৪½ মাইল পথ। ডিমাই নদী এতিয়া শুকান। ...ডিমাই পাৰ হৈ এমাইল দূৰতে লোহিত পোৱা যায়। এই অঞ্চলত লোহিত ঠেক। ...লোহিত নদী পাৰ হৈ নিৰ্জন অঞ্চলৰ মাজেদি প্ৰায় ৪ মাইল পূবলৈ গৈ ব্ৰহ্মকুণ্ড পোৱা যায়! ব্ৰহ্মকুণ্ড বা পৰশুৰামকুণ্ড লোহিত নদীৰ দক্ষিণ পাৰত অৱস্থিত।

লোহিতৰ উত্তৰ পাৰে আকাশ চুমি থকা ওখ মিচিমি পাহাৰৰ শাখা-প্ৰশাখা। তাৰ কাষেদি এখন নীলা কাপোৰ মেৰিয়াই থকাৰ দৰে পৰ্বতীয়া জীয়ৰী লোহিত বৈ আহিছে। ব্ৰহ্মকুণ্ডৰ তিনিও পাৰ শিলেৰে গঁথা। তাৰ ভিতৰত কুণ্ডৰ আকৃতি ধৰি স্থিৰ জলৰাশি; এই কুণ্ডত ৰ'দ পৰিবলৈ নাপায়। ইয়াৰ পানী বৰ চেঁচা। গা ধোওঁতে তলৰ পলসুৱা বালিত ভৰি সোমাই যোৱা যেন লাগিছিল। যাত্ৰীৰ

সুবিধাৰ কাৰণে হাতেৰে খামুচি ধৰিবলৈ এডাল লোহাৰ শিকলি এই কুণ্ডৰ মাজলৈকে থাকে। স্নানাৰ্থী যাত্ৰীয়ে এই শিকলি ধৰি বিপদৰ-পৰা তৰে। ...ব্ৰহ্মকুণ্ডত বহুত মাছ আছে। এই মাছ কোনেও নামাৰে। ইয়াত গা ধোৱাৰ পিছত তিতা কাপোৰখিনি মিচিমি মানুহৰ প্ৰাপ্য।

দুবছৰৰ পাছত -- "২৫ ডিচেম্বৰ, ১৯৫০— ভূঁইকঁপৰ আগতে লুইতৰ (লোহিত) পানী শান্ত আছিল। ভূঁইকঁপৰ পিছৰপৰা লুইত নদী বলীয়া হ'ল। ...লাই নৈয়েদি সাত-আঠ মাইল উজাই গৈ লাই নদী পাৰ হৈ অৰণ্য পথেদি যাবলৈ ধৰিলোঁ। প্ৰায় চাৰি মাইল যোৱাৰ পিছত পৰশুৰাম কুণ্ডৰ পদূলিমুখতে পুৰণি বাটত ওলালোগৈ। কেইখোজমান আগুৱাই গৈয়েই অতীতৰ পৰশুৰাম কুণ্ডৰ ধ্বংসাৱশেষ দেখা পোৱা গ'ল।...

কুণ্ডভূমিৰ আগতে উটি অহা কাঠৰ পৰ্বত প্ৰমাণ দ'ম বন্ধা আছে। .. কুণ্ডৰ অলপ উজনিত লোহিত নদী চাৰি সুঁতিয়ে মাজ-ভাগত মাজুলী পাতি দক্ষিণলৈ বৈ গৈ প্ৰায় তিনি ফাৰ্লং দূৰৈত ঘাই সুঁতিত পৰিছে। তৃতীয় সুঁতিয়েই ঘাই সুঁতি, চতুৰ্থ অৰ্থাৎ দক্ষিণৰ সুঁতিটোৱে কুণ্ডত প্ৰৱেশ কৰি তাৰ ওপৰেদি বৈ গৈছে। তৃতীয় আৰু চতুৰ্থ সুঁতিৰ মাজত এটি সৰু মাজুলী গঠিত হৈছে। ...চতুৰ্থ সুঁতিয়ে কুণ্ডক গৰ্ভলৈ সামৰি লৈছে। কুণ্ডৰ উজনিফালে সিচঁৰতি হৈ থকা ডাঙৰ শিলত খুন্দাখাই লোহিতৰ পানীয়ে প্ৰচণ্ড শক্তিৰে কুণ্ডত প্ৰৱেশ কৰিছে। কুণ্ডত অতিশয় বেগেৰে পানী সোমাই তৰ্জন-গৰ্জন কৰি অতীতৰ স্মৃতি বিজড়িত পুণ্যক্ষেত্ৰ বিলুপ্ত কৰিলে। কুণ্ডৰ দক্ষিণে খহনীয়া পাহাৰৰ গৰালৈকে ব্যাপি অনুমান ৬০ ফুট বহল আনএটি ডিম্বাকৃতিৰ পুষ্কৰিণী নিৰ্মাণ হৈছে। দক্ষিণৰ ধ্বংস-প্ৰাপ্ত পৰ্বত ভেদকৰি ব্ৰহ্মধাৰাৰ উত্তপ্তজল এই নৱনিৰ্মিত কুণ্ডত পৰিছে। এই কুণ্ডটিৰ ওপৰেদি চতুৰ্থ সুঁতি বৈ গৈছে। কিন্তু ইয়াৰ ওপৰত পানীৰ বেগ কম। ইয়াৰ পানী একেবাৰে স্থিৰ নহলেও ভৱিষ্যতে ইয়াৰ ওপৰেদি পানীৰ বেগ কমোৱা সম্ভৱ হ'ব পাৰে। এই কুণ্ডটিৰ পানী কাষত তিনিফুটৰপৰা ছফুটলৈকে দ'। ...পৰশুকুণ্ডৰ পুনৰুদ্ধাৰ কাৰ্য অচিৰে গ্ৰহণ কৰা উচিত হ'ব।"

প্ৰকৃত ব্ৰহ্মকুণ্ড বিলুপ্ত হ'ল যদিও এই ঠাইৰ প্ৰতি শ্ৰদ্ধা আৰু আদৰ বৰ্তমানেও অটুট আছে।



## চিচিৰি বা চেচেৰি নৈ

দিহাঙৰ সুঁতি ছিবিয়া নৈৰ উপনৈ। চিচিৰিনৈখন অৰুণাচলত ওলাই মাত্ৰ অসমৰ ভিতৰত ছিবিয়াত পৰিছে। দিবাং উপত্যকা জিলাৰ পশ্চিমভাগৰ ডিমুলিন নামৰ ঠাইত (২৯°২৫´ ৯৫°৫৪´) ওলাই চেচেৰি বা ইহিনদী নামেৰে দক্ষিণ-পুবদিশত বৈআহি বাটত বী আৰু ইৱাদো নৈৰ লগলাগি দক্ষিণমুৱা হয়। এই বাটত ইয়াৰ প্ৰধান উপনৈ শিখুনৈ সোঁপাৰে পৰেহি। দামবুকৰ ৬ কিমি পশ্চিমে ইগাদি কৰংনৈ লগত লৈ চিচিৰিখন দিবাং আৰু ছিয়াং জিলাৰ মাজৰ সীমাৰূপে বৈ আহে। কাপাং আৰু ছিমে ইয়াৰ পাৰৰ প্ৰধান ঠাই। চিচিৰি নৈৰপৰা এটা সুঁতি পশ্চিমলৈ ফাটি মুইনি কৰং নামেৰে দক্ষিণলৈ বৈ আহিছে। মুইনি কৰংনৈখন ভটীয়াই গৈ ছিবিয়া আৰু চিচিৰিক সংযোগকৰা এটা সৰু শাখাত পৰিছে। বাটত অনুপম কৰংনৈ নামৰ এখন নৈক বাঁও পাৰে লৈ সামান্য দূৰ আহি চিচিৰি নৈখন অসম-অৰুণাচলৰ সীমাৰ ওপৰতে অৱস্থিত মেৰ নামৰ ঠাইত দিহাঙৰ পুবশাখা-ছিবিয়া নৈত পৰে। চিচিৰি নৈৰ দীঘ প্ৰায় ৮০ কিল'-মিটাৰ। নৈখনেদি প্ৰবাহিত পানীৰ বাৰ্ষিক সৰ্বোচ্চ পৰিমাণ প্ৰতি-ছেকেণ্ডত ২৬০ ৰপৰা ৯০০ ঘনমিটাৰ।

## লোহিত নৈ

ব্ৰহ্মপুত্ৰৰ পুৰণি নাম লোহিত এই লোহিত নামৰ বৃহৎ নদী-খনৰপৰা হৈছিল। ব্ৰহ্মপুত্ৰৰ দৰে পুবৰপৰা পশ্চিমলৈ বৈঅহা লোহিত খনেই ব্ৰহ্মপুত্ৰৰ আগলি নৈখন বুলি থকা ধাৰণা ভুলবুলি সতকাই চকুত নপৰে।

লোহিতনৈৰ আগলিভাগ চীনদেশৰ ভিতৰৰ ৬৬১৪ মিটাৰ ওখ য়াকো শৃগংত ( ২৯°৩০´, ৯৭°১৫´ ) জায়ুল চু নামেৰে ওলাইছে। তাৰপৰা নৈখন দক্ষিণ-পুব দিশত ১০০ কিমি বৈ আহি পশ্চিমমুৱা হয়। এইদৰে নৈখন ৫৫ কিমি আহি অৰুণাচলৰ উত্তৰ সীমাৰ কাষেদি বৈ অহা ৰংটো চু নৈক ৰিমা নামৰ ঠাইত লগতলৈ দক্ষিণ দিশত ১৫ কিমি ভটিয়াই দু গিৰিপথৰ ওচৰৰ কাহাও নামৰ ঠাইত অৰুণাচলৰ লোহিত জিলাত সোমায়। কাহাওৰপৰা নৈখনে বাটত বাঁওপাৰে চাই নৈক লৈ তেল্লু নৈ নামে ৪০ কিমি আহি মিনজিং পায়। ইয়াতে নৈখনে ঘালুম নৈক বাঁওপাৰে লৈ পশ্চিমমুৱা হয় আৰু বাটত লাটি নামৰ এখন ডাঙৰ নৈক বাঁও পাৰে লৈ উত্তৰ-পশ্চিমমুৱা হৈ

মূঠ ৩৬ কিমি বৈ আহে। এইছোৱা বাটত ভালেমান ডাঙৰ জান তেল্লুনৈত পৰে। ইয়াৰ পাছত নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ১৪ কিমি আহি নিজৰ অন্যতম প্ৰধান উপনৈ টিদিং নৈক সোঁপাৰে লয়। ইয়াৰ পাছত বাঁওপাৰে লাংনৈক লৈ ১৪ কিমি ভটিয়াই পৰ্বতৰ পাদদেশত পবিত্ৰ পৰশুৰামকুণ্ড বা ব্ৰহ্মকুণ্ডত প্ৰবেশ কৰে। ব্ৰহ্মকুণ্ড সাগৰপৃষ্ঠতকৈ ৩০০ মিটাৰ ওখ।

ব্ৰহ্মকুণ্ডৰপৰা ভটিয়াই নৈখন হঠাতে বহল হৈ পৰে। পাহাৰৰ ভিতৰৰ ১০০ মিটাৰমান বহল লোহিতখন পাহাৰৰ নামনিত ২ কিমি পৰ্যন্ত বহল হয়। ব্ৰহ্মকুণ্ডৰপৰা ৮ কিমি পশ্চিমলৈ আহি ডিমাইত ডিমাই নৈ আৰু ১৩ কিমি ভটিয়াই বাটত জে আৰু ভেৰাইনৈক সোঁপাৰে লৈ তেজু চহৰ পায়। ইয়াতে তেজু নৈ আহি লোহিতৰ সোঁপাৰে পৰে। তেজুৰ বিপৰীত পাৰে খেৰম নৈ আহি লোহিতৰ বাঁওপাৰে পৰে আৰু লোহিতৰ পৰা বেৰেংসুঁতি ফাটি দক্ষিণ-পশ্চিমলৈ যায়। এইঠাইত লোহিতখন মাজত চৰ চাপৰিৰে সৈতে ৬ কিমি পৰ্যন্ত বহল। তেজুৰপৰা নৈখন ১৫ কিমি পশ্চিমলৈ আহি সোঁপাৰে ডিগাৰু ঘাট আৰু বাঁওপাৰে চৌখাম পায়। চৌখামৰ ওচৰত লোহিত সুঁতি বেৰেংনৈত পূবৰপৰা বৈ অহা টেঙাপানী (নামটেলুং) নৈ পৰেহি। ডিগাৰু ঘাটত টেবাং আৰু ডিগাৰু নৈ মিলি ডিগাৰু নামে লোহিতত পৰে। ইয়াৰপৰা লোহিত খনে বাটত পাম্পা আৰু হাতীডুবা নৈক লৈ ১৫ কিমি ভটিয়াই চুণপোৰা পায়। চুণপোৰাত উত্তৰৰপৰা বৈ অহা বালিজান নৈ লোহিতৰ এটা সুঁতিত পৰেহি। এই বালিজান নৈখনেই অসমৰ তিনিচুকীয়া জিলাৰ শদিয়া মহকুমাৰ পূবসীমাৰ ২০ কিমি দূৰত্ব নিৰ্ধাৰিত কৰিছে। চুণপোৰাৰ-পৰা সামান্য নামনিত বিপৰীত পাৰে ধনে খনাত তিনিচুকীয়া জিলাৰ পূব সীমাইদি বৈ অহা নদিহিং নৈ লোহিতৰ বাওঁপাৰে পৰে। গতিকে ইয়াৰপৰাই লোহিত নৈখন পূৰ্ণভাৱে অসমত প্ৰবেশ কৰে।

চুণপোৰাৰপৰা লোহিতৰ এটা সুঁতিয়ে বালিজান নৈক লৈ বালি-জান নামেৰেই মূল লোহিততকৈ কিছু উত্তৰেদি বৈ আহে আৰু এই সুঁতিটোৰেদিয়েই অসম-অৰুণাচলৰ মাজৰ সীমা যোৱা বুলি ধৰা হৈছে। চুণপোৰাৰপৰা লোহিত নৈখন বাটত বছাগাঁও আৰু বালিজান চাপৰি পাৰ হৈ ২৫ কিমি আহি কুণ্ডিল বজাৰত কুণ্ডিল নৈক সোঁপাৰে লয়। কুণ্ডিল নৈক লৈ বাটত দিচৈ নৈ আৰু



ঘুবামুৰা নৈক সোঁপাৰে লৈ ৬ কিঃমিঃ আহি দক্ষিণ পাৰৰ ঢলাৰ বিপৰীতে দিবাং বা ছিকাং নৈক সোঁপাৰে লগত লয়। তাৰপৰা বাটত ৰঙাজানক লৈ ৮ কিমি ভটিয়াই লোহিতে দিবাংৰ পশ্চিমত সুঁতি গংগো নৈক সোঁপাৰে লয়। এই ঠাইৰ বিপৰীত পাৰে ছেখোৱাঘাটৰ ওচৰত ক্ষুদ্ৰকায় ছেখোৱা নৈ আৰু বেচানি নৈ আহি লোহিতৰ বাঁওপাৰে পৰে।

গংগো নৈক লোৱাৰপৰা মাত্ৰ ২ কিমি ভটিয়াই লোহিতৰ লগত দিহাং নৈৰ পূব শাখা ছিবিয়া নৈ আহি যোগ হৈছে। ইয়াৰপৰাই লোহিতক ব্ৰহ্মপুত্ৰ নামেৰে জনা যায়। চিবিয়া লগ হোৱাৰপৰা ২২ কিমি ভটিয়নিতহে দিহাঙৰ মূল সুঁতিটো আহি লোহিত বা ব্ৰহ্মপুত্ৰত পৰিছে। দিবাঙৰ সংগম স্থানৰপৰা দিহাং আহি যোগ হোৱালৈকে এই-ছোৱা পথত এই বৃহৎ নদীবোৰৰ মাজত বিস্তৰ পৰিমাণৰ বৃহৎ আকাৰৰ চাপৰি সৃষ্টি হৈছে। ইহঁতৰ ভিতৰত লালি আৰু কবেকা চাপৰি অতি বৃহৎ।

লোহিত আৰু ইয়াৰ বহুত উপনৈ বৰফাবৃত পৰ্বতৰ পৰা ওলোৱা বাবে নৈবোৰত গোটেই বছৰ পানী থাকে। লোহিত নৈৰ দীঘ ভাৰতৰ ভিতৰত ১৯০ কিল'মিটাৰ আৰু অৱবাহিকাৰ কালি ২৩৪০০ বৰ্গ-কিল'মিটাৰ। লোহিত নদীয়ে বছৰি গড়ে ১৪৭০০ হেক্টাৰ মিটাৰ উটি-ভাহি ফুৰা গেদ কঢ়িয়াই আনে।

## লোহিতৰ প্ৰধান উপনৈ

### কুণ্ডিল নৈ

নৈখন অৰুণাচলৰ লোহিত জিলাৰ মাজেদি আহি অসমৰ শদিয়া মহকুমাৰ উত্তৰ-পূব চুকত বালিজান নৈৰ এক শাখাক বাঁও-পাৰে লৈ পশ্চিমমুৱা হয়। এইদৰে কুণ্ডিলখনে ৪ কিমি আহি দিফু-নৈক সোঁপাৰে লৈ কিছু বহল হয়। তাৰপৰা ১০ কিমি আহি নৈখনে কপৌপানী নৈক সোঁপাৰে লৈ দক্ষিণ-পশ্চিমমুৱা হয়। এই দৰে ৫ কিমি আহি জীয়া নৈক সোঁপাৰে লৈ চেপাখোৱা নগৰৰ পূবত ওলায়। তাৰপৰা নৈ খনৰ সপিল পথ আৰম্ভ হয়। চেপাখোৱাৰপৰা পোন জোখেৰে ১৩ কিমি ভটিয়াই কুণ্ডিল বজাৰত নৈখনে বাঁওপাৰে একাজান আৰু সোঁপাৰে দিচৈ নৈক লৈ আৰু ২ কিমি আহি কুণ্ডিল গাঁৱত লোহিতত পৰে।

## দিবাং বা ছিকাং নৈ

দিবাং নৈৰ নামেৰে অৰুণাচলৰ দিবাং উপত্যকা জিলাখন হৈছে। নৈখন অৰুণাচলৰ উত্তৰ সীমাৰ ওচৰৰ এটা ৫৩৫৫ মিটাৰ ওখ শৃংগত (২৯°৫৫´, ৯৫°২৫´) অজোন (Adzon) নৈ নামেৰে ওলাই এক পোন পথেৰে দক্ষিণলৈ বৈ আহিছে। উৎসৰপৰা নৈখনে ৫০ কিমি আহি আনিনি পায়। তাৰপৰা দিবাং নামেৰে ১২ কিমি আহি দ্ৰি আৰু আংগি নৈ লগ হৈ হোৱা নৈখনক বাঁওপাৰে লৈ আৰু ২০ কিমি আহি টগান নৈক বাঁওপাৰে লগত লয়। তাৰপাছত আৰু ৭ কিমি আহি এমৰা নৈক সোঁপাৰে লৈ আৰু ১০ কিমি ভটিয়াই নৈখন আঞ্চলিৰ ওচৰ চাপে। ইয়াতে নৈখনে আহুই নৈক সোঁপাৰে লৈ আৰু ৮ কিমি ভটিয়াই ইথুন নৈক বাঁওপাৰে লৈ দক্ষিণ-পশ্চিমমুৱা হয়। দিবাংখনে উক্ত দিশেৰে ২২ কিমি আহি অছুন পানী নামৰ ঠাইত ভৈয়ামত সোমায়। এই ঠাইতে চিৰকি আৰু ইচি নৈ আহি দিবাঙৰ সোঁপাৰে পৰেহি। ইয়াৰপৰা নৈখন গুম্ফিত হৈ বহল হয়। নৈখনৰ এটা শাখা ইয়াতে দোলং কং নামে ফাটি মূল দিবাঙতকৈ পূবেদি দক্ষিণমুৱাহৈ বৈ বাটত দিগি নামৰ এখন উপনৈক বাঁওপাৰে লৈ ইফিপানী নাম লয়। এই ইফিপানীয়েই বাটত বাঁওপাৰে দেওপানী নৈক লৈ দেওপানী নামেৰে দক্ষিণলৈ আহি অসমত প্ৰবেশ কৰি ২ কিমি ভটিয়াই মূল দিবাঙত লগ হয়হি।

মূল দিবাংখন উক্ত ইচিনৈৰ মোহনাৰপৰা ভটিয়াই বাটত চিহি আগৰু, তপত কৰং আদি নৈক লৈ বমজুৰৰ কাষেদি ১০ কিমি দক্ষিণলৈ আহি দুভাগত বিভক্ত হয়। দিবাঙৰ এটা ভাগ গংগো নৈ নামে পশ্চিমফালে ফাটি মূল দিবাঙৰপৰা এটা দীঘলীয়া বৃহৎ চাপৰিৰদ্বাৰা পৃথক হৈ দক্ষিণ-পশ্চিম মুৱাহৈ ৩০ কিমি বৈ আহি লোহিতত পৰেহি। মূল দিবাংখন ১০ কিমি দক্ষিণলৈ আহি অসমত সোমাই বাটত দেওপানীক বাঁও পাৰে লৈ ১৫ কিমি ভটিয়াই আহি কুণ্ডিল ঘাটৰপৰা ৭ কিঃমিঃ পশ্চিমে লোহিতত পৰে। দেওপানী আৰু দিবাঙৰ মাজত কাকৰ চাপৰি নামৰ এক ডাঙৰ চাপৰি আছে।

গোটেই দিবাং নৈখন আৰু ইয়াৰ উপনৈবোৰে পৰ্বতৰ মাজেদি বৈ আহোঁতে দ গিৰিখাটৰ সৃষ্টি কৰিছে। এইবোৰৰ প্ৰাকৃতিক দৃশ্য অতি মনোৰম। দিবাং নৈৰ অৱবাহিকাই ১২২৭০ বৰ্গ কিল'মিটাৰ এলেকা আগুৰি আছে। নৈখনেদি প্ৰৱাহিত পানীৰ বাৰ্ষিক সৰ্বোচ্চ পৰিমাণ প্ৰতি ছেকেণ্ডত ২৬০০ ৰ পৰা ৯৭০০ ঘনমিটাৰ। দিবাং নৈয়ে বাৰ্ষিক



গড়ে ১৫,৫০০ হেক্টাৰ-মিটাৰ উটি ভাহি ফুৰা গেদ কঢ়িয়াই নিয়ে।

## ন দিহিং

লোহিতৰ দক্ষিণ পাৰৰ প্ৰধান উপনৈ। ন দিহিংখন অৰুণাচলৰ মাজেদি বৈ আহি সামান্য দূৰ তিনিচুকীয়া জিলাৰ পূব সীমাৰূপে বৈ লোহিতত পৰিছে। অৰুণাচলৰ চাংলাং জিলাৰ পূব ভাগৰ জোঙা মুৰটোতে নৈখন ওলাইছে। এই ঠাইখন চৌখাম গিৰিপথৰ পশ্চিমত ইয়াৰ স্থানংক (২৭°৭´, ৯৭° ৮´)। উৎসৰপৰা নৈখনে দিয়ুন নৈ নামেৰে উত্তৰ-পশ্চিম দিশত ৭৫ কিমি আহি কামকুত নামদফা নৈক সোঁপাৰে লয়। নামদফা নৈ দফা বুম (৪৫৭৮ মিটাৰ) শৃংগৰপৰা বৈ আহিছে। এই নৈৰ পাৰতে বহুবিধ দুষ্পাপ্য পশু-পক্ষী আৰু উদ্ভিদৰ বাবে সুবিখ্যাত নামদফা ৰাষ্ট্ৰীয় উদ্যান। নামদফাক লৈ দিয়ুন নৈখন ২৫ কিমি বাট প্ৰায় পশ্চিমমুৱাকৈ আহি সমতলৰ মেওঁ চহৰ পায়। মেওঁৰ ওচৰত নৈখনৰ প্ৰাকৃতিক সৌন্দৰ্য অতি মনোৰম।

মেওঁৰপৰাই নৈখনক ন দিহিং নৈ নামেৰেও জনা যায়। মেওঁৰপৰা ৫ কিমি ভটিয়াই নদীখন দুটা ভাগত বিভক্ত হয়। এটা ভাগৰপৰা মেগান্টন্ আৰু খাইখে নৈৰ সৃষ্টি হৈ দুয়ো প্ৰায় পশ্চিম দিশত বৈ আহে। মূল ভাগটো ন দিহিং নাম লৈ উত্তৰ-পশ্চিমমুৱা হয়। মেগান্টন্ আৰু খাইখে নৈ প্ৰত্যেকেই প্ৰায় ২২ কিমি ভটিয়াই আহি বুঢ়ী দিহিং নৈত লগ হয়হি। ন দিহিঙৰ মূল সুঁতিটো উক্ত দিশত ৩৫ কিঃ মিঃ বৈ আহি নামচাই নামৰ ঠাই পায়। ইয়াৰপৰাই ৪ কিল'মিটাৰ ভটিয়াই সোঁপাৰে কুমচাই নৈক লৈ আৰু ৮ কিঃ মিঃ আহি খামং হকা নৈক সোঁপাৰে লয়। তাৰপৰা ন দিহিংখনে ৫ কিমি আহি তিনিচুকীয়া জিলাৰ পূব সীমাৰূপে বৈ অহা ডিৰাক নৈক বাঁওপাৰে লয়। তাৰপাছত নৈখনে এটা উত্তৰ-পূবমুৱা মেছ লৈ তিনিচুকীয়া জিলা তথা অসমৰ পূব সীমাৰূপে মাত্ৰ চাৰে তিনি কিমি বৈ আহি ধনেখনা নামৰ ঠাইৰ কিছু উত্তৰত লোহিত নৈৰ বাঁওপাৰে পৰে।

### ন দিহিঙৰ উপনৈ

**ডিৰাক নৈ :** ডিৰাক নৈখন তিনিচুকীয়া জিলাৰ পূবৰ বৰডুমচাৰপৰা ৩ কিমি উত্তৰত ন দিহিং নৈৰ এটা এৰা সুঁতিৰপৰা ওলাই পশ্চিম-

মুৱা হৈ ২ কিমি আহি তিনিচুকীয়া আৰু অৰুণাচলৰ চাংলাং জিলাৰ সীমাত সোমায়। তাৰপৰা উক্ত সীমাৰূপে উত্তৰ-পশ্চিম মুৱা হৈ ডুমছি, কৈলাসপুৰ, ৰবা দিৰাক আৰু দিৰাকমুখ হৈ ৪০ কিমি বৈ আহি কুমচাং সংৰক্ষিত বনৰ দক্ষিণত অসমৰ ভিতৰত ন দিহিং নৈত পৰে।

ন দিহিঙৰ সোঁপাৰে থকা টেঙাপানী নৈখন এসময়ত ন দিহিঙৰ উপনৈ আছিল; বৰ্তমানৰ লোহিত নৈয়ে দক্ষিণমুৱা গতি কৰি টেঙাপানীখনক নিজৰ বুকুত সুমুৱাই ল'লে। ন দিহিঙৰ এসোঁতা পানী মেগানটন আৰু থাইখে নৈয়েদি বুঢ়ী দিহিঙলৈ আহে। কোনো কোনো বছৰত (যেনে ১৯৭৮) এইদৰে অহা পানীৰ পৰিমাণ বৃদ্ধি হোৱাৰ বাবে বুঢ়ী দিহিঙত প্ৰবল বানপানী হৈ সুঁতি পৰ্যন্ত পৰিবৰ্তন কৰি দিয়া দেখা যায়। কিন্তু কোনো বছৰত (যেনে ১৯৯২ এপ্ৰিল মাহ) ন দিহিঙত প্ৰবল বানপানী হ'লেও বুঢ়ী দিহিঙলৈ অহা পানীৰ পৰিমাণ অতি বেছি হোৱা দেখা নাযায়।

## ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ উপনৈসমূহ

**১. আজুকা নৈ বা লাইকা জান:** ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত যোগ হোৱা প্ৰথম উপনৈখন হ'ল লাইকাজান। জানখনৰ আগলি অংশক আজুকা নৈ বোলে। ছেখোৱা নৈৰ এক শাখা ছেখোৱাৰ পশ্চিমে বৰ্তমান লোহিত নৈৰপৰা ফাটি পশ্চিমমুৱা হৈ ৬ কিমি আহি হাতীঘুলিত আজুকা নৈ নাম লয়। তাৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ ছেখোৱা সংৰক্ষিত বনৰ মাজেদি ৮ কিমি আহি কলিয়াপানী নামৰ ব্ৰহ্মপুত্ৰৰ এক ক্ষুদ্ৰ শাখাক আজুকা বিলৰ কাষত সোঁপাৰে লগত লয়। এই কলীয়াপানীতে ছেখোৱা নৈ নামে আন এক শাখাও লগ হৈছে। ইয়াতে আজুকাৰ পৰা ছিলিং নামৰ নৈ এখন ফাটি দক্ষিণলৈ আহে। আজুকাখনে তাৰপৰা দক্ষিণ-পশ্চিমলৈ আহি মৰা লাইকাজানক সোঁপাৰে লৈ বৰবিলৰ উত্তৰেদি আঢ়ৈ কিমি আহি নিজৰ শাখা ছিলিং নৈক বাঁওপাৰে লগত লয়। তাৰপৰা নৈখনে ছেখোৱা বনৰ মাজেদি ৭ কিমি আহি কাৰোনি বিলৰ কাষ পায়। ইয়াৰ পৰাই আজুকা নৈক লাইকাজান বোলে। নৈখনে পশ্চিম দিশত আৰু ৬ কিমি আহি ফাঁচিদিয়া লাইকা নামৰ ঠাইৰ পশ্চিমে ব্ৰহ্মপুত্ৰত পৰে। ইয়াৰ মুখৰ সামান্য উত্তৰত লাইকা ঘাট। লাইকাজানৰ নামনি অংশৰ এটা ক্ষুদ্ৰমান শাখাক মৰা লাইকাজান বোলে।



**২. মহমৰা জান:** টেঙাবাৰী নামৰ ঠাইৰ উত্তৰে ওলোৱা বালিজান আৰু ডিব্ৰু নৈৰ এটা শাখা চাবুৱাজান মিলি উত্তৰ-পশ্চিমলৈ আহে। বাটত এইখনৰ এটা শাখা ফাটি পশ্চিমলৈ গৈ গেলা চাবুৱাজান নামেৰে বৈ যায়। সিটো ভাগে বাটত ফাঁচীদিয়া লাইকাৰপৰা বৈ অহা বোকাজানক সোঁপাৰে লৈ মহমৰাজান নাম লয়। এই নৈখনে বাটত দলজানক সোঁপাৰে আৰু গেলা চাবুৱাজানক বাঁওপাৰে লৈ লাইকাজানৰ মুখৰপৰা ১২ কিমি ভটিয়াই ব্ৰহ্মপুত্ৰত পৰে।

**৩. ডিব্ৰু নৈ বা ডিবুৰু নৈ:** ডিব্ৰুগড় নগৰ তথা ডিব্ৰুগড় জিলাখনৰ নাম এই নৈৰ নামেৰে নামকৰণ কৰা হৈছে। ডিব্ৰু নৈখন তিনিচুকীয়া জিলাৰ পূব সীমাৰ বুঢ়ী দিহিং সংৰক্ষিত বনৰ মাজৰ খেৰেম (২৭°২৮', ৯৫°৫') নামৰ ঠাইত ডিব্ৰুজান নামেৰে ওলাই পশ্চিমমুৱা হৈ বৈ আহিছে। এইদৰে ই চাৰে পাঁচ কিমি আহি ক'লাপানী জানক সোঁপাৰে লয়। তাৰপৰা ২ কিমি আহি বকিয়া জানক সোঁপাৰে লৈ আৰু ৪ কিমি আহি নৈখন পশ্চিম-দক্ষিণমুৱা হয়। এই দিশেৰে নৈখনে আঢ়ৈ কিমি আহি পেঙেৰী চাহবাগিছাৰ দক্ষিণে বৰমা জানক (উপনৈ খাটাং পানীজান) বাঁওপাৰে লয়। তাৰপৰা পশ্চিমমুৱা হৈ ৪ কিমি আহি পপোলাজানক সোঁপাৰে লৈ নৈখনে ওপৰ দিহিং সংৰক্ষিত বন (পূবখণ্ড)ৰ উত্তৰ সীমাৰূপে বৰলৈ লয়। এইদৰে নৈখন এক সৰ্পিল পথেৰে ১০ কিমি পশ্চিমলৈ আহি শ্ৰীকৃষ্ণ চাহবাগিছাৰ পূবত ওলায়। ইয়াৰপৰা নৈখনে উত্তৰ-পশ্চিমমুৱা হৈ চাৰে চাৰি কিমি আহি কাকজান সংৰক্ষিত বনৰ ওচৰত কাকজানক সোঁপাৰে লয়। নৈখনে তাৰপৰা ৫ কিমি আহি বৰহাপ (বৰসাপ?) জানক বাঁওপাৰে লয়। ইয়াৰপৰা একে দিশতে আৰু ৪ কিমি ভটিয়াই ডুমডুমাত ডুমডুমা নৈক সোঁপাৰে লয়।

ডুমডুমাৰপৰা ডিব্ৰু নৈখন পশ্চিম-উত্তৰমুৱা হৈ ২ কিমি আহি বিছাকুপি জানক সোঁপাৰে লয়। তাৰপৰা ই চাৰেতিনি কিমি আহি দোমুখোৱা জানক সোঁপাৰে আৰু পাভজানক বাঁওপাৰে লয়। প্ৰায় ১ কিমি ভটিয়াই পাভজান চাহবাগিছাৰ কাষত টিফুক জানক সোঁপাৰে লৈ নৈখন দক্ষিণ-পশ্চিমলৈ ঘূৰে। এই দিশত নৈখনে পাভজান আৰু শিলিখা চাহ বাগিছাৰ উত্তৰেদি পোনে পোনে ৮ কিমি আহি হাগজানক বাঁওপাৰে লয়। তাৰপৰা নৈখন পশ্চিমমুৱা হৈ চাৰে ছয় কিমি আহি কলিয়াপানী ঘাটত গুইজানক বাঁওপাৰে লয়। ইয়াৰপৰা ১ কিমি ভটিয়াই সোঁপাৰৰ ৰাইডাং বিলৰ কাষত ডাঙৰী নৈক

সোঁপাৰে লয়। ডাঙৰীক লৈ লাইজুৰি বিলৰ দক্ষিণেদি বাটত নেমুগুৰি চাহ বাগিছাৰপৰা যোৱা এখন জান বাঁওপাৰে লৈ ডিব্ৰু নৈয়ে পশ্চিমমুৱা হৈ বৈ ৰঙাগৰা চাহ বাগিছাৰ উত্তৰ সীমা পায়। নৈখনে এইদৰে আৰু ৭ কিমি ভটিয়াই গৰমজানক সোঁপাৰে লয়। এই জানখন উত্তৰৰ শাল আৰু পাৰপৰা বিলৰপৰা আহিছে। তাৰপৰা আঢ়ৈ কিমি আহি দিনজানক বাঁওপাৰে লৈ আৰু আঢ়ৈ কিমি আহি এৰাসুঁতি বা পাৰপৰা জানক সোঁপাৰে লয়। তাৰপৰা ২ কিমি আহি ডিব্ৰু নৈখন মহমৰা পায়।

মহমৰাত খুৰালি বিলৰপৰা অহা এখন জান আৰু দুধীয়াজান আদি ডিব্ৰুৰ সোঁপাৰে পৰে। দুধীয়াজানখন উত্তৰৰ কুঢ়ীমাৰী বিলৰপৰা আহিছে। মহমৰাৰ কাষতে ডিব্ৰুৰ সোঁপাৰে পুখোনলা আৰু বাঁওপাৰে ৰংমালা নামৰ দুখন বিল আছে। মহমৰাৰপৰা ডেৰ কিমি অহাৰ পাছত ডিব্ৰুৰ সোঁপাৰৰপৰা চাব্ৰুজান নামে এটা শাখা ফাটি যায়। তাৰপৰা ১ কিমি ভটিয়াই ৰংমালা চাহ বাগিছাৰ উত্তৰত নৈৰ বাঁওপাৰৰপৰা ৰংমালা নৈ ফাটি যায় যদিও আৰু আঢ়ৈ কিমি নামনিত ৰংমালা বিলৰ কাষত ৰংমালা নৈখন আকৌ ডিব্ৰুৰ বাঁওপাৰে লগ হয়হি। তাৰপৰা নৈখনে ৪ কিমি আহি চৰাইবাহীত চলিপৰা জানক বাঁওপাৰে লয়। চলিপৰাৰ উপনৈ বালিজান। চৰাইবাহীৰপৰা নৈখন বৰচলা বিলৰ উত্তৰেদি চাৰেচাৰি কিমি বৈ আহি লাকুখৰিয়া গাঁৱত ব্ৰহ্মপুত্ৰত পৰে। ডিব্ৰু নৈৰ দক্ষিণে ডিব্ৰুৰ নিচেই কাষেদি দীঘলীখাল নামে এখন সৰু জান ব্ৰহ্মপুত্ৰত পৰিছে। ইয়াৰ কাষতে অকলেণ্ড চাহ বাগিছা। ডিব্ৰু নৈখন বৰ্তমান ডিব্ৰুগড় নগৰৰপৰা ১৮ কিমি পুৱত ব্ৰহ্মপুত্ৰত পৰিছে।

## ডিব্ৰুৰ উপনৈ

**৩.১. ডুমডুমা নৈ ঃ** তিনিচুকীয়া জিলাৰ পুৱভাগৰ দুৱাৰমৰা সংৰক্ষিত বনৰ ভিতৰত ন দিহিং নৈৰ এক সুঁতিৰপৰা ওলোৱা এখন জান দক্ষিণ-পশ্চিমমুৱা হৈ ৫ কিমি আহি বৰদুমচাত বাঁওপাৰে এখন জানক লগ কৰি অসমত সোমায়। তাৰপৰা জানখনে উত্তৰ-পশ্চিমমুৱাহৈ ৫ কিমি আহি মোহঙত টংকু হকাক বাঁওপাৰে লৈ ডুমডুমা নৈ নাম লয়। একে দিশতে নৈখনে আৰু ৬ কিমি আহি পশ্চিমমুৱা হয় আৰু ডুমডুমা সংৰক্ষিত বনৰ মাজত সোমায়। প্ৰায় ১২ কিমি বাট বনৰ মাজেদি আহি পশ্চিমমুৱাহৈ আৰু ৬ কিমি



ভটিয়াই নৈখন বৰডুবি চাহ বাগিছা পায়। তাতে ই দুখন জানক সোঁপাৰে লৈ দক্ষিণ-পশ্চিমমুৱা হৈ ৬ কিমি আহি বগপাৰা চাহবাগিছাৰ পশ্চিমত মৈলা জানক বাঁওপাৰে লয়। তাৰপৰা ডুমডুমা নৈখন বিছাকুপি চাহ বাগিছাৰ দক্ষিণেদি ৪ কিমি আহি ডুমডুমা চহৰত ডিব্ৰু নৈত পৰে।

**৩.২. ডাঙৰী নৈ ঃ** এসময়ত ডাঙৰী নৈখন বৈ অহা বাটেদি এখন বৰ ডাঙৰ নৈ বৈ আহিছিল। বৰ্তমান নৈখন ডুমডুমা সংৰক্ষিত বনৰ পুব ভাগৰ টিঙনা গাঁও চাহবাগিছাৰ পশ্চিমৰ লিটংবিলত ওলাই উত্তৰ-পশ্চিমমুৱা হৈ ১২ কিমি আহি কাকপথাৰ পায়। নৈখন তাৰপৰা ৫ কিমি আহি তেজী গাঁও পায়। ইয়াতে নৈৰ সোঁপাৰৰ পৰা চলা নৈ ফাটি উত্তৰলৈ যায়। ইয়াৰপৰা নৈখন এখন বৰ বহল আৰু বাম নৈ ৰূপে ডাঙৰী বন আৰু চাহবাগিছাৰ উত্তৰেদি ১৫ কিমি বৈ আহি এখন জান বাঁওপাৰে লৈ ডাঙৰীগাঁৱত ৰেল পথ পাৰ হয়। ইয়াৰপৰা ৪ কিমি বাট উত্তৰ-পশ্চিমমুৱা হৈ আহি সদাশিৱ চাহবাগিছাৰ কাষত চলা নৈক সোঁপাৰে লয়। তাৰপৰা নৈখনে এক জলাহ ঠাইৰ মাজেদি দক্ষিণ-পশ্চিম দিশত ১৩ কিমি আহি দৈচা নৈক বাঁওপাৰে লয়। এই ঠাইত ডাঙৰীখন ঠেক হয় আৰু স্থানীয়ভাবে ফুলবাৰী নৈ নাম পায়। তাৰপৰা নৈখনে ৩ কিমি আহি ছুৰছা নৈক সোঁপাৰে লৈ দীঘল টৰং চাহবাগিছাৰ উত্তৰেদি আৰু ১০ কিমি ভটিয়াই ৰাইডাং বিলত সোমাই ডিব্ৰু নৈত পৰে।

**৩.২.১. চলা নৈ ঃ** তেজীগাঁৱত ডাঙৰীৰপৰা ফাটি উত্তৰ-পুবমুৱাহৈ সোঁপাৰে মাইঠাং নৈ আৰু হাতীখাতী নৈক লৈ ৬ কিমি আহি পশ্চিমমুৱা হয়। এইদৰে ১৪ কিমি আহি কাকৰা জানক বাঁওপাৰে লৈ ডাঙৰী চাহবাগিছাৰ উত্তৰত ডাঙৰী নৈত পৰে।

**৪. মাইজান ঃ** এসময়ৰ ডিব্ৰু নৈৰ উপনৈ মাইজানখন বৰ্তমান ব্ৰহ্মপুত্ৰৰ খহনীয়াৰ বাবে পোনে পোনে ব্ৰহ্মপুত্ৰত পৰিছে। মাইজানখন এখন নিচেই সৰু জান যদিও, এই জানখন যিটো বাটেদি বৈ আহিছে, সেইফালেদি অতীজত এখন বৰ ডাঙৰ নৈ বৈ অহাৰ চিন স্পষ্ট হৈ আছে। সেই নৈখন দিনজান বিমান ঘাটিৰপৰা পশ্চিমমুৱা হৈ ওদালগুৰি আৰু খাৰজান চাহবাগিছা, দিনজয় গাঁও, থানাই আৰু হেজেঁল বেংক চাহবাগিছা, মোহনবাৰী বিমান বন্দৰ, মনাবাৰী আৰু মাইজান চাহবাগিছাৰ মাজেদি প্ৰায় ২৫ কিল'মিটাৰ বৈ আহিছিল। বৰ্তমান মাইজানখন মনাবাৰী চাহবাগিছাৰপৰা মাইজান বাগিছা

হৈ আহি ডিব্ৰুগড় নগৰৰপৰা ৫ কিমি পূবত মথলা চাহবাগিছাৰ পশ্চিমে ব্ৰহ্মপুত্ৰত পৰিছে।

**৫. ডিব্ৰুগড় নলা** ঃ এইটো এটা কৃত্ৰিমভাৱে সৃষ্টি কৰা ডাঙৰ খাল। নলাটো ডিব্ৰুগড়ৰ চহৰৰ পূবৰ অসম চিকিৎসা মহাবিদ্যালয়ৰপৰা ডিব্ৰুগড় চহৰ, লালুকা গাঁও, বামপথাৰ, নগাগাঁও হৈ দুটা ভাগত বিভক্ত হৈছে। এটা ভাগ বগীবিলৰ পশ্চিমে ব্ৰহ্মপুত্ৰত আৰু আনটো শাখা লকুৱা বিল হৈ চেঁচা নৈত পৰিছে।

এসময়ৰ ৰজাভেটাত (বৰ্তমান ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ স্থানত) ওলোৱা ৰজাভেটা জানখন আগতে ৮ কিমি বৈ গৈ আইথানৰ ওচৰত ব্ৰহ্মপুত্ৰত পৰিছিল। বৰ্তমান ইয়াৰ উজনি অংশ উপৰোক্ত ডিব্ৰুগড় নলাত পৰিছে। তেনেকৈ ডিব্ৰুগড়ৰ লকুৱা মৌজাৰ লকুৱা জানখন গাভৰুজানৰ লগহৈ ব্ৰহ্মপুত্ৰত পৰিছিল। বৰ্তমান এই জানখনো ডিব্ৰুগড় নলাৰ কাষেদি বৈ গৈ লকুৱা বিলত পৰিছে।

**৬. বুঢ়ীদিহিং নৈ** ঃ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ দ্বিতীয় বৃহত্তম নৈ হ'ল বুঢ়ীদিহিং। আগতে উল্লেখ কৰা হৈছে যে ন দিহিং নৈৰ আগলি নৈ দিয়ুন নৈখন মেওঁৰ ওচৰত প্ৰধানকৈ দুভাগ হৈ এভাগ উত্তৰ-পশ্চিমলৈ গৈ ন দিহিং নৈ হয় আৰু আনভাগ খাইখে আৰু মেগান্‌টন্ নামৰ দুটা সুঁতিৰে দক্ষিণ-পশ্চিমলৈ আহি বুঢ়ী দিহিঙৰ লগ লাগে। উক্ত 'দিয়ুন' নৈৰ নামৰপৰাই যদি 'দিহিং' হোৱা বুলি ভবা হয় তেন্তে সেই নৈখনৰ খাইখে আৰু মেগান্‌টনেদি অহা সোঁতাটো প্ৰাচীনতম অৰ্থাৎ বুঢ়ী দিহিং আৰু ন-দিহিংখন সিথনতকৈ নুমলীয়া। মেওঁৰ ওচৰত পাটকাই পৰ্বতৰ ঠাল-ঠেঙুলিৰ নামনিত এক বিশাল পলস ত্ৰিভুজ ক্ষেত্ৰত নৈৰ গতিপথৰ সাল-সলনি ঘটাটো এক সাধাৰণ ঘটনা। বৰ্তমান দিয়ুন নৈৰ পানী সচৰাচৰ ন দিহিঙেদি বয়। বুঢ়ীদিহিঙে খাইখে আৰু মেগানটনে অনা তাকৰীয়া পানীভাগ আৰু নিজৰ সৰু-বৰ উপনৈৰ পানীৰে ইতিমধ্যে যিটো সুঁতিৰে প্ৰাকৃতিক ভালসাম্য ৰাখি বৈ আহিছে তাত যদি কেতিয়াবা ন দিহিঙৰ পানী অধিক পৰিমাণত যোগ হয় তেন্তে সেই ভাৰসাম্যত লোপ পায় আৰু তেতিয়া বুঢ়ীদিহিঙে প্ৰবল বানপানীৰ সৃষ্টি কৰে।

বৰ্তমান প্ৰায়বোৰ চৰকাৰী টোকাত বুঢ়ীদিহিঙৰ আগলি নৈখন নামফুক নৈ বুলি ধৰা দেখা যায়। টাই ভাষাত 'নাম' মানে পানী আৰু 'হুক' মানে ছয়। গতিকে ছখন নৈমিলি নামহুক বা নামফুক নৈখন সৃষ্টি হৈছে। নৈখন পাটকাই পৰ্বতৰ উত্তৰ ফালত অৰুণাচলৰ



চাংলাং জিলা আৰু ম্যানমাৰৰ সীমান্ত অঞ্চলত (২৭°২´, ৯৬°৪২´) ওলাইছে। পৰ্বতৰ মাজেদি বৈ আহোঁতে নৈখন প্ৰথমে উত্তৰ-পূবমুৱা হৈ ১০ কিমি আহি ক্ৰমাৎ পশ্চিমমুৱা হৈ ৮ কিমি, দক্ষিণ-পশ্চিমমুৱা হৈ ৫ কিমি, আৰু পাছত পশ্চিম দিশত ৩৮ কিমি বৈ আহে। নৈখনে তাৰ পাছত উত্তৰ-পূবমুৱা হৈ ১০ কিমি আহি মেওঁৰ-পৰা ১০ কিমি দক্ষিণৰ পাহাৰৰ নামনিভাগৰ নিংগ্ৰামত ওলায়। তাৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ ৫ কিমি আহি তাৰ পাছত উত্তৰ-পশ্চিমলৈ ৫ কিমি বৈ সম্পূৰ্ণকৈ সমতলত সোমায়। পাহাৰৰ উত্তৰেদি পশ্চিমমুৱা হৈ বাটত বাঁও পাৰে কিছু উপনৈক লৈ ১২ কিমি বৈ আহি নিজৰ প্ৰধান উপনৈ নামচিক নৈক বাঁওপাৰে লয়। নামচিক নৈখন তিনিচুকীয়া আৰু অৰুণাচলৰ চাংলাং জিলাৰ মাজৰ সীমা-ৰূপে বৈ আহিছে।

নামচিক নৈক লোৱাৰ পাছত নামফুকখন উক্ত সীমাৰূপে বৰলৈ ধৰে। এইদৰে ১ কিমি আহি খাৰচাং নৈক বাঁওপাৰে লয়। তাৰপৰা ১ কিমি অহাৰ পাছত নামফুকৰ এটা শাখা নামফাই হুকা নামেৰে পশ্চিমলৈ ফাটি আহে। মূল নৈখনে দুটা পাকমাৰি ২ কিমি আহি খাইখে নৈক সোঁপাৰে লয়। ইয়াৰ পাছত নৈখনে ২ কিমি ভটিয়াই নামফাই নামৰ ঠাইত উত্তৰ-পূৰৰপৰা অহা মেগান্‌টন নৈক সোঁপাৰে আৰু উপৰুক্ত নামফাই হুকাক বাঁওপাৰে লয়। ইয়াতে নামফুক নৈখন যথেষ্ট ডাঙৰ হয় আৰু নাম সলাই বুঢ়ীদিহিং হয়। গতিকে বিশেষকৈ মেগান্‌টন আৰু খাইখেও বুঢ়ীদিহিং নৈৰ আগৰ সুঁতিয়েদি পূৰ্বৰপৰা বৈ থকা নৈ বুলি ভাব হয়। সেয়ে হ'লে নামফুকখন বুঢ়ীদিহিঙৰ এখন উপনৈহে হ'ব।

বুঢ়ীদিহিং নৈখনো উপৰুক্ত আন্তঃৰাজ্যিক সীমাইদি এক সপিল পথেৰে পশ্চিম-দক্ষিণমুৱা হৈ বৈ আহে। এইদৰে ৪ কিমি আহি টিংকোহুকা নামৰ এখন জানক বাঁওপাৰে লৈ জাগুন নামৰ ঠাইৰ ওচৰ চাপে। জাগুনৰ উত্তৰে নৈৰ সোঁপাৰে থকা কেইবাটাও পুৰণি সুঁতি বৰ্তমান বিলত পৰিণত হৈছে। ইয়াৰ এখন বিলত মেগান্‌টন নৈৰপৰা ফাটি অহা এক শাখা পৰিছে। জাগুনৰ কাষৰপৰা ৩ কিমি ভটিয়াই বুঢ়ীদিহিঙে কলিয়াপানী জানক সোঁপাৰে আৰু পাখা হুকাক বাঁওপাৰে লয়। উপৰোক্ত আন্তঃৰাজ্যিক সীমা ইয়াতে বুঢ়ীদিহিঙৰ পৰা কলিয়াপানী হৈ উত্তৰলৈ গৈছে। এই ঠাইতে নৈখনৰ দুটা এৰাসুঁতিৰপৰা দুখন বিল হৈছে।

উক্ত ঠাইৰপৰা নৈখন সম্পূৰ্ণকৈ অসমত সোমাই ৫ কিমি ভটিয়াই কুমচাইৰ ওচৰ পায়। এই ঠাইতে এবাসুঁতিৰপৰা টোকাৰী নামৰ বিল এখন হৈছে। এই বিলৰ ওচৰতে উত্তৰৰপৰা পেঙেৰী নৈ আৰু দক্ষিণে কুমচাইত পাংচু নৈ আহি দিহিঙৰ যথাক্ৰমে সোঁ আৰু বাঁও পাৰে পৰিছে। কুমচাইৰ কাষতে দিহিঙে দুবাৰ সুঁতি সলাই দুখন বিলৰ সৃষ্টি কৰিছে। তাৰপৰা ২ কিমি নামনিত নদীৰ বাঁও পাৰে টকলং বিল। টকলঙৰপৰা নৈখন বিছাৰ উত্তৰেদি ৬ কিমি আহি লিডোৰ ২ কিমি উত্তৰত নিজৰ প্ৰধান উপনৈ টিৰাপ নৈক বাঁওপাৰে লয়। ইয়াৰপৰা ৩ কিমি নামনিত ওপৰ দিহিং সংৰক্ষিত বনত ওলোৱা মনমাউজান আৰু (ডোম) পেঙেৰী জান মিলি দিহিঙৰ সোঁপাৰে পৰে। তাৰপৰা ৪ কিমি আহি লিডোৰ পশ্চিমে লিডোপানী আৰু তাৰপৰাও ৩ কিমি আহি আলুবাৰীত টাৰাকাছি জানক সোঁপাৰে আৰু নামদাং নৈক বাঁওপাৰে লয়। লিডোপানী আৰু নামদাং নৈ দুয়োখনে কয়লাখনিৰ মাজেদি বৈ অহা বাবে যথেষ্ট গেদ আৰু দূষিত দ্ৰব্য কঢ়িয়াই আনে। উক্ত টাৰাকাছি জানৰ কাষতে আলুবাৰীত এবাসুঁতিৰপৰা হোৱা বুঢ়ী বিল। ইয়াৰপৰা ডেৰ কিঃমিঃ ভটিয়াই বুঢ়ীদিহিং নৈ মাৰ্ঘেৰিটা চহৰ পায় আৰু তাতে ৰেলপথ তথা ৩৮ নং ৰাষ্ট্ৰীয় ঘাই পথ পাৰ হয়।

মাৰ্ঘেৰিটাৰপৰা নৈখনে পশ্চিমমুৱা হৈ আধা কিল'মিটাৰ আহি মাকুমপানী জানক বাঁওপাৰে লয়। নৈখনে আৰু ৫ কিমি ভটিয়াই মাৰ্ঘেৰিটা চাহবাগিছাৰপৰা যোৱা নামফাই জান আৰু ডিৰাক বাগিছাৰপৰা যোৱা ওংচাপ জানখনৰ মিলিত জানখন বাঁওপাৰে লয়। এই ঠাইৰ বিপৰীতে মাকুম পথাৰৰ কাষত নৈৰ এবাসুঁতিৰপৰা হোৱা বৃহৎ আকাৰৰ পাৰৈ বিল। উত্তৰৰ পাৰৈ চাহবাগিছাৰপৰা অহা পাৰৈ নৈ আহি পাৰৈ বিলৰ গাতে লাগি দিহিঙৰ সোঁপাৰে পৰে। তাৰপৰা নৈখনে আঢ়ৈ কিমি ভটিয়াই লেখাজানক বাঁওপাৰে লয়। ইয়াৰপৰা এটা পাক ঘূৰি ৪ কিমি ভটিয়াই জংলু নলাক সোঁপাৰে লয়। জংলুৰ উপনৈ হাৰে জান আৰু জেনুক জান। জংলুক লৈ দিহিং নৈখন ৪ কিমি ভটিয়াই অৰুণাচলৰ ডিৰাক নৈক বাঁওপাৰে লয় আৰু তাৰপৰা কিছুদূৰ অৰুণাচলৰ টিৰাপ জিলা আৰু অসমৰ তিনিচুকীয়া জিলাৰ মাজৰ সীমাৰূপে বয়। ডিৰাকমুখৰ বিপৰীত পাৰে এখন ডাঙৰ জান আহি দিহিঙৰ সোঁপাৰে পৰে।



ডিৰাকমুখৰপৰা দিহিং নৈখন পশ্চিমমুৱা দিশতে আকৌ পাহাৰৰ মাজত সোমায়। এইদৰে বাটত টিৰোজু জানক বাঁওপাৰে লৈ চাৰেপাঁচ কিমি আহি নামচাং মুখত নামচাং নৈক বাঁওপাৰে লৈ আকৌ সম্পূৰ্ণকৈ অসমত সোমায়, কাৰণ নামচাংখন উপৰোক্ত আন্তঃৰাজ্যিক সীমাইদি বৈ আহিছে। নামচাংমুখৰপৰা দিহিঙে পাহাৰৰ মাজেদি এক ঠেক পথেদি ১৩ কিমি বৈ আহি সীতাকুণ্ড নামৰ এক পবিত্ৰ ঠাই পায়। এইছোৱা পথত নৈৰ উত্তৰৰ ওপৰ দিহিং বন আৰু দক্ষিণৰ জয়পুৰ বনৰ মাজৰপৰা কেঁইবাখনো জান আৰু উত্তৰৰ তৰাজান চাহবাগিছাৰ ওচৰত থুংথুং নৈ আহি দিহিঙত পৰে। সীতা কুণ্ডৰপৰা ১ কিমি নামনিত টিপাম নৈ দিহিঙৰ বাঁওপাৰে পৰে। তাৰপৰা ১ কিমি ভটিয়াই পাহাৰৰ মাজৰপৰা ওলাই দিহিং নৈখন পাদদেশৰ নগাঘাট পায়। নগাঘাটৰপৰা নৈখন উত্তৰ-পশ্চিমমুৱা হৈ ডেৰ কিমি আহি জয়পুৰ পায়। তাৰপৰা দুটা পাক ঘূৰি ৯ কিমি আহি ডিগবৈ মুখত ডিগবৈ নৈক সোঁপাৰে লয়। তাৰপৰা এটা মেছ ঘূৰি ৪ কিমি আহি নৈখন নাহৰকটীয়া পায়। নাহৰকটীয়াৰপৰা ৪ কিমি ভটিয়াই দুলিয়াজান নগৰৰ দক্ষিণৰ টিপলিং ঘাটত ই টিপলিং নৈক সোঁপাৰে লয়। ইয়াৰপৰা ২ কিমি ভটিয়াই ৰেলপথ আৰু নাহৰকটীয়া-ডিব্ৰুগড় পথ পাৰ হৈ সোঁপাৰে মধুপুৰৰ ওচৰত মেৰ বিল নামৰ এখন বিশাল বিল এৰে। এই বিলখনৰ বিশেষত্ব এয়ে যে বিলখনৰ সৰহভাগ ঠাই এতিয়াও পোত নোখোৱাকৈ আছে। আহোমৰজাৰ দিনত হেনো মেৰ বিলৰ মুখত দিহিংখনক খান্দি পোন কৰি বিলখনক সৃষ্টি কৰা হৈছিল; বিলখনক তেতিয়া নাওশাল হিচাপে ব্যৱহাৰ কৰা হৈছিল। ওচৰৰ নাওশলীয়া নামৰ ঠাইখনেই তাৰ কিছু প্ৰমাণ দিয়ে। মেৰ বিলৰপৰা ৬ কিমি নামনিৰ খেৰেমিয়া নামৰ ঠাইত দিহিঙৰ এবাসুঁতিৰপৰা হোৱা বৰ বিল। ইয়াৰ পূবফালে ওলোৱা বছাজান নামৰ এখন জানে পাপোজানক লগত লৈ এই বৰ বিলত পৰে। ইয়াৰপৰা নৈখনে চাৰে তিনি কিমি ভটিয়াই টিংৰাইৰ কাষেদি বৈ অহা টিংৰাই নৈক সোঁপাৰে লয়। ইয়াৰপৰা নামনিলৈ বুঢ়ীদিহিঙৰ দুয়োপাৰে থকা নৈখনৰ ভালেমান এবাসুঁতি এতিয়া বিলত পৰিণত হৈছে। এইবোৰ হ'ল— শিঙৰী বিল, মেৰ বিল, দীঘলী বিল, হাতীবন্ধা বিল, বালি বিল, বামুণী বিল আৰু হাঁহচৰা বিল। টিংৰাইৰপৰা পোনে পোনে প্ৰায় ১২ কিমি নামনিৰ দিচাম নামৰ ঠাইত দক্ষিণ-পূবৰপৰা বৈ অহা দিচাম নৈ আহি

দিহিঙৰ বাঁওপাৰে পৰে। তাৰপৰা দিহিং নৈয়ে দুটামান পাক ঘূৰি ৬ কিমি আহি কদমনি বিলৰপৰা অহা গেলা দিচাম জানক বাঁওপাৰে লয়। এইখনৰ পাছত বুঢ়ীদিহিঙৰ বাঁওপাৰে আৰু কোনো জান নাই।

গেলা দিচামত পৰাৰ পাছত নৈখন উত্তৰ-পশ্চিমমুৱা হয়। এইদৰেই ৯ কিমি আহি তেলপানী নৈক সোঁপাৰে লয়। তেলপানী এখন সৰুনৈ। নৈখন টেঙাখাটৰ ওচৰত টেঙাখাট-লাহোৱাল পথৰ কাষেদি বৈ আহা বকোলাজান বা চুঙীজান বা দেৰেংনৈ আৰু তাৰ দক্ষিণৰ বেচামৰা নলা বা বামুণীকুৰাজান মিলি হৈছে আৰু তেল-পানী সংৰক্ষিত বনৰ মাজেদি বৈ আহিছে। বেচামৰা নলাটো দেও আৰু গোটোং নামৰ দুখন বিলৰ মাজেদি আহিছে।

তেলপানীৰ সংগমৰপৰা দিহিংনৈ ৫ কিমি ভটিয়াই দক্ষিণ-পশ্চিমমুৱা হয়। ইয়াৰপৰা খোৱাং চহৰলৈকে পোনকৈ ১৬ কিমি বাটত নৈখনৰ পূৰ্বৰ সপিল পথ পোন কৰাৰ বাবে দুয়োপাৰে এৰা-সুঁতিৰপৰা হোৱা ভালেমান বিল দেখা যায়। এইবোৰ, যেনে—সোঁপাৰে চেৰাবিল, কাঠবিল, বৰবিল, কাছমাৰী বিল, গৰগৰি বিল, বালিগাঁওৰবিল, কোটোহা বিল, পতানি বিল, আৰু বাঁওপাৰে—পানীখোৱা বিল, মেৰ বিল, দেয়াং বিল, হাকাই বিল, বুঢ়ীখোৱা বিল, পদুমণি বিল ইত্যাদি।

উল্লেখযোগ্য যে খোৱাঙৰ ১ কিমি উত্তৰত নৈখনে পূৰ্বৰ ৰাষ্ট্ৰীয় ঘাইপথ ছিঙি আগৰ সুঁতি এৰি ১৯৮০ চনৰপৰা নতুন ৩৭নং ঘাই-পথেৰ পকীদলঙৰ সামান্য পশ্চিমৰপৰা পোনে পোনে পশ্চিমলৈ বৈ আহিছে। সেইবাবে খোৱাঙৰ ওচৰত এখন বিলৰ সৃষ্টি হৈছে। খোৱাঙৰ-পৰা সামান্য নামনিত দিহিঙৰ বাঁওপাৰে বৰবিল আৰু সোঁপাৰে গৰুধৰীয়া বিল আৰু বৰ বিল।

খোৱাঙৰপৰা দক্ষিণ-পশ্চিমদিশত ২০ কিমি ভটিয়াই বুঢ়ী-দিহিংখন জুন গাঁও পায়। ইয়াৰপৰাই উত্তৰ-পশ্চিমলৈ ঘূৰি ১০ কিমি ভটিয়াই চেঁচামুখত চেঁচা নৈক সোঁপাৰে লয়। চেঁচামুখৰপৰা পশ্চিমমুৱাহৈ ৪ কিমি আহি লাইবিলগাঁও আৰু তাৰপৰা উত্তৰ-মুৱাহৈ ৪ কিমি আহি বুঢ়ীদিহিং নৈ দিহিংমুখত ব্ৰহ্মপুত্ৰত পৰে। চেঁচামুখৰপৰা এইছোৱা পথত দিহিঙৰ সোঁপাৰে মাগুৰ বিল, মাধুৰা বিল, টিং খৰিং বিল, দুলুৰমাৰী বিল আৰু বাঁওপাৰে লাই বিল।

বুঢ়ীদিহিং নৈখনৰ দীঘ প্ৰায় ৩৬০ কিল'মিটাৰ। ইয়াৰ অৱবাহিকাৰ কালি ৫৪৫৭ বৰ্গ কিল'মিটাৰ। মাৰ্ঘেৰিটাৰ ওচৰত



নৈখন বহলে ২০০ মিটাৰ আৰু খোৱাঙৰ ওচৰত বহলে ১৮০ মিটাৰ। নৈখনৰ সৰ্বোচ্চ গভীৰতা ১২'২ মিটাৰ। নৈখনেদি প্ৰবাহিত পানীৰ সৰ্বোচ্চ, সৰ্বনিম্ন আৰু গড় পৰিমাণ প্ৰতিছেকেণ্ডত যথাক্ৰমে ২২৬০, ১৫ আৰু ৮৭৮ ঘনমিটাৰ। নৈখনেদি উটি ভাহি যোৱা গেদৰ পৰিমাণ বছৰি গড়ে ১৮০০ হেক্টৰমিটাৰ। বছৰি গড়ে ৩৬ দিন বুঢ়ী দিহিং নৈৰপানী বিপদ সীমাৰ ওপৰত থাকে আৰু ইয়াৰ ভিতৰত ১৮ দিনত বানপানী হোৱা দেখা যায়।

## বুঢ়ীদিহিঙৰ প্ৰধান উপনৈ

**৬.১. নামচিক নৈ ঃ** নামফুক নৈৰ প্ৰধান উপনৈ হ'ল নামচিক। নৈখন পাটকাই পৰ্বতৰ ৰামলুংকৰ নামৰ ঠাইত ২২৬০ মিটাৰ উচ্চতাত ওলাইছে। অৰুণাচলৰ মাজেদি ৪০ কিমি বাট উত্তৰ-পুবমুৱা হৈ বৈ অহাৰ পাছত টলাই দুইদাম নামৰ ঠাইত নৈখন উত্তৰমুৱা হয়। এইদৰে ৫ কিমি আহি নৈখন উত্তৰ-পশ্চিমমুৱা হয়। ৪ কিমি পথ উক্ত দিশেৰে আহি নামচিক নৈয়ে কাথাং হুকা নামৰ এখন উপনৈক বাঁওপাৰে লয়। এই কাথাং হকাখন অসমৰ তিনিচুকীয়া আৰু অৰুণাচলৰ চাংলাং জিলাৰ মাজৰ সীমা। গতিকে কাথাংহকাক লোৱাৰপৰা নামচিকখনো তিনিচুকীয়া জিলাৰ একেবাৰে দক্ষিণ-পুবকোণেদি উক্তসীমাৰূপে বৈ আহিবধৰে। এই-দৰে উত্তৰ-পশ্চিম দিশতে আৰু ৬½ কিমি আহি লংটংয়ংকক নামৰ ঠাইৰ উত্তৰত নামচিক নৈখন নামফুকত পৰে। নামচিক নৈখন দীঘে ৫১ কিল'মিটাৰ আৰু ইয়াৰ অৱবাহিকাৰ কালি ৫১৫ বৰ্গ কিল'মিটাৰ।

**৬.২. টিৰাপ নৈ ঃ** বুঢ়ীদিহিঙৰ সৰ্ববৃহৎ উপনৈ হ'ল টিৰাপ। অৰুণাচলৰ টিৰাপ জিলাৰ নাম এইনৈৰ নামেৰে দিয়া হৈছে। এই জিলাৰ দক্ষিণৰ ৰোহো নামৰ ঠাইৰ দক্ষিণে ২৭৮০ মিটাৰ উচ্চতাত নৈখনৰ উৎপত্তি হৈছে। তাৰপৰা উত্তৰ-পুবমুৱাহৈ পৰ্বতৰ মাজেদি ৯৬ কিমি বৈ আহে। চাংলাং জিলাৰ সদৰ ঠাই চাংলাং চহৰ ইয়াৰ পাৰৰ প্ৰধান ঠাই। পৰ্বতৰ ভিতৰত টিৰাপৰ প্ৰধান উপনৈ হ'ল বাল্লাং।

উত্তৰ টিৰাপ নামৰ ঠাইৰ ৪ কিমি দক্ষিণে নৈখন অসম-অৰুণাচলৰ সীমাত প্ৰবেশ কৰে। তাৰপৰা উত্তৰৰ টিৰাপ সংৰক্ষিত বন আৰু দক্ষিণৰ কাথাং সংৰক্ষিত বনৰ মাজেদি উক্তসীমাৰূপে

১২ কিমি বাট উত্তৰ-পুবমুৱা হৈ বৈ আহে। এইছোৱা পথত অসমৰ ফালৰপৰা পৰা জানদুখন হ'ল খাছী ৱা আৰু লংগ্ৰাম ৱা। তাৰ পাছত নৈখন হঠাতে উত্তৰমুৱা হৈ সম্পূৰ্ণকৈ তিনিচুকীয়া জিলাত সোমায়। এই দিশত ৫ কিমি আহি টিৰাপ নৈখন পশ্চিমমুৱা হৈ ভেয়ামত সোমায়। গতিকে ১২ কিমি বাটতে নৈখন বিপৰীত মুখী হৈ পাহাৰৰপৰা ভেয়াম পায়। ভেয়ামেদি বাটত বাঁওপাৰৰ পাহাৰৰপৰা অহা হিছাৱা, ৱালাৱা, খাটত জান, আৰু উদয়পুৰৰ ওচৰত লাছুৱা আৰু টিপং নৈক বাঁওপাৰে লৈ ৬½ কিমি আহি ৩৮ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰহৈ পথৰ সমান্তৰালকৈ বৈ আহে। উক্ত টিপং নৈখন বিখ্যাত টিপং কয়লাখনি অঞ্চলৰ মাজেদি বৈ অহা এখন মজলীয়া আকাৰৰ নৈ। টিৰাপ নৈখন সেইদৰে ৪ কিমি আহি লেখাপানী ৰেলষ্টেচনৰ ওচৰত লেখাপানী নৈক বাঁওপাৰে লয়। লেখাপানীৰ উপনৈ ফাংয়াক হকা। লেখাপানীৰ ওচৰৰপৰা টিৰাপ খন উত্তৰ-পশ্চিমমুৱা হৈ পথৰ কাষৰপৰা আঁতৰি যায়। বাটত দক্ষিণৰপৰা যোৱা ছিপি জানক লগত হৈ ৫½ কিমি ভটিয়াই লিডোৰ উত্তৰত টিৰাপ নৈ বুঢ়ীদিহিঙত পৰে। টিৰাপ নৈৰ সোঁপাৰে ভেয়ামত এখনো উপনৈ লগ হোৱা নাই। সপিল পথ পোনোৱাৰ বাবে নৈখনৰ কেইবাটাও এৰাসুঁতি এতিয়া বিল হৈছে। টিৰাপ নৈখন দীঘে ১৪৫ কিল'মিটাৰ। ইয়াৰ অৱবাহিকাৰ কালি ১০৬৪ বৰ্গ কিল'মিটাৰ।

**৬. ৩. নামদাং নৈ ঃ** নামদাং কয়লা ক্ষেত্ৰৰ মাজেদি বৈ অহা নৈ। হাচংপানী, টিকৰুপানী, জগনুপানী নামৰ তিনিখন জান মিলি নামদাংখন হৈছে। ইয়াৰে হাচংপানী আৰু জগনুপানীয়ে অসম-অৰুণাচলৰ মাজৰ সীমা নিৰ্ধাৰিত কৰিছে। নৈখন অসমত সোমাই উত্তৰ-পশ্চিমলৈ ৫ কিমি আহি তাৰপৰা পশ্চিমমুৱা হৈ ২ কিমি ভটিয়াই মাৰ্ঘেৰিটাৰ পুবত ঘাই পথ পাৰ হৈ বুঢ়ীদিহিঙত পৰে।

**৬. ৪. ডিৰাক নৈ ঃ** প্ৰধানকৈ অৰুণাচলৰ ভিতৰৰ নৈ। টিৰাপ জিলাৰ মাজেদি নৈখন উত্তৰলৈ আহি নক্তে নিবাসী অঞ্চলৰ উত্তৰৰ নামটক চাহ বাগিছাৰ ওচৰৰপৰা তিনিচুকীয়া আৰু টিৰাপ জিলাৰ মাজৰ সীমাৰূপে পশ্চিমমুৱা হৈ বৈ আহে। এইদৰে চাৰেচাৰি কিমি আহি উত্তৰ-পশ্চিমমুৱা হয়। এইদৰে ৩ কিমি ভটিয়াই ডিৰাক সংৰক্ষিত বনৰ মাজৰ সমতলত সোমায়। একেটা সীমাইদি



তাৰপৰা ৪ কিমি ভটিয়াই ডিৰাকমুখত বুঢ়ীদিহিঙত পৰে। ডিৰাক-খন দীঘে ৩২ কিল'মিটাৰ।

**৬. ৫. নামচাং নৈ ঃ** অৰুণাচলৰ টিৰাপ জিলাৰ সৰু খুনচা নামৰ ঠাইৰ দক্ষিণে নামচাং নৈখন ওলাইছে। তাৰপৰা নৈখনে উত্তৰ-পশ্চিম দিশত ২৪ কিমি বৈ আহি ডিব্ৰুগড় জিলাৰ দক্ষিণৰ শুকান-জুৰি নামৰ ঠাইত অসম-অৰুণাচলৰ সীমাত প্ৰবেশ কৰি সেই সীমাৰূপে উত্তৰ-পুব দিশত বৈ আহে। বাটত বাৰিকপানী আৰু বমাট জু নামৰ দুখন জান লৈ শুকানজুৰিৰ কিছু উত্তৰত নৈখন পাহাৰৰ মাজৰ এখন উপত্যকাত গুমায়হি। তাৰপৰা নৈখন ভটি-য়াই আহি টিৰাপ জিলাৰ দেওমালিৰ কাষেদি বৈ নামচাংমুখত বুঢ়ীদিহিঙৰ বাঁওপাৰে পৰে। অসমৰ ভিতৰত নৈখনৰ দীঘ ১৪ কিমি। নামচাং নৈৰ মুঠ দৈৰ্ঘ্য ৫১ কিল'মিটাৰ আৰু অৱবাহিকাৰ কালি ৩৯৯ বৰ্গ কিল'মিটাৰ।

**৬. ৬. ডিগবৈ নৈ ঃ** এইখন এখন সমতলত ওলোৱা নৈ। ডিগবৈ নগৰৰ ওচৰৰ বগাপানী সংৰক্ষিত বনৰ মাজত ওলোৱা খাৰজান ডিগবৈৰ আগলি নৈ। খাৰজানে পশ্চিমমুৱা হৈ আহি ৰেলপথ পাৰহৈ ওপৰত দিহিং সংৰক্ষিত বনৰ (পশ্চিম খণ্ড) মাজেদি বৈ তেল নলা নাম লয়। হয়তো ডিগবৈ তৈলক্ষেত্ৰৰ খাৰুৱা তেলৰ আবৰ্জনা কঢ়িওৱাৰ বাবে সেই নাম হৈছে। বাটত দক্ষিণ বালিজান আৰু বৰজান নামৰ দুখন জান লগত লৈ তেল নলাই ডিগবৈ নৈ নাম লয়। ডিগবৈ নামেৰে দক্ষিণ-পশ্চিম দিশত বৈ আহি ভাদৈ পাঁচআলিৰ দক্ষিণৰ গৰীয়াবাম নামৰ ঠাইত নৈখনে দুখনমান জান লগত লয়। তাৰপাছৰ বাটত উত্তৰৰ টিংৰাই নৈৰ এটা শাখা উষাপুৰ ৰবৰামৰ বিপৰীতে ডিগবৈত পৰে। এই শাখাটোতে গৰুমৰা জান নামৰ এখন জান লগ হৈছে। ডিগবৈ নৈ উষাপুৰেদি উত্তৰ-পশ্চিমমুৱা হৈ এটা অৰ্ধবৃত্তাকাৰ মেছ লৈ ডিগবৈমুখত বুঢ়ীদিহিঙৰ সোঁপাৰে পৰে। ডিগবৈ নৈৰ দীঘ ৪৭ কিল'মিটাৰ আৰু অৱবাহিকাৰ কালি ১৬০ বৰ্গকিল'মিটাৰ।

**৬. ৭. টিপলিং নৈ ঃ** নৈখন ওপৰ দিহিং সংৰক্ষিত বনৰ মাজত ওলাই দক্ষিণ-পশ্চিমমুৱা হৈ বাটত নগাজান আৰু ঢেঁকীয়াজানক লৈ বৈ আহে। মধুটিং চাহ বাগিছাৰ ওচৰত ইয়াৰ এটা শাখা ফাটি ডিগবৈত পৰেগৈ। তাৰপৰা নৈখন একে দিশতে আহি থাকি ডুলিয়া-

জানৰ ওচৰৰ টিপলিং ঘাটত বুঢ়ীদিহিঙত পৰে। টিপলিং নৈখন দীঘে ২৮ কিল'মিটাৰ।

**৬.৮. টিংৰাই নৈ ঃ** সমতলত ওলোৱা আৰু সৰ্পিল পথেৰে বোৱা নৈ। নৈখন ডিগবৈ নৈৰ সামান্য উত্তৰত বগাপানী ৰেল ষ্টেচনৰ কাষত ওলাই পশ্চিমমুৱা হৈ ওপৰত দিহিং সংৰক্ষিত বনৰ মাজেদি আৰু টিংৰাই ৰেল ষ্টেচনৰ দক্ষিণেদি বৈ আহিছে। আনন্দবাগ চাহ বাগিছাৰ ওচৰত খাৰজান আৰু নামনিৰ লোহাৰী নেপালী গাঁৱৰ ওচৰত লোহাৰীজান দুয়োকো সোঁপাৰে লৈ আৰু অলপ ভটিয়াই খেটোজানক বাঁওপাৰে লয়। আৰু ভটিয়াই তিনিচুকীয়া-ডুলিয়াজান পথৰ কাষত পাথৰী জানক বাঁওপাৰে লৈ উক্ত পথ পাৰ হৈ আহি টিপলিং নৈ চাৰিআলি ৰেল ষ্টেচনৰ ওচৰ পায়। ইয়াৰ ওচৰৰ ইটাখুলি চাহ বাগিছাৰ কাষেদি এটা ধেনুভিৰীয়া ভাঁজ লৈ নৈখনে দক্ষিণ-পশ্চিমমুৱা হৈ বৈ আহি বালিজান চাহ বাগিছাৰ উত্তৰত হুগ্ৰীজান নামৰ এখন ডাঙৰ জানক বাঁওপাৰে লয়। ইয়াৰ পাছত টিংৰাই নৈয়ে ৰাইটাক নৈ আৰু দুখনমান জান লগত লৈ টিংৰাই চাৰিআলিৰপৰা ৪ কিমি দক্ষিণ-পশ্চিমত বুঢ়ীদিহিঙত পৰে। টিংৰাই নৈখন দীঘে ৭৬ কিল'মিটাৰ। ইয়াৰ অৱবাহিকাই ৩৪২ বৰ্গকিল'-মিটাৰ ঠাই আগুৰি আছে।

**৬.৯. দিচাম নৈ ঃ** নৈখন জয়পুৰৰ দক্ষিণৰ শিলিখা পাহাৰত (নামৰূপৰ পৰ্বতপুৰৰপৰা ৪ কিমি দক্ষিণ-পূবত) ৪৭৪ মিটাৰ উচ্চতাত ওলাইছে। তাৰপৰা নৈখনে উত্তৰ-পশ্চিমমুৱা হৈ পৰ্বতপুৰৰ কাষেদি ১০ কিমি আহি ৰুকাং নৈক সোঁপাৰে লৈ বালিমৰা ৰেল ষ্টেচনৰ ওচৰত ৰেলপথ পাৰ হয়। ইয়াৰপৰা ৪ কিমি ভটিয়াই সোঁপাৰে কচুজানক লৈ পশ্চিমমুৱা হয়। কচুজানৰ উপনৈ লবংখোলা জান আৰু নাহৰপুং জান। এই দিশত নৈখনে ৬ কিমি আহি উত্তৰ-পশ্চিমমুৱা হৈ আৰু ৫ কিমি ভটিয়াই মেৰ বিলৰপৰা অহা এখন জান সোঁপাৰে লয়। তাৰপৰা পশ্চিমমুৱা হৈ ২ কিমি আহি বাঁওপাৰে পানীবুৰা জানক লগত লৈ উত্তৰ-পশ্চিমমুৱা হয়। এইদৰে ৬ কিমি আহি দিচামখন বুঢ়ীদিহিঙৰ বাঁওপাৰে পৰে। দিচাম নৈখন দীঘে ৩৮ কিল'মিটাৰ।

**৬.১০. চেঁচা নৈ ঃ** নৈখন তিনিচুকীয়া নগৰৰ পশ্চিমৰ পানীতোলা ৰেল ষ্টেচনৰ ওচৰত ৰেল পথৰ উত্তৰে ওলাই দক্ষিণ-পশ্চিমমুৱা হৈ



বৈ আহিছে। নৈখনে এইদৰে ৮ কিমি আহি ডিমৰু গুৰীয়া নামৰ ঠাইৰপৰা ওলোৱা বালিজানক বাঁওপাৰে লৈ প্ৰায় পশ্চিমমুৱা হয়। বাটত চাবুৱা চাহ বাগিছাৰপৰা অহা এখন জান সোঁপাৰে লৈ সৰ্পিল পথেৰে (পোনে পোনে) ১৩ কিমি আহি ডিকমৰ দক্ষিণে ডিকম-জানক বাঁওপাৰে লয়। ডিকমৰ উপনৈ লেংৰাইজান। তাৰপৰা নৈখন ১২½ কিমি আহি দিনজানক সোঁপাৰে লয়। তাৰপৰা ই ১৫ কিমি ভটিয়াই মহমাৰি চাহ বাগিছাৰ ওচৰত ঘুগুৰা জানক বাঁওপাৰে লয়। ঘুগুৰা জানখন বৰদীঘল। ই ৰমাই নামৰ ঠাইৰ পূবত ওলাই বুঢ়ীদিহিং নৈৰ নিচেই কাষ চাপে যদিও তাত নপৰি ৬ কিমি আঁতৰি আহি চেঁচাত পৰে। ঘুগুৰা জানক লৈ ২ কিমি বাট পশ্চিমলৈ আহি ঘোঁৰামৰাৰপৰা চেঁচাখন দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে ৪ কিমি আহি চেঙেলীজানক বাঁওপাৰে লৈ নৈখনে আৰু ৬ কিমি ভটিয়াই কোটোহাৰ ওচৰত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। তাৰপৰা ১০ কিমি আহি বৰদৈবামৰ ওচৰত নৈখনে বাঘজানক সোঁপাৰে লয়। তাৰপৰা দিহিংমুখ সংৰক্ষিত বনৰ দক্ষিণ সীমাইদি ৮ কিমি বৈ আহি চেঁচা নৈখন চেঁচামুখত বুঢ়ী-দিহিঙত পৰে।

চেঁচা নৈখন দীঘে ১০৭ কি'লমিটাৰ। ইয়াৰ অৱবাহিকাৰ কালি ৫০২ বৰ্গ কিল'মিটাৰ। চেঁচা নৈয়েদি প্ৰৱাহিত পানীৰ সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ প্ৰতিছেকেণ্ডত যথাক্ৰমে ৮২ আৰু ২ ঘনমিটাৰ।

**৭. বলমা নৈ ঃ** অতীজৰ দিচাং নৈৰ উপনৈ বলমা নৈখন বৰ্তমান ব্ৰহ্মপুত্ৰত পৰিছেহি। নৈখন শিৱসাগৰ জিলাৰ উত্তৰভাগৰ বুঢ়ীদিহিং নৈৰ পাৰৰ জুনগাঁৱৰ ওচৰত নাওজান নামে ওলাই দক্ষিণ-পশ্চিমমুৱা হৈ ৬ কিমি আহি দেউৰীগাঁও পায়। তাৰপৰা ব্ৰহ্মপুত্ৰৰ মথাউৰিৰ সমান্তৰালকৈ বৈ আহি বাটত ক্ৰমে উতলাজান আৰু থেকেৰাগুৰি জান দুয়োকে বাঁওপাৰে লয়। থেকেৰাগুৰিজানখন নাওজান বিলৰ পৰা ওলাইছে। ইয়াক উজনিলৈ নেমুকুৰ জান বোলে; ইয়াৰ উপনৈ জামুগুৰিজান।

বলমা নৈখনে তাৰপাছত চেমাই নৈক বাঁওপাৰে লৈ ককিলামাৰিৰ ওচৰত দিপলিং নৈ নাম লয়। পূৰ্বতে ইয়াতে দিপলিং নামৰ এখন জান আছিল। তাৰপৰা নৈখন ধাইমাক পুখুৰীৰ উত্তৰেদি বৈ আহি বলমা নাম লয়। এইনামে ৭ কিমি ভটিয়াই নৈখনে নিজৰ পূৰ্বনি-মৰাসুতি এটাক সোঁপাৰে এৰি আৰু ৫ কিমি আহি আকৌ তাকে

সোঁপাৰে লৈ ঠাইতে বালিকুৰ জান খনকো বাঁওপাৰে লয়।

বালিকুৰ জানখন উপৰুক্ত জামুগুৰি জানৰ ওচৰৰ শিঙীবিলৰপৰা ওলাই গৰৈমাৰী হোলা নামে ধাইআলিৰ কাষেদি দক্ষিণ-পশ্চিম মুৱা হৈ পানী দিহিং সংৰক্ষিত বনৰ মাজেদি আহি ডিমৌ নৈৰ কাষ চাপে। ধাইআলিৰ কাষতে জানখনে ঔতলা বিল নামৰ এখন জান বাঁওপাৰে লৈ বালিকুৰ জান নাম লয়। তাতে ই দুভাগ হৈ থিতাতে ডিমৌনৈত পৰে আৰু আনভাগ উত্তৰ-পশ্চিমমুৱা হৈ আহি গৰৈমাৰী নামৰ অন্য জান এখন সোঁপাৰে লৈ আৰু কটালি বিলত কেকোঁৰাখাতী জানখনক সোঁপাৰে লৈ বলমা নৈৰ বাঁওপাৰে পৰে।

বালিকুৰ জানক লৈ বলমা নৈখন আৰু ৪ কিমি ভটিয়াই পোৱা বাঁওপাৰৰ শগুণপৰা আৰু বৰপথাৰ বিলৰ কাষেদি বৈ আহে। তাৰপাছত পূবদিশৰ ঘোকা, টকিয়া, বৰপথাৰ আদি বিলবোৰৰপৰা ওলোৱা শিঙৰা জানখনক বাঁওপাৰে লৈ আৰু ২ কিমি ভটিয়াই বলমা নৈ ব্ৰহ্মপুত্ৰত পৰে। ১৯১৯ চনৰ মেপত ফুলাই বিলৰপৰা অহা ফুলাইজানখন বলমানৈৰ বাঁওপাৰে পৰিছিল। বৰ্তমান বলমাৰ মুখখন খহনীয়াগ্ৰস্ত হোৱাত ফুলাইজান বলমা মুখৰপৰা সামান্য পশ্চিমত ব্ৰহ্মপুত্ৰত পৰিছে। বলমা নৈখন দীঘে ২৫ কিল'মিটাৰ ইয়াৰ অৱবাহিকাৰ কালি ১৫০ বৰ্গ কিল'মিটাৰ।

**৮. দিচাং নৈঃ** দিচাং নৈখন অৰুণাচলৰপৰা আহি অসমৰ শিৱসাগৰ আৰু ডিব্ৰুগড় জিলাৰ সীমাৰূপে কিছুদূৰ বৈ পাছত শিৱসাগৰ জিলাৰ মাজেদি গৈ ব্ৰহ্মপুত্ৰত পৰিছে। নৈখনৰ উৎস স্থান হ'ল অৰুণাচলৰ টিৰাপ জিলাৰ দক্ষিণ অংশৰ পাটকাই পৰ্বতৰ ২৬০০ মিটাৰ ওখ পাটকাই বুম শৃংগ (২৬° ৩৮', ৯৫°, ২৭')। নৈখনে তাৰপৰা টিছা নৈ নামেৰে উত্তৰমুৱাহৈ ৪০ কিমি বৈ আহি নিজৰ প্ৰথম প্ৰধান উপনৈ টোৱাইজো নৈক বাঁওপাৰে লয়। তাৰপৰা নৈখনে বাটত দাইদাম নৈক লৈ ১০ কিমি আহি অসম-অৰুণাচল সীমাত টাউৰক্ পানী বা টাৱট্জু নৈক সোঁপাৰে লয়। টাৱট্জুখন বেচ ডাঙৰ নৈ, এইখন দক্ষিণৰপৰা বৰদুৱীয়া সংৰক্ষিত বনৰ মাজেদি বহুতো শাখা-প্ৰশাখাৰে সৈতে বৈ আহিছে। তাৰপৰা টিছা নৈয়ে উক্ত-সীমাইদি ২ কিমি উত্তৰলৈ আহি লকানজানক বাঁওপাৰে লয়। লকান-জানখন অসমৰ শিৱসাগৰ আৰু অৰুণাচলৰ টিৰাপ জিলাৰ মাজৰ সীমা ৰূপে উত্তৰ-পূব দিশত ১৫ কিমি বৈ আহি টিছাত পৰিছে। তদুপৰি লকান জানৰ পশ্চিমে একে সীমাতে টীয়ক নৈ নামৰ দিচাঙৰ



উপনৈ এখন ওলাই পশ্চিমলৈ বৈ গৈছে। টিছাখন উত্তৰদিশত এটা ক্ষুদ্ৰ জলপ্ৰপাত পাৰহৈ বাটত খুনছা জু আৰু খুনমো জু আদি পাহাৰীয়া জানক বাঁওপাৰে লৈ ৬ কিমি ভটিয়াই দিলিঘাটত পকী-দলং পাৰহৈ ভৈয়াম আৰু দিচাংনৈ নাম লয়। এইছোৱাত নৈখন শিৱসাগৰ আৰু ডিব্ৰুগড় জিলাৰ মাজৰ সীমা।

দিলিঘাটৰ ওচৰতে থকা দিলি চাহ বাগিচা পাৰহৈ পানী দুৱৰীয়া গাঁৱৰপৰা নৈখন পশ্চিমমুৱাহৈ নামৰূপ ৰেল ষ্টেচনৰ ১ কিমি দক্ষিণে ৰেলপথ পাৰ হয়। একেদিশতে আৰু ১০ কিমি আহি নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। তাৰপৰা সাপেখাতী সংৰক্ষিত বনৰ উত্তৰ সীমাই দি বৈ আহি লংপতীয়া ৰেল ষ্টেচনৰপৰা ৩ কিমি উত্তৰত টিমন নৈক বাঁওপাৰে লয়। নৈখনে ইয়াৰপৰা পশ্চিম-দক্ষিণ দিশত এক গোন পথেৰে ৩০ কিমি আহি শিৱসাগৰ জিলাৰ ভিতৰত নিজৰ অন্যতম প্ৰধান উপনৈ টাওকাক নৈক বাঁওপাৰে লয়। তাৰপৰা ১২ কিমি আহি নৈখনে চক্ৰাই নৈক বাঁওপাৰে লয়। ইয়াৰপৰা ৫ কিমি ভটিয়াই নঙলামৰা ঘাটপাৰহৈ নৈখন ৪ কিমি প্ৰায় উত্তৰ-মুৱা হৈ বয়। দিহিঙীয়া গাঁৱৰপৰা নৈখন উত্তৰ-পশ্চিমমুৱা হয় আৰু এইদৰে ৬ কিমি আহি ৰজাবাৰীৰ ওচৰত দিৰৈ নৈক সোঁপাৰে লয়।

দিৰৈ নৈক লৈ দিচাংখন ১ কিমি ভটিয়াই ৰজাবাৰীত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ কিছু পশ্চিমমুৱা হয়। এইদৰে ৫ কিমি আহি নৈখন একেবাৰে পশ্চিমমুৱা হয় আৰু আথৈ ফুটীয়াৰ বিপৰীত পাৰে বৰ পালেঙী জানক সোঁপাৰে লয়। তাৰপৰা ৫ কিমি আহি ডিমৌ মুখত ডিমৌ নামৰ আন এখন মজলীয়া নৈক সোঁপাৰে লয়। ইয়াৰপৰা ৩ কিমি নামনিত দিচাঙৰ সোঁপাৰে দীঘলী বিল। এই বিলৰপৰা অহা এখন জান দিচাঙত পৰিছে। ইয়াৰপৰা নৈখনে ৩ টা পাক লৈ পোনে পোনে ২ কিমি ভটিয়াই আহি দিচাংমুখত ব্ৰহ্মপুত্ৰত পৰে। উক্ত পাক কেইটাৰ ওচৰত নৈৰ সোঁপাৰে মৰা দিচাং বিল।

১৯১৭ চনৰ জৰীপ মতে দিচাং নৈ ডিমৌমুখৰপৰা ৯ কিমি ভটিয়াই বলমা নৈক সোঁপাৰে লৈ আৰু ৩ কিমি গৈহে ব্ৰহ্মপুত্ৰত পৰিছিল। বৰ্তমান ব্ৰহ্মপুত্ৰ নদীয়ে খহোৱাৰ বাবে বলমা নৈখন দিচাংমুখৰপৰা ২ কিমি পূবত পোনে পোনে ব্ৰহ্মপুত্ৰত পৰিছেগৈ। গতিকে উক্ত সময়ৰপৰা ব্ৰহ্মপুত্ৰখন প্ৰায় ৩ কিল'মিটাৰ দক্ষিণলৈ সোমাই আহিছে।

দিচাং নৈৰ আগৰ নাম দিলিহ বা দিল্লি। ৰেডৰ টোকা মতে সেইসময়ত নৈখন দিখৌমুখৰপৰা চাৰেছয় কিমি উজনিত দিখৌ নৈত পৰিছিল তেতিয়া দৰিকা নৈখন দিচাঙৰ উপনৈ আছিল। ইয়াৰ চিনস্বৰূপে কাটনিপাৰৰ মেৰ বিল, জয়াপাৰ বিল, নলদঙা বিল, বেটেনা বিল আদিৰে মৰিদিলিহ নৈ বৰ্তমান দৰিকা নৈৰ এখন উপনৈ হৈ পৰিছে। তদুপৰি শিৱসাগৰ নগৰৰপৰা উত্তৰ দিশৰ লংচাই, লংমন, কেচুটুপ আদি বিলেৰে গঠিত দীঘলী নৈখনো এসময়ত প্ৰাচীন দিচাং নৈখনেই আছিল বুলি ১৯১৯ চনৰ জৰীপৰ মতে স্পষ্ট হয়। কাৰণ তেতিয়া দীঘলী নৈখন দিবৈ নৈৰ মুখৰ কাষৰ কাটনিপাৰত দিচাঙৰপৰা ফাটি প্ৰায় ২০ কিমি দূৰ বৈ আহি দৰিকাৰ নামনি অংশত পৰিছিল।

দিচাং নৈৰ দীঘ ২৩০ কিল'মিটাৰ আৰু অৱবাহিকাৰ কালি ৩৯৫০ বৰ্গকিল'মিটাৰ। নদীখনেদি প্ৰৱাহিত হোৱা পানীৰ সৰ্বোচ্চ, সৰ্বনিম্ন আৰু গড় পৰিমাণ প্ৰতি ছেকেণ্ডত যথাক্ৰমে ১০৭৮, ১.৪ আৰু ৯১৫ ঘনমিটাৰ। নৈখনে বছৰি গড়ে ২১৯ হেক্টৰ মিটাৰ উটি ভাহি ফুৰা গেদ কঢ়িয়াই নিয়ে। ভৈয়াম অঞ্চলত নৈখনৰ পথ অতি সপিল। ইয়াত নৈখন বহলে প্ৰায় ১০০ মিটাৰ আৰু ইয়াৰ গভীৰতা সৰ্বাধিক ১২ মিটাৰ। দিচাঙৰ এৰাসুঁতিৰপৰা বৰ্তমান ভালেমান বিল হৈছে। এইবোৰৰ ভিতৰত বেবেহি, গৰৈমাৰী, ভেৰানি, বগা, ধেমাইল, জামনগৰা, হাতীমৰা, শ্যামকালী, কাণী, ডগাভেটা, বৰ, কাটনি, সৰগপৰা, মেৰ, মৰাদিচাং আদি উল্লেখযোগ্য।

## দিচাঙৰ প্ৰধান উপনৈ

**৮.১. টিমন নৈ :** শিৱসাগৰ জিলাৰ বৰহাট চাহ বাগিছাৰ দক্ষিণে পাহাৰৰ নামনিৰপৰা ওলোৱা দেওপানী নৈখনে লাউজান নামৰ এখন সৰু জান আৰু দক্ষিণৰ নামদাং নৈক মুক্তাবাৰী চাহবাগিছাৰ কাষত লগত লৈ টিমন নৈ হয়। নামদাঙৰ উপনৈ বালিজান আৰু বিচাই নৈ। তাৰপৰা টিমন নৈখন ৰাইডাং, ঘোঁৰাজান আৰু বৰ টিমন চাহবাগিছাৰ মাজেদি আহি বালিজান নামৰ আন এখন ডাঙৰ জান লগত লয়। এই বালিজানখনৰ উপনৈ হ'ল উজনিৰপৰা ক্ৰমে মিছাজান, মেদালাজান বা বঙালনী নৈ, পাংপাই জান, আৰু দনিকণা জান। তাৰপৰা টিমন নৈখন মজিদপুৰ আৰু খাগৰিজান চাহবাগিছাৰ মাজেদি বৈ আহোঁতে বাটত বাসুদেৱ বাৰীৰ ওচৰত নগাজানক



বাঁওপাৰে লয় আৰু সমান্য দূৰ ভটিয়াই দিচাঙত পৰে। টিমন নৈখন দীঘে ৩২ কিল'মিটাৰ।

**৮.২. টাওকাক নৈ :** নাগালেণ্ডৰ মন জিলাৰ পূব অংশত তেজাম, টেকাং আৰু টিনিউ নামে তিনিখন নৈ মিলি টেকাং নৈ নামেৰে উত্তৰলৈ বৈ আহি য়াংন্যু নৈক সোঁপাৰে লৈ টিজিত নৈ হয়। তাৰপৰা এক সপিল পথেৰে বৈ আহি নামচা নামৰ ঠাইত অসম সোমাই শিৱসাগৰ জিলাৰ অভয়াপুৰ সংৰক্ষিত বনৰ মাজেদি বৈ আহে। বাটত সোঁপাৰে নামচাই আৰু নামতলা আৰু বাঁওপাৰে নাইলুং আৰু নাগা নদীক লৈ টাওকাক নৈ নাম লয়। ই তাৰ-পাছত বৰাহী চাহবাগিছাৰ কাষত টীয়ক নৈক সোঁপাৰে লৈ ৪ কিমি ভটিয়াই চক্ৰাই ৰেল ষ্টেচনৰ ২ কিমি উত্তৰ পূবত দিচাং নৈত পৰে। টাওকাক নৈৰ এৰা সুঁতিৰপৰা ৰেল পথৰ কাষত গজি বিল নামৰ এক বিল হৈছে। টাওকাক নৈখন দীঘে ৪৮ কিমি আৰু ইয়াৰ অৱবাহিকাৰ কালি ৮২৭ বৰ্গ কিল'মিটাৰ।

**৮.২.১. টাওকাকৰ উপনৈ— টীয়ক :** অৰুণাচলৰ টিৰাপ জিলাৰ উত্তৰ-পশ্চিম সীমাৰ চানু আৰু টিৰু নৈ মিলি টীয়ক নৈ নামেৰে উত্তৰ-পশ্চিমমুৱা হৈ ভৈয়ামলৈ আহে। এইদৰে দক্ষিণ-পশ্চিমমুৱা হৈ কিছুদূৰ শিৱসাগৰ জিলাৰ দক্ষিণ সীমাইদি আহি কানুবাৰী চাহবাগিছাৰ উত্তৰ সীমাত নৈখন উত্তৰ-পশ্চিমমুৱা হয়। তাৰপৰা আহি বগবাৰীৰ কাষত পশ্চিমমুৱা হৈ বাটত বালিজান আৰু লেকাম-জানক বাঁওপাৰে লৈ বৰাহী চাহবাগিছাৰ কাষত টাওকাকত পৰে।

**৮.৩. চক্ৰাই নৈ :** চক্ৰাই শব্দটো নৈৰ লগত জড়িত, টাই ভাষাত চক্ৰাই মানে মথাউৰি মৰা নগৰ বা ঠাই। চক্ৰাই নৈখন নগা-পাহাৰৰ মন জিলাৰ ৱাকচিঙৰ ওচৰৰ ১২৯০ মিটাৰ ওখ পৰ্বতত ওলাই, উত্তৰ-পূব মুৱাহৈ বাটত তিৰু বা ছিছু নৈক লৈ ৩ কিমি আহি অসমৰ শিৱসাগৰ জিলাৰ মাইবেলা চাহবাগিছাত সোমায়। নৈখন তাৰপৰা প্ৰায় উত্তৰমুৱা হৈ এক সপিল পথেৰে বৈ আহি চক্ৰাই ৰেল ষ্টেচনৰ ২ কিমি পশ্চিমে ৰেলপথ পাৰ হৈ গড়মূৰ ঘাটত দিচাঙত পৰে। চক্ৰাই নৈৰ দীঘে ৪৫ কিল'মিটাৰ আৰু অৱবাহিকাৰ কালি ২৯৪ বৰ্গকিল'মিটাৰ।

**৮.৪. দিবৈ নৈ :** নৈখন ডিব্ৰুগড় জিলাৰ দিল্লী নগৰ নামৰ ঠাইত উৎপত্তি হৈ নীলমনি আৰু সৰোজিনী চাহ বাগিছাৰ মাজেদি পশ্চিম-মুৱা হৈ বৈ আহে। বাটত পিঠাগুটি চাহ বাগিছাত ই এখন জানক

বাঁওপাৰে লয় আৰু ৪ কিমি ভটিয়াই ঔফুলিয়া চাহ বাগিছাৰ ওচৰত ডিকচিম নলাৰ লগ লাগে। ইয়াৰপৰা দিবৈখন দিবৈ সংৰক্ষিত বনৰ মাজেদি বৈ আহি শিঙৰাজান চাহ বাগিছাৰ ওচৰত এখন জান সোঁপাৰে লয়। তাৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ ভটিয়াই আহি ডোমৰ দলং চাহ বাগিছাৰ দক্ষিণৰ টিফুক গাঁওত দিবৈ বনৰপৰা অহা টিফুক নৈক বাঁওপাৰে লয়। নৈখনে তাৰপৰা আহি চেপন চাহ বাগিছাৰ ওচৰত চেপন জানক সোঁপাৰে লয়। তাৰপৰা দিচাং নৈৰ প্ৰায় সমান্তৰালকৈ বৈ আহি দিবৈয়ে ম'হখুটি চাহ বাগিছাৰ ওচৰত তিনদলন নৈক বাঁওপাৰে লয়। তিনদলন নৈৰ উপনৈ ঝাকান জান। তাৰপৰা দিবৈ নৈখন খৰাহাট ৰেলষ্টেচনৰ ওচৰ পায়, ইয়াতে ইটাহোলা জানক লগত লয়। ইয়াৰপৰা বাটত লাকুমজান আৰু ধনেখনা জানক লগত লৈ বজাবাৰী চাহ বাগিছাৰপৰা ডেৰ কিমি উজনিত দিচাং নৈত পৰে। দিবৈ নৈৰ দীঘ ৬০ কিল'মিটাৰ আৰু অৱবাহিকাৰ কালি ৬৭০ বৰ্গকিল'মিটাৰ।

৮.৫. ডিমৌ নৈ ঃ ডিব্ৰুগড় জিলাৰ দক্ষিণ ভাগৰ বুঢ়ীদিহিং নৈৰ দক্ষিণ পাৰৰ লেঙেৰী অঞ্চলত ঘগৰাজান আৰু কাৰৈমাৰী জান মিলি ডিমৌ নৈ হয়। তাৰপৰা ই পশ্চিমমুৱা হৈ নামদাং সংৰক্ষিত বনৰ মাজেদি বৈ আহে; বাটত বগৰীগুৰি জানক সোঁপাৰে লৈ আহি খোৱাঙৰ ৬ কিমি পুবত বুঢ়ীদিহিঙৰ নিচেই কাষৰপৰা অহা কলৌমোৰা জানক সোঁপাৰে লগত লয়। তাৰপৰাই দক্ষিণ-পশ্চিম দিশত বৈ আহি ৩৭ নং ৰাষ্ট্ৰীয় ঘাই পথ পাৰ হৈ খোৱাং চহৰৰ সামান্য দক্ষিণ-পুৱেদি বৈ আহে। খোৱাং চাহ বাগিছাৰ পশ্চিমৰ হুংহুঙীয়া গাঁওত উত্তৰ-পুবৰপৰা অহা তিলৈ নৈ ডিমৌ নৈৰ বাঁওপাৰে পৰে। তিলৈখন এখন ডাঙৰ জান; এইখন ডিমৌ উৎপত্তি হোৱা ঠাইতে ওলাইছে, তদুপৰি সেই ঠাইতে থকা কাৰৈমাৰী জানে দুয়োকে লগো লগাইছে। তিলৈৰ উপনৈ গজপুৰীয়া জান।

তিলৈক লৈ ডিমৌ নৈখন দক্ষিণ-পশ্চিমমুৱা দিশতে বৈ আহি বাটত ধনেখনা জানক বাঁওপাৰে আৰু দিখাৰী জানক সোঁপাৰে লয়। জুন গাঁৱৰ দক্ষিণৰপৰা নৈখন দক্ষিণমুৱা হৈ ডিমৌৰ ওচৰৰ দিখাৰী বাগানলৈকে শিৱসাগৰ আৰু ডিব্ৰুগড় জিলাৰ মাজৰ সীমাৰূপে বৈ আহে। ডিমৌৰ ওচৰৰপৰা নৈখন পশ্চিমমুৱা হয় আৰু পানী-দিহিং সংৰক্ষিত বনৰ মাজেদি বৰলৈ লয়। এইদৰে ভটিয়াই আহি ধাইআলি পাৰ হৈ বাটত দুখনমান সৰু জান লগত লৈ আথৈফুটীয়াৰ



পশ্চিমৰ ডিমৌমুখত ডিমৌ নৈ দিচাঙত পৰে।

ডিমৌ নৈখনৰ দীঘ ৫৮ কিল'মিটাৰ আৰু ইয়াৰ অৱবাহিকাৰ কালি ৩২০ বৰ্গকিল'মিটাৰ। নৈখনেদি প্ৰৱাহিত পানীৰ সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ প্ৰতি ছেকেণ্ডত ষথাক্ৰমে ১৬ আৰু ২ ঘনমিটাৰ।

৯. দৰিকা নৈ ঃ দিচাং নৈৰ পশ্চিমত শিৱসাগৰ জিলাৰ মাজেদি দৰিকা নৈ বৈ গৈছে। দৰিকাখন পূৰ্বতে দিখৌ নৈৰ উপনৈ আছিল যদিও বৰ্তমান ই স্বাধীনভাৱে ব্ৰহ্মপুত্ৰত পৰা দেখা যায়। দৰিকা নৈৰ নামকৰণ দৰিকী কুৱৰীৰপৰা হোৱা বুলি উল্লেখ পোৱা যায়।

দৰিকা নৈখনৰ উৎস শিৱসাগৰ জিলাৰ নাজিৰা মহকুমাৰ চণ্টক চাহ বাগিছাৰ পুবৰ নগা পাহাৰৰ নামনি অংশ। ই পাহাৰৰ পৰা নামছাই নৈ নামেৰে আহি নামছাই বস্তিত অসম সোমাই উত্তৰ-পশ্চিমমুৱা হৈ চণ্টক চাহ বাগিছাৰ পুবেদি বৈ আহে। এই-দৰে বাটত ৰহদৈ পুখুৰী পাৰ হৈ ৮ কিমি আহি চেতিয়া সন্দিকৈ গাঁৱত চণ্টক উত্তৰৰপৰা অহা টাওলা জানক বাঁওপাৰে লয়। ইয়াৰ-পৰা এটা ভাঁজ লৈ ২ কিমি ভটিয়াই শিমলুগুৰিৰপৰা ৩ কিমি পুবত স্বৰ্গদেৱ প্ৰতাপ সিংহই ধোদৰ আলিৰ ওপৰত নিৰ্মাণ কৰোৱা পুৰণি শিলৰ সাঁকোৰ তলেদি পাৰ হৈ ঠাইতে দিজৈখনা নৈক সোঁপাৰে লয়।

দিজৈখনা নৈখন চৰাইদেউৰ পুবৰ পাহাৰৰপৰা ওলাই বুঢ়া-গোঁহাই পুখুৰীৰ কাষেদি পশ্চিমমুৱা হৈ ৰহদৈ আলিৰ কাষেদি বৈ আহিছে। নৈখনে বাটত টেঙাপুখুৰীত দক্ষিণৰপৰা যোৱা এখন জান বাঁওপাৰে লৈ লাহন গাঁৱেদি আহি বাটত লেঙেৰীবাৰী চাহ বাগিছাৰ মাজেদি অহা এখন জান বাঁওপাৰে লৈ টিপমীয়া গাঁৱত ৰহদৈ আলিৰ ওপৰত গদাধৰ সিংহই নিৰ্মাণ কৰা শিলৰ সাঁকোৰ তলেদি পাৰ হৈ দৰিকাত পৰে।

দিজৈখনাক লৈ দৰিকা নৈখনে প্ৰায় উত্তৰমুৱা হৈ ২ কিমি আহি চটাই জানক সোঁপাৰে লয়। একে দিশত আৰু আধা কিমি আহি শিমলুগুৰিৰপৰা ৩ কিমি দূৰৰ লোণপুৰীয়া গাঁৱত ৰেলপথ পাৰ হয়। ৰেলপথ পাৰ হোৱাৰ পাছত নৈখনক সৰু নৈ বুলিও কয়। দৰিকা নৈখন ৰেলপথৰপৰা একেভাগে ২ কিমি আহি দৰিকা গাঁও পায়। ইয়াতে দৰিকাৰ প্ৰধান উপনৈ টিমুক নৈ আহি দৰিকাৰ সোঁপাৰে পৰে। দৰিকা গাঁৱৰ ওচৰতে ১৫১৩ চনত পৰ্বতীয়া বজাই দৰিকা নগৰ নিৰ্মাণ কৰিছিল। এই দৰিকা নগৰৰ আশে-

পাশে দৰিকা নৈখনৰ কেইবাটোও এৰাসুঁতি দেখা পোৱা যায়। ইয়াৰে একেবাৰে দক্ষিণৰ এৰাসুঁতিটোৰ নাল যমুনামুখ নৈ। এইছোৱাত দৰিকাক এসময়ত গৰুধৰীয়া নৈ বুলিও কোৱা হৈছিল।

দৰিকা গাঁৱৰপৰা দৰিকা নৈখন উত্তৰ-পশ্চিমমুৱা হৈ আঢ়ৈ কিমি আহি চামনা জানক বাঁওপাৰে লয়। ইয়াৰপৰা আঢ়ৈ কিমি ভটিয়াই দুৰৰী গাঁৱত নৈখন পশ্চিমমুৱা হয়। এইদৰে ৭ কিমি আহি নিমাইজানক সোঁপাৰে লৈ ঠাইতে শিৱসাগৰ নগৰৰপৰা ডেৰ কিমি পূবত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ঘাই পথৰপৰা শিৱসাগৰ নগৰৰপৰা কিছু নিলগত একে দিশতে ৮ কিমি আহি মৰি দিলিহ নৈক সোঁপাৰে লয়। ইয়াৰপৰা নৈখনৰ গতিপথ অতি সপিল হোৱা বাবে দুয়োপাৰে এৰাসুঁতিৰপৰা হোৱা বিল দেখা যায়। সেয়েহে পাছৰ চাৰেপাঁচ কিমি পশ্চিমমুৱা বাটত দৰিকাৰ কাষত বৰঘিলা, দীঘলী, ভগামুৰ আদি বিলবোৰ আছে। ইয়াৰ পাছত নৈখন উত্তৰমুৱা হৈ ৩ কিমি ভটিয়াই বৰচলা বিলত পৰি গবীয়া-জান নাম লয়। তাৰপৰা গবীয়াজান নামেৰে দক্ষিণ-পশ্চিমমুৱা হৈ ৫ কিমি আহি দেওঘৰীয়াত দিখৌ নৈ পৰা ঠাইতে একেলগে ব্ৰহ্মপুত্ৰত পৰে (১৯৭৩)। পৰৱৰ্তী সময়ত ব্ৰহ্মপুত্ৰৰ খহনীয়াৰ বাবে দিখৌ আৰু দৰিকাৰ মুখ পৃথক হৈ পৰিছে। দৰিকা নৈয়েদি প্ৰৱাহিত হোৱা পানীৰ সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ যথাক্ৰমে প্ৰতি ছেকেণ্ডত ৭৪.০০ আৰু ০.০৮ ঘনমিটাৰ।

## দৰিকাৰ প্ৰধান উপনৈ

**৯. ১. টিমুক নৈ ঃ** দিচাঙৰ উপনৈ চক্ৰাই নৈৰ পশ্চিমৰ নিমনাগড় চাহ বাগিছাত ওলোৱা নাংদমা নৈখন উত্তৰ-পশ্চিম দিশত বৈ আহি নাহৰহাবি চাহ বাগিছাৰ দক্ষিণৰ দীঘলপাচিৰ ওচৰত নিমনাগড় জানৰ লগ লাগি টিমুক জান নাম লয়। ইয়াতে নৈখনে পশ্চিমমুৱা হৈ আহি ৰাজগড় আলি পাৰ হৈ শধোৱা পুখুৰীৰ কাষেদি অহা গৌৰীজানক বাঁওপাৰে লৈ মাউতগাঁওত ৰেলপথ পাৰ হয়। তাৰপৰা পশ্চিমলৈ আহি দৰিকা গাঁৱৰ পূবত দৰিকা নৈত পৰে।

**১০. দিখৌ নৈ ঃ** অসমৰ ভিতৰত সুপ্ৰাচীন আৰু আটাইতকৈ প্ৰসিদ্ধ নৈ হ'ল দিখৌ। কেইবাখনো পুৰাণত উল্লেখিত 'ইক্ষু' নদীখনেই যোগিনী তন্ত্ৰৰ 'দিক্ষু' আৰু বৰ্তমানৰ দিখৌ বুলি সাধাৰণতে মত পোষণ কৰা দেখা যায়। যোগিনীতন্ত্ৰৰ মতে কামৰূপৰ ভুখণ্ডৰ



পূবত তীৰ্থশ্ৰেষ্ঠা দিক্ষু নদী আছিল বুলি পোৱা যায়। এই নৈৰ আগ-ভাগত বশিষ্ঠ মুনিয়ে এক তীৰ্থক্ষেত্ৰ পতাৰ আয়োজন স্বৰ্গৰাজ ইন্দ্ৰই দিখৌৰ দ্বাৰা অকৃতকাৰ্য কৰোৱাৰ বাবে দিখৌ শাপগ্ৰস্তা হয় বুলি প্ৰবাদ আছে। পাছে দিখৌ শব্দটো বড়োসকলৰহে অবদান। বড়ো ভাষাত দি মানে পানী, খৌ মানে দ অৰ্থাৎ দ পানী। দিখৌ নৈখন আন নৈৰ তুলনাত বেছি দ। নদীখনৰ গৰা অন্য নৈৰ তুলনাত ডেৰ-দুগুণ ওখ। সেয়েহে কথাতে কয় বোলে— "দিখৌৰ গৰা, বামুণ বুঢ়া, পাৰতে মাৰে তিনি জোবোৰা।"

দিখৌ নৈখন নাগালেণ্ডৰ জুনহেব'ট' জিলাৰ চেমা নগালোক-সকলৰ বাসভূমি আছুক খ্ৰোমি (২৬°৫´, ৯৪°৩৩´) নামৰ ঠাইত ১৮২৩ মিটাৰ উচ্চতাত লংগা নৈ নামেৰে উৎপত্তি হৈছে। নৈখনে প্ৰথমে উত্তৰ-পশ্চিম দিশত ২০ কিমি আহি উত্তৰ-পূবমুৱা হয়। এইদৰে ২৫ কিমি আহি প্ৰথমখন ডাঙৰ উপনৈ চিমংচি নৈক সোঁপাৰে লৈ নাম লয় তেজলা বা নংগা বা দিখৌ। তাৰপৰা এক গভীৰ গিৰিখাটেদি ৩৫ কিমি আহি নিজৰ প্ৰধান উপনৈ য়াংমুন নৈক সোঁপাৰে লয়। ইয়াৰপৰা নৈখনে টুৱেনচাং আৰু মন জিলাৰ সীমাৰূপে প্ৰায় উত্তৰ দিশত ১৮ কিমি আহি নাগালেণ্ডৰ নাগিনীমৰাৰ ২ কিমি দক্ষিণৰ ছেতাপত ছেতাপ নৈক বাঁওপাৰে লৈ অসমৰ শিৱসাগৰ জিলাত প্ৰবেশ কৰে। সীমাৰ সমীপতে বুৰঞ্জী প্ৰসিদ্ধ নাদৈ পথৰ আৰু লক্ষীমিজান চাহবাগিছাৰ সৰ্বজনবিদিত বৰ পিল। এই ঠাইত নৈখনৰ পথ সপিল বিধৰ।

অসম সীমান্তৰপৰা আঢ়ৈ কিমি আহি দিখৌ নৈ নাগিনীমৰা পায়। ইয়াৰপৰা প্ৰায় উত্তৰ দিশত ২ কিমি আহি নৈখন বামুণ পুখুৰী চাহবাগিছা পায়। এই বাগিছাৰ ভিতৰত দিখৌৰ এটা পুৰণা এৰা সুঁতি আছে। এই সুঁতিটো মৰি দিখৌ নামে হাতীপটি চাহবাগিছাৰ কাষেদি নামদাং নৈৰ ওচৰলৈকে প্ৰায় ২০ কিমি দীঘল। বৰ্তমান মৰি দিখৌখন ঠায়ে ঠায়ে পোত খাইছে যদিও ইয়াৰ সুঁতিটো স্পষ্ট হৈয়ে আছে। ফুলনিবাৰীৰ ওচৰত এইখনক কচু টেকেলি বিল বোলে। মৰি দিখৌক লৈ কিংবদন্তীও আছে।

দিখৌ নৈয়ে বামুণপুখুৰীৰপৰা ৩ কিমি আহি চণ্টকত চণ্টক নৈক সোঁপাৰে লয়। চণ্টক নৈৰ উপনৈ হ'ল ঔগুৰি জান। চণ্টকৰ-পৰা দিখৌখন উত্তৰ-পশ্চিমমুৱা হৈ অতি সপিল পথেৰে বৈ আহে। চণ্টকৰপৰা নৈখন নাগিনীমৰা-শিমলুগুৰি ৰেলপথৰ কাষেদি নিজৰ

পথেৰে ১৬ কিমি আৰু পোনকৈ মাত্ৰ ৮ কিমি আহি নাজিৰাত উত্তৰ-পুব সীমান্ত ৰেলপথ পাৰ হয়। নাজিৰা নগৰৰ পুবেদি এটা পাক মাৰি ধোদৰ আলি পাৰ হৈ ২ কিমি আহি এসময়ৰ ৰাজধানী গড়গাঁও পায়। গড়গাঁৱৰ পশ্চিম আৰু উত্তৰ-পশ্চিমত চুণপোৰা দুৱাৰ মুখত দিখৌৰ এক পুৰণা সুঁতি (বৰ বিল) আছে। এই বিলতে আহোম ৰাজত্ব কালত লাই নাওশাল তথা নৌ বাহিনীৰ ঘাটি আছিল। শুনামতে নাওশাল কৰিবলৈ হ'লে নদীৰ বেঁকা ভাঁজ খাল খান্দি পোন কৰি দি বেঁকা ভাঁজটোত নাওশাল পতা হৈছিল। নাও জিবোৱাৰ বাবেই ঠাইখনৰ নাম হেনো নাজিৰা হয়।

গড়গাঁৱৰপৰা ৮ কিমি ভটিয়াই নৈখন চেৰেকা পাৰ পায়। এইছোৱা পথত কেইবাটাও পুৰণা এবা সুঁতি আছে এইবোৰ হ'ল ক্ৰমে সোঁপাৰে গড়গাঁৱৰ ওচৰত ৩ টা, কুজিবালিত এটা, বাঁওপাৰে মঠিয়াছিগাত ৩ টা, সোঁপাৰে চেৰেকাপাৰাত এটা আৰু বাঁওপাৰে মাজ হালোৱাগাঁৱত ১ টা। চেৰেকাপাৰৰপৰা নৈখন সম্পূৰ্ণকৈ পশ্চিম-মুৱা হৈ বাটত প্ৰাচীন পানীচকী আৰু মেটেকা ঘাট পাৰ হৈ মুঠ ৪ কিমি আহি শিৱসাগৰ নগৰ পায়। শিৱসাগৰত দিখৌৱেদি জাহাজ চলাচল কৰিব পৰাকৈ কপিকলেৰে উঠা-নমা কৰিব পৰা এক বিশেষ ধৰণৰ দলং ১৯৩৩ চনতে সজা হৈছিল। শিৱসাগৰৰ নগৰৰ ভিতৰত থকা মৰি বিল, ঘুলি বিল আৰু এক জলাহ ঠাইয়ে সূচায় যে এসময়ত দিখৌখন মেটেকাঘাটৰ ওচৰৰপৰা বৰ্তমানৰ শিৱসাগৰ নগৰৰ মাজেদি কেইবাটাও পাক লৈ থানামুখত ওলাইছিলগৈ। বয়োবৃদ্ধলোকৰ মতে ১৯০০ চন মানত থানামুখত এৰা সুঁতিৰ মুখখন চিপাহী লগাই পোতা হৈছিল।

শিৱসাগৰৰপৰা ৫ কিমি ভটিয়াই দিখৌ নৈয়ে ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। এইছোৱা পথত নৈৰ সোঁপাৰে উলুতলি বিল নামে ইয়াৰ এক এৰাসুঁতি আছে। ঘাই পথৰপৰা নৈখন ক্ৰমান্বয়ে দক্ষিণ-পশ্চিমমুৱা হৈ ৪ কিমি আহি ৰূপহীমুখ পায়। এইছোৱা বাটত নৈৰ বাঁওপাৰে ৩ টা এৰাসুঁতি আছে। ৰূপহীমুখৰপৰা দিখৌ নৈখন পশ্চিমমুৱা হৈ ৩ কিমি আহি নামদাং নৈক বাঁওপাৰে লয়। বৰ্তমান নামদাং নৈক অন্যফালে বোৱাই নিয়া বাবে অৱশ্যে নামদাঙৰ পানী দিখৌলৈ নবয়।

নামদাং পৰাৰ পাছত দিখৌখন আকৌ উত্তৰ-পশ্চিমমুৱা হয়। এইদৰে ১ কিমি আহি নৈখন গৌৰীসাগৰৰ কাষ পায়। এই ঠাইতে



নৈৰ সোঁপাৰৰ বোকাবিল গাঁৱত বোকাবিল আৰু খুড়াধৰা গাঁৱত মনাই বিল, নলদেঙা বিল, ভগামুৰ বিল আদি কেইবাখনো বিল আছে। এই বিলবোৰ লৈ ৰঙামাটি নৈ নামৰ এখন জান বৈ আহিছে। ৰঙামাটি জানৰ নামনি অংশক ইকৰা জান বুলিও জনা যায়। গৌৰীসাগৰৰ ওচৰৰপৰা দিখৌ নৈখন ৯ কিমি ভটিয়াই দিখৌমুখৰপৰা ৪ কিমি পুবত দেওঘৰীয়াৰ ওচৰত ব্ৰহ্মপুত্ৰত পৰে। দেওঘৰীয়াৰ ওচৰৰ গুৱাল গাঁৱত এৰাসুঁতিৰপৰা দিখৌ বিলখন হৈছে এই বিলৰ মাজৰ ভূখণ্ডত ভেচেলিমাৰি মিচিং গাঁওখন পৰে।

দিখৌ নৈখন দীঘে ২০০ কিল'মিটাৰ, ইয়াৰ অৱবাহিকাই পৰ্বত-ভৈয়াম উভয়কে ধৰি ৪৩৭২ বৰ্গ কিল'মিটাৰ এলেকা আগুৰি আছে। নৈখনৰ প্ৰস্থ ১৩৭ মিটাৰ আৰু গভীৰতা ১০'৫ মিটাৰ। নৈখনেদি প্ৰৱাহিত পানীৰ সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ প্ৰতি চেকেণ্ডত যথাক্ৰমে ৯০০ আৰু ৬'৫ ঘনমিটাৰ। নৈখনে বছৰি গড়ে ২৫৪ হেক্টাৰ মিটাৰ গেদ কঢ়িয়ায়।

**১০.১. নামদাং নৈ আৰু মিটং নৈঃ** নামদাং নৈখন প্ৰকৃততে দিখৌ নৈৰ উপনৈ। নৈখনৰ পানীভাগ কৃত্ৰিমভাৱে পূৰ্বৰ মিটং জানত পেলোৱাৰ বাবে মিটঙখনেদি ইয়াৰ পানী ব'বলৈ আৰম্ভ কৰি অৱশেষত মিটঙখনক এখন লেখৰ নৈ কৰি তুলিলে আৰু স্বৰ্গদেউ ৰুদ্ৰসিংহই সজোৱা বুৰঞ্জী প্ৰসিদ্ধ নামদাঙৰ শিলৰ সাঁকোৰ তলৰ নামদাং পোত খাই নিচিহ্ন হ'বৰ উপক্ৰম হ'ল।

নামদাং নৈখন নগাপাহাৰৰ পাদদেশত উৎপত্তি হৈ ২ কিমি আহি অসমৰ শিৱসাগৰ আৰু নাগালেণ্ডৰ টুৱেনচাং জিলাৰ সীমাত সোমায়। নৈখন এই সীমাইদি উত্তৰ-পশ্চিমমুৱা হৈ ২ কিমি বৈ আহি সম্পূৰ্ণকৈ অসমত প্ৰবেশ কৰে। সীমাৰপৰা নৈখনে উত্তৰ দিশত আঢ়ৈ কিমি আহি লাহন গাঁৱত নাগালেণ্ডৰ মোককচাং আৰু টুৱেনচাং জিলাৰ সীমাইদি বৈ অহা বিচাইপানী বা চিন্থা নৈক বাঁওপাৰে লয়। ইয়াৰপৰা নৈখনে উত্তৰ-পশ্চিমমুৱা হৈ ৪ কিমি আহি ৰঙাগৰা গাঁৱত ধলেশ্বৰী নৈক বাঁওপাৰে লয়। ধলেশ্বৰীৰ উপনৈ দৈখনা জান; দুয়োখন গেলেকি সংৰক্ষিত বনৰপৰা বৈ আহিছে।

নামদাং নৈখন ৰঙাগৰাৰপৰা ৩ কিমি আহি মেকিপুৰ চাহবাগিছা আৰু নাজিৰা-গেলেকি পথ পাৰ হৈ পশ্চিমমুৱা হয়। এই দিশে সৰ্পিল পথেৰে ২ কিমি আহি নৈখনে বৰজানক বাঁওপাৰে লয়।

বৰজানখনো গেলেকি বনৰ পৰাই আহিছে, ইয়াৰ উপনৈ হ'ল—গুৰুংপানী বা কুৰং নৈ। ইয়াৰপৰা নৈখনে একেভাগে আৰু চাৰে তিনি কিমি ভটিয়াই বালি চাপৰি পায়। ইয়াতে গেলেকি বন তথা দেওপানীৰ মাজেদি অহা দেওপানী নৈক বাঁওপাৰে লয়।

দেওপানীক লৈ এটা ভাঁজ ঘূৰি নৈখন একেবাৰে উত্তৰমুৱা হয়। এইদৰে চাৰে তিনি কিমি আহি চেতিয়া গাঁওত নামদাংখন দুভাগ হোৱা দেখা যায়। প্ৰকৃততে ইয়াৰপৰা নৈখন আগতে উত্তৰলৈ আহি বেলপথ পাৰ হৈ নামতি চাৰিআলিৰ পুবেদি বৈ কুকুৰা-চোৱাৰ ওচৰত পুবলৈ ঘূৰি মাদুৰি বাগিছাৰ মাজেদি বৈছিল। এতিয়া এইটো এটা এৰা সুঁতি, সেয়েহে ইয়াৰ নামো মৰি নামদাং। বৰ্তমান নামদাং নৈয়ে চেতিয়া গাঁৱৰপৰা উত্তৰ-পুবমুৱাহৈ বেলপথৰ কাষেদি আঢ়ৈ কিমি আহি উত্তৰ-পশ্চিমলৈ ঘূৰে। এইদৰে নৈখনে আঢ়ৈ কিমি আহি মাদুৰি চাহবাগিছাৰ কাষত উক্ত মৰি নামদাঙক বাঁওপাৰে লগত লয়। তাৰপৰা নামদাং নৈ একে দিশত ৪ কিমি আহি বাটত বাঁওপাৰে পুৰণা সুঁতি এৰি পদুমণি বিল সৃষ্টি কৰি শলগুৰি গাঁও পায়। শলগুৰিৰপৰা নৈখন পশ্চিমমুৱা হয়। এইদৰে ই ২ কিমি আহি কালুগাঁওত ৰূপজানক বাঁওপাৰে লয়।

নামদাং নৈয়ে কালুগাঁৱৰপৰা ৩ কিমি পশ্চিমলৈ আহি টিফুক নৈক বাঁওপাৰে লয়। তাৰপৰা সপিল পথেৰে কিছু উত্তৰ-পশ্চিমমুৱা হৈ জেৰেঙা বিলৰ দক্ষিণেদি ৬ কিমি আহি আইলাজানক (ডিমৌ) সোঁপাৰে লয়। ইয়াৰপৰা নৈখন পশ্চিমমুৱা হৈ ১ কিমি ভটিয়াই চাৰিঙীয়া জানক বাঁওপাৰে লয়। এইখিনিৰপৰা নৈখন আগতে উত্তৰমুৱা হৈ ৩ কিমি ভটিয়াই ৩০০ বছৰ পুৰণি নামদাঙৰ শিলৰ সাঁকোৰ তলেদি পাৰ হৈ সামান্য উত্তৰত দিখৌ নৈত পৰিছিল। এই পথছোৱাত নৈখনৰ এৰাসুঁতিৰপৰা হোৱা গবৈমাৰী আৰু নামদাং বিলক নৈৰ বাঁওপাৰে আৰু বাউলী বিলক সোঁপাৰে দেখা যায়।

নামদাঙৰ শিলৰ সাঁকোৱেই আছিল ৰংপুৰ নগৰলৈ সোমোৱা পশ্চিমৰ দুৱাৰ। সেইসময়ত নৈখন যথেষ্ট দ' হোৱা বাবে ই সহজে পাৰ হ'ব পৰা বিধৰ নাছিল। ইয়াৰো আগত চুকাফাই চৰাইদেউলৈ যোৱাৰ পথত নামদাঙৰ পাৰত বিস্তৰ পানীখোৱা ঘাট দেখিছিল। ৰেডৰ টোকামতে নামদাঙেদি আটাইতকৈ ডাঙৰ নাৱোঁ পাহাৰৰ ওচৰলৈকে যাব পাৰিছিল। তদুপৰি দিখৌৰ ক্ষেত্ৰত আগতে উল্লেখ কৰি অহা বামুণপুখুৰী বাগিছাৰ মাজৰ মৰি দিখৌখন এসময়ত



নামদাং নৈৰ লগত সংযোজিত হৈ থকাটোও সম্ভৱ হব পাৰে, তাৰ বাবে হয়তো দিখৌৰ এসোঁতা পানী নামদাঙলৈ আহি নৈখন পুষ্ট কৰিছিল।

চাৰিঙীয়াজানক লগত লোৱাৰ পাছত সেইঠাইতে নামদাং নৈৰ এটা শাখা নামদাং বিলেদি কচাইজান নামেৰে পশ্চিমলৈ আহে। এই জানখন উত্তৰমুৱা হৈ গৌৰী সাগৰ পুখুৰীৰ দক্ষিণ আৰু পশ্চিম-পাৰৰ কাষেদি বৈ আহি খদামুদি জান নাম লয়; এইখনেই গৌৰীসাগৰৰ ওচৰত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰহৈ উত্তৰ-পশ্চিম দিশত বৈ মিটং নৈ নাম লৈছে।

উক্ত কচাইজানখনত চাৰিঙীয়াজানৰ এটা শাখাও বেজগাঁৱেদি আহি লগ হৈছে। বৰ্তমান এটা মথাউৰি বান্ধি নামদাং নৈৰ পানী গোঁহাই গাঁৱৰ ওচৰত স্লুইচ কটাই চাৰিঙীয়া জানত পেলাই দিয়া হৈছে। এইখিনি পানী খদামুদি জানেদি গৈ মিটং নৈয়েদি বৈ গৈছে বাবে পূৰ্বৰ মিটং জানখন এতিয়া নামদাঙৰ সমান ডাঙৰ হৈ বান-পানীৰ বাবে বিখ্যাত হৈ পৰিল। ইফালে গোঁহাই গাঁৱৰপৰা ভটিয়াই মূল নামদাংখন পোত খাই চিন হেৰাবৰ উপক্ৰম হৈছে।

**মিটং নৈ ঃ** আগৰ খদামুদিখন এতিয়া মিটং নৈ হৈ গৌৰীসাগৰৰ ওচৰৰপৰা দুটা মথাউৰিৰ মাজেদি উত্তৰ-পশ্চিম দিশত বৈ আহে। এইদৰে নৈখন ৬ কিমি আহি মগলু পুখুৰীৰ পশ্চিমত দক্ষিণ-পশ্চিমমুৱা হয়। ইয়াৰপৰা ১ কিমি ভটিয়াই ই খৰখৰি নৈক বাঁওপাৰে লয়।

খৰখৰি নৈখনৰ উৎস দক্ষিণ-পুবৰ চাৰিং অঞ্চল। ইয়াতে বৰতলা জান নামে ওলাই পশ্চিমলৈ আহি মলিয়া গাৱত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ দীঘলীজান নামেৰে এখন অতি বিস্তীৰ্ণ পথাৰৰ মাজেদি দক্ষিণ-পশ্চিম দিশত ১০ কিমি বৈ আহি জকাই-চুকত কিছু বহল হৈ খৰখৰি নৈ নাম লৈছে।

খৰখৰিক লৈ মিটং নৈখন ৪ কিমি আহি জেলেঙিটুপ নামৰ ঠাইত মৰি জাঁজী নৈক বাঁওপাৰে লগত লয়। ইয়াৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ ব্ৰহ্মপুত্ৰৰ সমান্তৰালকৈ ৬ কিমি ভটিয়াই জাঁজীমুখৰ ওচৰত জাঁজী নৈৰ সোঁপাৰে পৰে। জেলেঙি টুপৰপৰা নৈখনক মিটং আৰু মৰিজাঁজী দুয়োটা নামেৰে জনা যায়। গৌৰীসাগৰৰ ওচৰত মিটং নৈয়েদি প্ৰৱাহিত পানীৰ বাৰ্ষিক সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ প্ৰতি চেকেণ্ডত যথাক্ৰমে ১৪৫ আৰু ০.১০ ঘনমিটাৰ।

## নামদাঙৰ প্ৰধান উপনৈ

**১০.১.১. টিফুক বা নামতি নৈঃ** নৈখন গেলেকি সংৰক্ষিত বনৰ মাজত দেওপানী নৈৰ পশ্চিমে উৎপত্তি হৈ উত্তৰমুৱা হৈ আহি নামনিৰ বঙালীগাঁও পায়। তাৰপৰা নামতি নৈ নামেৰে বৈ আহি দুলীয়া গাঁও পাৰ হৈ নৈখন উত্তৰ-পশ্চিমমুৱা হয়। নৈখনে এইদৰে ৰেলপথ আৰু কুকুৰাচোৱা পাৰ হৈ মাউত গাঁৱত দিকচু নৈক সোঁপাৰে লয়। উল্লেখযোগ্য যে দিকচু নৈখন বৈ অহাৰ পথেদি মৰি নামদাং নৈৰ ওচৰৰপৰা পশ্চিমলৈ বৈ অহা এখন বেচ ডাঙৰ নৈৰ প্ৰাচীন সুঁতি দেখা যায়। এইখন অতি পুৰণি কালৰ নামদাং নৈৰ অবশিষ্ট অংশ। এই ঠাইত এক বিবৰ্তনিক কাৰণত নামদাং নৈখন ক্ৰমানুয়ে পুবলৈ গতি কৰি ৩ বাৰ সুঁতি সলোৱাটো ইতিমধ্যে প্ৰমাণিত হৈছে।

দিকচু নৈক লগ কৰাৰ পাছত নামটি নৈক টিফুক নৈ বোলা হয়। ইয়াৰপৰা টিফুক নৈ নামেৰে উত্তৰ-পশ্চিম দিশতে আঢ়ৈ কিমি অহাৰ পাছত এটা শাখা ফাটি বাঁওফাললৈ গৈ পশ্চিমৰ চাৰিঙীয়া জানৰ লগ লাগে। মূল নৈখন তাৰপৰা ক্ৰমে উত্তৰ-পুব আৰু উত্তৰ দিশত ৪ কিমি আহি মাহীগাঁৱত নামদাঙত পৰে। নৈখনৰ দৈৰ্ঘ্য প্ৰায় ১৯ কিল'মিটাৰ।

**১০.১.২. চাৰিঙীয়া জানঃ** গেলেকি সংৰক্ষিত বনত নামতি নৈৰ পশ্চিমে ৰৰচিলা নামৰ এখন নৈ ওলাইছে। এইখন নামনিৰ নামতি বঙালী গাঁৱৰ পশ্চিমেদি উত্তৰ-পশ্চিমমুৱা হৈ আহি টিফুক চাহ-বাগিছাৰ মাজেদি বৈ টিফুক জানক বাঁওপাৰে লয়। টিফুক জানখনো ৰৰচিলাৰ পশ্চিমে একে বনৰপৰাই আহিছে। তাৰপৰা ৰৰচিলা নৈখন আৰু উত্তৰলৈ আহি ৰৰাহিবাৰী ৰেলষ্টেচনৰ পুবত ৰেলপথ পাৰ হৈ চামগুৰি নামৰ ঠাইত বাঘজানক বাঁওপাৰে লয়। বাঘ-জানখন এখন ডাঙৰ জান এইখন টিফুক জানৰ পশ্চিমে হালোৱাটিং চাহবাগিছাত ওলাই উত্তৰলৈ আহি বাটত আমগুৰি চাহবাগিছাৰপৰা অহা এখন ডাঙৰ জান বাঁওপাৰে লৈ উত্তৰ-পুবলৈ বৈ আহিছে।

বাঘজানক লৈ ৰৰচিলা নৈয়ে আমগুৰি-নাজিৰা পথ পাৰ হৈ শিঙী জানক বাঁওপাৰে লয়। ইয়াৰপৰা ৩ কিমি ভটিয়াই নৈখনে প্ৰাচীন মৰা নামদাং সুঁতিৰপৰা ওলোৱা এখন জান সোঁপাৰে লৈ প্ৰায় উত্তৰমুৱা হৈ আহি চাৰিঙত সোমাই চাৰিঙীয়া জান নাম লয়। ইয়াৰপৰা ৩ কিমি ভটিয়াই ই টিফুক (নামতি) নৈৰপৰা ফাটি



অহা এটা শাখা সোঁপাৰে লয়। তাৰপৰা ১ কিমি আহি চাৰিঙীয়া জানখন দুভাগ হয়। এভাগ উত্তৰ-পশ্চিম দিশত বৈ কচাইজানত পৰে আৰু আনভাগ উত্তৰমুৱা হৈ নামদাং নৈত পৰে। বৰ্তমান এটা খাল খান্দি ইয়াৰ পানী মিটিঙলৈ নিয়া হৈছে। নৈখন দীঘে প্ৰায় ১৮ কিল'মিটাৰ।

**১০.১.৩. ডিমৌনৈঃ** নাজিৰা নগৰৰ ৫ কিমি দক্ষিণ-পুবৰ সোন্দৰ পুখুৰীৰ ওচৰত দিখৌ নৈৰ বাঁওপাৰে নাফুক নামৰ এখন জান ওলাইছে। তাৰপৰা জানখন উত্তৰ-পশ্চিম দিশত ৬ কিমি আহি নাজিৰা ৰেল ষ্টেচনৰ পশ্চিমে ৰেলপথ পাৰ হয়। এইদৰে প্ৰায় ৮ কিমি ভটিয়াই মাদুৰি চাহবাগিছাৰ উত্তৰত উত্তৰমুৱা হৈ নৈখনে ডিমৌ নাম লয়। এই দিশত ১ কিমি আহি মলা গাঁৱত পশ্চিমলৈ ঘূৰে। নৈখন এইদৰে আঢ়ৈ কিমি আহি জুতুকিয়াল গাঁৱৰপৰা আকৌ উত্তৰ-পশ্চিম মুৱা হয়। নৈখনে এইদৰে ৪ কিমি আহি জয়সাগৰৰ পুবৰ বৰ আলিৰ কাষ পায়। তাতে বৰআলি খাৱৈৰপৰা অহা এসুঁতি পানীক সোঁপাৰে লৈ পশ্চিমমুৱা হৈ জয়সাগৰ পুখুৰীৰ পুব আৰু দক্ষিণ পাৰৰ কাষেদি ৩ কিমি বৈ আহি জেৰেঙা পথাৰত সোমায়। জেৰেঙাতে নৈখনে দক্ষিণৰ পহগড়ৰপৰা অহা এখন জান বাঁওপাৰে লৈ পশ্চিমলৈ ৩ কিমি ভটিয়াই আহি ৰুদ্ৰসাগৰ পুখুৰীৰ পুবত দুভাগ হৈ পুখুৰীটোৰ উত্তৰ আৰু দক্ষিণ পাৰৰ কাষেদি বৈ পশ্চিম পাৰত আকৌ একেলগ হয়। এই ঠাইৰপৰা নৈখনক আইলাজান নামেৰে জনা যায়। এইদৰে নৈখন ২ কিমি পশ্চিমলৈ আহি দক্ষিণলৈ ঘূৰে। এই দিশেদি ২ কিমি ভটিয়াই নৈখন নামদাঙত পৰে। ডিমৌ নৈখনৰ দৈৰ্ঘ্য প্ৰায় ২৮ কিল'মিটাৰ।

**১১. জাঁজী নৈঃ** জাঁজী নৈখন শিৱসাগৰ আৰু যোৰহাট জিলাৰ মাজৰ সীমাইদি বৈছে। নগালেণ্ডৰ মোককচাং নগৰৰ সামান্য উত্তৰত (২৬°২২´, ৯৪°৩২´) মেলেক নৈ নামেৰে ওলাই প্ৰথমে উত্তৰ-পশ্চিম দিশত বৈ আহে। এইদৰে ১২ কিমি আহি নৈখন উত্তৰ-পুবমুৱা হয়। এই বাটেদি ১৬ কিমি আহি মেনুং নামৰ এখন ডাঙৰ নৈক সোঁপাৰে লোৱাৰ পাছত মেলেক্ নৈখনে জাঁজী নাম লয়। তাৰপৰা নৈখনে এক কাঁড় যেন পোন গিৰিখাটৰ মাজেদি একে দিশতে বৈ আহে। বাটত টুছংয়ায়ুং জানখনক সোঁপাৰে লৈ নৈখন উত্তৰমুৱা হয়। এইদৰে ৫ কিমি আহি টুলিৰ পশ্চিমেদি

ৰৈ আহি ইমাক নৈক লৈ আকৌ উত্তৰমুৱা হৈ পেপাৰ নগৰৰ ওচৰত অসমৰ সীমাত সোমায়। তাৰপৰা শিৱসাগৰ আৰু মোককচাং জিলাৰ মাজৰ সীমাৰূপে প্ৰথমে উত্তৰ আৰু পাছত পশ্চিমমুৱা হৈ চাৰে ছয় কিমি ৰৈ আহে। এইছেৰো পথত ননকামচু নামৰ জান এখন জাঁজীৰ সোঁপাৰে পৰেহি।

জাঁজী নৈৰ আন্তঃৰাজ্যিক সীমাৰ পথছোৱাৰ অন্তত একেটা সীমাইদি দক্ষিণ-পশ্চিমৰপৰা যোৱা তিৰু বা চুবং নৈ আহি জাঁজীৰ বাঁওপাৰে লগ হয়। তিৰু নৈখন অসমৰ প্ৰাচীন লো-শিল্পৰ স্থান তিৰু পৰ্বতৰপৰা উত্তৰ-পূব দিশত ৰৈ আহিছে। তিৰু নৈক লগ কৰাৰ পাছত জাঁজী নৈ সম্পূৰ্ণকৈ অসমৰ ভিতৰত সোমায় আৰু যোৰহাট আৰু শিৱসাগৰ জিলাৰ মাজৰ সীমাৰূপে ৰৈ আহে। এইদৰে ই ৮ কিমি আহি ৰাজাবাৰী চাহবাগিছাৰ উত্তৰৰ ৰণখামত চুমুকুণ নৈক বাঁওপাৰে লয়। এই নৈখনৰ আগৰ এছোৱা আন্তঃৰাজ্যিক সীমাৰ ওপৰেদি ৰৈ আহিছে। ৰণখামৰপৰা নৈখন পশ্চিমমুৱা হৈ এক সপিল পথেৰে ৰৈ আহে। এনেকৈ ২ কিমি আহি তিৰু পৰ্বতৰপৰা অহা আথৈদিছা জানক বাঁওপাৰে লয়। এই ঠাইতে পাহাৰৰপৰা অহা দুখন জান জাঁজীৰ বাঁওপাৰে পৰে। ইয়াৰপৰা আৰু ২ কিমি ভটিয়াই আহি শিমলুগুৰিৰপৰা নৈখন উত্তৰমুৱা হয়। এইদৰে ৪ কিমি আহি জাঁজী নৈয়ে আমগুৰিত ৰে'লপথ পাৰ হয়।

আমগুৰিৰপৰা নৈখন উত্তৰ-পশ্চিমমুৱা হৈ সপিল পথেৰে ৫ কিমি আহি উত্তৰলৈ ঢাল লয়। এইদৰে ২ কিমি আহি ই জাঁজী নামৰ ঠাইত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। জাঁজীৰপৰা নৈখন ৪ কিমি আহি চাংমাই গাঁও পাই ক্ৰমাত পশ্চিমমুৱা হ'বলৈ ধৰে। এইদৰে ডেৰ কিমি আহি গায়েন গাঁৱৰ বিপৰীত পাৰে নিজৰ এক পুৰণা সুঁতিৰ কাষ পায়। মৰি জাঁজী নামৰ এই পুৰণা সুঁতিটোৱে এসময়ত জাঁজী নৈখন তামুলীছিগা, লাহোৱাল ভগামুখ হৈ ভিতৰুৱাল খনামুখলৈকে পূবমুৱা হৈ গৈ পাছত পশ্চিমলৈ ঘুৰি ব্ৰহ্মপুত্ৰত পৰিছিল বুলি সূচায়। এই মৰিজাঁজীখনতে এতিয়া জেলেঙিটুপৰ ওচৰত মিটং নৈৰ লগ হৈছে। জেলেঙিটুপৰপৰা দক্ষিণ-পশ্চিমমুৱা পথছোৱাৰ বৰ্ণনা মিটং নৈৰ ক্ষেত্ৰত দিয়া হৈছে। ১৯১৭ চনত মেপত মৰিজাঁজীখন দীঘে ২২ কিল'মিটাৰ আছিল।

উক্ত গায়েন গাঁৱৰপৰা মূল জাঁজী নৈখন আঢ়ৈ কিমি আহি ধনতোলা পায়। এই ঠাইৰপৰা কিছু পূবতো জাঁজীখনৰ এটা পুৰণা



সুঁতি মৰিজাঁজী নামে ৰৈ দগাঁও, চেঁচা সত্ৰইদি গৈ ভগামুখত সিখন মৰি জাঁজীৰ লগ হোৱা দেখা যায়। ধনতোলাৰপৰা জাঁজী নৈ ৫ কিমি ভটিয়াই বনাই পায়। ইয়াৰপৰা নৈখনৰ উত্তৰে অসংখ্য বিল দেখা যায়। এইবোৰৰ ভিতৰত কেণ্ডুগুৰি, ঘোঁৰাচোৱা, চুমৈমৰীয়া, হামুদা, কাৱৈমাৰী, গড়চিঙা, দীঘলী, খৰচা, পথালি আদি উল্লেখযোগ্য বিল। বনাইৰপৰা ৭ কিমি ভাটিয়াই চীনাতলি বা ন-জাঁজীৰ ওচৰত নৈখন ঠেক হৈ পৰিছে। তাৰপৰা নৈখন সোঁপাৰৰ কাৱৈমাৰী বিল আৰু বাঁওপাৰৰ হাতীপৰা বিলৰ কাষেদি মুঠ ৫ কিমি আহি কুমাৰ গাঁৱত মিটং-মৰি জাঁজী নৈক সোঁপাৰে লৈ জাঁজীমুখত ব্ৰহ্মপুত্ৰৰ শগুণপৰা সুঁতিত পৰে।

১৯১৭ চনৰ মেপমতে তেতিয়া টিয়কনৈ, জগদুৱাৰনৈ আৰু কেইবাখনো জান জাঁজী নৈত পৰিছিল। এই নৈবোৰৰ পথ বৰ্তমান সলনি হৈছে— এই বিষয়ে পাছলৈ লিখা হৈছে। জাঁজী নৈখন উৎসৰপৰা ব্ৰহ্মপুত্ৰত পৰালৈকে দীঘে ১০৭ কিল'মিটাৰ। নৈখনৰ প্ৰস্থ ৫৬ মিটাৰ আৰু গভীৰতা ৫ মিটাৰ। ইয়াৰ অৱবাহিকাৰ কালি ১৩৫০ বৰ্গ কিল'মিটাৰ। ১৯৫০ চনৰ ভুঁইকঁপৰ পূৰ্বে নৈখনেদি আমগুৰিলৈকে ডাঙৰ নাঁও চলিব পাৰিছিল। কিন্তু ভুঁইকঁপে নৈখনক পোত খুউৱাৰ বাবে মাত্ৰ, বাৰিষাহে ৰবনাঁও চলিব পাৰে। নৈখনৰ মাটি আৰু বালিৰ ৰবণ বেচি ৰঙচুৱা, ইয়াৰ কাৰণ হয়তো তিৰুপৰ্বতৰ লৌহ যুক্ত গেদৰ প্ৰভাৱ। নদীখনেদি প্ৰবাহিত পানীৰ সৰ্বোচ্চ, সৰ্বনিম্ন আৰু গড় পৰিমাণ যথাক্ৰমে প্ৰতি চেকেণ্ডত ৬৪৪, ০'৯ আৰু ৫৮ ঘনমিটাৰ। নৈখনে বছৰি ৩৭ হেক্টাৰ মিটাৰ উটি-ভাঁহি ফুৰা গেদ কঢ়িয়াই নিয়ে।

১২. জাঁজীনৈৰ পশ্চিমৰ নৈ ঃ জাঁজীনৈৰ পশ্চিমৰ জগদুৱাৰ, টীয়ক আদি ভালে কেইখননৈ আগতে জাঁজীনৈৰ উপনৈ আছিল। কাকজান, দিহাজান আদি মেলেংনৈৰ লগলাগি তেতিয়া কঁকিলানৈত পৰিছিল। বৰ্তমান জাঁজীমুখৰ দক্ষিণ-পূবৰ কুমাৰ গাঁৱৰ পূবৰপৰা পশ্চিমলৈ টপটপি, ২ নং কাৱৈমাৰী, চিলনীপানী, মিছমৰী আদি কেইবাখনো বিল নতুনকৈ (১৯৫০ চনৰ ভুঁইকঁপৰ বাবে ?) সৃষ্টি হৈছে। টীয়ক, জগদুৱাৰ আদি নৈবোৰ এতিয়া এই জলাহতহে বিলীন হৈছে। তদুপৰি কাকজান আৰু দিহাজানো এই জলাহত পৰিছে। এই নৈবোৰৰ বিৱৰণ এনে—

**১২.১. টীয়ক নৈ ঃ** নৈখন তিৰুপৰ্বত সংৰক্ষিত বনৰ মাজত ওলাই প্ৰথমে দক্ষিণ পশ্চিম দিশত আহি পাছত উত্তৰ পশ্চিমমুৰা হয়। এছোৱা পথ নগালেণ্ড আৰু অসমৰ যোৰহাট জিলাৰ মাজৰ সীমাইদি আহি অসমত সোমাই নৈখন উত্তৰমুৱাহৈ নাগিনীজান চাহ বাগিছাৰ মাজেদি বৈ আহে। এইদৰে আহি চেলেং আৰু নকছাৰী ৰেল ষ্টেচনৰ মাজত নৈখন ৰেলপথ পাৰ হয়। ইয়াৰপৰা উত্তৰ-পশ্চিম-মুৱাহৈ টীয়ক চাহ বাগিছাৰ মাজেদি বৈ আহি টীয়ক নামৰ চহৰত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। নৈখনে পথৰপৰা ২½ কিমি আহি থাৰগাঁৱত দক্ষিণৰপৰা অহা মুদৈ জানক বাওঁপাৰে লয়। ইয়াৰ-পৰা ৩ কিমি ভটিয়াই বামুণবাৰীত নৈখনে পুবৰপৰা অহা জগদুৱাৰ জানক সোঁপাৰে লয়। ইয়াৰ পাছত টেপৰ জানক বাঁওপাৰে লৈ উপৰুক্ত জলাহত পৰে। টীয়ক নৈৰ দৈৰ্ঘ্য প্ৰায় ৪০ কিল'মিটাৰ। নৈখনেদি প্ৰৱাহিত হোৱা সৰ্বোচ্চ আৰু সৰ্বনিম্ন পানীৰ পৰিমাণ প্ৰতিচেকেণ্ডত যথাক্ৰমে ৩৬ আৰু ০'১ ঘন মিটাৰ।

## টীয়ক নৈৰ উপনৈ

**১২.১.১. মুদৈজান ঃ** জানখন নগাপাহাৰৰ লিকুমেন নামৰ ঠাইত ওলাই প্ৰথমে দক্ষিণ-পশ্চিমলৈ আহি পশ্চিমলৈ ঘূৰে আৰু সামান্য দূৰ যোৰহাট জিলা আৰু নাগালেণ্ডৰ মাজৰ সীমাৰূপে আহি উত্তৰ-পশ্চিমমুৱা হৈ অসম সোমায়। তাৰপৰা নাগিনীজান চাহ বাগিছাৰ পশ্চিম ভাগেদি বৈ আহি জানখন লাহিং ৰেলষ্টেচনৰ কাষ পায়। ইয়াতে জানখনে ৰেলপথ পাৰ হয়। এইছোৱত জানখনক পুতিজান বোলে। পাছত জানখন মুদৈজান চাহ বাগিছাৰ মাজেদি মুদৈজন নামেৰে বৈ আহি মুদৈজান নামৰ ঠাইত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰহৈ থাৰগাঁৱত টীয়কনৈৰ বাঁওপাৰে পৰে। নৈখন দীঘে প্ৰায় ২৫ কিল'মিটাৰ।

**১২.১.২. জগদুৱাৰ জান ঃ** টীয়কৰ দক্ষিণ-পূবৰ নামছিচু নামৰ ঠাইত এই জানখন ওলাইছে। ইয়াৰপৰা উত্তৰ-পশ্চিম দিশত ২ কিমি আহি জগদুৱাৰত ঘাইপথ পাৰহৈ একেদৰে আৰু ৪ কিমি ভটিয়াই বনাইৰ ওচৰ পায়। ইয়াতে জানখন ঘূৰি পুবৰপৰা অহা এখন জান সোঁপাৰে লৈ পশ্চিমমুৱা হয়। এইদৰে জগদুৱাৰ জানখন আৰু ৫ কিমি ভটিয়াই বামুণবাৰীত টীয়ক নৈৰ সোঁপাৰে পাৰে।



**১২. ২. কাকজান ঃ** এইখন এখন ডাঙৰ জান। যোৰহাট জিলাৰ দিচৈ সংৰক্ষিত বনৰ পশ্চিম সীমাত নৈখন উৎপত্তি হৈ দিহিঙাপাৰ চাহ বাগিছাৰ মাজেদি উত্তৰমুৱা হৈ ৬ কিমি আহি নকছাৰী ৰেল-ষ্টেচনৰ কাষেদি ৰেলপথ পাৰ হয়। তাৰপৰা বাটৰ নকছাৰী চাহ বাগিছাৰ পুবেদি ১০ কিমি আহি কাকজানৰ ওচৰত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ইয়াৰপৰা বাটত কপাহতলি জানক লগত লৈ ৬ কিমি উত্তৰলৈ আহি টীয়ক নৈ বিলীন হোৱা জলাহতে পৰে। বাৰিষা নৈখনেদি প্ৰৱাহিত হোৱা পানীৰ সৰ্বোচ্চ পৰিমাণ প্ৰতি ছেকেণ্ডত ৩৬ ঘনমিটাৰ।

**১২. ২. ১. কাকজানৰ উপনৈ— কপাহতলি জান ঃ** এইখন জান কাকজানৰ পশ্চিমে মেলেং ৰেলষ্টেচনৰ পুবত ৰেলপথৰ দক্ষিণে ওলাই নকছাৰী চাহ বাগিছাৰ পশ্চিমেদি উত্তৰলৈ আহি নৱা গাঁৱত দুভাগ হয়। এভাগ লাদৈগড়ৰ কাষেদি উত্তৰ-পশ্চিমলৈ আহি দিহা-জান হয়। মূলজানখন উত্তৰলৈ আহি চিপাহীখোলাৰ পুবত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ ঢাৰিগাঁৱত কাকজানত পৰে। জানখন দীঘে ১৬ কিল'মিটাৰ।

**১২. ৩. দিহাজান ঃ** নৱা গাঁৱত ফাটি উত্তৰ-পশ্চিমলৈ অহা কপাহ-তলি জানৰ শাখাটো দিহাজান নামেৰে আহি চিপাহীখোলাৰ পশ্চিমে ঘাইপথ পাৰ হৈ উত্তৰলৈ বৈ আহে। জানখনে বাটত বিখ্যাত ঢেঁকীয়া-খোৱা বৰ নামঘৰৰ কাষেদি এটা ভাঁজ লৈ কাঁকজানৰ কাষ চাপে যদিও তাত নপৰি আৰু উত্তৰলৈ আহি উপৰোক্ত জলাহত পৰে। অতীজত দিহা জানখন উত্তৰ-পশ্চিমলৈ গৈ মেলেং নৈত পৰিছিল।

**১২. ৪. মেলেং নৈ ঃ** মেলেং ৰেলষ্টেচনৰ দক্ষিণ-পুবত পাদদেশ অঞ্চলত নৈখন ওলাইছে। তাৰপৰা উত্তৰলৈ আহি উক্ত ষ্টেচনৰ পুবেদি ৰেলপথ পাৰ হৈ মেলেং চাহ বাগিছাৰ মাজেদি বৈ মুঠ ১২ কিমি ভটিয়াই কাপোৰধোৱাৰ ওচৰত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। তাৰপৰা একেদিশতে বাটত লাদৈগড় পাৰ হৈ মুঠ ৬ কিমি ভটিয়াই পূৰ্বে উল্লেখিত জলাহ অঞ্চলত সোমায়।

১৯১২ চনৰ মেপমতে মেলেং নৈখন কাকজানৰ উপনৈ আছিল আৰু দুয়ো মিলি ৫ কিমি পশ্চিমলৈ গৈ ককিলা নৈত পৰিছিল।

**১২. ৫. ককিলা নৈ ঃ** বৰ্তমান টীয়ক নৈৰ পানীসোঁতা পূৰ্বে উল্লেখিত জলাহ অঞ্চলৰ মাজেদি বৈ আহি বাটত কাকজান, দিহাজান আৰু মেলেং নৈৰ পানীকেইভাগক লগত লৈ ককিলা নৈখনত পৰিছে। ককিলাখন সেয়েহে বেচ বহল। ককিলা নৈখন পশ্চিমলৈ ভটিয়াই আহি বাটত মৰাককিলা নৈক বাঁওপাৰে আৰু ব্ৰহ্মপুত্ৰৰ এক ক্ষুদ্ৰ শাখা আলিখাৰৈ জানক সোঁপাৰে লৈ আৰু ডেৰ কিমি ভটিয়াই নাম-ককিলা কুমাৰগাঁৱত (নিমাতি ঘাটৰ ওচৰত) ব্ৰহ্মপুত্ৰত পৰে। নৈখনৰ দীঘ মাত্ৰ ৬ কিল'মিটাৰ।

**১২. ৫. ১. মৰা ককিলা নৈ ঃ** দুৰৰী গাঁৱত ওলাই যোগনীয়া গাঁও হৈ আহি বাটত ননৈক লৈ ১ কিমি আহি ককিলাত পৰে। ননৈখন দোলা কামৰীয়াৰ ওচৰত ওলাই চেনীজান চাহ বাগিছাৰ মাজেদি উত্তৰলৈ আহি লাদৈগড়ৰ কাষেদি কিছুদূৰ বৈ আহি গড় পাৰ হৈ মৰা ককিলাত পৰে।

## ১৩. ভোগদৈ বা দিচৈ নৈ

ভোগদৈ নৈখনৰ পূৰণি নাম দিচৈ নৈ। নৈখন নগা পাহাৰত উৎপত্তি হৈ যোৰহাট নগৰৰ মাজেদি বৈ এসময়ত ব্ৰহ্মপুত্ৰত পৰিছিল যদিও বৰ্তমান নৈখন পশ্চিমৰ কাকোডোঙৰ লগ লাগি গেলাবিল নৈয়েদি গৈ ধনশিৰি নৈতহে পৰিছে। দিচৈ বা ভোগদৈৰ আগলি নৈখন নাগালেণ্ডৰ মোককচাং অঞ্চলৰ লং চামটাঙৰ ওচৰত (২৬°৩০´ ৯৪°২৭´) ওলাইছে। তাৰপৰা ছুইং নৈ নামেৰে প্ৰথমে দক্ষিণ-পশ্চিমমুৱা হৈ পৰ্বতৰ মাজেদি ২৫ কিঃ মিঃ পথ বৈ আহি এটা চুলিত মৰা কাটাৰ দৰে ভাঁজ লৈ উত্তৰ-পূৱমুৱা হৈ নাম লয় চুৰং। এইদৰে ই ১২ কিমি আহি দিচৈ সংৰক্ষিত বনৰ দক্ষিণত অসমৰ যোৰহাট জিলাৰ সীমাৰ ভিতৰত সোমায়। এই আন্তঃৰাজ্যিক সীমাতে উক্ত সীমাইদি উত্তৰ-পশ্চিমৰপৰা অহা পূকালো ঘোকি নামৰ জান এখন চুৰং নৈত পৰিছে। ইয়াৰ পৰাই নৈখনক দিচৈ নামেৰেও জনা যায়।

উক্ত ঠাইৰপৰা দিচৈ বা চুৰং নৈখন উত্তৰ-পূৱমুৱা হৈ অসম, নাগালেণ্ডৰ মাজৰ সীমাৰূপে প্ৰায় ২৪ কিমি পথ বৈ আহিব ধৰে। এই পাহাৰীয়া পথছোৱাত ভালেমান জান-জুৰি দিচৈত পৰিছে। এইবোৰৰ নাম আৰু অৱস্থান ক্ৰমান্বয়ে নামনিলৈ এনেকুৱাঃ আজখেকি ঘোকি (বাঁওপাৰে), টাংটানকিলং (সোঁপাৰে), আলুলিফা ঘোকি (উপনৈ লাংবা নৈ), পংখং নৈ, কুংখং নৈ, খোৰইং নৈ, লিটছুমচুং নৈ আৰু



লিংৰেক নৈ (উপনৈ বংলক) (সকলো বাঁওপাৰে), আলছি চু (সোঁ), কুৰাঙী নৈ (বাঁও), ননকা চু (সোঁ), ৰাটিচাং নৈ আৰু অমংমেন নৈ (বাঁও) আৰু চামবা চু (সোঁ)। ইয়াৰ পাছত উক্ত সীমা উত্তৰ-পূবলৈ যায় আৰু দিচৈখন উত্তৰমুৱা হৈ সম্পূৰ্ণকৈ যোৰহাট জিলাত প্ৰবেশ কৰে। উপৰোক্ত জানবোৰ প্ৰায়বোৰেই দিচৈ ভেলী সংৰক্ষিত বনৰপৰা আহিছে।

সীমাৰপৰা নৈখনে দিচৈ বনৰ মাজেদি আঠ কিমি আহি টিখং নৈক সোঁপাৰে লৈ টিখং বৈ অহা দিশতে পশ্চিম-উত্তৰমুৱা হয়। নৈখন এইদৰে ২ কিমি আহি সেই বনৰ পশ্চিম সীমা পায়। তাৰপৰা বাটত দুপাৰে দুটা পুৰণা সুঁতি এৰি আহি দিচৈ চাহবাগিছাৰ দক্ষিণত জুনকা নৈক বাঁওপাৰে লয়। জুনকা নৈখন দিচৈ ভেলী বনৰ মাজেদি এক কাঁড় যেন পোন পথেৰে উত্তৰ-পূবমুৱাহৈ আহি দিচৈত পৰে। এই নৈখনত এটা জলপ্ৰপাত আছে।

জুনকাক লৈ দিচৈখন একে দিশতে আৰু ৫ কিমি আহি মৰিয়নিৰ পূবত ৰেলপথ পাৰ হয়। মৰিয়নিৰ পৰাই দিচৈক ভোগদৈ বোলে। মৰিয়নিৰপৰা নৈখন উত্তৰ-পশ্চিমমুৱা হয়। মৰিয়নিৰপৰা ৬ কিমি ভটিয়াই ভোগদৈখন কলিয়াপানী চাহবাগিছা পায় আৰু ইয়াতে ই কলিয়াপানীজানক সোঁপাৰে লয়। একে দিশতে নৈখনে আৰু চাৰে তিনি কিমি আহি মাউত গাঁৱত চেনীজান বা ৰঙাজানক সোঁপাৰে লয়। উক্ত কলিয়াপানী আৰু চেনীজান দুয়ো হোলোঙাপাৰ সংৰক্ষিত বনত ওলাইছে। মাউত গাঁৱৰপৰা ভোগদৈখন পশ্চিম-উত্তৰমুৱা হয় আৰু এইদৰে দুলীয়া গাঁৱৰ উত্তৰেদি ৫ কিমি বৈ আহি যোৰহাট নগৰত সোমায়।

যোৰহাট নৈখনৰ দিশ উত্তৰ-পশ্চিমমুৱা হয়। এইদৰে নগৰখনৰ মাজেদি ১ কিমি আহি ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ আৰু আধা কিমি আহি নিমাতিলৈ যোৱা ৰেলপথৰ দলং পাৰ হয়। ৰেলপথৰ দলঙৰ পৰা ২ কিমি ভটিয়াই গুৱাল গাঁৱৰ পূবত নৈখন পশ্চিমমুৱা হয়। এইদৰে আধা কিমি আহি যোৰহাট নগৰৰ মাজেদি উত্তৰ-পশ্চিমমুৱা হৈ বৈ অহা টোকলাই নৈক বাঁওপাৰে লয়। ইয়াৰপৰা ভোগদৈ নৈখন ৩ কিমি ভটিয়াই তৰাজান নৈৰপৰা খান্দি নিয়া এটা খাল বাঁওপাৰে লয়। ইয়াৰপৰা নৈখনে ৮ কিমি পশ্চিমলৈ ভটিয়াই আহি বৰমেৰ গাঁৱত বটালিখোলা বিলৰ উত্তৰেদি বৈ দুটা শাখা সুঁতিত ভাগ হৈ দুয়ো দক্ষিণ-পশ্চিম দিশত ব'বলৈ ধৰে।

উক্ত শাখাদ্বয়ৰ উত্তৰ ফালটোক বৰৈয়া জান বোলে। বৰৈয়া জানতে উত্তৰ-পূবৰপৰা অহা ঔৰনা জান পৰিছে। ঔৰনা জানটো এলেংমৰা গাঁৱৰ পূবৰ বৰঘুলি বিলৰপৰা ওলাই বাটত এলেংমৰা জান নামৰ এটা জান লৈ দক্ষিণ-পশ্চিমমুৱা হৈ বৈ আহিছে। এই এলেংমৰা জানৰ লগত এসময়ত ইয়াৰ উত্তৰৰ দিচৈ সুঁতি নামৰ ব্ৰহ্মপুত্ৰৰ এক সুঁতি সংযোজিত হৈ আছিল। বৰ্তমান মথাউৰি দি ইহঁতক বিছিন্ন কৰা হৈছে। উক্ত বৰঘুলি বিলত ঘটাকোবোৱা খাল নামৰ এটা হোলা আহি পৰিছে। এই খালটোৱে পূব দিশৰ চেঙামৰা বিল, দুবৰিয়নি বিল, পটিয়া চৰলা বিল আৰু গড়ৰ মাজ বিল কেইখনক যোগ কৰিছে। উক্ত গড়ৰ মাজ নামৰ বিলতে লাদৈ গড়ৰ কাষত দক্ষিণৰপৰা যোৱা ৰঙাজানটো পৰিছে। এই ৰঙাজানটোকে উজনিলৈ জাখৰীয়া জান বোলে। এই জানটো যোৰহাট-নিমাতি ৰেলপথৰ কাষেদি বৈ আহিছে। তদুপৰি লাদৈগড়ৰ বোৱা ৰংদৈ জানটোও ডোবাপুখুৰীৰ কাষেদি বৈ আহি গড়ৰ মাজ বিলতে পৰিছে। গাতকে ঔৰনা জানটোৱে যথেষ্ট পানী কঢ়িয়াই আনে।

ভোগদৈৰ শাখাদ্বয়ৰ দক্ষিণৰ শাখাটোৰ নাম বৰ্তমান ঢ'লি নৈ। যোৰহাট নগৰৰ মাজেদি বৈ অহা তৰাজানখন নামনিলৈ সৰুচৰাইজান নাম লৈ আহি যোৰহাটৰ দক্ষিণৰ ৰবৈয়াৰপৰা বৈ অহা ৰবৈয়াজানক লগত লৈ উক্ত ঢ'লি নৈত পৰে। পাছত ভোগদৈৰ সেই শাখাদ্বয় প্ৰত্যেকেই প্ৰায় ৪ কিমিকৈ ভটিয়াই আকৌ একেলগ লৈ খলিহামাৰী বিলত পৰেহি।

খলিহামাৰী বিলত দেলেছৰি নৈয়ো পৰিছে। দেলেছৰিখন বৰ ঢ'লি আৰু সৰু ঢ'লি নামৰ দুখন নৈ মিলি হৈছে। বৰ ঢ'লি নৈখন দক্ষিণৰ ছায়কটা চাহবাগিছাত ওলাই বৰ ছায়কটাজান নামেৰে পশ্চিমলৈ বৈ আহি ফৰকাটিং-বাদুলিপাৰ ৰেলপথৰ কাষত ঢেকীয়াজুলিজানক সোঁপাৰে লয়। ঢেকীয়াজুলিৰ উপনৈ সৰু ছায়কটাজান। বৰ ছায়কটাখনে ৰেলপথ পাৰ হৈ ঢলাজান নাম লয়। তাৰপৰা ই উত্তৰ-পশ্চিমমুৱা হৈ আহি পুৰণিমাটি সত্ৰৰ কাষত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ বৰঢ'লি নৈ নাম লয়। নৈখনে বাটত সৰু ঢ'লি নৈক লগত লৈ দেলেছৰি নৈ হয়। সৰু ঢ'লি নৈখন মোৱাবান্দ চাহবাগিছাত ওলাই বামুণমৰাত ৰাষ্ট্ৰীয় ঘাইপথ পাৰহৈ উত্তৰলৈ আহি বৰ ঢ'লিৰ বাঁওপাৰে পৰে।



উপৰোক্ত খলিহামাৰী বিলৰপৰা ওলোৱা নৈখনৰ নাম ভোগদৈৰ ঠাইত দেলেছৰি হয়। ক্ষুদ্ৰমান দেলেছৰিয়ে প্ৰসিদ্ধ ভোগদৈৰ নাম তল পেলায়। এই দেলেছৰি নৈখন প্ৰায় ৫ কিমি দক্ষিণ-পশ্চিমলৈ বৈ আহি দৰিকামাৰিত কাকডোঙা নৈক বাঁওপাৰে লৈ নাম লয় গেলাবিল নৈ। গেলাবিলৰ বিষয়ে পাছলৈ লিখা হৈছে।

১৮৯৮ চনৰ বৰভুঁইকপত ব্ৰহ্মপুত্ৰই ককিলামুখৰ কিছু উজনিত থকা কিলাকুটি মথাউৰি ভাঙি বুৰঞ্জীপ্ৰসিদ্ধ বৰডোলৰ অকণমান দক্ষিণে বৰঘুলিমুখত খান্দি হাতীয়ে-মাউতে তলযোৱা বিল সৃষ্টি কৰিলে। একে কোবতে ঔৰনাৰ বিল, শালকুৰা ডোবা, ঘটা কোবোৱা আৰু ন লখাই বিলবোৰ হ'ল। ১৯১৭ চনৰ জৰীপমতে ভোগদৈখন যোৰহাটৰপৰা ১৩ কিমি পশ্চিমৰ অলেখ বিল আৰু পিতনিৰে ভৰা এক বিশাল জলাহ অঞ্চলত হেৰাই গৈছিল। ৰেডৰ টোকামতে সেইসময়ত দিচৈখন দিখৌৰ সমান বহল আছিল যদিও নৈখন তৰাং আছিল। তেতিয়া ই লুইত (দিহিং)ত পৰিছিল। দিচৈমুখৰপৰা পৰ্বতৰ ওচৰলৈকে নদীখন এক সপিল পথেৰে বৈছিল। দিচৈখন হেনো ভক্তসকলৰ প্ৰতি দয়াশীলা আছিল। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত মোৱামৰীয়াসকলে বুঢ়াগোঁহাইৰ কোঁঠ অৱৰোধ কৰি ৰখাত ১৫ দিনৰ মূৰত কোঁঠৰ ভিতৰত খৰি শেষ হ'ল। তেতিয়া বুঢ়াগোঁহায়ে পূজাৰীসকলক দিচৈক পূজা দিবলৈ ক'লে। পূজাৰদিনা ৰাতিলৈ নদীত বান আহিল আৰু বানত উটি অহা বিস্তৰ শুকান-খৰি কোঁঠৰ ওচৰত জমা হ'লহি। আগৰ দিনত বহাগ আৰু জেঠমাহত ভোগদৈয়েদি অপৰ্যাপ্ত পৰিমাণৰ কাঠ-বাঁহ উটি আহিছিল। অৱশ্যে ধনশিৰি (দক্ষিণ) নৈয়ে কঢ়িয়াই অনা কাঠ-বাঁহৰ পৰিমাণেই হেনো সৰ্বাধিক আছিল।[১৩]

**ভোগদৈৰ নামৰ উৎপত্তি ঃ** আহোম স্বৰ্গদেৱসকলৰ বাবে ৰাজবাহৰৰ কাষেদি একোখন নৈ বৈ যোৱাটো প্ৰয়োজনীয় কথা আছিল। যোৰহাটৰ দিচৈ বাহৰৰ নিচেই কাষেদি দিচৈখন বৈ যোৱা নাছিল। সেই অসুবিধাটো গুচাবলৈ পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়াই দিচৈৰপৰা কমিয়নীলৈকে এখন নৈ খনালে। নৈ খনাওতে গোঁসাই-মহন্ত অধিকাৰে খেলে খেলে ৰাইজক চাউল পিঠা খুৱাইছিল। স্বৰ্গদেৱ, বুঢ়াগোঁহাই আৰু বৰবৰুৱায়ো ৰাইজক জলপান খুৱাইছিল। এইদৰে ভোগ দিয়াৰ বাবে নতুনকৈ খন্দা নৈৰ নাম ভোগদৈ হয়।[১৪]

ভোগদৈ নৈৰ অৱবাহিকাৰ কালি ৯৪২ বৰ্গ কিলমিটাৰ আৰু

দৈৰ্ঘ্য ১৬০ কিল'মিটাৰ। নৈখন বহলে ৫৫ মিটাৰ আৰু ইয়াৰ গভীৰতা প্ৰায় ২ মিটাৰ। নৈখনেদি প্ৰবাহিত পানীৰ সৰ্বোচ্চ, সৰ্বনিম্ন আৰু গড় পৰিমাণ প্ৰতিচেকেণ্ডত যথাক্ৰমে ৪১০, ০.১, আৰু ৭৫ ঘনমিটাৰ। নৈখনে বছৰি গড়ে ৮৩ হেক্টাৰ মিটাৰ উটি-ভাঁহি ফুৰা গেদ কঢ়িয়াই নিয়ে। খৰালি নৈখন তেনেই তৰাং হৈ পৰে।

**১৪. কাকডোঙা নৈঃ** কাকডোঙা নৈখনেদি যোৰহাট আৰু গোলাঘাট জিলাৰ মাজৰ সীমা নিৰ্ধাৰিত হৈছে। নৈখনৰ আগৰ নাম দিলখিৰি নৈ। ৰেডৰ টোকা মতে নৈখন দেৱৰগাঁৱৰ মন্দিৰৰ উজনিত লুইত (দিহিং)ত পৰিছিল। ইয়াৰ পাৰত অনেক নগৰ আছিল এই সকলোকে একেলগে বছা-দেয়াং বুলিছিল। বৰ্তমান নৈখন নাগালেণ্ডৰ ভিতৰত ওলাই উপৰোক্ত সীমাইদি বৈ আহি দেলেছৰি নৈৰ লগ লাগি গেলাবিলত পৰিছে। ১৯১৭ চনৰ জৰীপৰ তথ্যমতে গেলাবিলক লগ পোৱাৰ আগতে কাকডোঙা আৰু দেলেচৰিৰ এটা ভাগ নেঘেৰিটিংৰপৰা উত্তৰলৈ গৈ ব্ৰহ্মপুত্ৰৰ সুঁতি (দিচৈ সুঁতি)ত পৰিছিল আৰু আন এটা ভাগ পশ্চিমলৈ বৈ গেলাবিল নৈ হৈছিল। গতিকে কিছুদিন আগলৈকে কাকডোঙাখন এখন স্বাধীন নৈ আছিল।

নৈখন নাগালেণ্ডৰ মোককচাং জিলাৰ উত্তৰাংশত (২৬°১৭´, ৯৪°২০´) ৰংপং নৈ নামে ওলাইছে। নৈখনে পাহাৰৰ নামনিৰপৰা পশ্চিম দিশত বৈ আহি ছুলোখা ঝিখু আৰু আকিটছুৰা ঝিখু নৈক বাঁওপাৰে লৈ কুলাজান নামৰ ঠাইত অসমৰ সীমা পায়। তাৰপৰা নৈখন অসম-নাগালেণ্ড সীমাইদি ২ কিমি একে দিশতে বৈ আহি কুলাজানক বাঁওপাৰে লৈ সম্পূৰ্ণকৈ অসমত সোমাই কাকডোঙা নামেৰে যোৰহাট আৰু গোলাঘাট জিলাৰ সীমাৰূপে ববলৈ ধৰে। এইদৰে নৈখনে পশ্চিমমুৱাহৈ ২½ কিমি আহি চেলচেলি নৈক বাঁওপাৰে লয়। চেলচেলিখন এখন ডাঙৰ নৈ, নাগালেণ্ডত ইয়াৰ নাম মিকিৰং নৈ, ইয়াৰ উজনিৰ একাংশ অসম-নাগালেণ্ডৰ সীমা।

চেলচেলিক লগ কৰি কাকডোঙাই উত্তৰ-পশ্চিমমুৱা হৈ ৩½ কিমি আহি শুকানজানক সোঁপাৰে লয়। পূৰ্বত এই ঠাইত অপৰ্যাপ্ত পৰিমাণৰ সৰু-সুৰা জান জুৰি আহি কাকডোঙাত লগ হৈছিল। ১৯১৭ চনৰ জৰীপ মতে ইয়াত এমাইল বাটত ২২ খন জান পাব হব লাগিছিল। সেই সময়ত কাকডোঙা আৰু দৈয়াং বনত থকা জানজুৰিৰ পৰিমাণ প্ৰতি বৰ্গ কিল'মিটাৰ হিচাপত সমগ্ৰ অসমৰ ভিতৰতে সৰ্বাধিক আছিল। কালক্ৰমত বৰ্ধিত জনসংখ্যাই হাবিবন



খান্তাং কৰি বসতি আৰম্ভ কৰাৰপৰা এই জানজুৰি বোৰ পোত খাই পথাৰ হ'ল, হাবি গুছি গাঁও হ'ল।

শুকানজান পৰাৰ পাছত নৈখনে ২ কিমি ভটিয়াই দক্ষিণ-পূবৰ-পৰা অহা নাগিনীজানক সোঁপাৰে লয়। নগাপাহাৰত এইখনৰ নাম ছাং ছুং নৈ। তাৰপৰা কাকডোঙাই প্ৰায় উত্তৰমুৱা হৈ ২ কিমি আহি ৰাইডাং জানক সোঁপাৰে লৈ উত্তৰ-পূবমুৱা হয়। এইদৰে ই আঢ়ৈ কিমি আহি বৰহোলাৰ দক্ষিণে নেঘেৰিজানক সোঁপাৰে লয়।

নেঘেৰিজানখন এখন ডাঙৰ জান। ই নগাপাহাৰত ননংচাংছু নামে ওলাই অসমত সোমাই বোকাজান নাম লয়। উত্তৰ-পশ্চিম দিশত বৈ আহি বালিজানক সোঁপাৰে লৈ পশ্চিমলৈ ঘূৰে। এইদৰে আহি বজালীকটা জানক বাঁওপাৰে লৈ নেঘেৰিগাঁৱত কাকডোঙাত পৰে। বজালীকটা জানখনক উজনিত তেৰিমেৰি জান বোলে; এইখনৰো বোকাজান নামৰ এখন উপনৈ আছে। ১৯১৭ চনৰ জৰীপ মতে নেঘেৰিজানৰ পাছত গটঙা জান, বালিজান, ঘিলাজান, ঔগুৰিজান আৰু গোবৰজান আদি কেইবাখনো জান কাকডোঙাত পৰিছিল। বৰ্তমানৰ মেপত এইজানবোৰৰ নাম পোৱা নাযায়। তদুপৰি অসম সীমান্তৰপৰা বৰহোলালৈকে প্ৰায় ১৮ কিমি পথত কাকডোঙাৰ বাঁও-পাৰে এখনো উপনৈ নাই।

বৰহোলাৰপৰা কাকডোঙাখন উত্তৰ-পশ্চিমমুৱাহৈ ৬ কিমি আহি বছাগাঁৱত নিজৰ প্ৰধান উপনৈ ঘিলাধাৰী নৈক বাঁওপাৰে লয়। ইয়াৰ-পৰা ৩ কিমি উত্তৰলৈ অহাৰ পাছত খাৰজান নামৰ ঘিলাধাৰীৰ এটা শাখা কাকডোঙাৰ বাঁওপাৰে পৰে। তাৰপৰা ১ কিমি আহি কাক-ডোঙাই চেৰেলিজানক সোঁপাৰে লয়। চেৰেলিজানখনত পূবদিশৰ-পৰা অহা ভালেমান জান পৰিছে; এইবোৰ হ'ল— পানজান (নগা-পাহাৰৰ নাম নিটচুলং ছু, উপনৈ টেঙাজান বা মোকোদুং ছু), বোকাজান, টিপমীয়া জান, আৰু চৰাই পানীজান (উপনৈ মেদেলুৱা জান)। চৰাইপানী জানৰ এটা শাখা কিছু উত্তৰলৈ আহি দফলাটিং চাহ বাগিছাৰ কাষত কাকডোঙাত পৰিছে।

চেৰেলিজানক লগত লোৱাৰপৰা নৈখন ৩½ কিমি আহি দফলাটিং বাগিছাৰ কাষত উক্ত চৰাই পানীৰ শাখাক লগত লয়। তাৰপৰা আহি চকিটিং ৰেলষ্টেচনৰ পূবত ৰেলপথ পাৰহৈ উত্তৰ-পশ্চিমমুৱা হয়। এইদৰে ৫ কিমি আহি চুঙী চাহ বাগিছাৰ ওচৰৰপৰা নৈখন আকৌ উত্তৰমুৱা হয়। এই দিশেদি নৈখনে ২½ কিমি আহি কাছ

জানক সোঁপাৰে লয়। কাছজানক লৈ আৰু ১ কিমি আহি বৰ্তমান শুকাই যোৱা এসময়ত এখন ডাঙৰ নৈক বাঁওপাৰে লৈ আৰু ১ কিমি ভটিয়াই কাক:ডোঙাই নিজৰ অন্যতম প্ৰধান উপনৈ চ'লিনৈক সোঁপাৰে লয়। তাৰ পাছত নৈখনে ৩ কিমি উত্তৰলৈ আহি বামুণবাৰী চাহ-বাগিছাত দাইজানক সোঁপাৰে লৈ উত্তৰ-পশ্চিমমুৱা হয়। এইদৰে কাকডোঙা নৈখন আৰু ৬ কিমি আহি শেনচোৱা চাহ বাগিছাত বাদুলিপাৰ যোৰহাট শাখাৰ ৰেলপথ পাৰ হয়। ইয়াৰপৰা নৈখন উত্তৰমুৱাহৈ ৬ কিমি ভটিয়াই শিতল পথাৰত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ঘাইপথৰপৰা নৈখন ৩ কিমি ভটিয়াই ভোগদৈৰ নামনি অংশ বা দেলেছৰি নৈৰ বাঁওপাৰে পৰে। ইয়াৰ পৰাই দেলেছৰি নৈক গেলাবিল নৈ নামেৰে জনা যায়। কাকডোঙা নৈয়েদি প্ৰৱাহিত পানীৰ সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ প্ৰতি চেকেণ্ডত যথাক্ৰমে ১৩৫ আৰু ১'৬ ঘনমিটাৰ। নৈখনৰ দীঘ সপিল পথেৰে প্ৰায় ১০০ কিল'মিটাৰ আৰু ইয়াৰ অৱবাহিকাই ১১০০ বৰ্গ কিল'মিটাৰ এলেকা আগুৰি আছে।

## কাকডোঙাৰ প্ৰধান উপনৈ

**১৪. ১. ঘিলাধাৰী নৈ ঃ** নাগালেণ্ডৰ য়াংগ্ৰু ঝুখু নৈ উত্তৰ-পশ্চিম দিশত বৈ আহি ঘিলাধাৰী নামেৰে দৈয়াং সংৰক্ষিত বনত অসমৰ গোলাঘাট জিলাত সোমায়। তাৰপৰা নৈখন ক্ৰমান্বয়ে উত্তৰ-পশ্চিম, উত্তৰ আৰু উত্তৰ-পুবলৈ ঘূৰি ধেনু এখনৰ দৰে মুঠ ১৩ কিমি বৈ আহি লক্ষীবাৰী নামৰ ঠাইত মেৰাজানক সোঁপাৰে লয়। লক্ষীবাৰীৰপৰা নৈখন উত্তৰ-পুব দিশতে ৩ কিমি আহি নগাপাহাৰৰ পৰা অহা অন্য এক মেৰাজানক সোঁপাৰে লয়। তাৰপৰা ২ কিমি আহি পোৱা ঘিলাধাৰী গাঁওৰপৰা নৈখন উত্তৰমুৱা হয়। এইদৰে ৫ কিমি আহি ঘিলাধাৰী নৈখনে নাঁওজানক বাঁওপাৰে লয়। তাৰ-পৰা ১ কিমি আহি নৈখন উত্তৰ-পুবলৈ ঘূৰে আৰু দলাজানক (উপনৈ শিঙৌজান) বাঁওপাৰে লয়। ইয়াৰপৰা একেদিশে আৰু ৪ কিমি অহাৰ পাছত নৈখনৰ এটা শাখা ফাটি উত্তৰলৈ গৈ বাটত খাৰজান নামৰ এখন জান লৈ কাকডোঙাত পৰেগৈ। ঘিলাধাৰীৰ মূল শাখাটো বিভক্ত হোৱা ঠাইৰপৰা ১ কিমি ভটিয়াই দক্ষিণৰ মকৰং চাহ বাগি-ছাৰ মাজেদি অহা মকৰং নৈক সোঁপাৰে লৈ আৰু ডেৰ কিমি আহি বছাগাঁওত কাকডোঙাত পৰে।



ৰেডৰ টোকাত ঘিলাধাৰী নৈখনক বিশেষ প্ৰাধান্য দিয়া দেখা যায়। ইয়াৰ মুখতে হেনো ১০০ সৈন্য থকা দৈয়াঙীয়া চকী আছিল। ঘিলাধাৰীৰ পানী অতি ফটফটীয়া আৰু খাবলৈকো বৰ ভাল আছিল।

**১৪. ২. কাছ জান ঃ** কাছজানৰ আগলি ভাগৰ নাম হাতীপৰা নৈ। আন্ত:ৰাজ্যিক সীমাৰ ওচৰৰ বান্দৰচুলীয়া চাহ বাগিছাত ওলোৱা ডোমজানখনেই সোঁপাৰে লেটেকুজান আৰু বাঁওপাৰে গোহাঁইজানক লৈ লেটেকুজান চাহ বাগিছাৰ দক্ষিণেদি আহি তিতাবৰৰ ওচৰত হাতীপৰা নৈ নাম লয়। এই নৈখনেই আৰু ৫ কিমি আহি ৰেল-পথৰ দক্ষিণত কাছজান নাম লয়। ৰেলপথ অতিক্ৰম কৰি নৈখন কাকডোঙাত পৰে।

**১৪. ৩. চ'লি নৈ ঃ** দিচৈ ভেলী সংৰক্ষিত বনত ওলোৱা চিৰাখাতী নৈখনেই উত্তৰলৈ আহি হাতীজুৰি চাহ বাগিছাত নাওজংকা নৈক সোঁপাৰে লৈ চ'লি নৈ নাম লয়। তাৰপৰা নৈখন পশ্চিমমুৱা হৈ আহি খৰিকটীয়া ৰেল ষ্টেচনৰপৰা ৩ কিমি পুবত ৰেলপথ পাৰ হৈ আহি উক্ত ষ্টেচনৰ কাষতে হাতীগড় নৈক বাঁওপাৰে লয়। তাৰ পৰা চ'লি নৈখন পশ্চিম দিশতে আহি বোকাহোলা চাহ বাগিছা পাৰ হৈ দক্ষিণপাট সত্ৰৰ ওচৰত চিৰতি জানক বাঁওপাৰে লয়। চিৰতি জানখন দিচৈ ভেলী বনৰ মাজত ওলাই প্ৰায় একে ঠাইতে ওলোৱা ভালুকজানক (উপনৈ ৰঙাজান, পেৰকুটি জান) বাঁওপাৰে লৈ বৈ আহিছে। তাৰপৰা চ'লিনৈখন আৰু পশ্চিমলৈ আহি চুঙীত কাকডোঙাত পৰে। চ'লি নৈখন এখন লেখৰ নৈ বুলি ৰেডৰ টোকাত উল্লেখ কৰা পোৱা যায়।

## ১৫ গেলাবিল নৈ

আগতে লিখা হৈছে যে ভোগদৈৰ নামনি অংশ বা দেলেছৰি নৈ আৰু কাকডোঙা নৈ মিলি হোৱা গেলাবিল নৈখন গোলাঘাট জিলাৰ মাজেদি পশ্চিমলৈ বৈ আহিছে। কাকডোঙা বা এই ঠাইৰ ধনশিৰি নৈৰ তুলনাত গেলাবিল নৈৰ গতিপথ অসাধাৰণভাৱে পোন। শিৱসাগৰ জিলা গেজেটিয়াৰৰ মতে গেলাবিল নৈখন প্ৰকৃততে ব্ৰহ্মপুত্ৰৰ এটা সুঁতিহে আছিল ; সেয়েহে হয়তো ইয়াৰ পথ সপিল নহয়। গেলা-বিলৰ দক্ষিণৰ ওখ চাহ বাগিছা অঞ্চলৰপৰা কেইবাখনো জান পৰিছেহি। গেলাবিল নৈৰ উত্তৰত ব্ৰহ্মপুত্ৰ, ইহঁত দুয়োৰে মাজত ভালেমান বিল আছে।

**গতিপথ ঃ** গেলাবিল নৈ নামেৰে প্ৰথমে ২ কিমি পশ্চিমলৈ আহি নেঘেৰিটিং দেৱালয় পাৰ হয়। ইয়াৰপৰা নৈখন ৪ কিমি ভটিয়াই দেৰগাঁওৰ ওচৰ চাপি দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে নৈখনে ৩ কিমি আহি দক্ষিণৰ বকুৱাবামুণগাঁওৰ কাষেদি (কেতিয়াবা চেনী-কলৰ দূষিত পানীৰে দুৰ্গন্ধ বিয়পাই) বৈ অহা লোহাৰ দং নৈক বাঁওপাৰে লয়। তাৰপৰা ৪ কিমি আহি দৰিয়া নৈক বাঁওপাৰে লৈ নৈখন পশ্চিমমুৱা হয়। নৈখনে এনেকৈ আৰু চাৰে-পাঁচ কিমি আহি বাদুলিপাৰৰ ওচৰত সুবিলাই জানক বাঁওপাৰে লয়। তাৰপৰা ডেৰ কিমি আহি গেলাবিলখনে গোকাইজান আৰু ঠাইতে জৰাগুৰি নৈ নামৰ এসময়ৰ মৰা দিচৈৰ ব্ৰহ্মপুত্ৰৰ লগত লাগি থকা সুঁতি এটাক সোঁপাৰে লয়। এই সুঁতিটোক এতিয়া অৱশ্যে মথাউৰি দি ব্ৰহ্মপুত্ৰৰ পৰা পৃথক কৰা হৈছে। পূৰ্বতে ভোগদৈ বা দিচৈখন এই ফালেদি আৰু পশ্চিমলৈ গৈহে ব্ৰহ্মপুত্ৰত পৰিছিল। ব্ৰহ্মপুত্ৰ দক্ষিণ-মুৱা হোৱা বাবে দিচৈখনৰ সৰহভাগ ব্ৰহ্মপুত্ৰৰ বুকুত সোমাল, বাছি ৰোৱা অংশবোৰ দিচৈ সুঁতি নামেৰে ব্ৰহ্মপুত্ৰৰ সুঁতি যেন হ'ল।

জৰাগুৰি নৈক লৈ গেলাবিলখন ৰঙাগড়াৰ উত্তৰেদি ৮ কিমি বৈ আহি মহৰাজানক বাঁওপাৰে লয়। মহৰাজানৰ উজনিৰ নাম চাহ বাগিছা অঞ্চলত কান্দিজান। ইয়াৰপৰা গেলাবিল নৈখন আৰু ৫ কিমি ভটিয়াই কুকুৰাবাহী ৰঙাগড়াত ধনশিৰি নৈৰ সোঁপাৰে পৰে। গেলাবিল নৈখন দীঘে ৩২ কিল'মিটাৰ।

## গেলাবিল নৈৰ উপনৈ আৰু সোঁপাৰৰ বিল

গেলাবিলৰ উপনৈ জৰাগুৰি নৈখনক উজনিলৈ মৰা দিচৈ নৈ বোলে। এই নৈখন যোৰহাট নগৰৰ উত্তৰৰ ব্ৰহ্মপুত্ৰৰ কাষৰ ককিলা-মুখৰপৰা পশ্চিমলৈ বৈ আহিছে। এই পথছোৱাত মৰা দিচৈ আৰু ব্ৰহ্মপুত্ৰৰ মাজত ভালেমান বিল আছে। এই বিলবোৰ হ'ল ককিলা-মুখৰপৰা পশ্চিমলৈ ক্ৰমে কমলাবাৰীৰ ওচৰৰ ধানখুলিত ভুৰভুৰি বিল, ভোজখাতীৰ ওচৰত হাড়িডোবা বিল, আৰু পশ্চিমলৈ টাৰিং বিল, গোখুটি বিল, তিনিচুকীয়া বিল, বেহানি বিল, তিনিঘৰীয়া বিল, নৰামাৰী বিল, কাৰৈমাৰী বিল, গোঁসাইপুখুৰী বিল, চলা বিল, মাউচ বিল, শিঙীমাৰী বিল, ডাঙৰ বিল, কলাবাৰী বিল, বেহুৰাণী বিল, গৰৈমামী বিল, বালিদুৱাৰ বিল, এলেংমাৰী বিল আৰু বিদ্যা বিল।



জৰাগুৰি নৈৰ উত্তৰত পুবৰ কংস চাপৰিৰপৰা পশ্চিমৰ মাজ দলপাৰলৈকে গেলাবিল নৈ আৰু ব্ৰহ্মপুত্ৰৰ মাজত ব্ৰহ্মপুত্ৰৰ এটা সৰু সুঁতি আছে। এইখনৰে উত্তৰত ব্ৰহ্মপুত্ৰৰ নিচেই কাষত নভঙা নৈ নামৰ ব্ৰহ্মপুত্ৰৰ এটা সুঁতি থকা দেখা যায় (১৯৭০)।

## ১৬. ধনশিৰি নৈ

নগালেণ্ডৰ লগত অসমৰ উত্তৰ কাছাৰ আৰু কাৰ্বি আংলং জিলা তথা গোলাঘাট জিলাৰ লগত কাৰ্বি আংলং জিলাৰ সীমাৰূপে আৰু পাছত গোলাঘাট মহকুমাৰ মাজেদি বৈ অহা ধনশিৰি নৈখন এখন দীঘল আৰু অতিশয় সৰ্পিল গতিৰ নৈ। নগা পৰ্বতৰ উত্তৰ ঢালত আৰু কাৰ্বি (মিকিৰ) পাহাৰৰ দক্ষিণ আৰু পুব ঢালত উৎপত্তি হোৱা অনেক জান-জুৰিৰে সৈতে নৈখন পুষ্ট হৈছে। ধনশিৰিৰ আনটো নাম ডিমা। বড়ো ভাষাত ডি মানে ডাঙৰ আৰু বিশাল, গতিকে ধনশিৰিৰ অৰ্থ বৰ নৈ। এই ডিমাৰ পাৰতে কছাৰী ৰজাই পুৰ বা নগৰ পাতিছিল। সেয়ে হ'ল ডিমাপুৰ। আহোমসকলে এই নৈখনক নাম-টিমা আৰু নগৰখনক চে-নাম-টিমা বুলিছিল। অতীজৰপৰা ধনশিৰিখন এখন গুৰুত্বপূৰ্ণ নৈ। নিজতকৈ ডাঙৰ দৈয়াং নৈখন ইয়াৰ প্ৰধান উপনৈ। তদুপৰি বৰ্তমান ভোগদৈ আৰু কাকডোঙাৰ পানী গেলাবিলেদি বৈ আহি ধনশিৰিৰ একেবাৰে নামনিত পৰিছেহি, সেইবাবে এই কেইখন নৈও প্ৰকৃতাৰ্থত বৰ্তমান ধনশিৰিৰে উপনৈ স্বৰূপ হৈ পৰিছে।

**গতিপথ ঃ** নগালেণ্ডৰ দক্ষিণ-পশ্চিমৰ কহিমা জিলা আৰু উত্তৰ কাছাৰ পাহাৰ জিলাৰ পুবৰ আন্তঃৰাজ্যিক সীমাৰ, কুকি নগাসকলৰ বাসভূমি বৰাইল পৰ্বতৰ বিখ্যাত থিংতুবুম বা লাইছাং শৃংগৰ (১৮৬৮ মি) উত্তৰ-পুব কোণত ধনশিৰি বা ডিমা নৈখন উৎপত্তি হৈছে। উৎসৰপৰা নৈখনে আন্তঃৰাজ্যিক সীমাৰূপে উত্তৰ দিশত ৬ কিমি বৈ আহি টুইদাপ নৈক সোঁপাৰে লগত লৈ ক্ৰমাত উত্তৰ-পশ্চিমমুৱা হয়। এই দিশত ২ কিমি আহি অসমৰ ফালৰপৰা অহা বংখাই নৈক বাঁওপাৰে লৈ আৰু ১ কিমি ভটিয়াই নৈখন পশ্চিমমুৱা হয়। এনেকৈ ২ কিমি আহি কছাৰীলোকৰ বাসভূমি প্ৰছদিম্‌দিক্ নামৰ ঠাইৰপৰা পাহাৰৰ মাজতে নৈখন উত্তৰ-পশ্চিমমুৱা হয়। এই দিশত চাৰেতিনি কিমি বাট আহি দাওবিল দিছাক বাঁওপাৰে লৈ নৈখন সামান্য উত্তৰমুৱা হয়। এনেকৈ ই আঢ়ৈ কিমি ভটিয়াই

কোলাদিছাত নাগালেণ্ডৰ টুইলং নৈক সোঁপাৰে লগত লয়। কোলা-দিছাৰপৰা ধনশিৰি উত্তৰ-পশ্চিমমুৱা হৈ ৩ কিমি আহি দাওৰেপ হাজোত অসমৰ ৰাটিদিছাক বাঁওপাৰে লগত লয় আৰু তাৰপৰা ডেৰ কিমি আহি হাজোদিছাক সোঁপাৰে লয়। এইদৰে আৰু ৩ কিমি ভটিয়াই ধনশিৰি সোণাপুৰ পায়। সোণাপুৰৰপৰা একে দিশতে ২ কিমি আহি ৰাটিদিছা নামৰ আন এখন জান বাঁওপাৰে লয়। এই ৰাটিদিছাখন উত্তৰ কাছাৰ পাহাৰ আৰু কাৰ্বি আংলং জিলাৰ মাজৰ সীমা হিচাপে উত্তৰ-পুব দিশত আহি ধনশিৰিত পৰিছে। উল্লেখযোগ্য যে ইয়াৰপৰা ধনশিৰিও ৰাটিদিছা বৈ অহা দিশত ঘূৰি কাৰ্বি আংলং আৰু নগালেণ্ডৰ মাজৰ সীমাৰূপে ব'বলৈ ধৰে।

ইয়াৰপৰা ধনশিৰিৰ উত্তৰে অসমৰ ধনশিৰি সংৰক্ষিত বন আৰু দক্ষিণে নাগালেণ্ডৰ ইনটাংকি সংৰক্ষিত বন। এই দুই অটব্য অৰণ্যৰ মাজত নদীৰ বাঁওপাৰে অসমৰপৰা আৰু সোঁপাৰে নগালেণ্ডৰ পৰা বহুত জান ধনশিৰিত পৰিছে; এইবোৰৰ নাম ক্ৰমান্বয়ে এনে— ৰাটি দিছাৰপৰা ৫ কিমি ভটিয়নীত সোঁপাৰে কুসুম দিছা, আৰু ৩ কিমি পাছত বাঁওপাৰে থাইম'দ'দিছা আৰু ৩ কিমি পাছত বাঁওপাৰে অৰ্চ দিছা, আৰু ১ কিমি পাছত সোঁপাৰে লাংখৰ দিছা, আৰু ৩ কিমি পাছত বাঁওপাৰে ৰাজবেং দিছা, আৰু ৫ কিমি পাছত বাঁওপাৰে টলং দিছা, আৰু ৫ কিমি পাছত বাঁওপাৰে ফংলাংছু আৰু সোঁপাৰে ইনটাংকি নৈ। ইনটাংকি নৈখন নাগালেণ্ডৰ এখন ডাঙৰ নৈ; ইয়াৰ নামেৰে ইনটাংকি বনৰ নামকৰণ কৰা হৈছে।

ইনটাংকিক লগত লোৱাৰ পাছত ধনশিৰি ২ কিমি ভটিয়াই আহি লংকজানক (উপনৈ অহিজান) বাঁওপাৰে লয়। তাৰপৰা ৩½ কিমি আহি ই নগালেণ্ডৰ কহিমা জিলাৰ ছমজুৰাম নগৰৰ কাষেদি বৈ অহা মংলু নৈক মংলুমুখৰপৰা ২ কিমি উজনিত সোঁপাৰে লগত লয়। এই ঠাইৰপৰা নৈখন ৩ কিমি ভটিয়াই টংলাথু নৈক আৰু আঢ়ৈ কিমি আহি থাইছু দিছাক বাঁওপাৰে লগত লয়। ইয়াৰপৰা নৈখন আঢ়ৈ কিমি ভটিয়াই লাংথল্ল' জান আৰু ৩ কিমি পাছত অৰাজানক বাঁওপাৰে লয়। অৰাজানক লৈ আৰু আধা কিমি আহি কুজা দিছা আৰু ডেৰ কিমি আহি অমলুমা নামৰ ঠাইত ধনশিৰিয়ে অমলুমা জানক সোঁপাৰে লগত লয়। অমলুমাৰপৰা ৩ কিমি ভটিয়াই ধনশিৰিৰ পাৰত লংজানক বাঁওপাৰে লৈ আৰু ডেৰ কিমি



আহি ধনশিৰিয়ে লাংলং নৈক সোঁপাৰে লৈ উত্তৰ-পুব সীমান্ত ৰেলপথৰ কাষ চাপে।

এনেকৈ ধনশিৰি নৈ সম্পূৰ্ণকৈ সমতলত প্ৰবেশ কৰি ধনশিৰি ৰেলষ্টেচনৰ কাষেদি বৈ অহা মাইজু দিছাক বাঁওপাৰে লগত লয়। মাইজু দিছাৰ উপনৈ হ'ল নয়াজান আৰু লংথাইল' নৈ। ইয়াৰ পাছত ঘণ্ডা পাহাৰ ৰেলষ্টেচনৰ ওচৰৰপৰা ৰেলপথৰ কাষেদি উত্তৰ পুব দিশত ৩ কিমি আহি মহমৰা জানক সোঁপাৰে লয়। তাৰপৰা মাত্ৰ আধা কিমি ভটিয়াই দিছা গাফ' জানক সোঁপাৰে লৈ ধনশিৰি সামান্য পুবমুৱা হয়। এনেকৈ চাৰে চাৰি কিমি বাট আহি টাহাকি বা খাওভা নৈ আৰু শিঙীজানক প্ৰায় একে ঠাইতে সোঁপাৰে লগত লয়। ইহঁতক লগত লোৱাৰ পাছত নৈখন প্ৰায় উত্তৰমুৱা হয়। কিন্তু যিহেতু ইয়াৰপৰা অসম-নগালেণ্ডৰ সীমা উত্তৰ-পশ্চিমমুৱা হৈছে, গতিকে ধনশিৰিখন এতিয়া নাগালেণ্ডৰ ভিতৰত সোমাই পৰে। নাগালেণ্ডৰ মাজেদি ই ২ কিমি আহি দলদলি সংৰক্ষিত বনৰ মাজেদি পুব দিশত বৈ অহা এখন ডাঙৰ জান বাঁওপাৰে লয়। ইয়াৰপৰা ডেৰ কিমি আহি নৈখন ৰেলপথৰপৰা ফালৰি কাটি উত্তৰ-পুবমুৱা হয়। এইদৰে ৩ কিমি আহি ধনশিৰি নৈ উত্তৰমুৱা হৈ আৰু ডেৰ কিমি ভটিয়াই ডিমাপুৰ নগৰত সোমায়। ইয়াতে নৈখনে কছাৰী ৰজাৰ ৰাজধানীৰ প্ৰাচীন ৰাজবাৰীৰ দক্ষিণ-পুব সীমাইদি বৈ আহি কহিমালৈ যোৱা পথ পাৰ হয়। ইয়াৰপৰা ১ কিমি ভটিয়াই ডিমাপুৰৰ মাজেদি অহা জানখন বাঁওপাৰে লগত লৈ নৈখন আৰু ২ কিমি আহি লাহৰি জানক একেপাৰে লগত লয়। লাহৰী জানখন এখন ডাঙৰ জান; ই দলদলি সংৰক্ষিত বনৰ মাজত ওলাই, উত্তৰ-পুব দিশত বৈ আহিছে। লাহৰীজানৰ প্ৰধান উপনৈ হ'ল—বাঁওপাৰৰ লাংৰিজান আৰু সোঁপাৰে ডিমাপুৰ ৰেলষ্টেচনৰ পশ্চিমেদি বৈ অহা খেৰিয়া জান।

লাহৰি জানক লৈয়েই ধনশিৰি নৈ পুনৰ অসম-নাগালেণ্ড সীমাই দি ব'বলৈ ধৰে। এই ঠাইৰপৰা নৈখন ৩৯ নং ৰাষ্ট্ৰীয় ঘাইপথৰ কাষেদি গোলাঘাট নগৰ তথা কমাৰগাঁৱলৈকে বৈ গৈছে। উক্ত সীমাইদি ১ কিমি আহি খটখটি ৰেলষ্টেচনৰপৰা নৈখন উত্তৰ-পুবমুৱা হয়। নৈখনে এই দিশত ২ কিমি আহি খটখটিজানক বাঁওপাৰে আৰু ২ কিমি আহি কছাৰী লোকৰ বাসস্থান মাটিপুলত টুকুত জানক একে পাৰে লয়। মাটিপুলৰপৰা ১ কিমি আহি ধনশিৰিয়ে দিফু নৈক

সোঁপাৰে লগত লয়। দিফু নৈ এখন ডাঙৰ নৈ, ই গোলাঘাট জিলাৰ দক্ষিণ কোণত ধনশিৰিত পৰিছে।

দিফু নৈক লোৱাৰ পাছৰপৰা ধনশিৰিখনৰ সপিল গতি প্ৰকট হয়। ইয়াৰপৰা নৈখন কাৰ্বি আংলং আৰু গোলাঘাট জিলাৰ মাজৰ সীমাৰূপে ব'বলৈ ধৰে। এই সীমাত সোমোৱা ঠাইতে দুয়োপাৰে দুটা এৰা সুঁতি এৰি ৩ কিমি আহি নগালোক নিবাসী হভিছেৰপৰা নৈখন উত্তৰমুৱা হৈ দিফু সংৰক্ষিত বনৰ পশ্চিম পাৰেদি বৈ আহিব ধৰে। পোনে পোনে এনেকৈ ৪ কিমি আহি বোকাজান নগৰৰ দক্ষিণেদি বৈ অহা বোকাজানক বাঁওপাৰে লগত লৈ নৈখন আৰু ১ কিমি ভটিয়াই বোকাজান ৰেল ষ্টেচনৰ কাষেদি পাৰ হৈ আহে। তাৰপৰা দেৰ কিমি আহি নৈখনে চুঙাজানক সোঁপাৰে আৰু ২ কিমি আহি শুকানজানক বাঁওপাৰে লগত লয়। ইয়াৰ পাছত ২ কিমি আৰু ৪ কিমি ভটিয়াই আহি ধনশিৰিয়ে যথাক্ৰমে জীয়া জান আৰু সৰিয়হ জানক বাঁওপাৰে লগত লয়। সৰিয়হ জানখন পুব দিশত কাৰ্বি জিলাৰ মাজেদি বৈ আহি বাঁওপাৰে ছোট সৰিয়হজান আৰু সোঁপাৰে বালিজানক লগত লৈ ৩৯ নং ঘাইপথ পাৰ হয় আৰু পাছত মৰাজানক সোঁপাৰে লৈ ধনশিৰিত পৰে। সৰিয়হজানক লোৱাৰপৰা পোন বাটেৰে চাৰে তিনি কিমি ভটিয়াই ধনশিৰিয়ে আদ্ৰাজানক সোঁপাৰে আৰু ১ কিমি ভটিয়াই নেপেৰপট্টিত নেপেৰ-পট্টিজানক বাঁওপাৰে লগত লয়। নেপেৰপট্টিখন এখন ডাঙৰ জান। ইয়াৰ উপনৈ লাইজান, টেংৰা জান বা ছাংটি আদং, তুৰতুৰ লাংছু, দং টেৱাং আদি নামবৰ সংৰক্ষিত বনৰপৰা ওলোৱা ভালেমান জান। উক্ত লাইজানখনৰ উপজানবোৰ হ'ল— টেংকৰা লাংছু, নৌকাজান, টকৌজান, আৰু লাংমেখলু জান। লাংমেখলু জানৰ উপনৈ লোহাৰ জান।

নেপেৰপট্টিৰপৰা ধনশিৰি চাৰে তিনি কিমি আহি আন এখন লাইজানক বাঁওপাৰে লয়। তাৰপৰা ডেৰ কিমি আহি নাওজান চহৰৰ পুবত নাওজানক (উপনৈ পানজান) সোঁপাৰে লয়। নাওজানৰ পৰা ২ কিমি ভটিয়াই নৈখন নামবৰ সংৰক্ষিত বনৰপৰা ওলাই পুব দিশলৈ বৈ অহা জপৰা জানক বাঁওপাৰে লগত লয়। জপৰাজানৰ উপনৈ দিলাওজান (উপনৈ সৰুজান)। তাৰপৰা নৈখন ২ কিমি ভটিয়াই আহি মাজান বা নজপৰাজান আৰু চাৰে তিনি কিমি আহি অন্যতম প্ৰধান উপনৈ দেওপানী নৈ ইহঁত দুয়োখনকে বাঁওপাৰে লগত লয়।



দেওপানী নৈ আহি ধনশিৰিতপৰা ঠাইৰপৰা ২ কিমি পুবত সৰুপথাৰ চহৰ। ইয়াৰপৰা ধনশিৰি অতি সপিল পথেৰে বৈ অহা বাবে ভালেমান এৰা সুঁতিক বিশেষকৈ বাঁওপাৰৰ দেওপানী চাহ-বাগিছাক পূবত এৰি, পোনে পোনে ৮ কিমি বাট আহি ৰৰপথাৰ ৰেল ষ্টেচনৰ কাষ পায়। উক্ত পথচোৱাত এৰা সুঁতিৰপৰা হোৱা বিলবোৰ হ'ল বাঁওপাৰে কলীয়া, ভাঙা আৰু মৰা বিল, আৰু সোঁপাৰে বৰগুৰি বিল। ষ্টেচনৰপৰা ২ কিমি আহি ধনশিৰি নৈ বৰপথাৰ চহৰ পায়। ইয়াতে এৰাসুঁতিক মৰা বিল নামেৰে এৰি ধনশিৰিয়ে বৰ নেউৰীয়াজানক বাঁওপাৰে লগত লয়। প্ৰায় একে ঠাইতে সৰু নেউৰীয়া জানখনো আহি ধনশিৰিত পৰে। বৰ নেউৰীয়া জানখন নামবৰ বনৰ মাজৰ পাহাৰত ওলাই উত্তৰ-পুব দিশত বৈ আহি বেনচিং গাঁৱত দক্ষিণ-পুবলৈ ঘূৰে; এনেকৈ আহি বৰনেউৰীয়া গাঁৱত বৰ বালিজানক (উপনৈ সৰু বালিজান) লগত লৈ বৰপথাৰত ধনশিৰিত পৰে।

বৰপথাৰৰপৰা ধনশিৰি নৈ পোনে পোনে চাৰে চাৰি কিমি বাট আহি বাঁওপাৰে নগাজান আৰু ডেৰ কিমি ভটিয়াই চিলনীজানত বৰচিলনীজানক লৈ নামবৰ বনত প্ৰবেশ কৰে। এই বনৰ মাজেদি নৈখন প্ৰথম ৩ কিমি আহি নিমাতিজানক সোঁপাৰে, আৰু আধা কিমি আহি ধানকুটাজানক বাঁওপাৰে আৰু শেষৰ ২ কিমি আহি ৩৯ নং ৰাষ্ট্ৰীয় ঘাইপথৰ কাষতে সুবিখ্যাত নামবৰ নৈক বাঁওপাৰে লয়। নামবৰ নৈৰ মুখৰ ওচৰে-পাজৰে ৭ টা উঁহ আছে। ইয়াৰ ভিতৰৰে ৩ টা গৰম পানীৰ উঁহ; তাৰে দুটা নামবৰ নৈত আৰু এটা ধনশিৰিত আছে।

নামবৰ নৈক লগত লৈ ধনশিৰি সম্পূৰ্ণকৈ গোলাঘাট জিলাৰ ভিতৰত সোমায়। এই ঠাইৰ দক্ষিণ-পুবত নাতিদূৰত বৰহোলা তৈলক্ষেত্ৰ। এনেকৈ ৪ কিমি হাবিতলীয়া পথ ৰাষ্ট্ৰীয় ঘাইপথৰ নিচেই কাষেদি আহি নৈখন সামান্য পুবমুৱা হয়। এই দিশত পোন বাটেৰে ৫ কিমি ভটিয়াই দৈয়াংমুখত দৈয়াং নৈক সোঁপাৰে লগত লয়। দৈয়াংমুখৰপৰা গোলাঘাট চহৰলৈ মাত্ৰ ৭ কিমি বাট।

দৈয়াংখন ধনশিৰিতকৈ প্ৰায় দুগুণ ডাঙৰ। তদুপৰি ধনশিৰিয়ে দৈয়াংত লগ কৰাৰ পাছত নিজৰ দিশ সলনি কৰি দৈয়াঙত লগ কৰাৰ পাছত নিজৰ দিশ সলনি কৰি দৈয়াং বৈ অহা উত্তৰমুৱা দিশত ব'বলৈ লয়। সেইফালৰপৰা চাবলৈ গলে ধনশিৰিখনহে দৈয়াঙৰ

উপনৈ। "বুৰঞ্জীতো ধনশিৰিতকৈ দৈয়াঙৰ নামহে অধিক উজ্বল, অধিক ঘটনা পূৰ্ণ।" এই দৈয়াঙৰ পাৰতে স্বৰ্গদেউ প্ৰতাপ সিংহৰ দিনত (১৬০৩-১৬৪১) নগৰ পতা হৈছিল। "ধনশিৰি দৈয়াঙৰ পাৰে পাৰে গাঁও ৰহিছিল, নগৰ বহিছিল, একালত জয়জয় ময়ময় হৈ উঠিছিল। কালৰ সোঁতত নগৰত হাবিতলি হ'ল, ইতিহাসৰ আঁত ছিগিল। উনবিংশ শতিকাত অসমত ধন বুটলিবলৈ অহা ব্যৱসায়ীয়ে ধনশিৰিৰ পাৰত গোলা পাতিলে। তাতে ঘাট বহিল। তাৰপৰাই আধুনিক গোলাঘাট নামৰ জন্ম হ'ল।"[১৪]

দৈয়াংমুখৰপৰা ধনশিৰিখন বহল হৈ উত্তৰ দিশত ব'বলৈ লয়। এনেকৈ ২ কিমি আহি বাটত নতুন বিল নামৰ নিজৰ এক পুৰণা সুঁতিক এৰি থুবা জানক বাঁওপাৰে লয়। এই ঠাইতে নামবৰ বন অন্ত হয়। একে দিশত আৰু ৪ কিমি ভটিয়াই বাটত থুবা বিলক বাঁওপাৰে এৰি অভয়াপুৰীয়াত ধনশিৰি আকৌ ঘাইপথৰ কাষত ওলায়। এইবাৰ ঘাইপথৰ কাষে কাষে ৫ কিমি আহি গোলাঘাট চাহবাগিছাৰ মাজেদি অহা এখন জান লগত লৈয়েই ঘাইপথ পাৰ হৈ ধনশিৰি গোলাঘাট নগৰৰ পশ্চিমভাগ পায়।

গোলাঘাটৰপৰা নৈখন উত্তৰ-পশ্চিমমুৱা হয়। নগৰৰপৰা ১ কিমি আহি নৈখনে এখন জাল সোঁপাৰে লয়। তাৰপৰা ই আৰু ৪ কিমি ভটিয়াই ৰঙাজান গাঁও পায়। এই গাঁৱত থকা ন বিল নামৰ পূৰ্বৰ এৰাসুঁতিয়েদি ৰঙাজান আহি ধনশিৰিত পৰে। ৰঙাজানৰপৰা ধনশিৰিৰ পূব পাৰেদি যোৱা ৩৯ নং ঘাইপথৰ সমান্তৰালকৈ নৈখন আৰু ১০ কিমি ভটিয়াই আহি দৈগ্ৰোং চাহ বাগিছাত দৈগ্ৰোং নৈক বাঁও-পাৰে লগত লয়। এই পথছোৱাত ধনশিৰিৰ এৰাসুঁতিৰপৰা হোৱা বিলবোৰ হ'ল বাঁওপাৰে চেঁচা, গৰুচোৰা, কেঁতুগুৰি, পদুমনি, মৰা ধনশিৰি আৰু সোঁপাৰে শাওতলী আৰু মৰীয়া বিল।

দৈগ্ৰোং নৈক লোৱাৰ পাছত ১½ কিমি আহি ধনশিৰিয়ে সোঁপাৰৰ খুমটাইলৈকে থকা এটা সুঁতি এৰিছে। বৰ্তমান ইয়াৰ নাম ন বিল। এই ঠাইতে লেটেকুজানত লেটেকু জান আহি ধনশিৰিৰ বাঁওপাৰে পৰিছে। লেটেকুজানৰপৰা নৈখন পোন পথেৰে ৮ কিমি বৈ আহি কমাৰগাঁও চহৰৰ পশ্চিমত কলিয়নি নৈক বাঁওপাৰে লয়। উক্ত পথছোৱাত ধনশিৰিৰ এৰাসুঁতিৰপৰা হোৱা বিলবোৰ হ'ল ক্ৰমে সোঁপাৰে বৰ বিল, গেলেকনি, শিঙা, আৰু চেলকনা, আৰু বাঁওপাৰে বৰগুৰীয়া আৰু থাগৰীয়াল বিল।



কলিয়নিক লৈ ৬ কিমি বাটত দুটা ভাঁজ ঘূৰি ধনশিৰি নুমলীগড় পায়। ইয়াতে উত্তৰমুৱা হৈ নৈখনে ৩৭ নং ঘাইপথ পাৰ হয়। পথৰপৰা ৫½ কিমি বাট বাঁওপাৰে বৰদুৱাৰ, মেৰ হাঁহচৰা, কলাবুৰিয়া, গেন্ধালী, চীনা' আৰু সোঁপাৰে বৰপাক বিলক এৰি কুকুৰাবাহী ৰঙাগড়া পায়। ইয়াতে গেলাবিল নৈক সোঁপাৰে লগত লয়। ইয়াৰপৰা মাত্ৰ ৪ কিমি ভটিয়াই ধনশিৰি ব্ৰহ্মপুত্ৰত পৰে। বৰ্তমান ধনশিৰিৰ মুখ পূৰ্বৰ ধনশিৰিমুখৰপৰা ৬ কিমি উজনিত। ৰেণ্ডৰ মতে সেই সময়ত ধনশিৰিখন দিহিং নৈত পৰিছিল। ইয়াৰ পাৰৰ নগাফাটৰপৰা মগলু দেশলৈ (মণিপুৰ) যোৱা পথ আৰম্ভ হৈছিল। তেতিয়া ধনশিৰি দিখৌতকৈ বহল আৰু দ' আছিল।

**প্ৰধান বৈশিষ্ট্যসমূহ ঃ** ধনশিৰি নৈৰ অৱবাহিকাৰ ক্ষেত্ৰ পৰ্বত-ভৈয়াম উভয়কে ধৰি মুঠ ১২৫৮৪ বৰ্গ কিল'মিটাৰ। নৈখনৰ দৈৰ্ঘ্য প্ৰায় ৩৫২ কিল'মিটাৰ। গোলাঘাটৰ নামনিত নৈখন গড়ে ১৩২ মি বহল আৰু ৬·২০ মি দ'। দিখৌ নৈৰ লগত ৰিজালে ধনশিৰিখন বৰ্তমান দিখৌতকৈ সৰু হোৱা দেখা যায়। নুমলীগড়, কুকুৰাবাহী আৰু বোকাজানত নৈখনৰ পানী আৰু গেদ আদি জোখ-মাখ কৰা কেন্দ্ৰ আছে। নুমলীগড় কেন্দ্ৰত নৈখনৰ বিপদ সীমা হ'ল ৭৭·৪২ মি। এই কেন্দ্ৰৰ তথ্যমতে ধনশিৰিৰ সৰ্বোচ্চ, সৰ্বনিম্ন আৰু গড় জল বিসৰ্জনৰ পৰিমাণ হ'ল যথাক্ৰমে প্ৰতি ছেকেণ্ডত ২০৯১ ৮৫, ৪·৮৮ আৰু ৫১·৩ ঘনমিটাৰ। বাৰিষা নদীখনৰ পানী গড় হিচাপত বছৰি ৩১ দিনলৈকে বিপদসীমাৰ ওপৰত থাকে আৰু বছৰি গড়ে ১৭ দিন বানপানীয়ে তাণ্ডৱলীলা চলায়। নৈখনে কঢ়িওৱা গেদৰ পৰিমাণ বছৰি ৬·২৮ লাখ হেক্টৰ মিটাৰ। পৃথিৱীৰ ভিতৰত সৰ্বাধিক সপিল পথেৰে বোৱা নৈকেইখনৰ ভিতৰত ধনশিৰিও অন্যতম নৈ।

## ধনশিৰিৰ প্ৰধান উপনৈ

**১৬. ১. দিফু নৈ ঃ** নাগালেণ্ডৰ কহিমা জিলাৰ দিফুপানী নৈ উত্তৰ-পশ্চিম দিশত আহি পাগলা পাহাৰ নামৰ ঠাইত ঝৰণাপানী আৰু কুখী পানী নৈৰ মিলিত নৈখনক সোঁপাৰে লগত লৈ উত্তৰ দিশত কহিমা-ডিমাপুৰ ৰাস্তাৰ কাষেদি বৈ আহে। এনেকৈ ১০ কিমি আহি পাহাৰৰ নামনিৰ চুমুকেদিমাত ছোজাকেৰ নৈক সোঁপাৰে লগ কৰি অসমৰ গোলাঘাট জিলাৰ সীমাত সোমায়। এই সীমাইদি

৬ কিমি পথ উত্তৰ দিশত বৈ আহি দিফু পাৰ পায়। ইয়াৰপৰা একেদৰে আৰু ১০ কিমি ভটিয়াই জুকিহেত বালিজানক সোঁপাৰে লগত লয়। এই বালিজানৰ উপনৈ হ'ল— মালুকীজান, চুঙাজান, পেৰ নৈ, নিজামোপ্ৰাকেৰ আৰু অটুঘোকি এইকেইখন ডিফু সংৰক্ষিত বনৰপৰা ওলাই পাহাৰৰ পাদদেশৰ এটা পলস ত্ৰিভূজৰ মাজেদি বৈ আহিছে। জুকিহেৰপৰা আঢ়ৈ কিমি আহি দিফু নৈখন ধনশিৰিত পৰে।

**১৬ ২. চুঙাজান :** জানখনক নগা লোকে আওকুপু ঘোকি বোলে। ই নগা পাহাৰৰ পাদদেশত ওলাই নিহো কু নামৰ ঠাইত অসমৰ গোলাঘাট মহকুমাত সোমায়। তাৰপৰা উত্তৰ-পশ্চিম দিশত ৫ কিমি আহি অলা ঘোকিক সোঁপাৰে লৈ ঘোকিটো হুকটো, ছুনিটো আদি ঠাইৰ মাজেদি আৰু ১৭ কিমি আহি বোকাজান চহৰৰ ৩ কিমি পূবত ৰেলপথ পাৰ হৈ ধনশিৰিত পৰে। চুঙাজানৰ আনটো নাম দীঘলীজান।

**১৬.৩. দেওপানী নৈ :** কাৰ্বি আংলঙৰ ভিতৰৰ দেওপানী নৈৰ উৎস ঠাইৰ স্থানাংক ২৬°১০´ ; ৯৩°৩০´। উৎসৰপৰা নৈখন পূব দিশত ৫ কিমি আহি হেনহৈৰি আৰু জেকাৰি (উপনৈ মিলি লাংছু) নৈক বাঁওপাৰে লৈ জা ৰংপি গাঁৱৰ কাষেদি আহি দক্ষিণমুৱা হয়। ইয়াতে এটা ক্ষুদ্ৰ জলপ্ৰপাত পাৰ হৈ আৰু ২ কিমি আহি সৰু দেওপানীক বাঁওপাৰে লৈ নৈখন উত্তৰ-পূবলৈ ঘূৰে। সৰু দেওপানী-খন কিৰিইংটি নামৰ ঠাইত ওলাই উত্তৰ–পূব দিশত ৬ কিমি আহি দেওপানীত পৰেহি। সৰু দেওপানীক লোৱাৰ পাছত নৈখন ২ কিমি ভটিয়াই এটা ১০ মিটাৰ ওখ জলপ্ৰপাত পাৰ হয়। তাৰপৰা ২ কিমি আহি কৰিবিৰ লাংছুক বাঁওপাৰে লয়, আৰু চাৰেতিনি কিমি ভটি-য়াই নৈখন দেওপানী নামৰ ঠাই পায়। দেওপানীৰপৰা নৈখনে ২ কিমি উত্তৰ-পূবমুৱা হৈ আহি ফানছেত আঠাজানক বাঁওপাৰে লগত লয়। আঠাজানৰ উপনৈ কৰ্জা লাংছু। ফানছেৰপৰা পূবমুৱা হৈ ২ কিমি আহি আৰ্নেই লাংছুক বাঁওপাৰে লৈ আৰু ৪ কিমি ভটিয়াই টেৰাং গাঁৱত নৈখনে নগাজানক বাঁওপাৰে লগত লয়। তাৰ পাছত পূব দিশত ২ কিমি আহি বৰজানক বাঁওপাৰে লৈ আৰু ডেৰ কিমি ভটিয়াই নৈখন উত্তৰ-পূবমুৱা হয়। এইদৰে দেওপানী নৈখন আৰু ৪ কিমি আহি প্ৰসিদ্ধ দেওপানী দেৱালয়ৰ কাষেদি ৩৯ নং ঘাইপথ পাৰ হয়। পথৰপৰা ২ কিমি আহি দেওপানী নৈ ধনশিৰিত পৰে।



**১৬.৪ নামবৰ নৈ :** গৰম পানীৰ উঁহ আৰু ৰহস্যময় নামবৰ অৰণ্যৰ বাবে নৈখন সকলোৰে পৰিচিত। কাৰ্বি আংলঙৰ দিফু মহকুমাৰ মধ্যাংশৰ দিংটেৰং নামৰ ঠাইৰ পশ্চিমে পাহাৰৰ মাজত এই নৈখন ওলাইছে। তাৰপৰা উত্তৰ-পূব দিশত ছপানাঙ্লুং টিঙৰ দক্ষিণেদি মুঠ ৭ কিমি আহি তিৰিখেং গাঁৱত নৈখনে এটা ২৫ মিটাৰ ওখ জলপ্ৰপাত পাৰ হয়। ইয়াৰ পাছত ২ কিমি ভটিয়াই নামবৰ নৈয়ে দলংজান আৰু ১½ কিমি আহি গেলাজান দুয়োকে বাঁওপাৰে লগত লয়। গেলাজানৰ উপনৈ লাচিন নৈৰ মোহনাত এটা ২০ মিটাৰ ওখ জলপ্ৰপাত আৰু নৈৰ পাৰৰ জাকাংথুগাঁৱত ভালেমান উঁহ আছে। গেলাজানক লৈ নামবৰ নৈ ৩ কিমি ভটিয়াই গুদামগাঁও পায়। তাৰ পৰা পূবমুৱাকৈ ৫ কিমি আহি নৈখন উত্তৰ-পূবমুৱা হয়। এনেকৈ নামবৰ বনৰ ভিতৰত সোমাই তাৰ মাজেদি বৈ আহোতে নামবৰত যোগ হোৱা জানবোৰ আৰু সিহঁতৰ মাজত দূৰত্ব হ'ল এনেঃ ৩ কিমি আহি চেই লাংছু, আৰু ৬ কিমি আহি ফ্ৰদংশ্যাম জান, আৰু ৩ কিমি আহি লাংছুমেপি নৈ, আৰু ২ কিমি আহি ৰংগিৰি নৈ, আৰু ২ কিমি আহি পুংজান আৰু বৰজান (উপনৈ শিলগুটি জান) লগ হৈ হোৱা জানখন। শেষৰখন জানক লৈ নামবৰ নৈ গৰমপানী পায়হি। ইয়াতে নৈখনে ২টা গৰমপানী আৰু এটা চেঁচা পানীৰ উঁহৰ কাষেদি বৈ ৩৯ নং ঘাইপথ পাৰ হৈ ধনশিৰিত পৰে।

**১৬.৫. দৈয়াং নৈ :** নাগালেণ্ডৰ এখন প্ৰধান নৈ। এই ৰাজ্যৰ প্ৰায় ⅛ ভাগ ঠাইৰ পানী দৈয়াং নৈখনে কঢ়িয়াই আনে। নাগালেণ্ডৰ দক্ষিণ সীমান্তৰ মাওচংচাং নামৰ ঠাইত ( ২৫°১০´, ৯৪°৩০´ ) উৎপত্তি হৈ টাপু নৈ নামেৰে নাগালেণ্ডৰ মাজেদি প্ৰথমে উত্তৰ-পূব দিশত এক পোন পথেৰে ৭৫ কিমি বাট বৈ আহে। পাছত চুচু নামৰ নৈ এখন সোঁপাৰে লোৱাৰপৰা নৈখন উত্তৰ-পশ্চিমলৈ ঘূৰে। এই দিশত এক পোন পথেৰে ২২ কিমি আহি চুবি নৈক সোঁপাৰে লগ কৰি এক সমকোণত ঘূৰি দক্ষিণ-পশ্চিমমুৱা হয়। এই দিশত ৩২ কিমি পথ এক কাঁড় যেন পোন গিৰিখাটেদি এক স্থায়ী সপিল ( Confined meander ) পথেৰে বৈ আহে। এইছোৱা বাটত দৈয়াঙৰ বাঁওপাৰে কেইবাখনো ডাঙৰ জান আৰু সোঁপাৰে বহুত সৰু জান আহি লগ হয়। শেষত ওখা জিলাৰ লংচুমত দক্ষিণৰ

কহিমা জিলাৰপৰা অহা ন্যো নৈক বাঁওপাৰে লৈ দৈয়াংখন উত্তৰ-পশ্চিমমুৱা হয়। এনেকৈ নৈখন ১০ কিমি আহি লিফায়ান নামৰ ঠাইৰপৰা নাগালেণ্ড আৰু অসমৰ গোলাঘাট জিলাৰ মাজৰ সীমাৰূপে পাহাৰৰ পাদদেশেদি ব'বলৈ লয়। উক্ত আন্তঃৰাজ্যিক সীমাতে নৈখনে ছদকা ঝুখা বা চামিন চু নৈক লগ কৰে। তাৰ পাছত সীমাইদি ৪ কিমি আহি নৈখন খেৰাঘাট পায়। এই পাৰঘাটটো অতিক্ৰম কৰি সপিল পথেৰে ৮ কিমি আহি নৈখনে অসমৰ ৰেংমা সংৰক্ষিত বনৰপৰা অহা চিলনী বা চিতামাজানক লগ কৰে। ইয়াৰ পাছত আৰু ২ কিমি আহি সৰুপানীত চাংগাছে নৈক সোঁপাৰে লৈ দৈয়াংনৈ সম্পূৰ্ণকৈ গোলাঘাট জিলাত প্ৰৱেশ কৰি ধনশিৰি আৰু গোলাঘাট মহকুমাৰ মাজৰ সীমাৰূপে উত্তৰ-পশ্চিম দিশত বৈ আহে। উক্ত চাংগাছে নৈৰ উপনৈ হ'ল চানথাচু নৈ। সৰুপানীতে সৰুপানী বিল নামৰ দৈয়াঙৰ এৰা সুঁতি এটা আছে। সৰুপানীৰপৰা ৩½ কিমি বাটত দুয়োপাৰে কেইবাখনো এৰাসুঁতিৰপৰা হোৱা বিল এৰি থৈ আহি দৈয়াঙে ৰেংমা নৈক বাঁওপাৰে লগত লয়।

ৰেংমাক লগত লৈ দৈয়াংখন উত্তৰমুৱা হয়। এই ঠাইৰপৰা দৈয়াঙৰ সোঁপাৰে দৈয়াং সংৰক্ষিত বন আৰু বাঁওপাৰে জনবসতি পূৰ্ণ অঞ্চল। এনেকৈ নৈখনে বাটত সোঁপাৰে ৩ টা এৰাসুঁতি এৰি থৈ মুঠ ৭ কিমি ভটিয়াই বানখাতী নৈক সোঁপাৰে লয়। বানখাতীক নাগালেণ্ডত চুংখাং নৈ বোলে, ইয়াৰ উপনৈ শিশুপানী নৈ। বানখাতীক লোৱাৰ পাছত নৈখনে এটা পাক ঘূৰি ওপৰ লাংটা গাঁও পায়। ইয়াতে নৈৰ বাঁওপাৰে ৰঙাগড়া আৰু সোঁপাৰে চিতলডুবি বিল; আৰু ভটিয়নীত বাঁওপাৰে নাও বিল বা লাংলা বিল আৰু সোঁপাৰে ওপৰ বিলক এৰি মুঠ ৫ কিমি আহি সৰু পাভজান গাঁৱত দৈয়াঙে লাংটাজানক বাঁওপাৰে লগত লয়।

লাংটাজানক লোৱাৰপৰা পাছৰ ৩ কিমি বাটত নৈখনে নাওবিল আৰু লংপুং বিলক এৰি থৈ আহি জীয়া কচুজান আৰু মৰা কচু-জানক ওচৰা-ওচৰিকৈ সোঁপাৰে লগত লয়। এই দুইনৈৰ মাজত দৈয়াঙৰ সোঁপাৰে প্ৰাচীন শিলাস্তম্ভ ( monoliths ) আছে। তাৰ পাছৰ ৩ কিমি বাটত বাঁওপাৰে অভং, আঠকোণীয়া, বৰ আৰু কুকা আৰু সোঁপাৰে কাঠ আদি বিলক এৰি আহি দৈয়াঙে পাভজানক বাঁওপাৰে লগত লয়। তাৰপৰা নৈখন আৰু ৩ কিমি উত্তৰলৈ আহি দৈয়াং বনৰ উত্তৰভাগত শামুকজানক সোঁপাৰে লগ কৰে। এই



ঠাইতে নৈৰ সোঁপাৰে বৰবিল আৰু বাঁওপাৰে ডোবনি আৰু টেঙানি বিল। ইয়াৰ পাছত আৰু ৩ কিমি ভটিয়াই জামুগুৰি ৰেল ষ্টেচনৰ পশ্চিমে নৈখনে ৰেলপথ অতিক্ৰম কৰে। জামুগুৰিৰপৰা ৬ কিমি পথ দৈয়াং নৈখন নামবৰ বনৰ পুবসীমা ৰূপে বৈ আহি ৰাটিং চাহবাগিচাৰ পশ্চিমৰ দৈয়াংমুখত ধনশিৰিৰ লগ লাগেহি। উক্ত পথছোৱাত দৈয়াঙৰ এৰাসুঁতিৰপৰা হোৱা বিলবোৰ হ'ল — বাঁওপাৰে দীঘলী, চোৰাতলি, ছকানি আৰু খটখটি আৰু সোঁপাৰে কুঁৱৰী-পথাৰ বিল।

দৈয়াংনৈৰ মুঠ দৈৰ্ঘ্য হ'ল ২১৮ কিল'মিটাৰ আৰু অৱবাহিকাৰ ক্ষেত্ৰ প্ৰায় ৭৩৪৭ বৰ্গ কিল'মিটাৰ।

## দৈয়াঙৰ প্ৰধান উপনৈ

**১৬.৫.১. ৰেংমা নৈঃ** এই নৈৰ নামেৰে গোলাঘাট জিলাৰ ৰেংমা সংৰক্ষিত বনৰ নামকৰণ হৈছে। নৈখন নাগালেণ্ডৰ দক্ষিণসীমাৰ ওচৰত উৎপত্তি হৈ প্ৰথমে জুঝা বা জুবজা নামেৰে উত্তৰ-পশ্চিমমুৱা হৈ বৈ আহে। বাটত ঝিজাহ নৈক বাঁওপাৰে লৈ নৈখন উত্তৰমুৱা হয়। তাৰ পাছত মিচ্চি নৈক সোঁপাৰে লৈ উত্তৰ-পশ্চিম দিশত আৰু ৪ কিমি আহি ঝুখে নামৰ ঠাইত ৰেংমা নামেৰে অসমত সোমায়। ইয়াৰপৰা নৈখন বাঁওপাৰৰ নামবৰ আৰু সোঁপাৰৰ ৰেংমা সংৰক্ষিত বনৰ মাজৰ সীমাৰূপে ১৩ কিমি ভটিয়াই ৰেংমাপানী পায়। ইয়াতে শলখাজান আহি ৰেংমাৰ বাঁওপাৰে পৰে। তাৰপৰা আৰু ১ কিমি আহি নৈখন য়ামপা পায়। ইয়াতে য়ামপাৰ নৈক সোঁপাৰে লৈ ৰেংমা উত্তৰমুৱা হয়।

য়ামপাৰ এখন ডাঙৰ নৈ। নৈখন ওখা আৰু কহিমা জিলাৰ মাজৰ সীমাইদি আহি মুহুমিত অখেং ঘোকিক সোঁপাৰে লগত লৈ অসমত সোমায়। বাটত অজোককু ঘোকি আৰু উফেৰ পানী নৈক সোঁপাৰে লৈ নৈখন ৰেংমা বনৰ মাজৰ নগালোকৰ বস্তিৰ মাজেদি আহি ৰেংমানৈত পৰে।

য়ামপাৰক লৈ ৰেংমা উত্তৰ-পুবমুৱা হয়। এনেকৈ ৭ কিমি আহি ঘোলাপানীত ঘোলাপানী বা চিমপাৰ নৈক সোঁপাৰে লয়। চিমপাৰ নৈখন নাগালেণ্ডত ওলাই ৰেংমা বনৰ মাজেদি বৈ আহিছে। চিমপাৰৰ উপনৈ হ'ল ক্ৰমে হেমপাৰ, চিকানচি, কিকনছেন আৰু ভৰকু নৈ। ঘোলাপানীৰপৰা ৰেংমা ১১ কিমি আহি ৰেংমা বনৰ উত্তৰ

ভাগৰ শ্যামবস্তিত গেলাজানক বাঁওপাৰে লয়। তাৰপৰা আৰু ৩ কিমি ভটিয়াই আহি বেংমা নৈ দৈয়াঙত পৰে।

**১৬.৫.২. লাংটাজান :** এইখন ইখন দীঘল জান। ই অসমৰ দৈয়াং বনৰ মাজত উৎপত্তি হৈ উত্তৰ দিশত নগালোকৰ বস্তিৰ মাজেৰে ২০ কিমি বৈ আহি সৰুপথাৰ চহৰৰ কাষ পায়। সৰুপথাৰৰ পুবেদি ৫ কিমি ভটিয়াই জানখন সম্পূৰ্ণ উত্তৰ-পূবমুৱা হয়। এনেকৈ আৰু ৮ কিমি আহি জানখন লাংটাগাঁও পায়। এই ঠাইতে ই নিজৰ একমাত্ৰ উপনৈ সৰু লাংটাজানক সোঁপাৰে লয়। এইখনৰ উপনৈ টেংৰাজান। লাংটাগাঁৱৰপৰা নৈখন ৫ কিমি আহি দৈয়াঙৰ বাঁওপাৰে পৰে।

**১৬. ৬. দৈগ্ৰোং নৈ :** কাৰ্বি আংলং জিলাৰ উত্তৰ-পূব অংশৰ ফাংৰাং পৰ্বতৰ টিঙৰ উত্তৰত ওলোৱা খেনাৰী নৈখন দৈগ্ৰোঙৰ আগলি নৈ। এই নৈখন পুবমুৱা হৈ ১৫ কিমি আহি ৰিকা নৈক বাঁওপাৰে লগত লয়। ইয়াৰপৰা নৈখন উত্তৰ-পূবমুৱা হৈ হেহাই গাঁৱৰ কাষেদি ৩ কিমি আহি ৰেংদাং নৈক বাঁওপাৰে লয়। ৰেংদাং এখন ডাঙৰ নৈ; এই নৈখন পশ্চিমৰপৰা অহা চাছেং-লাংৰি নৈ, উত্তৰৰপৰা অহা চানৰি নৈ, আৰু উত্তৰ-পূবৰপৰা অহা হাহাকাৰী, চাহেকাচাৰী আৰু গাহনৰি নৈ মিলি সৃষ্টি হৈছে। চাহেকাচাৰী নৈত এটা ৫২ মিটাৰ ওখ জলপ্ৰপাত আছে।

ৰেংদাঙক লোৱাৰ পাছত নৈখন দৈগ্ৰোং নামেৰে ৩ কিমি ভটিয়াই নগাজানক বাঁওপাৰে লগত লৈ কিছুপৰিমাণে বহল হয়। তাৰপৰা ১ কিমি আহি বুঢ়া ইংটি গাঁৱত কানী লাংছু আৰু ১ কিমি আহি বালিজান আৰু ডেৰ কিমি আহি কাছমাৰী জান, আৰু ২ কিমি আহি হেমাইজান আৰু ১ কিমি আহি ৰিবাকুটাজান আৰু ডেৰ কিমি আহি বৰচাপৰি জান আদি জানবোৰ বাঁওপাৰে লৈ দৈগ্ৰোং নৈখন নামবৰ বনৰ উত্তৰেদি উত্তৰ-পূব দিশত বৈ আহে। এনেকৈ ১ কিমি আহি নৈখনে টিচুজানক সোঁপাৰে আৰু আধা কিমি আহি পাৰুলিজানক বাঁওপাৰে লগত লয়। একে দিশত আৰু ৩ কিমি আহি নৈখন নামবৰ বনৰ উত্তৰসীমা পায়। পাছত লেটেকুবস্তিৰ ওচৰৰপৰা নৈখন উত্তৰমুৱা হৈ গোলাঘাট জিলাত সোমাই এক পোন পথেৰে বৈ আহে। নৈখন এনেকৈ ৭ কিমি আহি শ্যামবায়পুৰ চাহ বাগিছাৰ কাষত সৰু শামুকজান আৰু ১ কিমি ভটিয়াই ধলাজান দুয়োকে বাঁওপাৰে লগত লয়। ধলাজানৰ উপনৈ হ'ল— জানগানী জান, বগীজান আৰু বালিজান। তাৰপাছত দৈগ্ৰোংখন আৰু ৫ কিমি আহি বগীধলা চাহ বাগিছাত লাংটাৰী জান বা কাবেৰীৰা দণ্ডক বাঁওপাৰে লগত লয়। ইয়াৰপৰা ই ৪ কিমি ভটিয়াই চলাজানক লগ কৰে। চলাজানক উজনিত গৰঙাজান বোলে; ইয়াৰ উপনৈ বোকাজান আৰু বালিজান। চলাজানক লোৱাৰ পাছত নৈখন আৰু ১ কিমি আহি ঢেঁকীয়াজানক বাঁওপাৰে লয়। তাৰপৰা মাত্ৰ ১ কিমি ভটিয়াই নৈখনৰ নামেৰে নামকৰণ কৰা দৈগ্ৰোং চাহ বাগিছাত নৈখন ধনশিৰিত পৰে। দৈগ্ৰোং নৈৰ দীঘ ৬৪ কিমি।



**১৬. ৭. কলিয়নি নৈ :** কাৰ্বি আংলং জিলাৰ দিফু মহকুমাৰ উত্তৰ ভাগত পুবা-পশ্চিমাকৈ থকা কলিয়নি নৈখন ধনশিৰিৰ দ্বিতীয় বৃহৎ উপনৈ। কয়লাস্তৰৰ পানীয়ে ক'লা বৰণ সনা পানীৰ বাবেই হয়তো নৈখনৰ নাম কলিয়নি হৈছে। নৈখন দিফু মহকুমাৰ উত্তৰ-পশ্চিমৰ জেংগাঁৱৰ পুবত পাহাৰৰ মাজত চামধৰা নামেৰে উৎপত্তি হৈছে। উৎসৰপৰা নৈখন প্ৰথমে পশ্চিম দিশত ৩ কিমি আহি পাছত দক্ষিণমুৱা হয়। এনেকৈ নৈখনে বাটত আৱৰক লাংছু আৰু নোথেং লাংছুক বাঁওপাৰে লৈ পোন পথেৰে প্ৰায় ৫ কিমি আহি পুবমুৱা হয়। এই অংশত নৈখনক ফংলাংচু বুলিও কয়।

তাৰপাছত পাহাৰৰ মাজৰ কাংপ্লাং ৰংপি গাঁৱৰ দক্ষিণেদি ৭ কিমি বাট আহি নৈখন চিংগেট চাপাচি গাঁও পায়। ইয়াতে ই কেৰেকুৰা নৈক বাঁওপাৰে লয়। কেৰেকুৰা আৰু ইয়াৰ উপনৈ লুচিন লাংছুত যথাক্ৰমে ৩১ মি আৰু ২১ মি ওখ দুটা জলপ্ৰপাত আছে। তাৰপৰা নৈখন ১ কিমি পুবলৈ আহি আমাম লাংছুক বাঁওপাৰে লয়। আমাম লাংছুখন উত্তৰৰ ৰামপাক লাংচু, ডেকেচু লাংচু আৰু পানপ্ৰি লাংছু মিলি হৈছে; নৈখনত ৩ টা জলপ্ৰপাত আছে। আমাম লাংছুক লোৱাৰপৰা ১ কিমি আহি ৰুপি লাংছুক বাঁওপাৰে লৈ নৈখন দক্ষিণমুৱা হয়। বাটত এটা ৫ মি ওখ জলপ্ৰপাত পাৰহৈ মূঠতে ২ কিমি আহি নৈখন পুবলৈ ঘূৰে। এইদৰে ৩ কিমি আহি দুখীয়া লাংছুক বাঁওপাৰে লৈ আছাটিমুং গাঁৱৰ পুবত নৈখন দক্ষিণমুৱা হৈ দক্ষিণৰপৰা অহা নিহাং লাংছুক সোঁপাৰে লগত লয়।

তাৰপৰা নৈখন উত্তৰ-পূবমুৱা হৈ ৫ কিমি আহি এটা ৬১ মি. ওখ জলপ্ৰপাতৰ ওপৰেদি বৈ অহা বৰলাংছু নৈক বাঁওপাৰে লয়।

নৈখন একেদিশতে আৰু ১ কিমি ভটিয়াই উত্তৰপৰা বৈ অহা অন্য এক ডাঙৰ উপনৈ লাংকাটাং নৈক বাঁওপাৰে লয়। ইয়াৰ পাছত নৈখন প্ৰায় পূব দিশত ৬ কিমি আহি হেমইচাৰছ গাঁৱত ৰিনুকাং নৈক সোঁপাৰে লয়। সেই ঠাইৰপৰা নৈখনে বাটত সোঁপাৰে মাজাংৰি আৰু ইংহিন লাংছুক লৈ ২ কিমি আহি বৰপুং নৈক বাঁওপাৰে লগত লয়।

বৰপুং যোগ হোৱাৰপৰাই ফংলাংছুক কলিয়নি নৈ বোলে। তাৰপৰা নৈখন ১½ কিমি আহি কাণীলাংছুক লগত লৈ আৰু ১½ কিমি আহি তাৰাপুংনৈক বাঁওপাৰে লয়। উল্লেখযোগ্য যে উক্ত বৰপুং আৰু তাৰাপুং নৈৰ অৱবাহ ক্ষেত্ৰৰ ভিতৰত ভালেমান গৰমপানীৰ উঁহ আছে। ইয়াৰ কিছুমান পানী লুণীয়া হোৱা বাবে লোণৰ সোৱাদ ল'বলৈ, বিশেষকৈ বৰপুংলৈ, পছু-হাতী আদি বন্য জীৱ-জন্তুৰ সমাগম ঘটে। সেইবাবে এই ঠাইবোৰ চিকাৰৰ বাবে বিখ্যাত। এই পুং বোৰৰ কিছুমান যিহেতু এক নিৰ্দিষ্ট দিশত শাৰীপাতি আছে, গতিকে ইহঁত নিশ্চয় ঠাইখনৰ গভীৰ অংশলৈকে থকা কোনো চ্যুতিৰ ফলত সৃষ্টিহৈছে।

তাৰাপুঙক লৈ কলিয়নি নৈখন আৰু ৪ কিমি আহি দক্ষিণ-পশ্চিমৰপৰা অহা জান ঘানবি নামৰ আন এখন ডাঙৰ নৈক সোঁপাৰে লৈ কলিয়নি সংৰক্ষিত বনৰ উত্তৰেদি বৈ আহে। তাৰপাছত নৈখন ১২ কিমি ভটিয়াই আহি উত্তৰপৰা অহা আন এখন প্ৰধান উপনৈ বৰজানক বাঁওপাৰে লগত লয়। উক্ত ১২ কিমি পথত কলিয়নিত পৰা জানবোৰ হ'ল— ক্ৰমে সোঁপাৰে ৰাঙলী নৈ (উপনৈ বিদাংজান আৰু জুৰিজান), বাঁওপাৰে বৰলাংছু, সোঁপাৰে হাতীমৰাজান, অংলাংছু, চাংৰী নৈ আৰু হিমাললাংছু। উক্ত বৰজানখন উত্তৰৰ খিৰাং গাঁৱৰ কাষেদি অহা ৰাইডাং নৈ আৰু ছাহ গাঁৱৰ দক্ষিণেদি অহা বিফাং নৈ মিলি সৃষ্টি হৈছে।

বৰজানক লৈ কলিয়নি নৈখন পূবমুৱাহৈ বাটত ক্ৰমে ৰিহাজান, খুটাজান আৰু মুকজানক লৈ ৭ কিমি আহি উত্তৰমুৱা হয়। এনেকৈ ৩ কিমি আহি পৰাজানক বাঁওপাৰে লৈ নৈখন পূবমুৱা হয়। এই দিশত নৈখনে ৫ কিমি আহি কাৰ্বিআংলঙৰ উত্তৰ-পূব কোণৰ কলিয়নি নামৰ ঠাইত নাগা লাংছু বা শিলাকুটি জানক সোঁপাৰে লয়। শিলাকুটি জানখন দক্ষিণৰ চেনিয়া বিন্‌চন্, দেখাত কুলা এখনৰ দৰে হোৱা বাবে কুলা পৰ্বত বোলা পৰ্বতৰপৰা বৈ আহিছে। ইয়াৰপৰা



আগৰ দিনত মঠ-মন্দিৰ নিৰ্মাণৰ বাবে গ্ৰেনাইট শিল কটা হৈছিল বাবে জানখনক শিলাকুটি জান বোলে।

কলিয়নি নৈ নামেৰে হোৱা কলিয়নি চহৰৰপৰা নৈখনৰ সৰ্পিল পথ আৰম্ভ হয়। কলিয়নিৰ কাষেদি ঘূৰি নৈখন উত্তৰমুৱা হয়। আৰু গোলাঘাট আৰু কাৰ্বি আংলং জিলাৰ মাজৰ সীমাৰূপে বৈ আহে। এনেকৈ ২ কিমি ভটিয়াই বাঁওপাৰে গোঁহাইজানক লৈ নৈখন উত্তৰ-পশ্চিমমুৱা হয়। বাটত শামুকজান গাঁৱত এটা পুৰণা সুঁতি এৰি মুঠ ৪ কিমি আহি নৈখনে বৰপান জানক লগত লয়। তাৰপৰা ২ কিমি ভটিয়াই হিৰহিৰ জান, আৰু ৩ কিমি আহি দেউৰী নৈ দুয়োকে বাঁওপাৰে লৈ নৈখন উত্তৰমুৱা হয়। এই দিশৰ চাৰে তিনি কিমি বাটত ক্ৰমে বাঁওপাৰে টিকা লাংছু, কেদাং লাংছু, হামুজান (উপনৈ থিৰি লাংছু), সোঁপাৰে চলাজান (উপনৈ পহুজান) আৰু শেষত ৰংচালি নৈক বাঁওপাৰে লৈ কলিয়নি গোলাঘাট জিলাত সোমায়। ৰংচালি এখন বিখ্যাত নৈ কাৰণ ই প্ৰাচীন মন্দিৰ থকা দেও পৰ্বতৰ কাষেদি বৈ আহিছে; ইয়াৰ উপনৈ হ'ল— দেওহিৰ নৈ। কলিয়নি গোলাঘাট জিলাত প্ৰবেশ কৰি নুমলিগড়-অভয়াপুৰীয়া পথ পাৰ হৈ ডেৰ কিমি আহি পিছলাজানক সোঁপাৰে লয়। তাৰপৰা বাঁওপাৰে থকা মৰা কলিয়নি আৰু এৰাসুঁতি নামৰ দুখন বিলৰ কাষেদি মুঠ ৪ কিমি আহি নৈখন কমাৰগাঁও চহৰৰ দক্ষিণত, চহৰৰ বিপৰীত পাৰে ধনশিৰিত পৰে। কলিয়নি নৈখন দীঘে প্ৰায় ১১০ কিল'মিটাৰ।

## কলিয়নিৰ প্ৰধান উপনৈ

**১৬.৭.১. নিহাং লাংছু:** দিফু মহকুমাৰ প্ৰায় মাজভাগৰ সিংহাসন পৰ্বতৰ উত্তৰ ঢালত উৎপত্তি হোৱা লাংকাংৰাম নৈ উত্তৰ দিশত বৈ আহি বাঁওপাৰে বংগেট লাংছু আৰু সোঁপাৰে নিজতকৈ সৰু নিহাং-লাংছুক লৈ নিহাংলাংছু নাম লয়। তাৰপৰা নৈখন একেদিশতে ৫ কিমি আহি চানগ্ৰি লাংছুক (উপনৈ আৰনাম লাংছু) সোঁপাৰে লৈ আৰু ২ কিমি আহি লাংলকচু নৈক লৈ ঠাইতে ফংলাংছুত পৰে।

লাংলকছুখন এদাংক্ৰাম্‌চাৰ পূবত ওলাই পূবমুৱাহৈ পাহাৰৰ মাজৰ এডোখৰ সমতল ঠাইতে এখন জান লগ কৰি উত্তৰ-পূব দিশত বয়। বাটত টাউকাউ লাংছুক সোঁপাৰে লৈ আছাটিমুং গাঁৱত নিহাং লাংছুত পৰে।

**১৬.৭.২. লাংকাটাং নৈ ঃ** দিফু মহকুমাৰ মধ্যভাগৰ জেংগাঁৱৰ ওচৰত নৈখন ওলাই পুবলৈ আহি চিৰপ্পাকলংছুক সোঁপাৰে লৈ আৰু ৩ কিমি আহি ৰুইপিলাংছুক একেপাৰে লয়। তাৰপৰা চাৰে তিনি কিমি আহি নাগালাংছুক সোঁপাৰে লৈ নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। বাটত এটা ৫০ মিটাৰ জলপ্ৰপাত পাৰ হৈ ৮ কিমি পথ কাৰ্বি পাহাৰ বনৰ মাজেদি আহি দক্ষিণমুৱা হয়। এনেকৈ ৩ কিমি আহি নৈখন ফংলাংছুত পৰে।

**১৬.৭.৩. বৰপুং নৈ ঃ** উত্তৰ ভাগৰ চপক পৰ্বতৰ উত্তৰত ওলাই কাঁচি এখনৰ দৰে ভাঁজ লৈ পুবমুৱা হৈ আহি বৰ ইংকু পৰ্বতৰ কাষেদি এক পোন পথত দক্ষিণলৈ আহে। এনেকৈ ৫ কিমি আহি মাটি খোলা পৰ্বতৰপৰা দক্ষিণ-পুবমুৱা হয়। তাৰপৰা ৪ কিমি আহি এটা গৰম পানীৰ উঁহ পায়। ইয়াতে লুহাজুৰি আহি বৰপুঙত পৰে। তাৰপাছত নৈখন লুহাজুৰি বৈ অহা দিশত অৰ্থাৎ দক্ষিণ দিশত ২ কিমি আহি আন এটা গৰমপানীৰ উঁহ পায় আৰু সামান্য দূৰ আহি ফংলাংছুত পৰে।

**১৬.৭.৪. তাৰাপুং নৈ ঃ** বৰপুঙৰ পুবৰ গামৰু পাহাৰৰ দক্ষিণত তাৰাপুং নৈখন উৎপত্তি হৈছে। ইয়াৰ দক্ষিণলৈ থকা বচাটেবাঙৰ কাষেদি ৩ কিমি আহি এক পোন গিৰিখাটৰ মাজত সোমায় আৰু ইয়াৰ মাজেদি ৬ কিমি বৈ আহে। এই পথত বাঁওপাৰে সৰু তাৰাপুং নৈ আৰু সোঁপাৰে লাংহুপজুৰিক লৈ এটা উহৰ কাষত ওলায়। এই উহটোৰ নামেৰে নৈখনৰ নাম তাৰাপুং হয়। ইয়াতে উত্তৰ-পশ্চিম দিশৰপৰা অহা হাণ্ডিজুৰি আৰু নোকাজুৰি নৈ মিলি তাৰাপুঙত পৰে। তাৰপৰা নৈখন দক্ষিণমুৱা হৈ আহি লাংফাৰ নৈক সোঁপাৰে লৈ পুবমুৱা হয়। সামান্য দূৰ আহি ৰংবং গাঁৱৰপৰা নৈখন দক্ষিণমুৱা হয় আৰু ৭ কিমি আহি কলিয়নিত পৰে। এইছোৱা পথত তাৰাপুঙত পৰা জানবোৰ হ'ল ক্ৰমে বাঁওপাৰে লাংলংচৰ নৈ আৰু ২ টা গৰমপানীৰ উহৰ মাজেদি অহা বাজাজুৰি নলা।

**১৬.৭.৫. জাংহানৰি নৈ ঃ** নৈখন সিংহাসন পৰ্বতৰ ৪ কিমি পুবত উৎপত্তি হৈছে; তাৰপৰা ৩ কিমি বাট উত্তৰ-পুব দিশত বৈ আহি বেচাচেটুং নৈক লগত লয়। বাটত কাৰজু লাংছুক বাঁওপাৰে লৈ এক পোন পথেৰে ১৬ কিমি আহি নৈখন কলিয়নিত পৰে। এই পথছোৱাত জাংহানৰিতপৰা জানবোৰ হ'ল ক্ৰমে— বাঁওপাৰে কয়লা-স্তৰৰ মাজেদি অহা কয়লাংছু, লাংকাংলাং আৰু আৱনামলাংছু, সোঁপাৰে সৰু জাংহানৰি, লাংপাৰপান নৈ। লাংপাৰপানৰ উপনৈবোৰ হ'ল— বৰ লাংপাৰপান, লংকানগ্ৰাম আৰু সৰু লাংপাৰপান নৈ।



**১৬.৭.৬. দেউৰী নৈ ঃ** নৈখন শিলপতি পাহাৰৰ দক্ষিণত ইংনৰ থাইলাংছু নামেৰে ওলাই দক্ষিণ-পুব দিশত বৈ আহি পাছত উত্তৰ-পুবমুৱা হয়। বাটত নৈখনে লংগাথিৰ নৈক লৈ ইংলাং পৰ্বতৰ কাষেদি আহি দেউৰী চাং গাঁৱত মনপালাংছুৰ বাঁওপাৰে লয়। মনপালাংছুৰ উপনৈ পাৰজান আৰু পথাৰজান। তাৰপৰা আহি দেউৰী নৈয়ে বৰজান আৰু থেৰাংজানক লৈ ৰংবংঘাট গাঁৱত কলিয়নিৰ বাঁওপাৰে পৰে।

**১৬.৭.৭. ৰাংছালি নৈ ঃ** ৰাংছালি নৈখন ডেইথৰ নৈ আৰু ৰাংছালি নৈ মিলি সৃষ্টি হৈছে। ডেইথৰখন ৰাংছালিতকৈ বহুত ডাঙৰ। ডেইথৰ নৈখনৰ পুৰণা নাম দেওহিৰ নৈ। নৈখন দিফু মহকুমাৰ উত্তৰ-পুব ভাগৰ ৰামগাঁৱৰ ওচৰৰ ছাৰ্থে লকথেত ওলাইছে। তাৰপৰা পুব দিশত বৈ আহি ক্ৰমে সোঁপাৰে অৰলং কাহং, নাগালাংছু, বংদেওলাংছু, সোঁপাৰে লাংছাৰ চুক লগত লৈ নৈখন উত্তৰ-পুবমুৱা হয়। এই দিশত আহি ডেইথৰ পথাৰ গাঁও পাৰ হোৱাৰ পাছত লখো আৰু দেও পৰ্বতৰ কাষেদি পশ্চিমৰপৰা বৈ অহা ৰাংছালি নৈক বাঁওপাৰে লগত লৈ নাম লয় ৰাংছালি নৈ। তাৰপৰা ই এই নামেৰে ৫ কিমি আহি কলিয়নিত পৰে। পুৰণি কালত ৰাংছালি নৈৰ পাৰৰ পাহাৰৰপৰা মঠ মন্দিৰৰ বাবে শিল কটা হৈছিল তাৰ নিদৰ্শন এতিয়াও নৈৰ পাৰত বিদ্যমান।

## ধনশিৰি নৈৰ পশ্চিমৰ নৈ বিল আদি

ধনশিৰি নৈৰ পাছত ব্ৰহ্মপুত্ৰত পৰা প্ৰধান নৈ হ'ল দিফলু। দিফলু আৰু ব্ৰহ্মপুত্ৰৰ মাজত বিশ্ববিখ্যাত কাজিৰঙা জাতীয় উদ্যান। পুবে ধনশিৰি, দক্ষিণ আৰু পশ্চিমে দিফলু আৰু উত্তৰে ব্ৰহ্মপুত্ৰ— এই ত্ৰিভুজাকৃতিৰ অঞ্চলটো অপৰ্যাপ্ত পৰিমাণৰ বিল আৰু নৈৰ এৰা-সুঁতিৰে ভৰা। এই ঠাইৰ বিস্তৃত মেপ এখন চালে এনেহে লাগে যেন কাজিৰঙাৰ অতিকায় (কাল্পনিক) বাঘ এটাইহে যেন নখেৰে আঁচুৰি ঠাইডোখৰ বখলা-বখল কৰি থৈছে। এই নৈ বিলবোৰৰ বিৱৰণ এনেকুৱা—

ধনশিৰি মুখৰ পশ্চিমে ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ আৰু ব্ৰহ্মপুত্ৰৰ মাজত থকা বিলবোৰ হ'ল— গড়ু, ৰজাবাৰী পিতনি, গেলা, নতুন,

যোগনীয়া, চহলা আৰু কচুমাৰণী। এইবোৰ বিলৰপৰা ওলোৱা এখন জান মৰা ধনশিৰি নলা নামেৰে পশ্চিমমুৱা হৈ ৬ কিঃ মিঃ আহি বোকাখাট চহৰৰ উত্তৰ পায়। এই নলাটোৰে তাৰপৰা আৰু ৬ কিঃ মিঃ ভটিয়াই আহি গৰুমৰা জানক সোঁ পাৰে লয়। গৰুমৰা জানখন উত্তৰৰ মহখুটি আৰু কঠিয়াদঙা বিলৰপৰা আহিছে। গৰু মৰা জান আৰু মৰা ধনশিৰি নলাৰ মাজত থকা বিলবোৰ হ'ল— ডোবা, ভেৰভেৰি, দীঘলী, বামুণী, কুমাৰণী, গণক, বগী আৰু ভুৰবন্ধা।

গৰুমৰা জানক লৈ মৰা ধনশিৰিখন পশ্চিমমুৱা হৈ আৰু ৯ কিঃ মিঃ আহি ইয়াৰ উত্তৰৰ ৰঙামটীয়া সুঁতিৰ (জান) এটা শাখাক সোঁপাৰে লগত লয়। ইয়াৰপৰা ২ কিঃ মিঃ আহি ৰঙামটীয়া দুসুঁতি নামৰ ঠাইৰ সামান্য পশ্চিমত মৰা ধনশিৰিখন দক্ষিণ-পশ্চিমমুৱা হয় আৰু এই দিশত ৭ কিঃ মিঃ আহি দিফলু নৈৰ সোঁপাৰে পৰে। এই ঠাইতে তিনিচুকীয়া নলতলি আৰু দীঘলী নামৰ তিনিখন বিল আছে।

উপৰোক্ত ৰঙামটীয়া সুঁতি আৰু মৰা ধনশিৰিৰ মাজতো অপাৰ বিল। এইবোৰৰ নাম হ'ল -- টোৰটোবনি, ঘোৰামাৰী, সৰু, বেগবাৰী, মিছামাৰী, গবৈমাৰী, শামুকভঙা, শিঙীমাৰী, বাটমাৰী, নলনি, কাপোৰখচা, বৰ, পহুমাৰী, দুৰামাৰী, বালি, ভালুকমাৰী, অমৰাগুৰি, নতুন, হানপৰা ইত্যাদি।

ভেংৰাই নামৰ এখন জান ব্ৰহ্মপুত্ৰৰ কাষৰপৰা আহি ৰঙামটীয়া সুঁতিত পৰিছে। ভেংৰাই আৰু ৰঙামটীয়াৰ মাজতো কেইখনমান বিল আছে। এইকেইখন হ'ল— মায়ং, গৰখীয়া, তাকুৰ, লংকুৰ, দলং আৰু চলং। তেনেকৈয়ে ভেংৰাই জান আৰু ব্ৰহ্মপুত্ৰৰ মাজত থকা বিলবোৰ হ'ল— বংশী, কোটাদুৱাৰ, বেলিপৰা, মাদুৰ, ক'লদুৱাৰ আৰু ফুলিয়ামাৰী।

ৰঙামটীয়া সুঁতিৰ ঘাই শাখাটো অধিক পশ্চিমলৈ আহি ভেংৰাই জানক লৈ ভেংৰাই জান নামেৰেই বৈ আহে। পাছত ই দক্ষিণ-পশ্চিমমুৱা হৈ মুঠ ১৭ কিঃ মিঃ ভটীয়াই দিফলু নৈত পৰে। মৰা ধনশিৰি, দিফলু আৰু ভেংৰাই (ৰঙামটীয়া) এই তিনি নৈৰ মাজৰ বিলবোৰ হ'ল— সৰু বকনি, মৰীয়াকাটি, তেজাং, বৰ বকনি, গড়েডুবি, গৰাকাটি, বকনি আৰু উভতা।



ভেংৰাইজানৰ নামনি অংশ আৰু ব্ৰহ্মপুত্ৰৰ মাজৰ বিলবোৰ হ'ল— বজালীমাৰী, আহঁতগুৰি, কিলাকিলি, ভেৰভেৰি, নাওভাঙী, মুক্তিহোলা, ফেৰনি, ঢেঁকীয়াতলি, টুপলং, গড়েমাটিখোৱা, নপুখুৰী, দীঘলীজান, টেঙৰামাৰী আৰু আলুবাৰী।

## ১৭ দিফলু নৈ

দিফলু নৈ দুখন এখন দিফলু আৰু আনখন মৰা দিফলু। দিফলু নৈ কাৰ্বি আংলং উত্তৰ ভাগত ওলাই গোলাঘাট জিলাৰ কাজি-ৰঙা অভয়াৰণ্যৰ মাজেদি বৈ ব্ৰহ্মপুত্ৰত পৰিছে। এই দিফলু নৈৰ দক্ষিণে কাৰ্বি পাহাৰৰ পাদদেশ আৰু ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ কাষেদি বৈ অহা নৈখনেই হ'ল মৰা দিফলু নৈ।

দিফলু নৈখনৰ উৎসস্থান কাৰ্বি আংলং জিলাৰ আমৰিণ গাঁৱৰ পৰা ৬ কিমি উত্তৰৰ ৰামটি টিঙৰ পশ্চিম ঢাল (২৬°৩২´, ৯৩°২১´)। নৈখনে উৎসৰপৰা বৰ দিফলু নামেৰে পূবমুৱাহৈ ৮ কিমি আহি আঠজুৰি নামৰ জানখনক বাঁওপাৰে লয়। ইয়াৰ পাছত নৈখনে এটা দক্ষিণ মেছ লৈ ১ কিমি ভটিয়াই পুৰুলাংছুক সোঁপাৰে লৈ আকৌ পূবমুৱা হয়। এইদৰে ই ৬ কিমি আহি ৰংহান গাঁৱত সৰু দিফলু নামৰ এখন জানক বাঁওপাৰে লৈ উত্তৰ-পূবমুৱা হয়। তাৰপৰা ই ১½ কিমি আহি থেদং নদীক সোঁপাৰে লৈ একেদিশতে আৰু ২ কিমি ভটিয়াই দেধৰা নদীকে একেপাৰে লয়। দেধৰাৰ উপনৈ নগালাংছু আৰু লাচিন জুৰি। দিফলুখনে এনেকৈ আহি পাঞ্চাগাঁৱত বৰজান লাংছুক সোঁপাৰে আৰু ২ কিমি আহি বৰজানক বাঁওপাৰে লয়। বৰজানৰ উপনৈ বগাজান আৰু লাংচেচু নৈ। বৰজানক লৈ দিফলুখনে পূবমুৱা হৈ ১ কিমি আহি ৰুইপি লাংছুক সোঁপাৰে, আৰু ২ কিমি আহি জাপিজুৰিক বাঁওপাৰে, আৰু ১ কিমি আহি দাংজানক (উপনৈ ছিংনাৰ লাংছু) সোঁপাৰে আৰু ½ কিমি আহি টিপুজান চাহ বাগিছাত টিপুজানক লৈ উত্তৰপূবমুৱা হয়। ইয়াৰপৰা নৈখনে কাৰ্বি আংলং আৰু গোলাঘাট জিলাৰ মাজৰ সীমাৰূপে বৈ আহি লেঙেৰা পাহাৰৰ পূবত কাকজানক সোঁপাৰে লয়।

কাকজানখন এখন ডাঙৰ জান। জানখন শিলপতি পাহাৰত ওলাই উত্তৰ-পূবমুৱা হৈ বৈ আহিছে। জানখনে বাটত এটা ৫ মিটাৰ আৰু এটা ১৫ মিটাৰ ওখ দুটা জলপ্ৰপাত পাৰহৈ লগত থিৰিলাংছুক লৈ গোলাঘাট জিলাত সোমায়। ইয়াতে জানখনে ধাকিচু লাংছুক সোঁপাৰে লৈ কাকজান গাঁৱেদি বৈ উত্তৰ-পশ্চিমমুৱা হয়। এই বাটত

বিজুলীজান আৰু শিলভেটা নলাক লৈ দিফলু চাহ বাগিছাৰ দক্ষিণে কাকজানখন দিফলুত পৰে।

কাকজানক লৈ দিফলু নৈখন উত্তৰমুৱা হৈ গোলাঘাট জিলাৰ মাজেদি ৫ কিমি আহি কলাখোৱাত বালিজান নৈক সোঁপাৰে লৈয়েই বোকাখাট চহৰৰপৰা ২½ কিমি পশ্চিমে ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। উক্ত বালিজানৰ উপনৈ কলাখোৱাজান। ঘাইপথ পাৰ হৈ দিফলুখন পশ্চিমমুৱা হয়। নৈখনে এইদৰে ৬ কিমি আহি কাজিৰঙা জাতীয় উদ্যানত সোমায়। এইছোৱা পথত দিফলুৰ দুয়ো পাৰে থকা বিলবোৰ হ'ল উত্তৰপাৰে ৰঙালী, বিহদিয়া, জাহপৰি, পলাশ আৰু কলাখাতী আৰু দক্ষিণ পাৰে কালি, গৰীয়া, ভুটানী, বুধু আৰু মথনচলা।

কাজিৰঙাৰ মাজেদি ২ কিমি এটা উত্তৰমুৱা মোচৰ লৈ আৰু ৫ কিমি বৈ দিফলুখন পুনৰ পশ্চিমমুৱা হয়। এইদৰে ২ কিমি আহি নৈখন উত্তৰ-পশ্চিমমুৱা হয়। এইছোৱা পথত দিফলুৰ কাষৰ বিলবোৰ হ'ল— সোঁপাৰে দুদাং, বৰালিমৰা আৰু দিমৰুগুৰি আৰু বাঁওপাৰে নৰামৰা, জাৰু তিলতলি আৰু বিদিয়া। উক্তদিশত ৩ কিমি আহি নৈখন আকৌ পশ্চিমমুৱা হয়। এইদৰে ই ৪½ কিমি আহি মৰাধনশিৰি নলাক সোঁপাৰে লয়। এইছোৱা পথত দিফলুৰ বাঁওপাৰৰ বিলবোৰ হ'ল কাপোৰকটা, পেটছিৰা, বাঁহনি মইনামাৰী, বান্দৰমাৰী, আৰু বাঘমাৰী। তাৰপাছত নৈখন পশ্চিমদিশত আৰু ৬ কিমি বৈ আহি ভেংৰাইজানক (ৰঙামটীয়া সুঁতিৰ নামনি অংশ) সোঁপাৰে লয়। অতীজত ভেংৰাইক এইছোৱাত লুলাৰফাট নৈ বুলিছিল। এই ঠাইৰ দিফলুৰ বাঁওপাৰৰ বিলবোৰ হ'ল বৈচামাৰী আৰু ফলিয়ামাৰী আদি।

ভেংৰাইক লগত লোৱাৰ পাছত দিফলুখন দক্ষিণ-পশ্চিমমুৱা হৈ ৪ কিমি বাট ঝলকি বিলৰ পশ্চিমেদি আহি আকৌ পশ্চিমমুৱা হয়। এইদৰে মনা বিলৰ উত্তৰেদি ৫ কিমি ভটিয়াই উত্তৰৰ এখন দীঘলীয়া বিলৰপৰা অহা এখন জান সোঁপাৰে লয়। তাৰপৰাই আৰু ৬ কিমি আহি চিতলমাৰী নলাক সোঁপাৰে লয়। এইছোৱা পথত দিফলুৰ কাষৰ বিলবোৰ হ'ল— সোঁপাৰে মিকিৰধৰা, কাটিপৰা, সৰু নলনি, বৰ নলনি, আৰু বাঁওপাৰে ছচানিকা আৰু বিমলী।

চিতলমাৰীক লোৱাৰ পাছত দিফলুখন দক্ষিণ-পশ্চিমমুৱা হৈ ৰৌমাৰী বিলৰ উত্তৰেদি আহি দিফলু নামৰ ঠাইত ব্ৰহ্মপুত্ৰত পৰে।



ৰেণ্ডৰ টোকা মতে দিফলুখন হুলাৰফাট নামৰ ঠাইৰ উজনিত লুইত আৰু দিহিং লগ হোৱাৰ পাছত ব্ৰহ্মপুত্ৰত পৰিছিল।

**১৮. মৰা দিফলু নৈ ঃ** দিফলু নৈৰ দক্ষিণে মৰা দিফলুখন পুবা-পশ্চিমাকৈ বৈ আহিছে। বোকাখাট আৰু কাজিৰঙাৰ মাজৰ ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ দাঁতিৰ সাপজুৰি নামৰ ঠাইৰ কাষেদি কাৰ্বি পাহাৰৰপৰা অহা বৰজুৰি নলা নামৰ জানখনেই মৰা দিফলুৰ আগলি নৈ। বৰজুৰিখন পাহাৰৰপৰা উত্তৰমুৱা হৈ আহি বঙালীগাঁৱত উত্তৰ-পশ্চিম দিশলৈ ঘূৰি জীয়াজুৰিক বাঁওপাৰে লৈ ঘাইপথৰ কাষৰ মেথনি চাহ বাগিছাৰ পুব সীমাইদি ঘাইপথ পাৰ হয় আৰু পথৰ সমান্তৰালকৈ পশ্চিমলৈ বৈ আহে। বাটত শুকান জুৰি, ডিমৰু জুৰি, আৰু মেথনি জুৰি আদি পানবাৰী সংৰক্ষিত বনৰপৰা অহা জানবোৰক লৈ নাম সলাই বেবেজিয়া জান নাম লয় আৰু মেথনি চাহ বাগিছাৰ উত্তৰেদি বৈ আহে। ঘাইপথ পাৰ হোৱাৰপৰা ৬ কিমি দূৰত শিলজুৰি নলাক বাঁওপাৰে লৈ নৈখনে নিচুকীয়া দলনি পাৰ হয়। নিচুকীয়া দলনিৰ উত্তৰে চিৰাখোৱা বিল আৰু পলাশ দলনি নামৰ আৰু দুখন বিল।

তাৰপৰা মৰা দিফলু নামেৰে ২ কিমি আহি কাজিৰঙা পৰিদৰ্শন ভৱনৰ কাষেদি অহা থাংলাংজানক বাঁওপাৰে লয়। এই জানৰ পাৰতে প্ৰাচীন কাঁক গোসানীৰ থান। ইয়াৰপৰা নৈখনে সোঁপাৰে থকা লাউডুবি দলনি আৰু গৰৈমাৰী বা চেঙা বিলৰ কাষেদি ৬ কিমি আহি কহৰাৰ মাজেদি অহা কহৰা নৈক বাঁওপাৰে লয়। এই ঠাইৰ দক্ষিণে কাজিৰঙা আৰু হুকুমা নামৰ দুখন বিল আছে। কাজিৰঙা বিলত পাহাৰৰপৰা অহা এখন জান পৰিছে আৰু বিলৰপৰা ওলাই কহৰা জান নামেৰে কহৰা নৈ পৰাৰ ১ কিমি উজনিত মৰা দিফলুত পৰিছেহি।

কহৰা নৈক লোৱাৰপৰা ২ কিমি ভটিয়াই সোঁপাৰৰ কাঠপুৰা আৰু মিহি বিলৰ লগত এটা হোলাৰে সংযোজিত হৈ আৰু ২ কিমি আহি নৈখনে ৰঙাজানক বাঁওপাৰে লয়। ইয়াৰ পাছৰ ৪ কিমি বাট খাগৰি বিল, দৰজা বিল আৰু বৰ বিলৰ কাষেদি বৈ আহি হাতীখুলি চাহ বাগিছা পাৰ হৈ শিঙীমাৰী নৈক বাঁওপাৰে লৈ নৈখন ৰাষ্ট্ৰীয় ঘাইপথৰ কাষ চাপে। পথৰ কাষেদি ৪ কিমি আহি পাহাৰৰপৰা অহা বৰ দিহিং নৈক বাগৰীৰ ওচৰত বাঁওপাৰে লৈ মৰা দিফলুখন নগাঁও জিলাত সোমায়।

বাগবীৰপৰা ৩ কিমি আহি নৈখন বোকাবিল নামৰ এখন বিলত সোমায়। বোকাবিলৰ উত্তৰত ভালেমান বিয়াগোম বিল আছে। এইবোৰ হ'ল— সাপেকাটী, গোন্দামাৰী, গবৈমাৰী গাৰোজান, উজানতলি, মুৰফুলনি, ডোঙাজান, আৰু বাহু বিল। মৰা দিফলুখনে বোকাবিলবপৰা কুঠৰীৰ উঙৰেদি মুঠ ১২ কিমি পশ্চিমলৈ আহি কাইপানী নৈক বাঁওপাৰে লয়। উক্ত ১২ কিমি পথৰ কাষৰ বিলবোৰ হ'ল— বাঁওপাৰে বাঘমাৰী আৰু কুঠৰী আৰু সোঁপাৰে বৌমাৰী, নামদুৱাৰ দীঘলী, দাফলং আৰু কাজিৰঙাৰ ভিতৰৰ সৰাতোকৈ ডাঙৰ বৰ বিল। কাই পানীক লোৱাৰ পাছত শালমাৰী আৰু বৰাকটা বিলৰ দক্ষিণ পাৰেদি ৪ কিমি ভটিয়াই আহি কাণীবিলৰ কাষত জপংজানক সোঁপাৰে লৈ মৰা দিফলু নৈ আৰু ৩ কিমি ভটিয়াই ব্ৰহ্মপুত্ৰত পৰে।

## মৰা দিফলুৰ উপনৈ

**১৮.১. কাইপানী নৈঃ** নৈখন কাৰ্বি পাহাৰৰ উত্তৰ ভাগৰ লাংখাং গ্ৰামৰ ওচৰত ওলাইছে। তাৰপৰা উত্তৰ-পূবমুৱা হৈ নামনিলৈ আহি নগাঁও জিলাত সোমায়। সমতলত নৈখনে কংৰেং দিং নৈক বাঁওপাৰে আৰু টেঙ্কাৰবিল নৈক সোঁপাৰে লৈ উত্তৰ দিশতে বৈ আহে। নৈখনে বাটত পানজুৰিক বাঁওপাৰে আৰু জগদম্বা চাহ বাগিচাৰ কাষত দেওপানী নৈক সোঁপাৰে লৈ আৰু উত্তৰলৈ আহি কুঠৰীৰপৰা ৪ কিমি পশ্চিমে মৰা দিফলুত পৰে। উক্ত দেওপানীখনো এখন ডাঙৰ জান, এইখন কাৰ্বি পাহাৰৰ উত্তৰ ভাগৰ আমৰিন গাঁৱৰ দক্ষিণত ওলাইছে।

## ১৯. মৰা দিফলুৰ পশ্চিমৰ ব্ৰহ্মপুত্ৰৰ ক্ষুদ্ৰ উপনৈ

**১৯.১. বাৰঘোপ নৈঃ** ৩৭ নং ৰাষ্ট্ৰীয় ঘাই পথেদি নামনিলৈ গ'লে বুঢ়াপাহাৰ পোৱাৰ ২ কিমি পূৰ্বে ঘাইপথ পাৰহৈ যিখন নৈ উত্তৰলৈ বৈ যোৱা দেখা যায় সেইখনেই বাৰঘোপ নৈ। নৈখা বুঢ়াপাহাৰ চাহ বাগিচাৰ ওচৰত ওলাই উত্তৰলৈ আহি নেহৰু বস্তিত ৰাষ্ট্ৰীয় ঘাইপথৰ কাষ চাপে। পথৰ কাষেদি পশ্চিমলৈ আহি বাটত বাঁওপাৰে মানক্ৰ নৈ আৰু ছিৰং পাহাৰৰ কাষত গোঁসাই জুৰিক লৈ উত্তৰলৈ ঘূৰি পাহাৰৰ নামনিত ঘাইপথ পাৰহৈ ব্ৰহ্মপুত্ৰত পৰে।

**১৯.২.** বাৰঘোপ নৈৰ পশ্চিমে পাহাৰৰ নামনিৰ এক জলাহ ঠাইৰপৰা এটা বহল হোলা পশ্চিমলৈ বৈ আহি বুঢ়াপাহাৰৰ পূবেদি গৈ ব্ৰহ্মপুত্ৰত পৰিছে।



**১৯.৩.** বুঢ়াপাহাৰৰ নামনিত লাইদং জুৰি, খোৰাখাটী জুৰি আৰু খলঙ্কুনৈ নামৰ তিনিখন সৰু জান ওলাই উত্তৰলৈ বৈ গৈ ব্ৰহ্মপুত্ৰত পৰিছে।

**১৯.৪.** বুঢ়াপাহাৰৰ পশ্চিম ঢালৰ আমগুৰি চাহ বাগিছাত ওলোৱা এখন জান উত্তৰ-পুব দিশত বৈ আহি কুকুৰাকটা পাহাৰৰ কাষেদি গৈ ব্ৰহ্মপুত্ৰত পৰে। এই ঠাইত খেৰণি, পথাই আৰু জামুগুৰি নামৰ তিনিখন বিল আছে।

উল্লেখযোগ্য যে পূৰ্বতে (১৯১৩ চন) উক্ত সৰু নৈবোৰ আটায়ে বাৰঘোপ নৈৰ উপনৈ আছিল। বাৰঘোপ নৈখনকো তেতিয়া দিফলু নামেৰেই জনা গৈছিল। তেতিয়া নৈখন কিন্তু কুকুৰাকটা পাহাৰৰপৰা ২ কিমি উত্তৰত কলংসুঁতিত হে পৰিছিলগৈ, এতিয়াৰ দৰে ব্ৰহ্মপুত্ৰত নহয়। সেইসময়ত কলংখন কুকুৰাকটা পাহাৰৰপৰা ২ কিমি উত্তৰ-পূবত ব্ৰহ্মপুত্ৰৰপৰা ফাটি আহিছিল। কালক্ৰমত ব্ৰহ্মপুত্ৰই গৰাখহাই দক্ষিণলৈ গতি কৰি কুকুৰাকটা পাহাৰৰ কাষ পালেহি। গতিকে কলংখনৰ মুখ আগতকৈ পশ্চিমলৈ ভটিয়াই গ'ল। দিফলুখনো খঁৰা হ'ল আৰু আনবোৰ সৰু জান পোনে পোনে ব্ৰহ্মপুত্ৰত পৰিলেহি।

**২০. কলং সুঁতি/কলং নৈঃ** নগাঁও জিলাৰ পুব ভাগৰ কুকুৰা কটা পাহাৰৰ নামনিত ব্ৰহ্মপুত্ৰৰপৰা ফাটি জিলাখনৰ মাজেদি গলৰ হাৰ এধাৰিৰ দৰে জখলাবন্ধা, কলিয়াবৰ, নগাঁও, ৰহা, মৰিগাঁও আৰু জাগী আদি ঠাইৰ মাজেদি বা কাষেদি বৈ কামৰূপ জিলাৰ পুব ভাগৰ কাজলীমুখত আকৌ ব্ৰহ্মপুত্ৰত পৰেগৈ। কলংখনত দক্ষিণ দিশৰপৰা কেইবাখনো উপনৈ পৰিছেহি। এই উপনৈবোৰৰ ভিতৰত কপিলীখনেই সৰ্ববৃহৎ। ইফালে কলং আৰু ব্ৰহ্মপুত্ৰৰ মাজত কেইবাখনো নৈ আৰু বিস্তৰ জলাহ ঠাই আছে।

কলঙৰ উৎপত্তি সম্পৰ্কে কিংবদন্তি আৰু বৈজ্ঞানিক সূত্ৰ আগবঢ়োৱা হৈছে। পূৰ্বতে উল্লেখ কৰা হৈছে যে কলংখনক ধনশিৰি নৈৰ নামনি অংশ বুলি ভবা হয়। আনন্দচন্দ্ৰ আগৰৱালাদেৱে উল্লেখ কৰিছে যে অতীজত দিখৌ নৈখনহে নগাঁও জিলাৰ মাজেদি বৈ গৈছিল। পিতৃবধি আৰিমত্ত ৰজাই আৰিকাটি মুখত পানীত জাঁপ মাৰি পৰি আপোনঘাতী হোৱাত তেওঁৰ শৰটো বহন কৰা বাবে দিখৌৰ কলংক হয় আৰু কলংক শব্দৰপৰা দিখৌৰ সেইছোৱাৰ

নাম হেনো কলং হয়। কিন্তু তেখেতৰ মতে কলং শব্দটো কলন শব্দৰ অপভ্ৰংশহে, কলন শব্দই কোনো উত্তম ঠাইক বুজায়।[২]

অতীজত কলংখন এখন ডাঙৰ আৰু গুৰুত্বপূৰ্ণ নৈ আছিল। আহোম স্বৰ্গদেউসকলে ৰংপুৰৰপৰা গুৱাহাটীলৈ ভটিয়াই আহিলে নাৱেৰে আহিছিল আৰু চামধৰা বা বিশ্বনাথ পালেই ব্ৰহ্মপুত্ৰ এৰি কলঙেদি আহি কলং তীৰস্থ প্ৰসিদ্ধ কলিয়াবৰ, ৰহা, জাগী আৰু কাজলীৰ দায়িত্বপূৰ্ণ শাসন কাৰ্য্য পৰ্য্যালোচনা কৰিহে গুৱাহাটীৰ বৰফুকনৰ গুৰি পাইছিলগৈ।[১৫] কলঙৰ পুৰণা এৰা সুঁতিবোৰক লক্ষ্য কৰিলে এই কথা স্পষ্ট হৈ পৰে যে এই এৰা সুঁতিবোৰ এতিয়াৰ কলংখনত কৈ ৪-৫ গুণ বহল। গতিকে কলংখন অতীজত এখন ডাঙৰ নৈ আছিল তেতিয়া হয়তো ই ধনশিৰি বা দিখৌৰ পানীও কঢ়িওৱাটো সম্ভৱ হ'ব পাৰে।

**কলং সুঁতিৰ গতিপথ ঃ** বৰ্তমান কলং সুঁতিটো বা নৈখন কুকুৰাকটা পাহাৰৰ উত্তৰত ব্ৰহ্মপুত্ৰৰপৰা ফাটি পাহাৰৰ উত্তৰ কাষেদি পশ্চিম দিষত বৈ আহিছে। এই ঠাইত কলঙৰ বাঁওপাৰে ঘোৰাখাটী বিল। ব্ৰহ্মপুত্ৰৰপৰা ৪½ কিমি আহি কলংখন দীঘলী বিল পায়। ইয়াৰ ওচৰৰ বাগৰী বিলৰ কাষত নৈখন ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ কাষ চাপে। ঘাইপথৰ উত্তৰৰ ছিদু আৰু চলা বিলৰ কাষেদি কলংখন ৪ কিমি পথ পশ্চিমমুৱা হৈ আহি জখলাবন্ধা পায়। ইয়াতে নৈখনে শিলঘাট-চাপৰমুখ ৰে'লপথ আৰু পকীপথ পাৰ হৈ জখলাবন্ধাৰ উত্তৰেদি কেইটামান মোচৰ লৈ দক্ষিণমুৱা হয়। (কিন্তু সম্প্ৰতি নৈখনক জখলাবন্ধাৰ ওচৰত বান্ধ দি বন্ধ কৰি দিয়া বাবে নৈখন নামনিলৈ প্ৰায় শুকাই যোৱাৰ দৰে হৈছে। কুঁৱৰীটোল আৰু কলিয়াবৰত নৈখন এখন অতি তৰাং আৰু ঠেক নৈ হিচাপে বৈ, পাছত মিছা আৰু দিজু নৈক লোৱাৰপৰাহে নৈখন কিছু ডাঙৰ হৈছে)।

জখলাবন্ধাৰপৰা নৈখন মিৰিভেটি, হাটবৰ, কলিয়াবৰ, কুঁৱৰীটোল, দাৰিগাজী হৈ প্ৰায় ১৫ কিমি বাট দক্ষিণ-পশ্চিমলৈ আহি মিছা চহৰ পায়। মিছাৰপৰা নৈখন পশ্চিমমুৱা হয় আৰু এনেকৈ ২ কিমি আহি মিছামুখত পুবৰপৰা অহা মিছা নৈক বাঁওপাৰে লয়। মিছামুখৰপৰা নৈখন পশ্চিম-উত্তৰমুৱা হৈ শিয়ালখাতী বিলৰ উত্তৰেদি ৫ কিমি আহি বেচেলিমাৰিৰ কাষত দক্ষিণমুৱা হয়। এই ঠাইতে নৈৰ পশ্চিমে পোতা কলং নামৰ এখন ডাঙৰ বিল আছে।



তাৰপৰা দক্ষিণ দিশতে ৫½ কিমি আহি কলংখন পুবমুৱা হয় আৰু এনেকৈ ২ কিমি ভটিয়াই ভোমোৰাগুৰিত হোলা বা দিজু নৈক বাঁওপাৰে লয়। ইয়াতে কলংখন এক অতি সুক্ষ্মকোণত পশ্চিমলৈ ঘূৰি ৰঙাগড়া গাঁৱৰ ওচৰত ঘাইপথৰ কাষত ওলায়। উপৰুক্ত পোতা কলং বিলৰপৰা দক্ষিণৰ এইছোৱা বাটত নৈখনৰ কাষত ভালেকেইখন বিল আছে; এইবোৰ হ'ল সোঁপাৰে চটাইমাৰী, কানুৱামাৰী-১, এৰা কলং, বাটুৰী, কানুৱামাৰী-২ আৰু বাঁওপাৰে একমাত্ৰ মেৰ বিল।

ৰঙাগড়া গাঁৱৰপৰা নৈখন গটঙা, কটানি বিল আৰু গটঙা বিলৰ কাষেদি পশ্চিম দিশত ৬ কিমি বৈ আহি ব্ৰহ্মা গাঁৱৰ কাষত ওলায়। ইয়াতে বৰ ব্ৰহ্মা আৰু সৰু ব্ৰহ্মা বিল আদি কলঙৰ এৰা সুঁতিৰপৰা হোৱা বিলবোৰ আছে। ইয়াৰপৰা কলংখনে এটা দক্ষিণমুৱা বক্ৰ লৈ ভগামুৰ বিলৰ কাষেদি ৩ কিমি ভটিয়াই চামগুৰি ৰে'ল ষ্টেচনৰ ওচৰ পায়। ইয়াতে কলঙৰ পুৰণা সুঁতিৰপৰা হোৱা চামগুৰি বিল নামৰ এক সুন্দৰ ঘোঁৰাখুজীয়া হ্ৰদ আছে।

চামগুৰিৰপৰা কলংখন দক্ষিণ-পশ্চিমমুৱা হৈ ঘাইপথৰ উত্তৰেদি সপিল পথেৰে বৈ আহিছে; সেইবাবে কলংখন এক নিৰ্দিষ্ট দূৰত্বৰ ব্যৱধানত গোনকৈ যোৱা ঘাইপথৰ কাষত বাৰে বাৰে ভুমুকি মৰা দেখা যায়। এইদৰে নৈখন চামগুৰি ৰে'লষ্টেচনৰপৰা ডেৰ কিমি আহি চামগুৰি চহৰ আৰু তাৰপৰা ৮ কিমি আহি পুৰণিগুদাম পায়। পুৰণিগুদামৰপৰা চাৰে সাত কিমি পথ ঘাইপথৰ কাষে কাষে আহি নগাঁও নগৰৰ পুবৰ ডিমৰু গুৰিত কলংখন ঘাইপথৰ কাষৰপৰা আঁতৰি উত্তৰ-পশ্চিমমুৱা হয়। এইছোৱা পথত কলঙৰ উত্তৰে বৰডোঙা আৰু সৰুচলা নামৰ দুখন বিল আছে।

ডিমৰুগুৰিৰপৰা নৈখন উত্তৰ দিশত ২ কিমি অহাৰ পাছত পশ্চিমমুৱা হৈ নগাঁও নগৰৰ উত্তৰেদি ২ কিমি ভটিয়াই মাজৰআটি পায়। ইয়াৰ পাছত কলংখন দক্ষিণ-পশ্চিমলৈ ঘূৰি নগাঁও নগৰৰ মাজেদি বৈ আহি ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। নগৰৰপৰা ৩ কিমি আহি নগৰৰ দক্ষিণে কলংখনে পুৰণা সুঁতি এৰি এখন বিল সৃষ্টি কৰিছে। এই বিলখনৰ পুবত শেনচোৱা-নগাঁও ৰে'লপথ, আৰু ৰে'ল-পথৰ পুবত পোতা কলং বিল। এই পোতা কলং বিলৰ পুবত নগাঁও ৰে'ল ষ্টেচনৰ ওচৰৰপৰা ৪ কিমি দক্ষিণৰ বৰঘাট আৰু ধেপাজানলৈকে বিস্তৃত হৈ থকা ৬ কিমি দীঘল বিশাল মৰিকলং

বিল। এই তিনিখন বিলে অতীজত কলংখনে তিনিবাৰ সুঁতি সলোৱাৰ প্ৰমাণ দিয়ে। তদুপৰি আটাইতকৈ তাৎপৰ্য্যপূৰ্ণ কথা যে মৰিকলংখন পোতা কলঙতকৈ আৰু পোতা কলংখন ইয়াৰ পশ্চিমৰখনতকৈ ক্ৰমান্বয়ে বেচি বহল আৰু ডাঙৰ। গতিকে কলংখন যে ক্ৰমান্বয়ে ঠেক হৈ আহিছে সেইটো সত্য।

উক্ত বিলখনৰ কাষৰপৰা কলংখন ২ কিমি আহি শেনচোৱা ৰে'ল ষ্টেচনৰ পূবত ৰে'লপথ পাৰ হয়। ইয়াতে নৈৰ সোঁপাৰে মৰা কলং বিল। শেনচোৱাৰপৰা এলেঙি সত্ৰৰ দক্ষিণেদি ৭ কিমি আহি দক্ষিণপাট নামৰ ঠাইত নৈখন পশ্চিমমুৱা হয়। এইদৰে ৬ কিমি আহি কলংখন ফুলগুৰি পায়। এইছোৱা পথত কলঙৰ সোঁ পাৰে বৰথাল-১, পুঠিমাৰী, বৰথাল-২ আৰু ডিমৰু নামৰ চাৰিখন বিল আৰু বাঁওপাৰে সাপকাটী, মোঘৰ জলাহ, আকুতলি, শিঙীমাৰী, কোৱামণি আৰু নানকৰ আদি ছখন বিল থকা দেখা যায়।

ফুলগুৰিত কলংখনে এটা মোচৰ লৈ দক্ষিণ-পশ্চিমমুৱা হয় আৰু জোৱাবাৰী কাকতীগাঁও হৈ পশ্চিমমুৱাহৈ আহি দীঘলদাৰীৰ ওচৰত এটা ভাঁজ লৈ আকৌ দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে নৈখন ফুলগুৰিৰপৰা পোনে পোনে ১০ কিমি আহি হাৰিয়ামুখত হাৰিয়া নৈক বাঁওপাৰে লয়। হাৰিয়া নৈ আৰু কলঙৰ মাজত বহুত বিল আছে। এইবোৰ হ'ল— যেনে জাকৰুৱা, খান্দাখোৱা, ছাকলি, হাতীমৰা ইত্যাদি। হাৰিয়ামুখৰপৰা নৈখনে ২ কিমি পশ্চিমলৈ আহি চাপৰমুখত ৰে'লপথৰ কাষত কপিলী নৈৰপৰা ফাটি অহা এটা শাখাক বাঁওপাৰে লয় আৰু ইয়াতে চাপৰমুখ-শিলঘাট ৰে'লপথ তথা ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ ৰহা পায়।

ৰহাৰপৰা কলংখন পশ্চিম দিশত ৮ কিমি বৈ আহি জোঙাল বলহু গড়খাৱৈৰ উত্তৰেদি বৈ তেনেই ঠেক হৈ পৰে। এনেদৰে আৰু ৭ কিমি ভটিয়াই ই মণিপুৰ লাটুপ পায়। ইয়াতে নৈখনৰ এটা পুৰণা সুঁতি মৰা কলং নৈ নামেৰে উত্তৰলৈকে বিস্তৃত হৈ থকা দেখা যায়। কলংখনে এসময়ত উক্ত সুঁতিয়েদি উত্তৰৰ জালুগুটিৰ কাষলৈকে বৈছিল। জালুগুটিৰ সামান্য পূবৰ কাছধৰা গাঁৱৰ ওচৰৰ কাছধৰা বিলখনো কলঙৰ এৰাসুঁতিহে, ই এতিয়া এটা ডাঙৰ ঘোঁৰাখুজীয়া হ্ৰদ। তেনেকৈয়ে জালুগুটিৰ কাষৰ নখন্দা বিলখনো আগৰখনৰ পাছত এৰখোৱা কলংখনৰে অংশ মাথোন। বৰ্তমান তৰাবাৰী গাঁওখনক মাজত ৰাখি কলঙে এটা ডাঙৰ মোচৰ এৰিছে; এইখনকো মৰা



কলং নামেৰে জনা যায়। ইফালে কলঙৰ বাঁওপাৰে অৰ্থাৎ দক্ষিণেও থেকেৰা গাঁৱত থেকেৰা বিল আৰু মৰা কলং বিল নামৰ কলঙৰ এৰাসুঁতিৰপৰা হোৱা দুখন বিল আছে।

মণিপুৰ লাটুপৰপৰা আঢ়ৈ কিমি ভটিয়নীত কলঙৰ সোঁপাৰে লটামাৰী আৰু শ'লমাৰী বিল। তাৰপৰা ৪ কিমি আহি কলংখনে তেলাহী চাৰিআলি পাৰ হয়। ইয়াতে কলঙৰ সোঁপাৰে এটা এৰাসুঁতি আৰু তাৰ উত্তৰত দন্দুৱা নামৰ দুখন বিল আছে। তেলাহীৰপৰা নৈখন ৪ কিমি ভটিয়াই গুণামৰা পায়। ইয়াৰে কলঙৰ অন্য এক মৰাসুঁতি মৰাকলং বিল নামেৰে ভালেমান ঠাই আগুৰি এটা সুন্দৰ ঘোঁৰাখুজীয়া হ্ৰদ সৃষ্টি কৰিছে। এই বিলখনতে উত্তৰ-পশ্চিমৰ মাণিকপুৰ বিলৰপৰা অহা এখন জান পৰিছেহি; পাছত এই জানখনৰ পানী উক্ত বিলৰ মাজেদি বৈ আহি কলঙত পৰিছে। গুণামৰাতে কলংখনে এটা পাক ঘূৰি মথুৰাপুৰ, এজাৰবাৰী হৈ আহি অন্য এটা পাক ঘূৰি তেতেলীয়া পৰ্বতৰ দক্ষিণে জাগী গোঁহাই চকী পায়। ইয়াৰপৰা ২ কিমি আহি হাথিয়ামুখত নিজতকৈ ডাঙৰ কপিলী নৈক বাঁওপাৰে লয়।

কপিলীক লৈ কলংখন বহল হয়। তাৰপৰা ৩ কিমি আহি ভকতগাঁৱত কলংখনে মৰিগাঁও-নখোলা পথ পাৰ হয়। এই ঠাইত কলঙৰ উত্তৰত এক বৃহৎ জলাহ অঞ্চল দেখা যায়। ইয়াৰপৰা নৈখন ১০ কিমি ভটিয়াই বহা পৰ্বতৰ দক্ষিণে বহাবৰ দলনি নামৰ ঠাই পায়। এইছোৱা পথত কলঙৰ দক্ষিণ পাৰত খাৰবিল, জান বিল, দঙা বিল আৰু উত্তৰপাৰত সৰু মনহা বিল, বৰাল বিল, দেখাল বিল, হাতী উঠা বিল আদি অনেক বিল আছে। ইয়াৰপৰা কলংখন কামৰূপ আৰু মৰিগাঁও জিলাৰ মাজৰ সীমাৰূপে বৰলৈ ধৰে।

বহাবৰ দলনিৰপৰা কলংখনে উত্তৰ-পশ্চিমমুৱা হৈ ৭ কিমি আহি বাঁওপাৰৰ জলাহ অঞ্চলৰ, বিশেষকৈ জালিখেৰা বিলৰপৰা অহা দয়াং জানক (?) বাঁওপাৰে লয়। ইয়াৰ পাছত একেদিশত আমগুৰি, ভূৰবন্ধা আৰু ধামখুন্দা হৈ ১৪ কিমি ভটিয়াই কামৰূপ জিলাৰ ভিতৰত সোঁপাৰে থপজি আৰু ঘোঁৰামৰা নামৰ দুখন সৰু জান আৰু ডিগাৰুমুখত ডিগাৰু নৈক বাঁওপাৰে লয়। ইয়াৰপৰা কলংখন গোবৰ্দ্ধন পাহাৰৰ পশ্চিমেদি উত্তৰমুৱা হৈ ৩ কিমি ভটিয়াই চন্দ্ৰপুৰৰ পূবৰ কাজলীত ব্ৰহ্মপুত্ৰত পৰে।

বহাবৰ দলনিৰ দক্ষিণে জাগী আৰু ক্ষেত্ৰীৰ মাজত কলঙৰ বাঁওপাৰে জান, তৰঙা, দঙা, পাৰখালি, দয়াং, জালখোৱা আদি ভালেমান বিল আছে। দনাই আৰু নগা নামৰ দুখন বিল এক হৈ নৈ এখনৰ দৰে দীঘল হৈ ক্ষেত্ৰীৰপৰা প্ৰথমে পশ্চিম আৰু পাছত উত্তৰলৈ ১৬ কিমি দূৰ বিস্তৃত হৈ আছে। এই বিলবোৰলৈ জাগী-ৰোডৰ দক্ষিণৰ পাহাৰ লানিৰপৰা ভালেমান জান-জুৰি বৈ আহিছে। এইবোৰৰ ভিতৰত লেখৰ কেইখন হ'ল— ধূপগুৰিৰ ওচৰৰ উমবুটজান আৰু ক্ষেত্ৰীৰ মাজেদি বোৱা দয়াংজান। দয়াংজানখন বৰদং নৈ আৰু লাংদা দং মিলি বাটত কুলাহেল দং বা টিঘিৰা দঙক লগত লৈ সৃষ্টি হৈছে। এই জলাহৰ জালিখেৰা বিলৰপৰা এখন জান ওলাই গৈ কলঙত পৰা কথাটো আগতে উল্লেখ কৰা হৈছে।

## কলঙৰ প্ৰধান উপনৈ

**২০. ১. মিছা নৈ ঃ** মিছা নৈখন কাৰ্বি আংলঙৰ উত্তৰ পশ্চিম অংশৰ পাহাৰৰ নামনিৰ চেকনী চাহবাগিছাৰ পূবত ওলাই দক্ষিণমুৱা হৈ বৈ আহিছে। বাটত বাঁওপাৰে পাতজোখ জুৰি, বামুণীপথাৰ নৈ আৰু বৰজুৰিক লৈ দক্ষিণ-পশ্চিমমুৱা হৈ আহি মিছা নৈ মিছা চহৰ পায়। তাৰপৰা আহি মিছাখন বজাপুখুৰীৰ পশ্চিমে কলঙত পৰে। উপৰোক্ত বৰজুৰিখন এখন ডাঙৰ জান ইয়াৰ উপনৈ দাম পায়ে জুৰি আৰু নিজৰি নৈ। মিছা নৈয়েদি প্ৰৱাহিত পানীৰ সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ প্ৰতি ছেকেণ্ডত যথাক্ৰমে ১২'৩৪ আৰু ০'৩৪ ঘনমিটাৰ।

**২০. ২. দিজু নৈ ঃ** দিজু নৈখন কাৰ্বি আংলং জিলাৰ বুঢ়া পাহাৰৰ টিঙৰ ওচৰত ওলাই প্ৰথমে উত্তৰ-পূবলৈ আহি পাছত ঘূৰি ক্ৰমে দক্ষিণ আৰু দক্ষিণ-পশ্চিমমুৱা হৈ বৈ আহে। বাটত সোঁপাৰে লাংটিং প্লাক নৈ আৰু বাঁওপাৰে জৰমান জুৰিক লগত লৈ ভটিয়াই আহি দিজু নৈ চাৰটে জামফাৰ পায়। ইয়াতে ই টেৰং লাংছুক সোঁপাৰে আৰু সামান্য ভটিয়াই কেদাংজুৰি আৰু বালিজানক বাঁওপাৰে লয়। তাৰপৰা নৈখনে একে দিশতে ২ কিমি আহি অনজক পানীত অনজক পানীজানক বাঁওপাৰে লৈ পশ্চিমমুৱা হয়। ইয়াৰপৰা নৈখনে ক্ৰমে লাংখাং, সোণাজুৰি, ন পানী (উপনৈ হাঁহপানী) আৰু লেংটেংজুৰি নামৰ চাৰিখন জান বাঁওপাৰে লৈ ৬ কিমি ভটিয়াই দিজুভেলী সংৰক্ষিত বনত সোমায়।



দিজু নৈ দিজু ভেলী বন পাৰ হৈ ছালনা, মিছা আৰু আমলখি চাহবাগিছাৰ মাজেদি পশ্চিমমুৱা হৈ আমনিবস্তিত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰহৈ দুভাগ হয়। ইয়াৰে এভাগ গৈ শিয়ালকাটী বিলত পৰেগৈ, আৰু আনভাগে দক্ষিণৰ বুঢ়াবুঢ়ী গড়ৰ খাৰৈৰ পানীভাগ বাঁওপাৰে লৈ হোলা নৈ নামেৰে উত্তৰলৈ বৈ আহি মেৰ বিলৰ কাষেদি দক্ষিণমুৱা হৈ কলঙত পৰে। দিজু নৈয়েদি প্ৰৱাহিত পানীৰ সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ যথাক্ৰমে প্ৰতি ছেকেণ্ডত ৯২'৮২ আৰু ১.২৩ ঘনমিটাৰ।

**২০. ৩. পাথৰী নৈ ঃ** নগাঁও নগৰৰ দক্ষিণৰ মৰি কলং বিল আৰু ননৈৰ মাজৰ মাজপাথৰীৰ কাষেদি মাজপাথৰী নৈ নামৰ এখন জান বৈ গৈছে। জানখন নগৰৰ পূবৰ ভোটাই গাঁৱৰ ওচৰত ওলাই মাজপাথৰীয়েদি দক্ষিণ-পশ্চিমলৈ আহি চকৰিগাঁৱৰ পাথৰী নৈ নামৰ এখন বিলত পৰে। এই বিলখনো এসময়ত কলঙৰ এৰাসুঁতিৰপৰা হোৱা বুলি সন্দেহ হয়।

**২০. ৪. ননৈ (হাৰিয়া) ঃ** কাৰ্বি আংলঙৰ দিফু মহকুমাৰ উত্তৰ-পশ্চিমভাগৰ পাহাৰৰ পাদদেশৰ সৰহভাগ জানজুৰি ননৈৰ উপনৈ। ননৈখন এখন ডাঙৰ নৈ আৰু ই লগ হোৱাৰপৰা কলংখনো কিছু ডাঙৰ হয়।

দিফু মহকুমাৰ উত্তৰভাগৰ হনচঙৰ পশ্চিমৰ মেহেকংথু (৮৮০ মিটাৰ) টিঙৰপৰা ওলোৱা এটা জুৰি পশ্চিমলৈ বৈ আহি ফিংলো-চালাংচি জুৰি নাম লৈ ছালনা চাহ বাগিচাৰ পূব ভাগত ওলায়হি। এই জুৰিটোৱেই আৰু ৩ কিমি ভটিয়াই কাপালীজুৰিক বাঁওপাৰে লৈ ভৈয়াম পাই ননৈ নাম লয়। ইয়াৰপৰা নৈখন পশ্চিমমুৱা হৈ আহি বুঢ়া-বুঢ়ী গড়ৰ ওচৰ পোৱালৈকে ১২ কিমি পথছোৱাত ইয়াৰ দক্ষিণ-পূবৰ পাহাৰৰপৰা অহা, অনেক ঠাল-ঠেঙুলিৰে ভৰা তিনিখন ডাঙৰ জান নৈখনত পৰিছে। এই জান কেইখন হ'ল পূবৰপৰা ক্ৰমে দিকাই নদী আৰু চেকলাংছু নদী লগ লাগি হোৱা থাইগংগা নৈ, নৰেনছু নলা ; ৰং কোট নৈ আৰু লাই নৈ লগ লাগি হোৱা বৰজুৰি আৰু পানীমৰা নৈ।

বুঢ়াবুঢ়ী গড় পাৰ হৈ ননৈখন দক্ষিণমুৱা হয় আৰু এইদৰে ২ কিমি আহি দক্ষিণ-পশ্চিমমুৱা হয়। এইছোৱা প্ৰায় ৯ কিমি বাটত ননৈত পৰা জানবোৰ হ'ল— চিঙলি জান, শিঙাজান, খনাজান (উপনৈ লংখাই নৈ, লংখাইৰ উপনৈ প্ৰিলুনৈ মেনাম জুৰি বা ছোচান

জুৰি, চাপানলা আৰু লংমিনজুৰি। চাপানলাৰ উপনৈ বাঘেখাইতী নৈ বা শুকানজুৰি আৰু হাল্গোজুৰি। চাপানলা আৰু শুকানজুৰিৰ একো অংশক কাৰ্বি আংলং আৰু নগাঁও জিলাৰ মাজৰ সীমাৰূপে ধৰা হৈছে। চাপানলাৰ পাছত ননৈয়ে ক্ৰমে সোঁপাৰে হাতীজান, বাঁওপাৰে জীয়াজুৰি (উপনৈ থোল্লাজুৰি), শুকান জুৰি, সোঁপাৰে ঘোগৰ জলাহৰপৰা এখন জান আৰু বাঁওপাৰে লাংটাৰিয়া জুৰিক লৈ মুঠ ১২ কিমি আহি পানীগাঁও পায়। পানীগাঁৱতে ননৈয়ে শ'লমাৰী জান নামৰ এটা শাখাক বাঁওপাৰে এৰে। তাৰপৰা ননৈখন উত্তৰমুৱা হৈ আধা কিমি আহি উত্তৰৰ পতানিৰপৰা অহা পতানি নৈক সোঁপাৰে লৈ পুনৰ দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে নৈখন ৩ কিমি আহি ননৈ চহৰ পায়। ইয়াতে নৈখনে হালিয়া বিলৰপৰা অহা এখন জান সোঁপাৰে লয়।

নৈখন ননৈ চহৰৰপৰা একে দিশতে ৫ কিমি ভটিয়াই তুলসী নৈক সোঁপাৰে লয়। তাৰপৰা দক্ষিণমুৱাই ৩ কিমি আহি শ'লমাৰী জানৰ এটা শাখাক বাঁওপাৰে লয়। ইয়াৰপৰা ননৈখন ৩½ কিমি ভটিয়াই যমুনা নৈৰ শাখা তেতেলিচৰা নৈৰ লগ লাগে। দুয়ো মিলি হাৰিয়া নৈ নাম লৈ ১৪ কিমি বাট পশ্চিমমুৱাকৈ আহি হাৰিয়া-মুখত কলঙত পৰে। ( যমুনা নৈ চাওক পৃঃ ১৮৫ ) হাৰিয়া নৈয়েদি প্ৰবাহিত পানীৰ সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ যথাক্ৰমে প্ৰতি-ছেকেণ্ডত ১৭৫·৭৯ আৰু ১·৬৫ ঘনমিটাৰ।

## ননৈৰ উপনৈ/শাখানৈ

**তুলসী নৈঃ** বৰজহাৰ দাক্ষিণৰ মলনিডোবা, বৰপাখলি আদি বিলৰ পৰা দেউৰীমুখত এখন জান ওলাই তুলসী নৈ নামেৰে বৈ আহি তুলসীমুখৰ ওচৰত ননৈত পৰে।

## শ'লমাৰী জান

এইজানখন ননৈৰ এক শাখা। জানখন কুমাৰগাঁৱৰ দক্ষিণত ননৈৰপৰা ফাটি দক্ষিণ-পশ্চিমমুৱা হৈ ৪ কিমি আহি কচুপিত বিলৰ ওচৰত থানজুৰিক বাঁওপাৰে লয়। থানজুৰিৰ উজনিৰ নাম কফিতলি জুৰি, ইয়াৰ উপনৈ তিতাজুৰি। তাৰপৰা শ'লমাৰীজানখন ১ কিমি আহি হায়াজুৰি বা চামচাৰি জুৰিক বাঁওপাৰে লয়। ইয়াৰ পাছত জানখন একে দিশতে ২ কিমি ভটিয়াই গাৰেধা বিলত সোমায়। এই বিলৰ মাজেদি দক্ষিণমুৱা হৈ ডেৰ কিমি আহি শ'লমাৰী জানখন



দুভাগ হয়। এভাগ দক্ষিণ-পশ্চিমমুৱা হৈ আধা কিমি গৈ ননৈতে পৰেগৈ। আনভাগ দক্ষিণলৈ ২ কিমি আহি চুকিমবাৰী চাহ বাগিছাৰ মাজেদি বৈ অহা ৰেংবেং জুৰিক বাঁওপাৰে লয়। তাৰপৰা এই শাখাজানখনে আঢৈ কিমি বাটত দুখত জান বাঁওপাৰে লৈ কঠিয়া-তলিলৈ যোৱা পথ পাৰ হয়। ইয়াৰপৰা জানখনে ২ কিমি ভটিয়াই আন এখন ৰেংবেং জুৰি নামৰ জান বাঁওপাৰে লৈ আৰু আধা কিমি ভটিয়াই বটামাৰী নৈত পৰে। শ'লমাৰী জানৰ শাখাটোক লৈ বটামাৰী নৈখনে তেতেলিচৰা নৈ নাম লয়।

**২০.৫. কপিলী নৈঃ** অসমৰ মধ্যাংশৰ সবাতোকৈ ডাঙৰ আৰু অতি গুৰুত্বপূৰ্ণ নৈ। কপিলী নৈৰ অৱবাহিকাই অসমৰ উত্তৰ কাছাৰ পাহাৰ, কাৰ্বি আংলং আৰু নগাঁও এই এখন জিলাৰ প্ৰত্যেকৰে বৃজন অংশ বিশেষৰ উপৰিও মেঘালয় ৰাজ্যৰ একাংশও সামৰিছে। নৈখনৰ একো একো অংশক মেঘালয় আৰু অসমৰ উত্তৰ কাছাৰ পাহাৰ জিলাৰ মাজৰ আৰু অসমৰ কাৰ্বি আংলং জিলাৰ লগত উত্তৰ কাছাৰ পাহাৰ আৰু নগাঁও জিলাৰ মাজৰ সীমাৰূপে ব্যৱহৃত কৰা হৈছে বাবে ৰাজনৈতিক দিশতো ই গুৰুত্বপূৰ্ণ। কপিলী জলবিদ্যুৎ প্ৰকল্পৰপৰা উৎপাদিত বিদ্যুৎ শক্তিয়ে উত্তৰ পূৱ অঞ্চলৰ বিদ্যুৎশক্তিৰ চাহিদা ভালেখিনি পূৰাব পাৰিছে।

কপিলী এখন প্ৰাচীন নৈ। ডিমাছাসকলে নৈখনক লাংক্লাং বোলে। জয়ন্তীয়াসকলে বোলে কুপ্‌লী, এওঁলোকে নৈখনক পূজা কৰা বুলিও পোৱা যায়। প্ৰধানকৈ জনজাতি অধ্যুষিত অঞ্চল যদিও যমুনা, বুঢ়ীগংগা, যোগীজান, লংকা আদি উপনৈৰ নামবোৰ আৰ্য্যমূলক হোৱা হেতুকে ইয়াৰ সমতল অঞ্চলত আৰ্য্য প্ৰভাৱৰ স্পষ্ট প্ৰমাণ দিয়ে। ইয়াৰ উপনৈ যমুনাৰ পাৰৰ ডবকা অঞ্চল সম্ৰাট সমুদ্ৰগুপ্তৰ এলাহাবাদ লিপিত উল্লিখিত ডবাক ৰাজ্য বুলি পণ্ডিতসকলে মতপোষণ কৰে। "কালিকা পুৰাণ মাতে ক শব্দৰ অৰ্থ ব্ৰহ্মা। এই নৈ বিলৰপৰা ওলাইছে, গঙ্গাৰ দৰে ফলদায়িনী সেয়ে ই কপিল গঙ্গিকা। শ্ৰীমন্ত শংকৰদেৱৰ মতে সগৰ ৰজাৰ ৬১ হাজাৰ পুত্ৰ বিনাশক পাতালবাসী কপিলমুনিৰ আশ্ৰম এই নৈৰ পাৰতে আছিল বাবে সেই মুনিৰ নামানুসাৰে এই নৈৰ নাম কপিলী হয়" ( বাঁহী, ২য় বছৰ )[2]। কপিলী দৈয়াঙৰ মুখতে স্বৰ্গদেৱ প্ৰতাপসিংহৰ দিনত আহোম আৰু কছাৰীৰ যুদ্ধ হৈছিল। এই দৈয়াঙৰ উপনৈ মাহুৰৰ পাৰৰ মাইবঙত কছাৰীসকলে

ডিমাপুৰৰ পাছত দ্বিতীয় ৰাজধানী পাতি কীৰ্তিপুৰ নাম দিছিল, বিশেষকৈ তাম্ৰধ্বজ ৰজাৰ দিনত।

**গতিপথ ঃ** মেঘালয়ৰ দক্ষিণ-পূব কোণৰ চাইপুং সংৰক্ষিত বনৰ দক্ষিণত উৎপত্তি হোৱা দিকিছিম নামৰ এখন জান বনৰ মাজেদি মেঘালয় আৰু উত্তৰ কাছাৰ পাহাৰ জিলাৰ মাজৰ সীমাৰূপে প্ৰায় পূব দিশত বৈ আহিছে। জানখনে এনেকৈ ৮ কিমি অহাৰ পাছত ছেৰপাই জানক সোঁপাৰে লগত লয়। ইয়াৰপৰাই ৪ কিমি ভটিয়াই আহি মায়াখোৰাক জানক সোঁপাৰে লয়। মায়াখোৰাক জানখন দিকিছিমৰ দক্ষিণৰ ঝিয়াইজাল নামৰ ঠাইৰ কাষেদি উত্তৰলৈ বৈ আহিছে; ইয়াৰে উপনৈ হ'ল কপিলী নামৰ এখন সৰু জান। এই কপিলীখন হাফলং মহকুমাৰ থুৰুক নামৰ ঠাইৰ ৩ কিমি দক্ষিণত ওলাইছে। এই কপিলীখন মায়াখোৰাক বা দিকিছিমৰ তুলনাত যদিও যথেষ্ট সৰু, তথাপি মায়াখোৰাক আৰু দিকিছিম নৈ লগ হৈ সৃষ্টি হোৱা নৈখনক কপিলী নৈ নামেৰেহে জনা যায়।

এইদৰে সম্মিলিত কপিলী নৈখন সেই ঠাইতে এক সমকোণত ঘূৰি উত্তৰ-পশ্চিমমুৱা হয়। কলিমখু শৃংগৰ দক্ষিণেদি অসম-মেঘালয়ৰ সীমাৰূপে এইদৰে ৫ কিমি আহি নিজৰ প্ৰথমখন বুজন উপনৈ বাওলা নলাক বাঁওপাৰে লগত লৈ কপিলী উত্তৰ-পূব দিশত ঘূৰে। এনেকৈ ৪ কিমি আহি টোকঠাই নলাক সোঁপাৰে লৈ নৈখন উত্তৰমুৱা হয়। এনেকৈ আৰু ৩ কিমি আহি মেঘালয়ৰপৰা অহা নিজৰ সমকক্ষ চিনি নৈক বাঁওপাৰে লগত লয়। একে দিশত আৰু ৪ কিমি আহি টউমাং জান আৰু খোটাই নলা যোগ হৈ উত্তৰৰপৰা বৈ অহা নৈখন সোঁপাৰে লৈ কপিলীখন দক্ষিণ-পশ্চিমমুৱা হয়। এই ঠাইতে কপিলীৰ উত্তৰত অসমৰ পাৰে ১০৫২ মিটাৰ ওখ কপিলী শৃংগ। ইয়াৰপৰা নৈখন ৪ কিমি ভটিয়াই আহি বাঁওপাৰে খৈয়টে নৈক আৰু ৫ কিমি আহি সোঁপাৰে মেৰপুং নৈক লগ কৰে। মেৰপুং নৈখন হাফলং মহকুমাৰ মেৰপুঙত ওলাই দক্ষিণলৈ আহিছে, ইয়াৰ উপনৈ লাংচাং দি নলা।

মেৰপুঙক লোৱাৰ পাছত নৈখন ৬ কিমি ভটিয়াই মেঘালয়ৰপৰা অহা উমফুং নৈ আৰু তাৰপৰা ৪ কিমি আহি উম টলং নৈ দুয়োকে বাঁওপাৰে লয়। এইছোৱা পথত দুয়োপাৰৰপৰা অলেখ সৰু জান-জুৰি কপিলীত পৰিছেহি। তাৰপৰা নৈখন আৰু ৩ কিমি আহি উম বাছা নৈক সোঁপাৰে লয়। এই ঠাইতে কপিলীয়ে এটা ভাঁজ



লৈ উত্তৰৰপৰা অহা চিনদিং নৈক সোঁপাৰে লয়। ইয়াৰ পাছত নৈখন পশ্চিমমুৱা হয় আৰু এটা পাক ঘূৰি মেঘালয়ৰ উমপ্ৰাং নৈক বাঁও-পাৰে লয়। আৰু এটা পাক ঘূৰি হাফলং মহকুমাৰ উত্তৰ-পশ্চিম কোণত নৈখন উত্তৰমুৱা হয়। এনেকৈ ৭ কিমি আহি কপিলী নৈখন পশ্চিমলৈ ঘূৰে আৰু দক্ষিণৰপৰা যোৱা খাৰকৰ নৈক বাঁও-পাৰে লৈ নৈখন এক সমকোণত ঘূৰি উত্তৰ-পূবমুৱা হয়।

উক্ত দিশত ঘূৰি কপিলীয়ে এটা ১৯ মিটাৰ ওখ জলপ্ৰপাত পাৰ হয়। ইয়াৰ নাম ৱালে জলপ্ৰপাত। ইয়াৰ পানীৰ ছিটিকনিয়ে সাত ৰঙৰ ৰামধেনু সৃষ্টি কৰে বাবে বহুতে ইয়াক ৰেইনব' ফলছ বুলিও কয়। এই জলপ্ৰপাতৰ নামনিত উম লুবেম আৰু তাৰপৰা ডেৰ কিমি ভটিয়নিত মেঘালয়ৰ টুমবুঙৰ পৰা অহা ললিপ নৈ কপিলীৰ বাঁওপাৰে আৰু ঠাইতে থুমবুং নৈ সোঁপাৰে পৰে। কপিলীৰ এইছোৱা পথ বৰ থিয়, গতিকে নৈখনত ভালেমান ক্ষুদ্ৰ জলপ্ৰপাতৰ ওপৰেদি ৬ কিমি আহি গৰমপানী (উমৰাংচু) পায়। ইয়াতে কপিলীৰ সোঁপাৰে এটা গৰমপানীৰ উহ আছে। এই উহৰপৰা ওলোৱা সৰু নলা এটা কপিলীত পৰিছে। পাছ সম্প্ৰতি ইয়াতে কপিলী নৈত বান্ধ দি জলবিদ্যুৎ প্ৰকল্প স্থাপন কৰাত উক্ত ৱালে জলপ্ৰপাতলৈকে থকা পথছোৱা জলাধাৰৰ পানীত ডুব গৈছে।

গৰমপানীৰপৰা উত্তৰ-পূবমুৱা হৈ ৫ কিমি আহি নৈখনে মাইনটাং নৈক বাঁওপাৰে লয়। মাইনটাংখন মেঘালয় আৰু কাৰ্বি আংলং জিলা আৰু হামৰেন মহকুমাৰ মাজৰ সীমা। গতিকে মাইনটাং নৈক লোৱাৰ পাছত কপিলী নৈ সম্পূৰ্ণকৈ অসমত সোমায় আৰু কাৰ্বি আংলং তথা উত্তৰ কাছাৰ পাহাৰ জিলাৰ মাজৰ সীমা-ৰূপে বৈ আছে। এইদৰে নৈখনে আঢ়ৈ কিমি আহি দিনাৰ নৈক বাঁওপাৰে লৈ উত্তৰ-পূবমুৱা হয়। এইদৰে আঢ়ৈ কিমি আহি ছুদৰিয়াংছু নলাক সোঁপাৰে আৰু তাৰপৰা ১ কিমি আহি ছুক্ৰু নলাক বাঁওপাৰে লয়। তাৰপৰা কপিলী নৈ ২ কিমি আহি লংছিটুং নৈ আৰু ২ কিমি আহি লাংছমেপি নৈক সোঁপাৰে লয়।

লাংছমেপিখন বেছ ডাঙৰ নৈ; ইয়াৰ উপনৈ উমৰং, লামদিং, অৰটুংছ' আৰু লংলাই। এই উম্‌ৰং নৈতে উম্‌ৰংছ'ৰ ওচৰত এটা জলাধাৰ নিৰ্মাণ কৰি জলবিদ্যুৎ প্ৰকল্প সজা হৈছে। কপিলী নৈখনে লাংছমেপিক লৈ ৩ কিমি আহি দাংগেপি নলা আৰু তাৰপৰা আঢ়ৈ কিমি আহি থেছু নলাক বাঁওপাৰে লয়। ইয়াৰপৰা ডেৰ

কিমি নামনিত উত্তৰ কাছাৰ পাহাৰৰপৰা অহা লংকু নলা নামৰ এখন ডাঙৰ নৈ কপিলীৰ সোঁপাৰে পৰে। লংকুক লোৰাৰ পাছত ২ কিমি আহি ছুহো নলা, আৰু ১ কিমি আহি ভাংলাংছু নলা, আৰু ১ কিমি আহি ফাংলাংছু নলা এই তিনিওটাক নৈখনে বাঁওপাৰে লয়। এইছোৱা পাৰ্বত্য পথত কপিলী নৈখন ভালেমান ক্ষুদ্ৰ জলপ্ৰপাত পাৰ হৈ আহে।

ফাংলাংছুক লোৱাৰ পাছত নৈখনে ডেৰ কিমি আহি চাৰচিম নলাক বাঁওপাৰে আৰু তাৰপৰা ডেৰ কিমি আহি লাংকাংচাম নলাক সোঁপাৰে লয়। তাৰপাছত নৈখন ডেৰ কিমি আহি গিকংলাংছু নলাক বাঁওপাৰে আৰু লংচিটুং নলাক সোঁপাৰে লৈ প্ৰায় উত্তৰমুৱা হয়। নৈখনে এনেকৈ ১ কিমি আহি মেকাংডাক নলাক সোঁপাৰে আৰু ২ কিমি আহি এনঘেট লাংছুক বাঁওপাৰে লয়। এইদৰে কপিলী নৈ ভটিয়াই আহি আমৰিং নামৰ ঠাইত এক সমকোণত ঘূৰি পূবমুৱা হয় আৰু ৩ কিমি ভটিয়াই নিজৰ অন্যতম প্ৰধান উপনৈ আমৰিং নৈক বাঁওপাৰে লয়।

আমৰিং নৈক লোৱাৰপৰা ৩ কিমি ভটিয়নিত দক্ষিণৰপৰা অহা লাংক্লিনলা কপিলীৰ সোঁপাৰে পৰে। নৈখন তাৰপৰা ২ কিমি আহি উত্তৰৰ লাংমিপি নামৰ ঠাইৰ কাষেদি আমৰিং বনৰ মাজেদি দক্ষিণলৈ অহা লাংমিপি নলাক বাঁওপাৰে লয়। ইয়াৰপৰা ৩ কিমি আহি চোট ৰাছলিঙত ফাংলাংছু জানক সোঁপাৰে লৈ কপিলীখন ক্ৰমান্বয়ে উত্তৰমুৱা হয়। এইদৰে আৰু ৪ কিমি ভটিয়াই দৈয়াং মুখত নিজৰ অন্যতম প্ৰধান উপনৈ দৈয়াং নৈক সোঁপাৰে লৈ কপিলীখন দৈয়াং বৈ অহা দিশত অৰ্থাৎ পশ্চিমমুৱা হয়। দৈয়াঙক আজিকালি দিয়ুং বুলিও কয়।

দৈয়াংমুখৰপৰা কপিলীখন সম্পূৰ্ণকৈ হামৰেণ মহকুমাৰ ভিতৰত সোমায়। এইভাগে নৈখন ৩ কিমি আহি পাছত উত্তৰমুৱা হয়। এই দিশত নৈখন ১১ কিমি বাট আহি খেৰণী মোকামৰ ওচৰৰ থৰিখনা গাঁৱত নগাঁও জিলাৰ দক্ষিণ সীমাত উপস্থিত হয়। এইখিনিতে নৈখনে ৩ বাৰ সুঁতি সলনি কৰি তিনিখন বিল সৃষ্টি কৰিছে। ইয়াৰপৰা কপিলী নগাঁও জিলা আৰু হামৰেণ মহকুমাৰ সীমাৰূপে এক সপিল পথেৰে বৈ আহে। নদীৰ বাঁওপাৰে থকা বিলখনত দক্ষিণৰ থেংলঙৰ ওচৰৰপৰা অহা এখন জান পৰিছে। ইয়াৰপৰা নৈখন উত্তৰ-পশ্চিমমুৱা হয়। আৰু ৯ কিমি আহি লংকাজান নামৰ



ঠাইৰ ওচৰৰ ফুৰ্মা বিল নামৰ এক এৰাসুঁতিয়েদি পূবফালৰপৰা অহা লংকাজানক সোঁপাৰে লগত লয়।

লংকাজানক লৈ ৮ কিমি আহি কপিলীয়ে ডেৰাজুৰি নলাক বাঁওপাৰে লগত লয়। ডেৰাজুৰিখন কাৰ্বি আংলং জিলাৰ ডেৰামোকামৰ কাষেদি আহি বাটত টিলাহোৰ নলাক বাঁওপাৰে লৈ উত্তৰমুৱা হৈ আহি হাৱাইপুৰ সংৰক্ষিত বনৰ পশ্চিমে কপিলীত পৰিছে। এই ঠাইতে উক্ত বনৰ মাজত ওলোৱা হাৱাইপুৰ জানখনো আহি কপিলীৰ সোঁপাৰে পৰে। এইছোৱা পথত কপিলীৰ এৰাসুঁতিৰপৰা হোৱা খান্দা, হাৱাইপুৰ, বৰ ধানছা, সৰু ধানছা, ছামলাং আদি ভালেমান বিল নৈৰ দুয়োপাৰে থকা দেখা যায়।

হাৱাইপুৰ জানক লোৱাৰপৰা উত্তৰ দিশত আৰু ৪ কিমি আহি কপিলী বিষ্ণুপুৰৰ ওচৰ পায়। ইয়াতে যোগীজান নামৰ এক শাখা নৈখনৰ সোঁপাৰৰপৰা ফাটি উত্তৰলৈ গৈ যমুনাত পৰেগৈ (যমুনা চাওক)। বিষ্ণুপুৰৰপৰা নৈখনে এক পশ্চিমমুৱা ভাঁজ লৈ দক্ষিণৰ কলঙাৰ কাষেদি বোৱা কলঙা নৈক কলঙামুখত বাঁওপাৰে লগত লয়। কলঙামুখৰপৰা কপিলীৰ পথ অধিক সপিল হয়। ইয়াৰপৰা নৈখন মোটামুটিকৈ উত্তৰ দিশত বৈ আহে। পূৰ্বৰ একা-বেঁকা পথবোৰ পোন কৰি বোৱা বাবে পৰিত্যক্ত সুঁতিবোৰ এতিয়া এইছোৱা পথত ঘোঁৰাখুজীয়া হ্ৰদ হিচাপে বৰ্তি আছে। এইবোৰ হ'ল যেনে— বা, ৰাইকটা, বিথুং, এৰা কপিলী, নলানি, জয়ৰাৱা, থেপলিগুৰি, নভঙা, কেন্দুগুৰি, ৰাৰিগেডেং আদি বিলবোৰ। কলঙামুখৰপৰা ১৫ কিমি দূৰৰ যমুনামুখলৈকে কপিলীৰ কোনো উল্লেখযোগ্য উপনৈ নাই।

কপিলী নৈ নগাঁও জিলাত সোমাই ৩ কিমি আহি যমুনামুখত নিজৰ সৰ্ববৃহৎ উপনৈ যমুনা নৈক সোঁপাৰে লয়। ইয়াৰপৰা উত্তৰ-পশ্চিমমুৱাহৈ সপিল পথেৰে ১৮ কিমি আহি কামপুৰ পায়। কামপুৰৰপৰা ১৪ কিমি দূৰৰ বজালগড়ৰ ওচৰৰপৰা নৈখন পশ্চিমমুৱা হয়। ইয়াৰপাছত আমতলা গাঁও, মাগুৰ গাঁও আদি ঠাইৰ উত্তৰেদি আৰু ১১ কিমি ভটিয়াই কপিলী নৈ চাপৰমুখ পায়। ইয়াতে কপিলীৰ এটা শাখা সোঁপাৰৰপৰা ফাটি উত্তৰলৈ গৈ কলংসুঁতিত পৰেগৈ। মূল কপিলীখন প্ৰায় পশ্চিম দিশত সামান্য দূৰ আহি বৰপানী নৈক বাঁওপাৰে লগত লয়। পশ্চিমমুৱা এইছোৱা পথত কপিলীৰ সপিল গতি চকুত পৰাকৈ হ্ৰাস পায়। এই বাটত সোঁপাৰৰ পেটকোচা বিলৰপৰা অহা এখন জান আৰু বাঁওপাৰে বালিচৰা নৈ

কপিলীত পৰে। বালিচৰা নৈখন কাৰ্বি পাহাৰৰ উত্তৰ ভাগৰ চালাৰি আৰু খোৱাপাৰা নৈ লগ লাগি উত্তৰলৈ আহি কপিলীৰ সমান্তৰালকৈ পূবৰপৰা অহা এখন জান লৈ ধৰমতুলৰ পূবত কপিলীত পৰে। চাপৰমুখৰপৰা ধৰমতুললৈ কপিলীৰ এইছোৱা পথৰ দৈৰ্ঘ্য প্ৰায় ২০ কিমি। ধৰমতুলৰপৰা কপিলী ৬ কিমি ভটিয়াই কিলিংমুখ পায়। ইয়াতে কিলিং নৈ আহি কপিলীৰ বাঁওপাৰে পৰে। কিলিংমুখৰপৰা পশ্চিম-উত্তৰমুৱা হৈ ৯ কিমি আহি জাগীৰোডৰপৰা ৬ কিমি উত্তৰ-পূবত, কপিলী নৈ কলংসুঁতিত পৰে।

ধৰমতুলৰপৰা কলঙত পৰালৈকে এইছোৱা পথত কপিলীৰ দুয়োপাৰৰ বিস্তৃৰ্ণ অঞ্চল এক ডাঙৰ জলাহ। এই জলাহ অঞ্চলৰ ভিতৰত ভাব, বৰজলাহ, নলধৰা, নোৱা, উদমাৰী, শিলখোৱা, দাবৰিতলি, চনুৱা, আঠুভঙা আদি ভালেমান বিল থকা দেখা যায়।

**প্ৰধান বৈশিষ্ট্যসমূহঃ** কপিলী নৈৰ অৱবাহিকাই পৰ্বত-ভৈয়াম উভয়কে ধৰি মুঠ ১৫৮৬৮ বৰ্গ কিল'মিটাৰ ঠাই আগুৰি আছে। নৈখনৰ দীঘ ২৯৭ কিল'মিটাৰ। ভৈয়ামত নৈখন গড়ে ৯৭ মিটাৰ বহল আৰু ইয়াৰ সৰ্বোচ্চ গভীৰতা ৭'১০ মিটাৰ। নগাঁও জিলাৰ ধৰমতুলত নৈখনৰ পানী আৰু গেদ জৰিপ কৰা কেন্দ্ৰ আছে। এই কেন্দ্ৰত নদীৰ বিপদ সীমা হ'ল ৫৬'৩২ মিটাৰ। এই কেন্দ্ৰৰ তথ্য মতে কপিলীৰ সৰ্বোচ্চ, সৰ্বনিম্ন আৰু গড় জল বিসৰ্জনৰ পৰিমাণ হ'ল যথাক্ৰমে প্ৰতি ছেকেণ্ডত ১৯৪১'৫৮, ১৮'৬২ আৰু ৫৮৯ ঘন মিটাৰ। বছৰি বাৰিষা কপিলীৰ পানী গড় হিচাপে ২৩ দিনলৈকে বিপদসীমাৰ ওপৰত থাকে আৰু গড়ে ২'৩ দিন প্ৰবল বানপানী হয়। নৈখনে কঢ়িওৱা গেদৰ পৰিমাণ বছৰি ৯'০৪ লাখ হেক্টাৰ মিটাৰ।

## কপিলীৰ প্ৰধান উপনৈ

**২০.৫.১. মাইনটাং নৈঃ** মেঘালয়ৰ জয়ন্তীয়া জিলাৰ উম্মুলং নামৰ ঠাইত এইখন নৈ উৎপত্তি হৈছে। তাৰপৰা নৈখন প্ৰথমে উত্তৰ আৰু তাৰ পাছত পূবমুৱা হৈ পূৰ্বৰ জয়ন্তীয়া ৰাজ্যৰ ৰাজধানী নাৰ্টিয়াঙৰ দক্ষিণেদি বৈ আহে। বাটত বাঁওপাৰে মাইণ্টজাৰ আৰু সোঁপাৰে মাইণ্টৰা, মাইনবুইট, মাইণ্টকেবা, মাইণ্ট্ৰং উমলাচাউ আদি ভালেমান জান লৈ এটা দীঘল অথচ গোন পথেৰে আহি অসমৰ পিচিয়াৰ নামৰ ঠাইৰ পশ্চিমে উমথিৰমি জানক বাঁওপাৰে লৈ দক্ষিণমুৱা হয়। এই উমথিৰমি



জানখন মেঘালয় আৰু অসমৰ হামৰেন মহকুমাৰ মাজৰ সীমা। উক্ত সীমা উমথিৰমিয়েদি মাইনটাঙলৈ আহিছে। গতিকে উক্ত ঠাইৰপৰা মাইনটাংখন সেই সীমাৰূপে আহি টাৰিছ নামৰ ঠাইৰ বিপৰীতে উমবু আৰু কিছুদূৰ আহি মিনচাব নৈক লৈ উত্তৰ-পূবমুৱা হয়। বাটত সোঁপাৰে উমপি আৰু বাঁওপাৰে মৰি জেলেং নৈকে ধৰি অনেক সৰু জানক লৈ ৮ কিমি আহি নৈখন হঠাতে দক্ষিণমুৱা হয়। এই দিশত বাটত উমছমৰ জানক সোঁপাৰে লৈয়েই হামৰেণ মহকুমাৰ দক্ষিণ-পশ্চিম কোণত মাইনটাং নৈ কপিলীৰ বাঁওপাৰে পৰে।

**২০.৫.২. লংকু নলাঃ** লংকু নলা মাইবং মহকুমাৰ হগোৰা পংলাংছু নামৰ শৃংগৰ কাষত ওলাই উত্তৰলৈ বৈ আহি বাটত সোঁপাৰে বংটিকেই নলা আৰু বাঁওপাৰে খুংমিং নলাক লৈ লংকলাম পায়। তাৰপৰা বাকীছোৱা পথত বাঁওপাৰে ছাইনি লাংছু নলা আৰু সোঁপাৰে লংকিকাং নলাক লৈ লংকুৰ ওচৰত এটা জলপ্ৰপাত সৃষ্টি কৰি কপিলীত পৰে।

**২০.৫.৩ লংক্ৰি নলাঃ** উত্তৰ কাছাৰ পাহাৰ জিলাৰ কুমৰিং সংৰক্ষিত বনৰ মাজত লংক্ৰি নলা উৎপত্তি হৈছে। তাৰপৰা প্ৰথমে উত্তৰ-পূব দিশত আহি পাছত উত্তৰমুৱা হৈ বাটত ফাংলাংচু নলাক বাঁওপাৰে লগত লয়। আৰু উত্তৰলৈ আহি ছোৰাম নলাক সোঁপাৰে আৰু চংহন নলাক বাঁওপাৰে লৈ লংক্ৰি পূবমুৱা হয়। এই বাটত কেৰালাংছু নলাক সোঁপাৰে লৈ নৈখন আকৌ উত্তৰমুৱা হয়। এনেকৈ আহি ই বৰলাংফাৰ নলাক বাঁওপাৰে লয়। বৰলাংফাৰৰ উপনৈ চোট লাংফাৰ। একেদিশত আহি চোট ৰাচলিং নামৰ ঠাইৰপৰা সামান্য উত্তৰ-পশ্চিমমুৱা হৈ লংক্ৰি কপিলীত পৰে।

**২০.৫.৪ আমৰিং নৈঃ** মেঘালয়ৰ জয়ন্তীয়া জিলাৰ নাৰ্টিয়াঙৰ ওচৰত প্ৰথমে মাইনৰিয়াং নৈ নামেৰে ওলাই পূব দিশত বৈ আহিছে। বাটত সোঁপাৰে মাইন কছেৰ, মাইন টং আৰু বাঁওপাৰে উম্থাদ লামেট, পমবুং মুক্ৰ আৰু উম্ লাছেৰ আদি জান লৈ আহি অসমৰ সীমাত সোমোৱাৰ সামান্য পূৰ্বে উম্ছটি নৈক বাঁওপাৰে লয়। এই উম্ছটি নৈখন মেঘালয় আৰু কাৰ্বি আংলঙৰ হামৰেণ মহকুমাৰ মাজৰ সীমা। উমটুমা নামৰ জান এখন অসমৰ ভিতৰত উম্ছটিত পৰিছে। উম্ছটিক লোৱাৰ পাছত নৈখন অসমত সোমাই আমৰিং নাম লয়।

সীমাৰপৰা নৈখন উত্তৰ-পূব দিশত ৫ কিমি বাট আহি উত্তৰৰ বংফংবঙৰ কাষেদি অহা উম্ টেৱণক বাঁওপাৰে লয়। তাৰ ভটিয়াই ৰানপুং ফালঙৰ ওচৰত সোঁপাৰে উম্ ৰামফাম আৰু ৩ কিমি আহি একেপাৰে উম্খ্ৰীক লগত লয়। ইয়াৰপৰা নৈখন ৫ কিমি আহি সোঁপাৰে উম্ পিনটৰ আৰু ১ কিমি আহি বাঁওপাৰে উমজু নৈক লৈ এটা জলপ্ৰপাত পাৰ হয়। এই ঠাইৰপৰা আৰু ৮ কিমি ভটিয়াই নৈখন উত্তৰমুৱা হয়। এইভাগে ই ৩ কিমি বাট আহি আমহি নামৰ এখন ডাঙৰ নৈক বাঁওপাৰে লয় আৰু ক্ৰমানুয়ে পূবমুৱা হয়। উক্তদিশত নৈখন ৩ কিমি আহি লাংচাৰত লাংবাচিকি নলাক বাঁওপাৰে লৈ আৰু ৭ কিমি ভটিয়াই আহি কপিলীৰ বাঁওপাৰে পৰে।

**২০.৫.৪.১ আমৰিঙৰ উপনৈ— আমহি নৈ ঃ** মেঘালয়ৰ পুব সীমাৰ ওচৰৰ মখেইবামৰ ওচৰত ওলাই উম ই নামেৰে পুবলৈ আহি মাইজঙৰ ওচৰত এটা ভাঁজ লৈ নৈখনে আমহি নাম লয়। বাটত উম্ ছটান নৈক সোঁপাৰে লৈ নৈখন উত্তৰ-পূবমুৱা হয়। তাৰ পাছত বাটত উমপু নৈ আৰু বয়দাৰ কাষত আমচুমাৰ নৈক লগত লৈ নৈখন পূবমুৱা হয়। শেষত লুমজছাৰং নৈক সোঁপাৰে লৈ কেইটামান ক্ষুদ্ৰ জলপ্ৰপাত অতিক্ৰম কৰি বউত বজাৰৰ পূবত আমহি নৈ আমৰিঙৰ বাঁওপাৰে পৰে।

**২০.৫.৫. দৈয়াং বা দিয়ুং নৈ ঃ** কপিলীৰ এখন ডাঙৰ উপনৈ। "আমাৰ দেশত দৈয়াং নৈৰ দৈয়াং শব্দটো দৈতাংগ শব্দৰ অপভ্ৰংশ হব পাৰে। দৈয়াং নৈ জেন্দ আবেস্তাত (পাৰস্য) উল্লেখ কৰা দৈত্যা নদী বুলি বোধ হয়। উত্তৰ কাছাৰত দৈত্য হাজো (বৰ্তমান দাওতুহাজা) নামৰ এটা ৰেল ষ্টেচন আছে। বৰো ভাষাত মাটিক 'হা' আৰু পৰ্বতক 'জো' বা জোং' বোলে।" (আগৰৱালা)। বৰ্তমান ইংৰাজী Diyung শব্দৰ অনুকৰণ কৰি দৈয়াঙক দিয়ুং বোলা দেখা যায়।

উত্তৰ কাছাৰ পাহাৰ জিলাৰ সমগ্ৰ মাইবং মহকুমা আৰু হাফলং মহকুমাৰ সৰহভাগ ঠাইৰ পানী দৈয়াং নৈয়ে কঢ়িয়ায়। এই জিলাৰ বৰাইল পৰ্বতৰ উত্তৰ ঢালৰপৰা ওলোৱা সকলোবোৰ নৈয়েই দৈয়াঙৰ উপনৈ। নৈখন বৰাইল পৰ্বতৰ ১৭৪০ মিটাৰ ওখ মহাদেও শৃংগৰ (২৫°,৯´ ; ৯৩°,৯´) উত্তৰে থই নৈ নামেৰে উৎপত্তি হৈছে। তাৰপৰা ই উত্তৰ-পশ্চিমমুৱা হৈ ৪ কিমি আহি মাহুৰ



ৰেল ষ্টেচনৰ পশ্চিমত ওলায় আৰু বদৰপুৰ শাখাৰ ৰেল পথৰ কাষেদি বৈ আছে। মাহুৰবৰপৰাই নৈখনক দৈয়াং নৈ বোলে। এনেকৈ উক্ত দিশত আৰু ৩ কিমি আহি নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ আৰু ৬ কিমি ভটিয়াই নিজৰ নামেৰে হোৱা দিয়ুং নামৰ ঠাই পায়হি এইছোৱা পথত মিছি দিছা আৰু ৰবাচৰং নৈ মিলি হোৱা নৈখন, ৰবাদমন আৰু চোটা দমন মিলি হোৱা নৈখন আৰু দৈয়াঙৰ ওচৰৰ দিদালুৱা আৰু দোলোং নৈ মিলি হোৱা নৈখন এইদৰে তিনিখন ডাঙৰ নৈ আৰু অলেখ পাহাৰীয়া জান দৈয়াঙৰ বাঁওপাৰে লগ হয়।

দৈয়াঙৰ ওচৰতে নৈখন একসমকোণত ঘূৰি উত্তৰমুৱা হয় আৰু ৰেলপথ পাৰ হৈ বহল হয়। এইদৰে ৩ কিমি বাট আহি নামনি হাফলং ষ্টেচনৰ কিছু দক্ষিণে নৈখন ক্ৰমাত উত্তৰ-পশ্চিমমুৱা হয়। এই দিশে ৩ কিমি আহি জোৰাইত নিজৰ সমান ৰবি নৈক বাঁওপাৰে লগত লয় আৰু সম্পূৰ্ণকৈ উত্তৰমুৱা হয়। এইদৰে আঢ়ৈ কিমি আহি সোঁপাৰে চুনু নৈক লৈ দৈয়াং উত্তৰ-পশ্চিম দিশত ৯ কিমি বাট বৈ আহি ৰবাদিছা পায়। এইছোৱা বাটত লোডেন নৈ দৈয়াঙৰ বাঁওপাৰে পৰেহি। ৰবাদিছাৰপৰা ৩ কিমি আহি দোলোংনৈ আৰু চাৰে তিনি কিমি আহি ডালাইমা নৈক বাঁওপাৰে লৈ দৈয়াং উত্তৰমুৱা হয়। এইদৰে ৪ কিমি আহি দাৰে নৈক বাঁওপাৰে লয় আৰু উত্তৰ-পূবমুৱা হৈ মাইবং মহকুমাত সোমায়। এনেকৈ ই ৫ কিমি আহি হাৰংথাল নলাক বাঁওপাৰে আৰু ৫ কিমি আহি মাহুৰ নামৰ এখন ডাঙৰ নৈক সোঁপাৰে লয়। মাহুৰক লৈ ই উত্তৰমুৱা হৈ ৩ কিমি ভটীয়াই আহি লাংলাই নৈক বাঁওপাৰে লয়।

লাংলাইক লৈ নৈখন উত্তৰ-পূবমুৱা হয়; এনেকৈ ১ কিমি আহি মৌখুথুংদিছা জানক আৰু তাৰ পাছত ৫ কিমি আহি অন্যতম প্ৰধান উপনৈ লাংটিঙক সোঁপাৰে লগত লয়। লাংটিঙক লগ পোৱাৰ পাছত দৈয়াংখন লাংটিং বৈ অহা দিশত অৰ্থাৎ উত্তৰ-পশ্চিমমুৱা হৈ পাহাৰৰ মাজৰ এক স্থায়ী সপিল বাটেৰে বৰলৈ লয়। এইদৰে ৮ কিমি আহি দিকলিম নৈক সোঁপাৰে লয়। দিকলিম নৈ লাংটিং মুপা সংৰক্ষিত বনৰ মাজৰ এখন বুজন আকাৰৰ নৈ, ইয়াৰ প্ৰধান উপনৈখনৰ নাম কৰোবিচা নৈ। তাৰপৰা দৈয়াঙে লাংদ্ৰেং নলাক বাঁওপাৰে লৈ মজুৰাৰী নামৰ ঠাইৰ পুবেদি বৈ আছে। তাৰপৰা

নৈখন ৮ কিমি আহি বাঁওপাৰে লাংয়েন নৈ আৰু সোঁপাৰে লংগ্ৰুং নৈক লয়। নৈখন পাছত আৰু আঢ়ৈ কিমি আহি লংকইৰ কাষত লংকইলাংছু নলাক বাঁওপাৰে লয়। ইয়াৰ পাছত দৈয়াংখন ক্ৰমাত উত্তৰমুৱা হয়। নৈখনে এইদৰে ২ কিমি আহি লংকুনলাক বাঁওপাৰে লয়। লংকুৰ উপনৈ হ'ল বাঁওপাৰে কোহৰলাংছু আৰু সোঁপাৰে লংক্লাম নদী। উত্তৰ দিশতে দৈয়াং নৈখন আৰু ৮ কিমি আহি লাৰবো নামৰ ঠাইত লংদংপাং নলাক বাঁওপাৰে লগত লয়। তাৰপৰা ই ৬ কিমি আহি হেৱাইৰ ওচৰত টেবেংলাংছু নলাক বাঁওপাৰে লয়। এইছোৱা বাটত দৈয়াঙৰ সোঁপাৰেও বহুত জানজুৰি লগ হৈছে; ইহঁতৰ ভিতৰত দিলগঠাই জানখন প্ৰধান। দিলগ্‌ঠাইৰ উপনৈ হ'ল খেমবা আৰু খুবাং জান।

হেৱাইৰপৰা দৈয়াংখন ৪ কিমি ভটিয়াই মাৰখাইম পায়। ইয়াৰ পৰা ই উত্তৰ-পূবমুৱা হয়। এনেকৈ ৫ কিমি আহি দংগ্ৰংদিছা আৰু ৪ কিমি আহি ছেৰফাদিছা দুয়োখনকে সোঁপাৰে লৈ আৰু ৪ কিমি আহি নৈখন উত্তৰ-পশ্চিমলৈ ঘূৰে। এইদৰে ৪ কিমি আহি দোবংলং নামৰ ঠাইত ই লামডিং নৈক সোঁপাৰে লয়।

লামডিঙক লোৱাৰেপৰা দৈয়াংখন উত্তৰ কাছাৰ পাহাৰ আৰু নগাঁও জিলাৰ মাজৰ সীমাৰূপে বৰলৈ লয়। এনেকৈ ই উত্তৰ-পশ্চিম মুৱাহৈ ২ কিমি আহি উত্তৰ-পূবসীমান্ত ৰেলপথৰ লমছাখং ষ্টেচনৰ ওচৰত লমছাখং নৈক সোঁপাৰে লয়। লমছাখং নৈখন লামডিং সংৰক্ষিত বনৰ মাজেদি আহিছে, ই উপনৈ ছুগানদিছা আৰু ছুগতিদিছা। দৈয়াঙে ইয়াৰপৰা ১ কিমি ভটিয়াই লাওছাদাও আৰু লাওছাফাও নামৰ দুখন জানক একে ঠাইতে আৰু ডেৰ কিমি ৰংজাওদিছাক বাঁওপাৰে লয়। এই ঠাইতে দৈয়াঙৰ সোঁপাৰে নবই নামৰ বিল এখন আছে। ইয়াৰ পৰা নৈখন উত্তৰ দিশত ৫ কিমি আহি ৰালচেন গাঁৱত সোঁপাৰে ফটাফাং আৰু মইলু নৈক লৈ দক্ষিণলৈ ঘূৰে। এইদিশত ৫ কিমি আহি ছকাতি দিছা নৈক বাঁওপাৰে লৈ নৈখন উত্তৰ-পশ্চিমমুৱা হয়। এইদিশত লগত কেইবাখনো জান লৈ সপিল পথেৰে ১২ কিমি বাট আহি দৈয়াংখন দৈয়াংমুখত কপিলীৰ সোঁপাৰে পৰে।

## দৈয়াঙৰ প্ৰধান উপনৈ

**৫.৫.১. ৰবি নৈ ঃ** হাফলং মহকুমাৰ দয়াবিঙৰ দক্ষিণ ওলাই প্ৰথমে নৈখন দক্ষিণ পূবলৈ আহি ৰবি নামৰ ঠাই পায়। তাৰপৰা উত্তৰ-পূবমুৱা হৈ আহি পাছত উত্তৰমুৱা হয় আৰু দিচৈ নৈক বাঁওপাৰে লগত লৈ উত্তৰ-পূবমুৱা হৈ দৈয়াঙত পৰে।



**৫.৫.২. ডালাইমা নৈ ঃ** বৰাইল পৰ্বতৰ উত্তৰ ঢালত থকা দনলাও নামৰ ঠাইৰ পৰা ওলোৱা দনলাওনৈ, ১৩১৭ মি ওখ কোলমবোট শৃংগৰপৰা ওলোৱা ৰেইচিং নৈ আৰু কিছু উত্তৰৰ বন্দৰমা নৈ মিলি ডালাইমা নৈখন গঠিত হৈছে। তাৰপৰা নৈখন উত্তৰলৈ আহি বাটত মৌলদমৰ কাষৰপৰা অহা ছাংপুইক নৈ আৰু খোটলিৰ কাষৰপৰা অহা বংকুগনৈক বাঁওপাৰে লৈ ডালাইমা পূব-উত্তৰমুৱা হয়। এনেকৈ আহি ইয়াৰ প্ৰধান উপনৈ দিহনলইআক সোঁপাৰে লয়। তাৰ পাছত নৈখন উত্তৰ দিশত ৫ কিমি আহি লংকোপ্তা নৈক বাঁওপাৰে লয়। লংকোপ্তাৰ উপনৈ কোবাক নলা। ইয়াৰপৰা নৈখন উত্তৰ-পূবমুৱা হৈ ৩ কিমি আহি হুৰছোনৈক বাঁওপাৰে লয়। হুৰছোৰ উপনৈ তিনিখন ইহঁত হ'ল ছাংবাৰৰ ওচৰৰপৰা অহা আইহাৰ নলা, ৰেইটাংৰপৰা অহা অহা হুৰনলা আৰু উত্তৰৰপৰা অহা বুৱালচেন নলা। হুৰছোক লৈ ডালাইমা নৈখন আৰু ৬ কিমি আহি দৈয়াঙত পৰে।

ডালাইমাৰ উপনৈ দিহনলইআখন বৰাইলপৰ্বতৰ উত্তৰ ঢালৰ মোগান নামৰ ঠাইত ওলাই উত্তৰলৈ বৈ আহিছে। বাটৰ কাষৰ কলিম নামৰ ঠাইৰপৰা ৫ কিমি আহি নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে ৩ কিমি আহি মৰছাই নৈক লগত লৈ নৈখন পুনৰ উত্তৰ-মুৱা হয়। এইদিশত ৫ কিমি আহি নয়া কমপইকোৰ দক্ষিণত উত্তৰ-পশ্চিমলৈ ঘূৰি নৈখন ডালাইমাৰ সোঁপাৰে পৰে।

**৫. ৫. ৩. দাৰে নৈ ঃ** হাফলং মহকুমাৰ উত্তৰ ভাগৰ খুণ্টি নামৰ ঠাইত ওলাই নৈখন দক্ষিণ-পূব দিশত আহি বাটত সোঁপাৰে দিখং নলা আৰু বাঁওপাৰে থালটান নলাক লৈ পূবমুৱা হয়। এনেকে আহি দ্ৰোহা নামৰ ঠাইৰ কিছু পূবত দৈয়াঙত পৰে।

**৫. ৫. ৪. মাহুৰ নৈ ঃ** বৰাইল পৰ্বতৰ মহাদেউ শৃংগৰপৰা ২ কিমি উত্তৰ-পূবত থকা এশাৰী পৰ্বতৰ দক্ষিণ ঢালত মাহুৰ নৈখন ওলাইছে। তাৰপৰা বাটত দুখনমান ডাঙৰ জান লৈ ফাইদিঙৰ কাষেদি উত্তৰ দিশত ৭ কিমি আহি বদৰপুৰ শাখাৰ ৰেলপথ পাৰ হৈ দাওতুহাজা (দৈত্য হাজো ?) ষ্টেচন পায়। ইয়াৰপৰা নৈখন ৰেলপথৰ কাষে কাষে উত্তৰ-পূব দিশত ৫ কিমি আহি খৈলিমদিছা পায়। এইছোৱা বাটত ছুবোজল, দিদুকি আৰু য়াহ নৈ মাহুৰৰ সোঁপাৰে পৰে। তাৰপাছত মাহুৰ উত্তৰ-পশ্চিমমুৱা হৈ বাটত খৈলিমদিছা নৈক বাঁওপাৰে লৈ ৬ কিমি ভটিয়াই পূৰ্বৰ কছাৰী ৰাজ্যৰ ৰাজধানী

মাইবং পায়। ইয়াতে নৈখনৰ সোঁপাৰে দেলেন নৈ লগ হয়। মাইবঙৰপৰা ভটিয়াই বাটত লুংখৰ নৈক বাঁওপাৰে আৰু ছিংফালাং-দিছা নৈক সোঁপাৰে লৈ ৩ কিমি আহি খাজুৰবানৰপৰা মাহুৰ ৰেল-পথৰপৰা ফালৰি কাটি পশ্চিম-উত্তৰমুৱা হয়। এনেকৈ ৫ কিমি আহি দিছাগিছিম আৰু ২ কিমি আহি মোটি নৈ দুয়োকে বাঁওপাৰে লয়। তাৰপাছত ৫ কিমি আহি লংগাপৰা আৰু ২ কিমি আমলং-ৰাৰ দক্ষিণে আমলং নৈ দুয়োকে বাঁওপাৰে লৈ নৈখন প্ৰায় উত্তৰ-মুৱা হয়। বাটত ক্ৰমে সোঁপাৰে দিদু নৈ, বাঁওপাৰে দেৰছি নৈ, সোঁপাৰে থইপিয়ুং দিছা আৰু মুপা নৈক লৈ মুঠ ৮ কিমি আহি লাংটিং-মুপা সংৰক্ষিত বনৰ ভিতৰত দৈয়াঙত পৰে। মাহুৰখনৰ দৈৰ্ঘ্য প্ৰায় ৫০ কিল'মিটাৰ।

## মাহুৰৰ উপনৈ

**৫.৫.৪.১. মোটি নৈ :** মাহুৰ ষ্টেচনৰ উত্তৰ-পূবৰ হাচংহাজোত মোটি নৈৰ উৎপত্তি হৈছে। তাৰপৰা উত্তৰ-পশ্চিমমুৱা হৈ ৮ কিমি আহি লামফুত বিয়াম বাটাবি নৈক বাঁওপাৰে লৈ নৈখন উত্তৰ-মুৱা হয়। এনেকৈ হাগজেৰ, নাবিন আদি ঠাইৰ কাষেদি ১২ কিমি আহি লংজাইত সোঁপাৰে নিজৰ সমসৰ দেলেন নামৰ আন এখন নৈক লগত লয়। দেলেনৰ উপনৈ হ'ল দাইজাম। ইয়াৰ পাছত লংজাই নৈক সোঁপাৰে লৈ ডেৰ কিমি ভটিয়াই মোটি নৈ মাহুৰত পৰে। মোটি নৈখন দীঘলে ২৫ কিল'মিটাৰ।

**৫.৫.৪.২. মুপা নৈ :** এখন দীঘল নৈ। মাইবঙৰপৰা ৫ কিমি পূব-উত্তৰৰ ছাৰাবুইনমৰ ওচৰে-পাজৰে জাগ্‌দি, জেমকুদিকং, ৰাইৰাল দিছা আৰু ৰাডৰেং নৈ লগ হৈ মুপা নৈৰ সৃষ্টি হৈছে। সেই ঠাইৰপৰা উত্তৰ-পশ্চিম দিশত ৮ কিমি আহি ৰেলপথৰ কাষৰ মুপা নগৰ পায়। তাতে ই ৰে'লপথ পাৰ হৈ ৰে'লপথৰ কাষেদি প্ৰায় একে দিশত বৈ আহে। এইদৰে মুপা ৰেলষ্টেচনৰ কাষেদি ৫ কিমি আহি বইলা নৈক সোঁপাৰে লয় আৰু ৰে'লপথৰপৰা আঁতৰি আহে। বইলা নৈখনো এখন ডাঙৰ নৈ। ই লাংটিং-মুপা বনৰ মাজেদি পশ্চিমলৈ আহিছে; বলেংদিছা, দিকংমা আৰু দিদথা ইয়াৰ প্ৰধান উপনৈ। ৰে'লপথৰপৰা আঁতৰি ১০ কিমি আহি মুপা নৈ মাহুৰত পৰেহি। এইছোৱা পথত মুপাত পৰা অলেখ জান-জুৰিৰ ভিতৰত লংগেনদিছাৰ নাম উল্লেখযোগ্য। মুপাৰ দীঘ প্ৰায় ৩২ কিল'মিটাৰ।



**২০.৫.৫.৫. লাংলাই নৈ :** মাইবং মহকুমাৰ চোট লাংলাই নামৰ ঠাইত ওলোৱা লাংকালাম নলা, দক্ষিণৰপৰা যোৱা লাংগোহিপু নলা মিলি পূবলৈ আহি সোঁপাৰে আৱমান লাংছু নলাৰ লগ লাগি দিথুৰ নৈ নাম লয়। তাৰপাছত বাঁওপাৰে এখন ডাঙৰ জান লৈ লাংলাই নৈ নামেৰে উত্তৰ-পূব দিশত বৈ আহে। বাটত সোঁপাৰে বাংফিবি নলা আৰু বাঁওপাৰে লাংগুট নলাক (উপনৈ জোৰি নলা) লৈ কেকৰানচিপ শৃংগৰ কাষ চাপে। ইয়াৰ দক্ষিণে টাংৰূপ নলাক বাঁওপাৰে লৈ দক্ষিণ-পূব দিশত আহি জেংজিং নলাক সোঁপাৰে লৈ লাংলাই নৈ উত্তৰ-পূবমুৱা হয়। কংফুমত দিলং নলা আহি লাংলাইত পৰে। এই ঠাইৰপৰা নৈখন পোন পথেৰে পূবমুৱা হৈ বৈ আহে। এনেকৈ ই অমৰদিছা শৃংগ আৰু লাংলাইৰ উত্তৰেদি ১২ কিমি আহি দৈয়াঙৰ বাঁওপাৰে পৰে।

**২০.৫.৫.৬. লাংটিংনৈ :** মাইবং মহকুমাৰ সমগ্ৰ পূবভাগ লাংটিং নৈৰ অৱবাহিকাই সামৰি লৈছে। ইয়াৰ নামেৰে লাংটিং-মুপা বনৰ নামকৰণ কৰা হৈছে। লাংটিঙৰ প্ৰধান উপনৈবোৰ হ'ল দিগৰ, দাৰং আৰু হ'মো নৈ। হ'মোৰ ডাঙৰ উপনৈবোৰ হ'ল ফাথ, দাৰং (অন্য এখন) আৰু লংগাঁও নৈ।

মূল লাংটিংখন উক্ত মহকুমাৰ দক্ষিণ ভাগৰ ছেমখোৰৰ দক্ষিণৰ নাইৰ'কুলা শৃংগৰ (১৪২৩ মি) উত্তৰ চালত উৎপত্তি হৈছে। তাৰপৰা নৈখন ৩½ কিমি উত্তৰলৈ আহি হমদিখং নৈক সোঁপাৰে আৰু সামান্য ভটিয়াই বাঁওপাৰে ছেদিছা আৰু সোঁপাৰে হমদিখং নৈক লৈ উত্তৰমুৱা হয়। এইদৰে ই ৪ কিমি আহি গেৰেম নৈক (উপনৈ দৰোণ) বাঁওপাৰে লয়। তাৰপৰা ২ কিমি আহি কছাৰী লোক নিবাসী স্থান দিদামব্ৰা পায়। দিদামব্ৰাৰপৰা ৩ কিমি ভটিয়াই হাজাদিছাত লাংটিঙে দিগৰ নৈক সোঁপাৰে লয়। দিগৰ নৈ লাংটিং ওলোৱা ঠাইৰপৰা উত্তৰলৈ বৈ আহিছে। হাজাদিছাৰপৰা নৈখন উত্তৰ-পশ্চিমমুৱা হৈ ৫ কিমি আহি দাৰং নৈক বাঁওপাৰে লয় আৰু দাৰং বৈ অহা দিশত অৰ্থাৎ উত্তৰ-পূবমুৱা হয়। এনেকৈ দুটা ডাঙৰ পাক ঘূৰি লাইকে নৈক লৈ মুঠ ৫ কিমি আহি নৈখনে নিজৰ ঘাই উপনৈ হ'মো নৈক সোঁপাৰে লয়। ইয়াৰপৰা নৈখন হ'মো বৈ অহা দিশত অৰ্থাৎ উত্তৰ-পশ্চিমমুৱা হৈ ৭ কিমি আহি লংগ্ৰেণ নৈক সোঁপাৰে লয়। লংগ্ৰেণ নৈখন ছাকি হাদিং আৰু লংমাই লাইকৰণ পৰ্বত দুশাৰীৰ মাজেৰে পোন পথেৰে বৈ আহিছে। লংগ্ৰেণক

লৈ সপিল পথেৰে মুঠ ২০ কিমি ভটিয়াই নিজৰ নামেৰে হোৱা লাংটিং ষ্টেচন পায়। ইয়াতে নৈখনে ৰে'লপথ পাৰ হয়। উক্ত পথছোৱাত যোগ হোৱা উপনৈসমূহ হ'ল ক্ৰমে বাঁওপাৰে লাহুংদিছা, সোঁপাৰে মাইলুদিছা, বাঁওপাৰে লংপাবাং দিছা, থাইজুদিছা আৰু লংগ্ৰেণদিছা আৰু শেষত সোঁপাৰে গেংদং নৈ (উপনৈ নেত্তাদিছ)। লাংটিঙৰপৰা নৈখন সপিল পথেৰে ১৬ কিমি বাট উত্তৰ-পশ্চিম দিশত বৈ আহি দৈয়াঙৰ সোঁপাৰে পৰে। এইছোৱা পথত লগ হোৱা নৈবোৰ হ'ল সোঁপাৰে লাংটিঙৰ কাষত দিলকঠাইদিছা, বাঁওপাৰে দিহাখো নৈ আৰু দাওহাজা নৈ আৰু শেষত সোঁপাৰে লামু নৈ। লাংটিঙৰ মুঠ দৈৰ্ঘ্য প্ৰায় ৭০ কিল'মিটাৰ।

লাংটিঙৰ উপনৈ

**৫.৫.৬.১. দাৰং নৈ ঃ** মুপাৰ উপনৈ বইলা নৈৰ পূবত ওথ পৰ্বতৰ মাজৰ দাৰং বটাৰিৰ কাষত দাৰং নৈখন ওলাইছে। তাৰপৰা উত্তৰ-পূব দিশত, মাজতে এটা সামান্য পশ্চিমমুৱা ভাঁজ লৈ মুঠ ১০ কিমি আহি ৰাৰদং দিছাৰ পশ্চিমে লাংটিঙত পৰে।

**৫ ৫. ৬. ২. হ'মো নৈ ঃ** নৈখনক টংগি নৈও বোলে। অসম-নগালেণ্ড সীমাৰ লাইছং শৃংগৰ দক্ষিণ ঢালত এই নৈখন উৎপত্তি হৈছে। তাৰপৰা ই উত্তৰ-পশ্চিমমুৱা হৈ ১০ কিমি (৯৩°-২৫´ দ্ৰাঘিমাৰ ওপৰেদি) আহি উক্ত শৃংগৰ পশ্চিমৰপৰা অহা ভাজাল নৈক সোঁপাৰে লৈ পশ্চিমমুৱা হয়। এনেকৈ ৪ কিমি আহি বুগাদিছাক বাঁওপাৰে লৈ উত্তৰ-পশ্চিম দিশত বয়। প্ৰায় আৰু ১ কিমি আহি দিছাগাফু নৈক সোঁপাৰে লৈ নৈখন পশ্চিমমুৱা হয়। এনেকৈ আঢ়ৈ কিমি আহি নিজৰ সমান্তৰালকৈ বৈ অহা দইবুম নৈক বাঁওপাৰে আৰু ৩ কিমি আহি ফাথ নৈক বাঁওপাৰে লয়। ইয়াৰপৰা হ'মো নৈ আৰু আঢ়ৈ কিমি আহি দাৰাংগিৱা পায়। ইয়াতে দক্ষিণৰ দাৰভিৰ-পৰা উত্তৰ-পশ্চিম দিশত বৈ অহা এখন সুকীয়া দাৰং নৈক বাঁওপাৰে লৈ নৈখন উত্তৰ-পশ্চিম দিশলৈ ঘূৰে। এনেকৈ নৈখন ২ কিমি আহি লংগৰাত লংগাঁও নৈক লৈ দক্ষিণ-পশ্চিম দিশলৈ ঘূৰি আৰু ২ কিমি ভটিয়াই ৰাৰ্দেংদিছাৰ উত্তৰত লাংটিঙত পৰে। লংগাঁওখন পূবৰপৰা অহা এখন ডাঙৰ জান, ইয়াৰ উপনৈ দিগ্ৰম নৈ।

হ'মোৰ উপনৈ

**৫. ৫. ৬. ২. ১. ফাথ নৈ ঃ** নৈখন লাংটিঙৰ উপনৈ দিগৰৰ পূবত কুকি নগালোক নিবাসী ঠাই মৰকণৰ কাষৰ লেইকে শৃংগৰ (১৬০০



মি) উত্তৰ ঢালত ওলাই উত্তৰ-পশ্চিমমুৱা হৈ ৬ কিমি আহি গেলেন নৈক বাঁওপাৰে লগত লয়। ঠাইতে সোঁপাৰে জইটো ভ'ক লৈ ২ কিমি ভটিয়াই ছুলপি ভ'ক সোঁপাৰে লগ কৰি ফাথ বা পাকং নৈ নাম লয়। তাৰপাছত ফাথ নামৰ ঠাইৰ কাষেদি ১০ কিমি উত্তৰ-পশ্চিমমুৱা হৈ আহি হ'মো নৈৰ বাঁওপাৰে পৰে।

**৫. ৫. ৬. ৩. লামু নৈ ঃ** লাংটিং চহৰৰ উত্তৰে লাংফলিদিছা আৰু থাকৰাদিছা লগ হৈ লামু নৈ হৈছে। তাৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ আহি বাটত চমনদিছা, দিজাওদিছা আৰু জলেমা নৈক লগত লৈ লামুত লামদিং-বদৰপুৰ শাখা ৰে'লপথ পাৰ হয়। তাৰপাছত সোঁপাৰে গিৰেছা আৰু পাছত ওৱেনজাদিছাক লৈ লাংটিঙৰ সোঁপাৰে পৰে। লামুৰ দীঘ প্ৰায় ১৫ কিল'মিটাৰ।

**৫. ৫. ৭. লামডিং নৈ ঃ** এখন ডাঙৰ নৈ ; ই উত্তৰ কাছাৰ পাহাৰ জিলাৰ লগত কাৰ্বি আংলং আৰু নগাঁও জিলাৰ একাংশ সীমা নিৰ্ধাৰিত কৰিছে। নৈখন নগালেণ্ডৰ দক্ষিণ-পশ্চিম চুকত ধনশিৰি বনৰ মাজত ওলাই পশ্চিমমুৱা হৈ আহে, এনেকৈ ৭ কিমি আহি মিথাংদিছাক বাঁওপাৰে লয়। এই মিথাংদিছাখন কাৰ্বি আংলং আৰু উত্তৰকাছাৰ পাহাৰ জিলাৰ মাজৰ সীমা। মিথাংদিছাক লোৱাৰ পাছত উক্ত সীমা লামডিঙেদি গৈছে। নৈখন তাৰপৰা একে দিশত আৰু ৩ কিমি আহি ছিদাং নৈক সোঁপাৰে লৈ আৰু ১ কিমি ভটিয়াই ৰাথিদিছাত ৰাৰ্ডেংদিছাক বাঁওপাৰে লয়। ৰাথিদিছাৰপৰা লামডিঙলৈ উত্তৰ-পশ্চিমমুৱা হৈ পাহাৰৰ মাজৰ স্থায়ী সপিল পথেৰে লুংদিঙৰ কাষেদি ৮ কিমি আহি উত্তৰমুৱা হয়। এইছোৱা পথত লগ হোৱা প্ৰধান উপনৈবোৰ হ'ল ক্ৰমে— সোঁপাৰে দুমমেছেৰ আৰু মিলানছা নৈ আৰু বাঁওপাৰে দিহাচাং নৈ (উপনৈ মিঠাদিছা)। ইয়াৰ পাছৰছোৱা পথত নৈখন উত্তৰমুৱা হৈ ৯ কিমি আহি মাছাৰ-দিছা পায়। এইছোৱা পথত লোৱা প্ৰধান উপনৈবোৰ হ'ল ক্ৰমে— সোঁপাৰে টাইপুংদিছা (উপনৈ থাংনাংছিয়েপ দুং) আৰু লাইছাইদিছা, বাঁওপাৰে থাওছুকাদিছা, সোঁপাৰে বমবাইদিছা আৰু মাছাৰদিছাৰ কাষত সোঁপাৰে ডেলাইফাদিছা। মাছাৰদিছাৰপৰা নৈখন পশ্চিম-মুৱা হৈ আঢ়ৈ কিমি আহি বাঁওপাৰে ৰাথালাওদিছাক (উপনৈ কুন্তী দিছা) লৈ ক্ৰমান্বয়ে উত্তৰলৈ ভাঁজ লৈ অৱশেষত উত্তৰ-পূবমুৱা হয়। এইদৰে ৫ কিমি আহি জমিনদাৰৰ দক্ষিণত নগাঁও জিলাৰ সীমাত

সোমায়। উক্ত পথছোৱাত সোঁপাৰে মিছাপজুৰিদিছা আৰু বাঁওপাৰে লমছখং নৈ লামডিঙত পৰিছে।

নৈখন নগাঁও জিলাৰ সীমাৰূপে বাটত সোঁপাৰে নাকুৰদিখং আৰু মিছাবদিছা নৈক লৈ ৪ কিমি ভটিয়াই ছুজিলাঙৰ কাষত ওলায়। তাৰপৰা ই উত্তৰ-পশ্চিমমুৱা হয় আৰু এইদৰে ২ কিমি আহি বদৰপুৰ শাখাৰ ৰে'লপথ পাৰহৈ নিজৰ এখন প্ৰধান উপনৈ লাংলাও-দিছাক বাঁওপাৰে লয়। ইয়াৰপৰা নৈখন লাঙলাওদিছা বৈ অহা দিশত অৰ্থাৎ উত্তৰমুৱা হৈ উক্ত ৰে'লপথৰ কাষেদি ডেৰ কিমি আহি পশ্চিমলৈ ঘূৰে আৰু তাৰপাছত লামডিং-গুৱাহাটী ৰে'লপথৰ সমান্তৰালকৈ বৈ আহে। এইদৰে ৪ কিমি আহি নৈখন পাথৰখোলা ষ্টেচনৰ ওচৰ পায়। ইয়াৰপৰা নৈখন ৰে'লপথৰ কাষৰপৰা আঁতৰি পশ্চিমমুৱা হৈ লুংডিং পায়হি। ইয়াতে ই বৰলাংফাৰ নৈক সোঁপাৰে লয়। লুংডিঙৰপৰা নৈখন মাত্ৰ ১ কিমি ভটিয়াই ডবলঙৰ দক্ষিণত দৈয়াঙৰ সোঁপাৰে পৰে।

## লামডিঙৰ উপনৈ

**৫.৫.৭.১. লাংলাও দিছা ঃ** লামডিঙৰপৰা বদৰপুৰ শাখাৰ ৰেলেৰে গলে ৰে'লপথৰ সোঁকাষে হাতীখালি ষ্টেচনলৈকে যিখন নৈ দেখা যায় সেইখনেই লাংলাওদিছা। উক্ত হাতীখালি ষ্টেচনৰপৰা ৪ কিমি পূবত পৰ্বতৰ মাজত উৎপত্তি হোৱা দিলাওথাই জান পশ্চিমলৈ আহি হাতী-খালিৰ সামান্য উত্তৰেদি উক্ত ৰে'লপথ পাৰ হৈ লাংলাওদিছা নামেৰে ১১ কিমি বাট এক গিৰিখাটৰ মাজেৰে ৰে'লপথৰ কাষেদি উত্তৰ দিশত আহি লামডিঙত পৰে। এইছোৱা পথত পশ্চিমৰ লাংটিং-মুপা বনৰপৰা ক্ৰমে এল্লাকি, ডিকৰেং আৰু চোৰামাৰী নৈ লাংলাও-দিছাত পৰিছেহি।

**৫.৫.৭.২ বৰলাংফাৰ ঃ** কাৰ্বি আংলং জিলাৰ দক্ষিণভাগৰ ধনশিৰি সংৰক্ষিত বনৰ মাজত ওলোৱা দিছমাথো নৈ উত্তৰ-পশ্চিমলৈ আহি পিম্পলান লাংছুক বাঁওপাৰে লৈ বৰলাংফাৰ নৈ হয়। তাৰ পাছত নৈখনে চুপ্ৰিক্লক বা শামুকজানক বাঁওপাৰে লৈ পশ্চিম-উত্তৰমুৱা হয়। এনেকৈ ডেৰ কিমি আহি ক্ৰমে লাংলকছো নৈক সোঁপাৰে, মিৰপ্ৰিক্লক নৈক বাঁওপাৰে আৰু চিৰোলাংছুক সোঁপাৰে লগত লৈ নৈখন পথাৰ গাঁও পায়। ইয়াৰ পাছত ২ কিমি আহি বাঁওপাৰে দংথেৰাং নৈ আৰু আকৌ ২ কিমি আহি টোকে নৈক একেপাৰে লয়। তাৰপৰা



কালিদিছাৰ কাষেৰে ৪ কিমি আহি হোজাই নামৰ ঠাইত কাৰ্বি লাংছুক সোঁপাৰে লগত লয়। হোজাইৰপৰা বৰলাংফাৰ নৈখনে ডেৰ কিমি আহি বৰলাংফাৰ ৰে'লষ্টেচনৰ দক্ষিণে দংনাথ নৈক বাঁওপাৰে লগত লয়। দংনাথ নৈখন দিফু মহকুমাৰ দক্ষিণ চুকৰ হনছিৰিৰ কাষেদি বোৱা লবংফা নৈ আৰু নিজৰ উত্তৰৰ লাংছুপানফা নৈ মিলি হৈছে।

দংনাথক লোৱাৰ পাছত বৰলাংফাৰ নৈখন পশ্চিমদিশত ২ কিমি আহি নগাঁও জিলাত সোমায় আৰু ভৈয়ামত প্ৰৱেশ কৰি বহল হয়। ইয়াতে নৈখন উত্তৰমুৱা হৈ উত্তৰ-পূব সীমান্ত ৰেলপথ পাৰ হয়। ৰে'লপথৰপৰা ১ কিমি উত্তৰলৈ আহি পূবদিশৰপৰা অহা লাংচলিয়েট নৈক সোঁপাৰে লৈ নৈখন লাংচলিয়েট বৈ অহা দিশত অৰ্থাৎ পশ্চিমলৈ বৈ আহে। এনেকৈ ৫ কিমি আহি চেচাঁপানী নৈক সোঁপাৰে আৰু আধা কিমি আহি লামডিং নগৰৰ ২ কিমি উত্তৰত চোট লাংফাৰ নৈক বাঁওপাৰে লগত লয়। ইয়াৰপৰা নৈখন ৰে'লপথৰ সমান্তৰালকৈ বাটত ক্ৰমে বাঁওপাৰে চৰমজান, সোঁপাৰে ছমখেৰজান, লাংছপি, চিৰলাংছু আৰু শেষত হাজাদিছাক লৈ ১২ কিমি ভটিয়াই আহি দক্ষিণমুৱা হয়। এনেকৈ ১ কিমি আহি ৰে'লপথ অতিক্ৰম কৰি য়াপখাবিদিছাক বাঁওপাৰে লগত লৈ লুংডিং নামৰ ঠাইত বৰলাংফাৰনৈ লামডিঙত পৰে।

## বৰলাংফাৰৰ উপনৈ

**৫.৭.২.১.১. লাংচলিয়েট নৈ ঃ** উত্তৰ-পূব সীমান্ত ৰে'লপথৰ নইলালুং ৰে'লষ্টেচনৰ উত্তৰৰ হেমাৰি টেৰঙত নৈখন ওলাইছে। তাৰপৰা দক্ষিণ-পশ্চিম দিশত আহি লীলাপুৰত নাইলালুং বা নৈনিলাংছু আৰু লাংচলিয়েট ষ্টেচনৰ কাষত চিৰিলাংছু দুয়োকে বাঁওপাৰে লয়। ইয়াৰ পাছত নৈখনে লাংচলিয়েট নাম লয় আৰু বাটত সোঁপাৰে লংহেৰাং জান আৰু লাংকাচমান নৈক লগত লৈ আহি বৰলাংফাৰ ষ্টেচনৰ উত্তৰ-পশ্চিমে বৰলাংফাৰত পৰে।

**চোটলাংফাৰ ঃ** নৈখন ধনশিৰি বনৰ মাজত ওলাই উত্তৰ-পশ্চিম দিশত ৬ কিমি আহি পশ্চিমমুৱা হয়। এক সপিল পথেৰে বাটত বাঁওপাৰে দংছোক/দিংছো নৈক লৈ ২ কিমি আহি ছনটটিছো পায়। ইয়াতে লেছুনে নৈক বাঁওপাৰে লৈ নৈখন উত্তৰমুৱা হয়। বাটত টাওখোৰাংনৈক লৈ চাৰে ছয় কিমি আহি নৈখন নিজৰ নামেৰে হোৱা চোট লাংফাৰ পায়। ইয়াৰপৰা উত্তৰ-পশ্চিম দিশত ৩ কিমি আহি

লামডিং নগৰৰ মাজত সোমায়। লামডিঙৰপৰা ২ কিমি উত্তৰলৈ আহি চোটালাংফাৰ নৈখন বৰলাংফাৰত পৰে।

**২০.৫.৬ লংকাজান:** দিফু মহকুমাৰ দক্ষিণ-পশ্চিমভাগৰ পাক্‌লাং গাঁৱৰ উত্তৰৰ পাহাৰৰ মাজত লংকাজানখন ওলাইছে। উৎসৰপৰা দক্ষিণ দিশত ৩½ কিমি আহি পাক্‌লাংগাঁৱৰ কাষৰপৰা উত্তৰ-পশ্চিমমুৱা হয়। এনেকৈ ২ কিমি আহি বাঁওপাৰে থামাদুং নৈ আৰু সোঁপাৰে মানচাদুং নৈ আৰু পানগিৰি নৈক প্ৰায় একে ঠাইতে লগত লৈ নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। পানগিৰিৰ উপনৈ দুখন উৰলমলাংছু আৰু উৰথামাদুং। সেই ঠাইৰপৰা লংকাজানখন নগাঁও জিলাত সোমায়। বাটত দক্ষিণৰপৰা অহা লাংৰে নামৰ এখন ডাঙৰ জান বাঁওপাৰে লৈ প্ৰায় ডেৰ কিমি আহি নৈখন উত্তৰ-পশ্চিমলৈ ঘূৰে। এইদিশৰ বাটত ক্ৰমে বাঁওপাৰে খভবিৰদুং নৈ, সোঁপাৰে ছিৰিম নৈ, বাঁওপাৰে চোটা লংকা নৈ (উপনৈ লংখিৰপাম নৈ), সোঁপাৰে লংছেৰচা নৈ আৰু লাংছৰছু নৈক লৈ নৈখন মুঠ চাৰে তিনি কিমি আহি কানটিং পায়। কানটিঙৰপৰা পশ্চিম-উত্তৰমুৱা হৈ ১২ কিমি দূৰত্ব এক সপিল পথেৰে অতিক্ৰম কৰি নৈখন পাহাৰৰ পাদদেশত ওলায়। এইছোৱা পথত লংকাজানৰ উপনৈবোৰ হ'ল ক্ৰমে সোঁপাৰে ৰংখেলাম, বাঁওপাৰে লাংছিপাই, সোঁপাৰৰ ছৰখেৰ বস্তিৰ কাষৰ দংনেথুৰ নৈ (উপনৈ ট্ৰাংলাংকথা আৰু ছেনিলাংছু), বাঁওপাৰে ৰেছাংটি নৈ, ওৰেট্ৰং নৈ, থেদং (উপনৈ নৈতকপি) আৰু শেষত সোঁপাৰে ওৱাৰ কোকপু নৈ।

ভৈয়ামত সোমাই লংকাজান পশ্চিমমুৱাহৈ সপিল পথেৰে ১২ কিমি দূৰত্ব লামডিং সংৰক্ষিত বনৰ মাজেদি ভটিয়াই আহি হাৱাইপুৰ ৰে'ল ষ্টেচনৰ সামান্য উত্তৰত ৰে'লপথ পাৰ হয়। এইছোৱা বাটত লংকাজানৰ সোঁপাৰে কোনো ডাঙৰ জান নাই; বাঁওপাৰে দক্ষিণৰপৰা যোৱা উপনৈবোৰ হ'ল ক্ৰমে নগালাংছু, ৰণপু, লংবিংলং বা লংটকজান (উপনৈ লাংডেং পালং আৰু চিৰোলাংছু) আৰু ৱলংকম জান।

ৰে'লপথৰপৰা পশ্চিমলৈ ৬ কিমি আহি লংকাজান আলিছিগা পায়। তাৰপৰা উত্তৰ-পশ্চিমমুৱা হৈ লংকা নগৰৰ পশ্চিমৰ দাবলঙৰ ওচৰত থকা দুখনমান বিলৰ দক্ষিণেদি মুঠ ৮ কিমি আহি কপিলীৰ এৰা সুঁতি ফৰ্মাবিলত সোমায়। এই বিলেদি ২ কিমি আহি জোৰাং নলাক সোঁপাৰে লৈ হোজাই সংৰক্ষিত বনৰ দক্ষিণত লংকাজান নামৰ ঠাইত নৈখন কপিলীত পৰে।



উক্ত ফৰ্মা বিলখনৰ দক্ষিণে ওকাণ্টুনলা নামৰ এখন সৰু জান কপিলীৰ এটা এৰাসুঁতিলৈ বৈ যোৱা দেখা যায়।

**২০.৫.৭. কলঙা নৈ:** কাৰ্বি আংলং জিলাৰ হামৰেণ মহকুমাৰ প্ৰায় মাজভাগৰ লংকাৰ্জাৰ ওচৰত উমফু নামেৰে ওলাই পূবলৈ আহি আমলঙৰ ওচৰত আমলং নৈ নাম লয়। নৈখনে উত্তৰ-পূবমুৱা হৈ বাটত উমৰাছি নৈক সোঁপাৰে লৈ ৰংখঙৰ উত্তৰেদি আহি ক্ৰমে নিজৰ ঘাই উপনৈ উম নম আৰু আমবিনং নৈ দুয়োকে বাঁওপাৰে লগত লয়। একে দিশে ভটিয়াই নৈখনে বাটত সোঁপাৰে আমপাৰ নৈ, বাঁওপাৰে উমটেলি, আৰু আমছেলম নৈক লৈ ৰংজংফং আৰু মুকুলৰ উত্তৰেদি আহি উত্তৰমুৱা হৈ কলঙা নামৰ ঠাইৰ ওচৰত ভৈয়ামত প্ৰবেশ কৰে। তাৰপৰা ই উত্তৰদিশত ৭ কিমি দূৰ ভটিয়াই আহি কলঙামুখত কপিলীত পৰে।

**২০.৫.৮. যমুনা:** কাৰ্বি আংলং জিলাৰ দিফু মহকুমা তথা নগাঁও জিলাৰ দক্ষিণ-পূব খণ্ডৰ সিংহভাগ ঠাই যমুনা নৈৰ অৱবাহিকাই আৱৰি আছে। মহেং দিজুৱা, বকুলীয়াঘাট, হাওৰাঘাট, ডবকা আৰু যমুনামুখ আদি ইয়াৰ পাৰৰ প্ৰধান ঠাই। দিফু মহকুমাৰ প্ৰায় ২/৩ অংশ ঠাইৰ পানী যমুনা নৈয়ে কঢ়িয়ায়। নগাঁও জিলাৰ বাবেও যমুনাখন গুৰুত্বপূৰ্ণ নৈ। ডিমাছাসকলে যমুনাক ডিজেন বোলে। কালিকা পুৰাণত ইয়াৰ নাম দিব্য-যমুনা। প্ৰাচীন কামৰূপৰ পূৰ্বভাগত অৱস্থিত, এই নদীখন দক্ষিণ পৰ্বতৰপৰা ওলাই ব্ৰহ্মপুত্ৰত পৰি দক্ষিণ সাগৰলৈ গৈছে। এইনদী প্ৰসিদ্ধ যমুনাৰ দৰে ফলদায়িনী।

শ্লোকত আছে:

মহতী দিব্য যমুনা যমুনাবৎ ফলপ্ৰদা
দক্ষিণাদি সমুদ্ভূতা দক্ষিণোদধি গামিনী।

**গতিপথ—** দিফু মহকুমাৰ প্ৰায় মধ্যাংশৰ ড'ম্বুকছোৰ পশ্চিমৰ ১৩৬০ মিটাৰ ওখ টিং (২৬°৮', ৯৩°৩১') এটাৰ কাষত যমুনা নৈখন উৎপত্তি হৈছে। উৎস স্থানৰপৰা দক্ষিণ-পূব দিশত ৭ কিমি আহি ড'ম্বুকছোৰপৰা অহা লাংমেলি নৈক লাইলুই নামৰ ঠাইৰ কাষত বাঁওপাৰে লগত লৈ নৈখন এক সমকোণত ঘূৰি দক্ষিণ-পশ্চিমমুৱা হয়। এনেকৈয়ে যমুনাখন আৰু ২ কিমি আহি নিজৰ উৎসৰ দক্ষিণফালে ওলোৱা চোটা যমুনা নৈক সোঁপাৰে লয়। ইয়াৰপৰা নৈখন দক্ষিণ দিশত ৩ কিমি আহি জলিয়েন পায়। জলিয়েনৰপৰা

যমুনা পুনৰ দক্ষিণ-পশ্চিমমুৱা হৈ ৪ কিমি আহি ছংক্লেৰৰ ওচৰত থেদংলাংছুক লগত লয়। তাৰপাছত নৈখন পশ্চিমমুৱা হৈ ২ কিমি ভটিয়াই আহি ডাকলাংছু জানক সোঁপাৰে লগত লয়। ইয়াৰপৰা নৈখন দক্ষিণমুৱা হৈ ডেৰ কিমি অহাৰ পাছত দক্ষিণ-পশ্চিমমুৱা হয়। এনেকৈ চাৰে তিনি কিমি আহি লাংবকু নৈক সোঁপাৰে লগত লয়। লাংবকু নৈত এটা ৩০ মিটাৰ ওখ জলপ্ৰপাত আছে; ইয়াৰ উপনৈৰ নাম আঠাজান।

যমুনাই বাটত সোঁপাৰে নগালাংছু আৰু কাবেৰি জানক লৈ আঢ়ৈ কিমি আহি প্ৰায় দক্ষিণমুৱা হয়। এইদৰে নৈখন প্ৰায় ৪ কিমি আহি সোপাৰে এটা খন্দা খাল আৰু বাঁওপাৰে দিলাই নৈক লগত লয়। দিলাইক লোৱাৰ পাছত ২ কিমি ভটিয়াই যমুনা ৩৬ নং ঘাইপথ পাৰ হৈ মাঞ্জা পায়। মাঞ্জাৰ কাষতে দিফু নৈ আহি যমুনাৰ বাঁওপাৰে পৰে। মাঞ্জাৰ উত্তৰৰ চেইনিলাংছু আৰু কোটৰা জান নামৰ পাহাৰৰ পাদদেশত ওলোৱা দুখন জান দক্ষিণলৈ আহি দিলাই নৈৰ বিপৰীত পাৰে যমুনাত যোগ হোৱা খালটোত পৰিছেহি।

মাঞ্জাৰপৰা নৈখন ৩৬ নং ঘাইপথৰ কাষেদি উত্তৰ-পশ্চিম দিশত ৫ কিমি পথ আহি মহেং দিজুৱা পাৰ হৈ দিচাকাদে নৈক বাঁওপাৰে লয়। তাৰপৰা আঢ়ৈ কিমি ভটিয়াই যমুনাই নিজৰ অন্যতম প্ৰধান উপনৈ লংহিত নৈক সোঁপাৰে লয়। ইয়াৰ পাছত যমুনা লংহিত বৈ অহা দিশত অৰ্থাৎ দক্ষিণ-পশ্চিম দিশত ব'বলৈ লয়। এইভাগে ই ৩ কিমি আহি দিছামা নৈক বাঁওপাৰে লৈ উত্তৰ-পশ্চিমমুৱা হয়। মাজতে এটা ভাঁজ লৈ যমুনা আৰু ৬ কিমি ভটিয়াই বাটত দেৱাক লাংছু আৰু শিলভেটা নামৰ ঠাই পাৰ হৈ মেয়ংদিছা দুয়োকে বাঁওপাৰে লয়। মেয়ংদিছাক লোৱাৰ পাছত যমুনা ভৈয়ামত প্ৰবেশ কৰে আৰু প্ৰায় পোন পথেৰে উত্তৰ-পশ্চিম দিশত ব'বলৈ লয়।

ভৈয়ামত সোমাই নৈখন চাৰে পাচ কিমি আহি দিছবাই নৈক সোঁপাৰে লয়। উক্ত পথছোৱাত যমুনাই থেয়াপক পৰ্বতৰপৰা অহা এখন নৈক সোঁপাৰে আৰু পকলাংছু নৈক বাঁওপাৰে লগত লয়। দিছবাইক লোৱাৰ পৰা যমুনা সপিল পথেৰে ব'বলৈ লয়। পোন জোখেৰে আঢ়ৈ কিমি আহি ৰামফি নৈ আৰু চাৰেলাংছু মিলি হোৱা ৰংপিজানক কৰইজা গাঁৱত বাঁওপাৰে লয়। ইয়াৰপৰা যমুনা ডেৰ কিমি ভটিয়াই পট্ৰাদিছা নৈক সোঁপাৰে লয়। পট্ৰাদিছা নৈৰ



পূবৰ ছাবেট চিনাব নামৰ ঠাইত পাহাৰৰপৰা অহা ভালেমান সৰু জুৰি আহি সমতলত হেৰাই গৈছে। পট্ৰাদিছাক লোৱাৰ পৰা ১ কিমি আহি যমুনাই নিজৰ দক্ষিণৰ লাংলাই পৰ্বতৰ পূৰ্বেদি অহা ৰুইৰে জানক (উপনৈ কৰি আৰু লাংৰে নৈ) বাঁওপাৰে লয়। ইয়াৰপৰা যমুনা আৰু ৩ কিমি ভটিয়াই বকুলীয়াঘাট পায়। বকুলীয়াত যমুনাত বান্ধ দি নৈখনৰ পানীৰে এক জলসিঞ্চন প্ৰকল্পৰ কাম সম্পন্ন কৰা হৈছে।

বকুলীয়াৰপৰা নৈখন ৩ কিমি আহি হালিবন্ধাত ৰামদিছা নৈক সোঁপাৰে লগত লয়। হালিবন্ধাৰপৰা ৬ কিমি ভটিয়াই যমুনা দাসগাঁও পায়। ইয়াৰপৰা নৈখন কাৰ্বি আংলং আৰু নগাঁও জিলাৰ সীমাৰূপে ব'বলৈ লয়। এইদৰে যমুনা সীতামাৰি হৈ ৭ কিমি আহি হাওৰাঘাট চহৰ পায়। হাওৰাঘাটৰপৰা উত্তৰ-পশ্চিম দিশত ৯ কিমি আহি যমুনা গাঁৱত যমুনাই আৰিকাটি বিলক সোঁপাৰে এৰে আৰু তাৰপৰা ২ কিমি ভটিয়াই দিখৰুমুখৰ কাষত দিখৰু নৈক সোঁপাৰে লয়। নগাঁও জিলাৰ সীমা দিখৰু নৈয়েদি উত্তৰ-পূব দিশলৈ যায় আৰু যমুনাখন তাৰপাছত সম্পূৰ্ণকৈ নগাঁও জিলাত সোমায়। মন কৰিব লগা যে হালিবন্ধাৰপৰা দিখৰুমুখলৈকে এই ২৪ কিমি দূৰত্বৰ বাটত যমুনাত এখনো উপনৈ লগ হোৱা নাই কাৰণ এই অঞ্চলৰ মাটিৰ গঠন হ'ল প্ৰৱেশ পলসুৱা মাটি।

যমুনা নৈ নগাঁও জিলাৰ মাজেৰে আধা কিমি আহি যমুনা-মৌদাং সংৰক্ষিত বনৰপৰা অহা ঘাগীয়া নলাক বাঁওপাৰে লয়। ইয়াৰ পাছত নৈখন এখন বিলৰ কাষেদি আহি দক্ষিণ-পশ্চিমমুৱা হয়। এনেকৈ ই ৪ কিমি ভটিয়াই আহি বুঢ়ীগাঁৱৰ পূবত ডবকা বনৰপৰা অহা বুঢ়ীগংগা নৈক সোঁপাৰে লয়। যমুনাই বুঢ়ীগংগাক লোৱাৰ পাছত ৩ কিমি আহি ডবকা নগৰ পায় আৰু ইয়াতে ৩৬ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ডবকাৰপৰা ৪ কিমি ভটিয়াই যমুনা নৈখন দক্ষিণ ভেলুৱাতি পায়। ইয়াতে যমুনাখন দুভাগত বিভক্ত হয়। এভাগ উত্তৰ-পশ্চিমমুৱা হৈ ভেলুৱাতি হৈ গৈ বটামাৰী নৈ হয়। যমুনাৰ মূল সুঁতিটো দক্ষিণ-পশ্চিম দিশতেই আৰু আধা কিমি আহি দক্ষিণলৈ ঘূৰে। ই এনেকৈ ২ কিমি আহি ভদ্ৰেশ্বৰীত ডিমৰু নৈক বাঁওপাৰে লয় আৰু ডিমৰু বৈ অহা দিশত অৰ্থাৎ উত্তৰ-পশ্চিমমুৱা হয়। এনেকৈ ৫ কিমি আহি যমুনা পূব যোগীজান পায়। এই ঠাইতে ডিমৰু নৈৰ এটা শাখা যমুনাৰ বাঁওপাৰে পৰেহি। ডিমৰুৰ সেই শাখা-

টোতে কপিলী নৈৰ সুঁতি যোগীজান পৰিছেহি। পূব যোগীজানৰপৰা যমুনাখন ১ কিমি আহি মিদমাৰী নৈৰ এক শাখাক সোঁপাৰে লৈ আৰু আঢ়ৈ কিমি আহি মাজগাঁওত উত্তৰ-পূব সীমান্ত ৰেলপথ পাৰ হয়। ৰে'লপথৰপৰা ১ কিমি ভটিয়াই যমুনামুখত যমুনা নৈ কপিলীত পৰে।

ভদ্ৰেশ্বৰীৰপৰা ৰে'লপথৰ কাষৰ মাজগাঁৱলৈকে যমুনাখন এসময়ত বৰ্তমানৰ সুঁতিটোৰ উত্তৰেদি বৈছিল। বৰ্তমান এই পুৰণা সুঁতিটোক মিদমাৰী নৈ বোলে। এইখন নৈৰে পশ্চিমমুৰৰপৰা এখন জান ওলাই পশ্চিমলৈ আহি যমুনাত পৰিছে। তদুপৰি মিদমাৰীৰ মধ্যাংশৰ পৰা ওলোৱা মৰা নিচৰি নামৰ আন এখন সৰু জান উত্তৰলৈ গৈ বনগাঁৱত বটামাৰীত পৰেগৈ।

**বটামাৰী নৈ ঃ** দক্ষিণ ভেলুৱাতিত যমুনাৰ যিটো শাখা ফাটি উত্তৰ-পশ্চিমলৈ আহিছিল সেইটোৱেই বটামাৰী বা নিখৰি/নিচৰি নৈ নামেৰে ২ কিমি আহি ডবকা নগৰৰ উত্তৰেদি অহা দেউৰীজানক সোঁপাৰে লয়। দেউৰীজানৰ উপনৈ বৰহোলাজুৰি। তাৰপৰা আঢ়ৈ কিমি আহি মিদমাৰী নৈৰপৰা অহা মৰা নিচৰিজানক বাঁওপাৰে লৈ বটামাৰীয়ে আৰু ১ কিমি ভটিয়াই চ'ংমাঝি জুৰিক সোঁপাৰে লয়। ইয়াৰ পাছতে বেলদঙাজুৰি আৰু ৰংচোলা জুৰি মিলি হোৱা নৈখন মিটমাৰী বিল আৰু অমলা বিলৰ মাজেদি আহি বটামাৰীত পৰে। ইয়াৰ পাছৰছোৱা বাটত প্ৰায় প্ৰতি কিল'মিটাৰ অন্তৰত ক্ৰমে ভেলেউগুৰি জুৰি, ভেলেউগুৰি আখলি জুৰি আৰু শুকানজুৰি বটামাৰীৰ সোঁপাৰে পৰেহি। বটামাৰীৰ সোঁপাৰৰ সকলোবোৰ উপ জান-জুৰি উত্তৰ দিশৰ ডবকা সংৰক্ষিত বনৰপৰা ওলাই মদাৰ-তলিৰপৰা শুকানজুৰিৰ মাজত ৩৬ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ দক্ষিণলৈ আহিছে।

শুকানজুৰিক লোৱাৰ পাছত বটামাৰী নৈক খকৌজুৰিও বোলে। নৈখনে উত্তৰ-পশ্চিম দিশত আৰু ১০ কিমি ভটিয়াই নৈনৈৰ (কলঙৰ উপনৈ) পৰা ফাটি অহা এটা শাখাক সোঁপাৰে লয়। এই শাখাটোৱে বাটত শ'লমাৰী জান, তিতাজুৰি, থানজুৰি হায়াজুৰি (উপনৈ ছম-চাৰি জুৰি) ৰেংবেং জুৰি আদি নিজৰ পূবৰ পাহাৰৰপৰা অহা জান-জুৰিবোৰক লগত লৈ বটামাৰীত পৰিছে। এই ঠাইৰপৰাই বটামাৰী নৈক তেতেলিচৰা নৈ বোলে।

তেতেলিচৰা নামেৰে আঢ়ৈ কিমি আহি বৰঘাটত নৈখন কপি-লীৰ নিচেই কাষ চাপে যদিও তাত নপৰি উত্তৰ দিশলৈ ঢাল লয়।



নৈখন এইদৰে ৫ কিমি আহি ননৈক সোঁপাৰে লগত লৈ নাম সলাই হাৰিয়া নৈ নাম লয়। হাৰিয়া নৈৰ সমগ্ৰ পথছোৱা অসংখ্য বিলেৰে ভৰা এক জলাহ অঞ্চলৰ মাজেদি গৈছে। এই বিলবোৰ হ'ল উজ-নীৰপৰা ক্ৰমে কলাইখোৱা, ভালুকগুৰি, খাৰতলি, ৰঙাজান, ডেৰাৰ-তলি, দৰালু, বৰালু, পোহাৰীখাতি, চাকলি, ধনঞ্জয়, হাগালতলি, হাতীমৰা, বগৰীগুৰি আৰু দুখীচা বিল। উক্ত বিলবোৰৰ কাষেদি হাৰিয়া নৈ ১৪ কিমি আহি ৰহা চহৰৰপৰা ৪ কিমি দক্ষিণ-পূবৰ হাৰিয়ামুখত কলং সুঁতিত পৰে।

## যমুনাৰ প্ৰধান উপনৈসমূহ

**২০. ৫. ৮. ১. দিলাই নৈ ঃ** ডিফু মহকুমাৰ প্ৰায় মধ্যাংশৰ ড'মু-কছোৰ দক্ষিণ-পূবৰ বোম্লি নামৰ ঠাইত দিলাই নৈখন উৎপত্তি হৈছে। উৎসৰপৰা নৈখন দক্ষিণ দিশত ৬ কিমি আহি হিংবুঙ পায় আৰু তাৰপৰা পূবমুৱা হৈ বয়। এনেকৈ ৪ কিমি আহি ছাইজঙৰ ওচৰত নৈখন পুনৰ দক্ষিণমুৱা হয়। এনেকৈ ডেৰ কিমি আহি জিলাংছু নৈ আৰু বাটত কেইবাখনো সৰু জান লৈ আৰু ৫ কিমি আহি নৈখন হিদিপি বজাৰ পায়। ইয়াতে নৈৰ কাষত হিদিপি নামৰ এখন বিল আছে। হিদিপি বজাৰৰপৰা নৈখন ২ কিমি আহি ছাৰ্থে ইংলেঙৰ কাষেদি দক্ষিণ-পশ্চিমমুৱা হয়। নৈখন এইদৰে ৩ কিমি আহি ফুলক ইনগুৰ ওচৰত হাতাকাজানক বাঁওপাৰে আৰু ওকেথাই নৈক সোঁপাৰে লগত লয়। তাৰপৰা ই ৩ কিমি ভটিয়াই নৈখনৰ নামেৰে হোৱা দিলাই নামৰ ঠাই পায়। ইয়াতে টিন জান নামৰ এখন ডাঙৰ জান দিলাইৰ বাঁওপাৰে পৰেহি।

দিলাইৰপৰা নৈখন পশ্চিমমুৱা হয়। নৈখন এইদৰে ১ কিমি আহি বাঁওপাৰে ফেফেৰনদিছা আৰু দুখনমান সৰু জান লগত লয়, তাৰপৰা আৰু ২ কিমি আহি কয়লাজানক সোঁপাৰে লয়। কয়লা-জান নামটো কয়লাৰ স্তৰ থকা ঠাইৰ মাজেদি অহা বাবে হৈছে। এসময়ত এই নৈৰ দাঁতিত এটা ডাঙৰ কয়লাখনি আছিল। কয়লা-জানৰ ভালেমান সৰু উপনৈ আছে।

কয়লাজানক লোৱাৰ পাছত ডেৰ কিমি আহি মনটেৰঙত দিলাই-খন ৩৬ নং ঘাইপথৰ কাষ চাপে আৰু এই ঠাইতে ই আগুৰি নৈক বাঁওপাৰে লগত লৈ উত্তৰ-পশ্চিমমুৱা হয়। ইয়াৰ পাছৰপৰা প্ৰায় ১ কিমি দূৰত্বৰ ব্যৱধানত ক্ৰমে খিল্লা নৈ, কিদিমথিবা নৈ আৰু থাপিয়া নৈ আহি দিলাইৰ সোঁপাৰে পৰেহি। পাছত নৈখন ২ কিমি

ভটিয়াই বৰ্তমানৰ আমলখিৰ সামান্য পূবত হাফ্ৰজানক বাঁওপাৰে লগত লয়। তাৰপৰা দিলাই আৰু ১ কিমি ভটিয়াই আহি আমলখিৰ ওচৰত আমলখি নৈক বাঁওপাৰে লয়। আমলখিৰ উপনৈ হ'ল দং থেৱং। আমলখিৰপৰা নৈখন ৩ কিমি আহি ভাঁজ দিছাক সোঁপাৰে লৈ আৰু ১ কিমি ভটিয়াই মাজাৰপৰা ২ কিমি পূবে যমুনা নৈৰ বাঁওপাৰে পৰে।

**দিলাইৰ উপনৈ— হাফজান:** হাফ্ৰজান এখন ডাঙৰ জান। কাৰ্বি আংলং জিলাৰ ধনশিৰি ৰে'লষ্টেচনৰ পৰা ৫ কিমি উত্তৰ-পশ্চিমে জানখনৰ উৎপত্তি হৈ প্ৰথমে উত্তৰ আৰু পাছত উত্তৰ-পশ্চিম দিশত দলদলি সংৰক্ষিত বনৰ মাজেদি বৈ আহি হাফজান নামৰ ঠাইত ওলাইছেহি। হাফ্ৰজানৰপৰা জানখন উত্তৰমুৱা হৈ আহি সোঁপাৰে ছেৰংখিবাদিছাক লগত লৈ এছোৱা পথ ৩৬ নং ঘাইপথৰ কাষেদি আহি কমলাবাগানত দিলাইৰ বাঁওপাৰে পৰে।

**২০.৫.৮.২ দিফু নৈ:** এইখন দিফু কাৰ্বি আংলঙৰ সদৰ ঠাই দিফু নগৰৰ মাজেদি বৈ অহা নৈখন। নৈখন ধনশিৰি সংৰক্ষিত বনৰ অনুচ্চ পাহাৰৰ মাজত ওলাই উত্তৰ দিশত ১৩ কিমি বৈ আহি বাঘমাৰিৰ ওচৰত নিজৰ প্ৰধান উপনৈ নাই লালং নৈক বাঁওপাৰে লয়। এইছোৱা পথত দিফুত পৰা উপনৈবোৰ হ'ল ক্ৰমে অহিজান জীয়াদং, ভুটীয়া দং আৰু দিলাংকি নৈ।

নাই লালঙক লৈ দিফুখন ৰে'লপথৰ কাষেদি ২ কিমি পথ উত্তৰলৈ আহি দিফু ৰে'লষ্টেচনৰ কাষত ৰে'লপথ পাৰ হয়। জেংটিছ গাঁৱৰ পৰা অহা লুৰংদিছা জান দিফু নগৰতে দিফু নৈৰ বাঁওপাৰে পৰে। দিফুৰ পূবৰপৰা অহা ধৰম নৈখনো ইয়াতে দিফুৰ সোঁপাৰে পৰে। পাছত নৈখন দিফুৰপৰা উত্তৰমুৱা হৈ দিফু-মাঞ্জা ৰাস্তাৰ প্ৰায় সমান্তৰালকৈ বৈ আহে। এনেকৈ ই ৭ কিমি ভটিয়াই দিখেং জানক বাঁওপাৰে লয়। দিখেঙৰ উপনৈ চুতীয়া নৈ। তাৰপৰা দিফু নৈখন আঢ়ৈ কিমি আহি দক্ষিণ-পূবৰপৰা মেখিফুঙৰ কাষেদি অহা দিলাজি নৈক সোঁপাৰে লয়। দিলাজিৰ উপনৈ নাহৰজান। তাৰপাছত দিফুখন আঢ়ৈ কিমি ভটিয়াই হৰকাজে নৈক বাঁওপাৰে লয় আৰু ১ কিমি আহি খেৰণী পাৰহৈ দন থেৱাং নৈক বাঁওপাৰে লয়। খেৰণীৰপৰা দিফু নৈ চাৰে তিনি কিমি আহি মাজাৰ ওচৰত থাৰবে দঙক লগত লৈ যমুনাৰ বাঁওপাৰে পৰে। দিফু নৈৰ দৈৰ্ঘ্য প্ৰায় ৩৬ কিমি।



**দিফুৰ উপনৈ**

**২০.৫.৮.২.১ নাই লালাং:** নৈখন দিফু নৈৰ পশ্চিমে ধনশিৰি বনৰ ভিতৰত ওলাই নাইলালং বা দিলং কি নৈ নামেৰে উত্তৰ দিশত বৈ আহে। এনেকৈ ই প্ৰায় ১৪ কিমি আহি নাইলালং ৰে'লষ্টেচনৰ ৫ কিমি উজনিত ৰে'লপথৰ দাঁতিতে বাঘমৰা নৈক বাঁওপাৰে লয়। বাঘমৰা নৈখন নাইলালং ৰে'লষ্টেচনৰ ওচৰৰপৰা ৰে'লপথৰ কাষেদি উত্তৰ-পূব দিশত বৈ আহিছে, ইয়াৰ উপনৈ থিছো আজুৰ জান।

**২০.৫.৮.২.২. ধৰম নৈ:** দলদলি সংৰক্ষিত বনৰ দক্ষিণভাগৰ চোটা দলদলি নামৰ ঠাইৰ দক্ষিণে ৰে'লপথৰ দাঁতিত ৰাইজো ছং নামৰ এখন বিল আছে। এই বিলখনত যোগীৰিবা, ৰাইজোছং, ৰূপম আৰু মেছেৰদিছা নামৰ কেইবাখনো জান পৰিছেহি। এই বিলৰপৰা এখন নৈ ওলাই ৰে'লপথৰ কাষেদি উত্তৰ-পশ্চিম দিশত বৈ আহিছে। এই নৈখনে বাটত সোঁপাৰে ধৰম নৈক লগত লৈ ধৰম নৈ হয় আৰু ভটিয়াই আহি খেমখেলাই, বুচিজান আৰু থেংমেৰাকচাং জানক বাঁওপাৰে লৈ ৰে'লপথৰ কাষ পায়। ৰে'লপথৰ কাষেদি নৈখন ৮ কিমি আহি দিফু নগৰত সোমায় আৰু ইয়াতে দিফু নৈত পৰে।

**২০.৫.৮.৩. লংহিত নৈ:** লংহিত নৈৰ উৎস স্থান দিফু মহকুমাৰ মধ্যাংশৰ পাতৰ ফ্ৰাংছোৰ কাষত। তাৰপৰা নৈখন পশ্চিমমুৱা হৈ ৬ কিমি আহি কুপিল গাঁও পায়। ইয়াতে দক্ষিণ-পশ্চিমমুৱা হৈ আৰু ৩ কিমি ভটিয়াই লংচেক পৰ্বতৰ উত্তৰত লপ্ৰিহাৰি নৈক সোঁপাৰে আৰু ডেৰ কিমি আহি ডেৰিংলাংছুক বাঁওপাৰে লগত লৈ নৈখন দক্ষিণলৈ বৈ আহে।

লংহিত নৈ দক্ষিণলৈ বৈ আহি ছুখী পৰ্বত নামৰ দীঘলীয়া পৰ্বতটোৰ পূবত দক্ষিণৰ সুউচ্চ খুনবামন (১৩০৮ মি) পৰ্বতৰ উত্তৰেদি অহা খুনবামন লাংছুক সোঁপাৰে লয়। খুনবামন এখন ডাঙৰ নৈ। ইয়াৰ উপনৈ হ'ল বাঁওপাৰে বোহাম লাংছু আৰু বেপাৰাইলাংছু। তাৰপাছত লংহিত নৈখনে ছুখী পৰ্বত চেদ কৰি পশ্চিম আৰু দক্ষিণ-পশ্চিম দিশত এটা গিৰিখাটেদি চাৰেছয় কিমি বৈ আহি ৰামছিং গাঁৱৰ পূবত প্ৰধান উপনৈ লংৱিক নৈক সোঁপাৰে লয়।

ৰামছিং গাঁৱৰপৰা নৈখন দক্ষিণ দিশত পূবৰ হেথা আৰু পশ্চিমৰ ক্লবাং পৰ্বতৰ মাজেদি বৈ আহে আৰু বাটত আধা কিমি দীঘল সুৰংগৰ তলেদি পাৰ হৈ থেকাৰাজানক সোঁপাৰে লয়। এই বাট-

ছোৱাৰ দীঘ ১০ কিমি। থেকাৰাজানৰ উৎস উত্তৰৰ ছামনামপি পৰ্বত আৰু ইয়াৰ উপনৈ হ'ল সোঁপাৰে প্ৰামপিছো নৈ আৰু বাঁওপাৰে ইংলাংছু নৈ। থেকাৰাজানকৈলে লংহিতখন দক্ষিণ পশ্চিমমুৱা হয়। এনেকৈ ৫ কিমি আহি খুনবামন শৃংগৰপৰা অহা লংৰিক নৈক বাঁওপাৰে লৈ আৰু ২ কিমি ভটিয়াই নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ভৈয়ামত প্ৰবেশ কৰে। এই দিশে নৈখন ৪ কিমি আহি লাংপাৰপান নৈক সোঁপাৰে আৰু সামান্য ভটিয়াই চৌকিদাৰ গাঁৱৰ কাষেদি অহা বৰজান নৈক বাঁওপাৰে লগত লয়। তাৰপৰা লংহিতখন এক ঠেক উপত্যকাইদি ২ কিমি বৈ আহি মহেংদিজুৱাৰ পশ্চিমে যমুনাৰ সোঁপাৰে পৰে।

**লংহিতৰ উপনৈ— লংব্ৰিক ঃ** লংব্ৰিক নৈৰ উৎস হ'ল কাৰ্বি জিলাৰ সোঁমাজৰ সুউচ্চ সিংহাসন শৃংগৰ (১৩৬০ মি) পূব ঢাল। তাৰপৰা নৈখন দক্ষিণ-পূব দিশত বৈ আহি লংমিণ্ট নৈক বাঁওপাৰে লৈ প্ৰায় দক্ষিণমুৱা হৈ সামান্য ভটিয়াই মোকাপানী নৈক বাঁওপাৰে লয়। এনেকৈ ডেৰ কিমি আহি বুঢ়া ৰংপি গাঁৱৰ কাষত লাংমেক্সু নৈক সোঁপাৰে লৈ নৈখন পূবমুৱা হয়। সামান্য ভটিয়াই চোটা লংব্ৰিক নৈক বাঁওপাৰে লৈ আৰু ৩ কিমি বাট মাটিখলা পৰ্বতৰ দক্ষিণেদি আহি লাচিন নৈক বাঁওপাৰে লৈ নৈখন দক্ষিণমুৱা হয়। এনেকৈ নৈখনে আৰু ৩ কিমি আহি থনাপুং নৈক বাঁওপাৰে লৈ আৰু ৩ কিমি ভটিয়াই পশ্চিমৰ ৰামচিং গাঁৱৰ মাজেদি অহা থেদং নৈক সোঁপাৰে লৈ ঠাইতে লংহিতত পৰে।

**২০.৫.৮.৪. দিছামা নৈ ঃ** এইখন নৈ দিছামা সংৰক্ষিত বনৰ ভিতৰত দিফু নগৰৰপৰা ৫ কিমি পশ্চিমে ওলাই উত্তৰ দিশত বৈ আহিছে। নৈখনে বাটত ক্ৰমে লাংট্ৰে জানক বাঁওপাৰে, জুদুংজান আৰু বিথিফাং-লাংছুক সোঁপাৰে, উদিংলাংছু, ছায়ুমলাংছু আৰু লংবাজং লাংছুক বাঁও-পাৰে লগত লৈ মুঠ ১৭ কিমি আহি দিছামা গাঁৱত যমুনাৰ বাঁওপাৰে পৰে।

**২০.৫.৮.৫. মেয়ংদিছা নৈ ঃ** দিছামা নৈৰ পশ্চিমে ওলোৱা টাৰিয়া দং আৰু ইয়াৰো পশ্চিমৰ চকলাংছু জান মিলি মেয়ংদিছা নাম লৈ উত্তৰদিশত বয়। নৈখনে বাটত বৰ টিমুঙত লাংলং জান আৰু লান-গেটছুজান মিলি হোৱা কুকিজানক বাঁওপাৰে লগত লয়। একেদিশে আহি জিপলক বিলৰ কাষত মানছাজুৰিক বাঁওপাৰে আৰু জিৰিলাংছুক



(উপনৈ ৰাইক্ৰুংলাংছু) সোঁপাৰে লৈ নৈখন দিছামা বনাঞ্চলৰ মাজেদি আহে। এইবাটত টিমহিম লাংছু আৰু কিৰি লাংছুক সোঁপাৰে লৈ শিলভেটাৰ দক্ষিণে যমুনাত পৰে।

**২০.৫.৮.৬. দিছবাই নৈ ঃ** দিছবাই পৰ্বতৰ উত্তৰ-পূবত লংহিতৰ উপনৈ থেকাৰাজানৰ দক্ষিণে ওলোৱা জটৰীয়া নৈ দক্ষিণ-পশ্চিম দিশত আহি পূবৰপৰা অহা দুখন জানৰ লগ লাগি দিছবাই নৈ হয়। প্ৰথমে পশ্চিম আৰু পাছত দক্ষিণ-পশ্চিম দিশত ভালেমান সৰু জানজুৰি লৈ পাহাৰৰ নামনিত ৩৬ নং ঘাইপথ পাৰ হৈ যমুনাৰ সোঁপাৰে পৰে।

**২০.৫.৮.৭. পত্ৰাদিছা ঃ** দিফু মহকুমাৰ মধ্যাংশৰ চাৰ্টিমগাঁৱৰ উত্তৰত পত্ৰাদিছা নৈখন ওলাইছে। প্ৰথমে দক্ষিণমুৱা হৈ ৪ কিমি আহি চোট বিনহুম পৰ্বতৰ উত্তৰৰপৰা নৈখন পূবমুৱা হয়। এইদৰে ডেৰ কিমি আহি এটা ৩৪ মিটাৰ ওখ জলপ্ৰপাতেদি নামি আহি উত্তৰৰ ইংলং টেৰাং পৰ্বতৰপৰা অহা টেৰং নৈক বাঁওপাৰে লগ কৰে। ইয়াৰ পাছত এটা সূক্ষ্মকোণীয়া ভাঁজত ঘূৰি দোকানগাঁৱৰ কাষেদি নৈখন দক্ষিণ-পশ্চিম দিশত বৈ আহে। এনেকৈ পাছৰ ৪ কিমি বাটত নৈখনে এটা সুৰংগৰ তলেদি সৰকি আহি সৰুপত্ৰাদিছা নৈক সোঁপাৰে লয়। সৰু পত্ৰাদিছা নৈখন উত্তৰ দিশৰ বিনহুম পৰ্বতৰপৰা ওলাইছে।

সৰু পত্ৰাদিছাক লৈ পত্ৰাদিছাখন দক্ষিণমুৱা হৈ কাঁড় যেন পোন পথেৰে বৈ আহে। এনেকৈ ই ১০ কিমি আহি বুৰা কিয়াটত ভৈয়াম পায়। ভৈয়ামত বেংবং নৈক বাঁওপাৰে লৈ নৈখন দক্ষিণ-পশ্চিম-মুৱা হয়। এই দিশৰ শেষৰ ৬ কিমি পথত বাঁওপাৰে অনেক পাহাৰীয়া জানজুৰি লৈ ৩৬ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰহৈ চিকাৰীঘাটৰ দক্ষিণত পত্ৰাদিছা নৈ যমুনাৰ সোঁপাৰে পৰে। পত্ৰাদিছা নৈখন হাওৰাঘাট আৰু দিফু থানাৰ মাজৰ সীমাৰূপে ব্যৱহৃত হৈছে।

**২০.৫.৮.৮. দিখৰু নৈ ঃ** দিখৰুনৈ তিনিখন — বৰ দিখৰু, দিখৰু আৰু সৰু দিখৰু। ইহঁতৰ ভিতৰত বৰদিখৰুখন মূল নৈ, ই দিফু-মহকুমাৰ উত্তৰ-পশ্চিম ভাগৰ জেংগাঁৱৰ ওচৰত (২৬°, ২৭´ : ৯৩°, ১৪´) কাৰ্বি পাহাৰ সংৰক্ষিত বনৰ মাজত ওলাই দক্ষিণ-পশ্চিম দিশত পোন পথেৰে বৈ আহিছে। নৈখনে এইদৰে ৮ কিমি আহি নিজৰ সমান্তৰালকৈ আহি থকা লংলুথ নলাক সোঁপাৰে লৈ আৰু ১০ কিমি ভটিয়াই দিখৰু নৈক সোঁপাৰে লয়। দিখৰু নৈখন বৰদিখৰুৰ পশ্চিমে

চাৰ্থে ৰংফাৰ গাঁৱত (২৬°, ২২´ : ৯৩°, ১´) ওলাই পূবলৈ আহি বাঁওপাৰে লাংদাং জুৰিক লৈ কেবং নামৰ ঠাইত বৰদিখৰুত পৰে।

দিখৰুক লৈ বৰদিখৰু আৰু ৫ কিমি একেদিশত আহি চাংপ্লাৰ আৰু মৌকাচাং নৈৰ মিলিত জানখন সোঁপাৰে লগত লৈ এটা সূক্ষ্ম-কোণত ঘূৰি পূবমুৱা হয়। এনেকৈ ৪ কিমি আহি লাংকাংগ্ৰাম নৈক বাঁওপাৰে লৈ আৰু ২ কিমি ভটিয়াই নৈখন দক্ষিণমুৱা হয়। এইদৰে নৈখন আৰু ৪ কিমি আহি তাৰাগাঁৱত সৰু দিখৰু নৈক বাঁওপাৰে লয়। সৰু দিখৰুখন বৰদিখৰুৰ আগলি অংশৰ দক্ষিণত ওলাই লক্ষ্মী পৰ্বতৰ পূবেদি দক্ষিণমুৱা হৈ বৈ আহিছে। বাটত নিহাং ইংতি বস্তিৰ ওচৰত কপ্লাৰ নৈক সোঁপাৰে লৈ পোনপথেৰে দক্ষিণ-পশ্চিম দিশত বৈ আহে। তাৰাগাঁৱৰ ওচৰত লাংছিবু বা ক'লাপানী নৈক বাঁওপাৰে লৈ নৈখন ঠাইতে বৰ দিখৰুত পৰে।

তাৰা গাঁৱৰপৰা বৰদিখৰু নৈ পূৰ্বৰ দিশতে আৰু ডেৰ কিমি আহি লাং হেবেং নৈ আৰু ২ কিমি আহি লংচিটুং নৈক সোঁপাৰে লয়। একেটা দিশতে আৰু ৫ কিমি ভটিয়াই মোলাজান গাঁৱত নৈখনে দোইদাক নৈক বাঁওপাৰে আৰু ২ কিমি আহি বুঢ়া গোঁহাই পৰ্বতৰ পূবত কচুজানক সোঁপাৰে লৈ দক্ষিণ দিশত ৩ কিমি আহি দকমকা চহৰ পায়। দকমকাৰপৰা নৈখনক দিখৰু নামেৰেই জনা যায়। নৈখন দকমকাৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ ৩ কিমি আহি মেনটৰ গাঁৱত নিজৰ প্ৰধান উপনৈ হৰগাতি নৈক বাঁওপাৰে লয়। একেভাগে আৰু চাৰেছয় কিমি ভটিয়াই নৈখন পূব দিখৰু পায় আৰু ইয়াতে হাৰিণা নৈ আৰু চাকলিজানক একেলগে সোঁপাৰে লগত লয়। নৈখন তাৰপৰা পশ্চিমমুৱা হৈ আধা কিমি আহি পাৰ-খোৱাত লাংগাছিয়া জুৰিক সোঁপাৰে লয়। লাংগাছিয়া জুৰিখন ডবকা বনৰ ভিতৰৰ মোকবাং পৰ্বতত ওলাই থেকেৰা জুৰি নামেৰে দক্ষিণলৈ আহি উদগাঁৱত এক জলাহ ঠাইৰ মাজেদি পাৰ হৈ উৰ্ধগংগা নৈক সোঁপাৰে লৈ লাংগাছিয়া জুৰি নাম লয়; আৰু দক্ষিণলৈ আহি পাৰ-খোৱাৰ উত্তৰত গংগাদিছা নৈক সোঁপাৰে লৈ দিখৰুত পৰে। উৰ্ধ-গংগা আৰু লাংগাচিয়া জুৰিয়ে নগাঁও আৰু কাৰ্বি আংলং জিলাৰ মাজৰ এছোৱা সীমা নিৰ্ধাৰণ কৰিছে। গংগাদিছা নৈত আকাশী-গংগা নামৰ আৰু উৰ্ধগংগা নৈত উৰ্ধগংগা নামৰ একোটাকৈ জল-প্ৰপাত আছে।

পাৰখোৱাৰপৰা দিখৰুখন আকৌ দক্ষিণ-পশ্চিমমুৱা হৈ নগাঁও



আৰু কাৰ্বি আংলঙৰ সীমাৰূপে বয়। ই এনেকৈ ডেৰ কিমি আহি দীঘলপানী নৈক বাঁওপাৰে লয়। তাৰপৰা নৈখন ২ কিমি আহি দিখৰুমুখৰ দক্ষিণে এখন জান সোঁপাৰে আৰু দীঘলপানীৰ এটা শাখাক বাঁওপাৰে লগত লৈ টংগীয়া নামৰ ঠাইত যমুনাত পৰে।

## দিখৰুৰ উপনৈ

**২০. ৫. ৮. ৮. ১. হৰগাতি নৈ :** নৈখন দিফু মহকুমাৰ মধ্যাংশৰ ছাইগাঁৱত ওলাই পশ্চিমলৈ আহি কাটক লাংছুক সোঁপাৰে লৈ দক্ষিণ-পশ্চিমমুৱা হৈ বৈ আহে। এইদৰে ৫ কিমি পথত চিৰি লাংছুক সোঁপাৰে আৰু লুচিন নৈক বাঁওপাৰে লৈ হৰগাতি চাৰমেন গাঁৱৰ উত্তৰ পায়। ইয়াৰপৰা ১ কিমি পশ্চিমলৈ আহি নৈখন উত্তৰ-পশ্চিম-মুৱা হয়। এনেকৈ ৪ কিমি আহি লাংকাংলাংলাংছুক সোঁপাৰে লৈ নৈখন পশ্চিমমুৱা হয়। এনেকৈ ৫ কিমি আহি নৈখন ভৈয়ামত প্ৰবেশ কৰে আৰু ইয়াতে নৈখন দুভাগত বিভক্ত হয়। তাৰে এভাগ পশ্চিমমুৱা হৈ ২ কিমি আহি সৰু হৰগাতি নৈ আৰু ৩ কিমি আহি মাদুলি নৈক সোঁপাৰে লৈ ডেণ্টা গাঁৱৰ কাষৰপৰা দক্ষিণমুৱা হয়। এই ঠাইতে হৰগাতিৰ আনটো শাখাও আহি ইয়াৰ লগ লাগে। আনটো শাখাত দৈদাক নামৰ এখন সৰু নৈ পৰিছে।

দুয়ো শাখা মিলিত হৈ দক্ষিণ-পশ্চিম দিশত ৫ কিমি আহি ফুলনিৰ পশ্চিমৰ হৰগাতি নামৰ ঠাইত সোণাৰী জুৰিক বাঁওপাৰে লয়। সোণাৰী জুৰিখন ফুলনিৰ পূৰ্বৰ পাহাৰৰ দাঁতিত লাংছুমিপি নৈ নামে ওলাই বাটত কেকাংদু নৈক বাঁওপাৰে লৈ পশ্চিমমুৱা হৈ বৈ আহিছে। হৰগাতি নৈ সোণাৰী জুৰিক লৈ আৰু ১ কিমি আহি ৩৬ নং ঘাইপথ পাৰ হৈ আৰু ২ কিমি ভটিয়াই ফুলনি চহৰৰ মাজেদি অহা দংকেহাই বা চেলাবৰ নৈক বাঁওপাৰে লগত লৈ পশ্চিমমুৱা হয়। এনেকৈ ২ কিমি আহি দংগাই নৈক সোঁপাৰে লৈ বাটত হাওৰাঘাট-দকমকা পথ পাৰ হৈ ৩ কিমি ভটিয়াই আহি দিখৰুত পৰে।

## হৰগাতিৰ উপনৈ

**৮. ৮. ১. ১. সৰু হৰগাতি নৈ :** এইখন নৈ এদাং ক্ৰামচাৰ উত্তৰ-পূব দিশৰ টকটং পাহাৰৰ কাষৰপৰা অহা চইকামলাংছুৰ লগত ক্ৰমে বাঁওপাৰে থেবাং নৈ, সোঁপাৰে লংটেবাং নৈ, বাঁওপাৰে শুকান-জুৰি, আৰু শেষত বাঁওপাৰে ছামিলাংছু যোগ হৈ হৈছে।

**৮. ৮. ১. ২. চেলাবৰ নৈ :** চেলাবৰ বা দংকেহাই নৈখন চাৰ্টিম গাঁৱৰ ওচৰত ওলাই পশ্চিমলৈ আহি চৰমেন গাঁৱত দক্ষিণ-পশ্চিম-মুৱা হৈ চেলাবৰ সংৰক্ষিত বনত সোমায়। বনৰ মাজতে পাহাৰৰ-পৰা উত্তৰলৈ অহা ক্ৰমে চিম্পিপ নৈ, লাংছুমিপি নৈ, বিছনাথ নৈ আৰু পাকলাংছুমিপি নৈক বাঁওপাৰে লৈ একেবাৰে পোন পথেৰে পশ্চিমলৈ আহি ফুলনি চহৰৰ মাজেদি দংকেহাই নামেৰে বৈ বাটত শিল-পুখুৰীৰ কাষেদি অহা লংহাবাং জানক বাঁওপাৰে লৈ হৰগাতিত পৰে।

**৮. ৮. ২. হাৰিণা নৈ :** ডিফু মহকুমাৰ উত্তৰ-পশ্চিম ভাগৰ কামাৰ হাংসেৰ পশ্চিমে ওখ পৰ্বতৰ মাজত হাৰিণা জুৰিৰ উৎপত্তি হৈছে। উৎসৰপৰা দক্ষিণ দিশত ৫ কিমি আহি ধৰাম হাবাই গাঁৱত লংবংলং নৈক সোঁপাৰে আৰু ২ কিমি আহি আৰনাম জুৰিক বাঁওপাৰে আৰু কাংথি জুৰিক সোঁপাৰে লৈ নৈখন দক্ষিণ-পূবমুৱা হয়। এইদৰে নৈখন ৪ কিমি ভটিয়াই বিৰবৰ নৈক (উপনৈ ডাঙৰ পানী) বাঁওপাৰে আৰু পিটি (পান) জুৰিক সোঁপাৰে লৈ মনপাটৰত ভৈয়ামত প্ৰৱেশ কৰে। নৈখন ইয়াৰপৰা সপিল পথেৰে দক্ষিণমুৱা হৈ ২ কিমি আহি দেনগাঁও পায়। ইয়াতে টংক্লক জুৰিক বাঁওপাৰে লৈ বাটত হাৰিণা বিলক এৰি চাৰেছয় কিমি পথ বৈ আহি পুব দিখৰুত ছাকলি জানক লৈ হাৰিণা নৈখন দিখাৰু নৈত পৰে।

**৮. ৮. ৩. দীঘল পানী নৈ :** নৈখন সৰু পত্ৰাদিছা নৈৰ পশ্চিমৰ লংগেৰছো পৰ্বতৰ দক্ষিণত ওলাই দক্ষিণ দিশত ৪ কিমি আহি পৰ্বতৰ মাজত দক্ষিণ-পশ্চিমমুৱা হয়। এই ঠাইৰপৰা নৈখনক দীঘল পানী বা ডাঙৰ নৈ বোলে। উক্ত দিশত ৮ কিমি ভটিয়াই বুঢ়া ৰংপিত সৰু নৈক (উপনৈ অনটোনাক জুৰি) সোঁপাৰে লৈ নৈখন আৰু ২ কিমি আহি কৰকক পায়। ইয়াতে ৩৬ নং ঘাইপথ পাৰ হৈ নৈখন পশ্চিমমুৱা হয়। এই দিশত ৫ কিমি আহি বেলগুৰিত নৈখন দুভাগত বিভক্ত হয় আৰু সামান্য ব্যৱধান ৰাখি উত্তৰ-পশ্চিম দিশত ৮ কিমি ভটিয়াই আহি দুয়ো হামবং গাঁৱত আকৌ লগলাগেগৈ। দীঘল পানীৰ দক্ষিণৰ শাখাটোকে হোগ্ৰাজান বুলিও কয়। হামবং-গাঁৱৰপৰা ডেৰ কিমি ভটিয়াই জল জুৰিৰ ওচৰত লাংটুৰংজুৰি (টেং ক্লেং নৈ) নামৰ এখন বৰ দীঘল জানক লগ পায়। এই জানখন উপৰোক্ত সৰু নৈ ওলোৱা ঠাইৰ উত্তৰে ৰং ৰং পাহাৰত ওলাই ৩৬ নং ঘাইপথ পাৰ হৈ তৰাবচা, সোণাৰীগাঁও, বৰগংগা হৈ ২০ কিমি বাট



বৈ আহিছে। জলজুৰিৰপৰা দীঘল পানী নৈখন ৭ কিমি বাট ওকৰেং দীঘলপানী হৈ পশ্চিমলৈ আহি দিখৰুত পৰে।

**২০.৫.৮.৯. বুঢ়ী গংগা নৈ :** দিফু মহকুমাৰ পশ্চিমভাগত মেকথামৰ উত্তৰৰ এটা ৪২৪ মিটাৰ ওখ শৃংগৰ দক্ষিণত উৎপত্তি হৈ প্ৰথমে অনজক নৈ নামে দক্ষিণলৈ বৈ আহে। এনেকৈ ৪ কিমি আহি ৰুইপিলাংছুক সোঁপাৰে লৈ দক্ষিণ-পূবমুৱা হয়। নৈখনে সেইদৰে ২ কিমি আহি হুনদেম গাঁৱৰ সোঁপাৰে এখন ডাঙৰ জান লৈ নাম লয় বুঢ়ীগংগা। ইয়াৰপৰা নৈখন ১ কিমি আহি থেদংজুৰিক (উপনৈ লাংকানগ্ৰাম) বাঁওপাৰে লৈ থেদংজুৰি অহাৰ দিশত অৰ্থাৎ দক্ষিণ-পশ্চিম দিশত পোন বাটেৰে বৰলৈ লয়। এইদৰে ই আঢ়ৈ কিমি আহি পুবমুৱা হয় আৰু ১ কিমি ভটিয়াই লাংচাৰি জুৰিক বাঁওপাৰে লৈ দক্ষিণ-পশ্চিম-মুৱা হয়। এই দিশত ডেৰ কিমি আহি নৈখনে বামনগাঁৱত ডবকা বনৰ ভিতৰত নগাঁও জিলাত প্ৰৱেশ কৰি দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে ই ৩ কিমি আহি সৰু বুঢ়ীগংগা আৰু ডেৰ কিমি ভটিয়াই লাংচামি জুৰি দুয়োকে সোঁপাৰে লয়। তাৰ পাছত বুঢ়ীগংগা ৫ কিমি পথ পৰ্বতৰ মাজেদি বৈ আহি লিংখোৱা পৰ্বতৰ পুবত দক্ষিণ-পূবমুৱা হয়। এইদৰে ১ কিমি আহি ভৈয়ামত সোমাই আৰু ১ কিমি ভটিয়াই নৈখন দুভাগত বিভক্ত হয়। এটা ভাগ দক্ষিণলৈ গৈ ডবকাৰ কাষেদি গৈ যমুনাৰ শাখা বটামাৰীত পৰেগৈ। বুঢ়ীগংগাৰ মূলশাখাটো ফটা ঠাইৰপৰা ২ কিমি বাট দক্ষিণ-পূবলৈ আহি বুঢ়ীগাঁৱত ৩৬ নং ঘাইপথ পাৰ হৈয়েই যমুনাত পৰে।

**২০.৫.৮.১০. ডিমৰু নৈ :** নৈখনৰ উৎসস্থান নগাঁও জিলাৰ দক্ষিণ-পূবভাগৰ কাকি সংৰক্ষিত বনৰ মাজ। ইয়াৰে ডিমৰু বা জীয়া ডিমৰু নৈ নামেৰে ওলাই উত্তৰ-পশ্চিমমুৱা হৈ ১০ কিমি আহি উক্ত বনৰ উত্তৰ সীমাৰ কাকিজানৰ কাষত কাকিজানখনক সোঁপাৰে লগত লৈ শকত হয়। কাকিজানখন ডিমৰু নৈতকৈ ডাঙৰ। লংকাজানৰ (কপিলীৰ উপনৈ) উপনৈ লংছাৰো নৈৰ উত্তৰ কাকিজানখন ওলাইছে। তাৰপৰা জানখন ৪ কিমি বাট প্ৰায় উত্তৰ দিশত আহোঁতে বাটত ক্ৰমে ছেইলাংছু, লাংলাই পৰ্বতৰপা অহা কল্যদুং নৈ আৰু ৰংহোৰা নৈক সোঁপাৰে লৈ, কাকি বনত প্ৰৱেশ কৰি নগাঁও আৰু কাৰ্বি জিলাৰ সীমা ৰূপে ক্ৰমে উত্তৰ আৰু উত্তৰ-পশ্চিমমুৱা হৈ ১২ কিমি আহি ৰজাপথাৰ পায়। ইয়াৰপৰা পশ্চিমদিশত ৩ কিমি ভটিয়াই আহি ডিমৰু নৈৰ সোঁপাৰে লগ লাগে।

দুয়ো একত্ৰ হৈ কাকিজান অহা দিশত অৰ্থাৎ পশ্চিমমুৱা হৈ ব'বলৈ ধৰে ; সেয়েহে ডিমৰু নৈখনহে কাকিজানৰ উপনৈ হ'ব লাগে। এইদৰে ডিমৰু ডেৰ কিমি ভটিয়াই খোৰাজানত দুভাগ হৈ দুয়ো নগাঁও জিলাৰ ভিতৰত প্ৰবেশ কৰে। উত্তৰৰ ভাগ জীয়া ডিমৰু আৰু দক্ষিণৰ ভাগ মৰা ডিমৰু নামে ৪ কিমি পূৰ্বৰ দিশত আহি হাবিগাঁৱত দুয়ো একে লগ হয়। তাৰপাছত নৈখন পশ্চিম-দক্ষিণমুৱা হৈ ৭ কিমি আহি কৰৈয়নিৰ ওচৰত খ্ৰিং খ্ৰিং নৈৰ এটা শাখাক বাঁওপাৰে লয়। ইয়াৰ পাছত নৈখন চাৰে চাৰি কিমি ভটিয়াই কপাহ বস্তি পাৰ হয় আৰু নিজৰ প্ৰধান উপনৈ কান্দুৰা নৈক বাঁওপাৰে লয়। ইয়াৰপৰা পশ্চিমমুৱা হৈ নৈখন ৫ কিমি আহি হোজাই নীলবাগান ৰাস্তা পাৰ হৈ উত্তৰ-পশ্চিমমুৱা হয়। এইদৰে ডিমৰু ৩ কিমি ভটিয়াই নীলবাগানৰ কাষেদি বৈ অহা দিগ্‌দোৱাৰ আৰু শৌলমাৰী নামৰ জানদুখন মিলি হোৱা ডবকা নলাক সোঁপাৰে লৈ আৰু ৫ কিমি বৈ আহি ভাদেশ্বৰী পায়। ইয়াতে ডিমৰুৰ এটা সৰু শাখা ফাটি পশ্চিমলৈ ৫ কিমি আহি কপিলীৰ সুঁতি যোগীজানৰ লগ লাগে আৰু দুয়ো মিলি ২ কিমি উত্তৰলৈ বৈ গৈ পুব যোগীজানত যমুনাত পৰে। ডিমৰু নৈৰ মূল সুঁতিটো বিভক্ত হোৱা ঠাইৰপৰা সামান্য উত্তৰলৈ আহি ভাদেশ্বৰীতে যমুনাত পৰে।

যোগীজানখন হোজাই নগৰৰপৰা ৬ কিমি দক্ষিণ-পশ্চিমৰ বিষ্ণুপুৰৰ দক্ষিণে কপিলী নৈৰপৰা ফাটি উত্তৰলৈ আহে। জানখন বিষ্ণুপুৰ, ৰাধা নগৰ, কেণ্ডুগুৰি হৈ আহি শিৱপুৰত ৰে'লপথ পাৰ হয় আৰু আহোমপাৰাৰ ওচৰত ডিমৰু নৈৰ শাখাটোৰ লগ লাগে। যোগীজানৰ মুঠ দৈৰ্ঘ্য প্ৰায় ১৬ কিল'মিটাৰ।

### ডিমৰুৰ উপনৈ

**৮.১০.১ কান্দুৰা নৈঃ** কাকি সংৰক্ষিত বনৰ মাজত ডিমৰু নৈৰ দক্ষিণে আৰু লংকাজানৰ উত্তৰে উৎপত্তি হোৱা দিক্ৰিং ক্ৰিংছো নৈখনেই কান্দুৰা নৈৰ আগলি অংশ। এইখন পশ্চিমলৈ আহি জোৰাপ নৈখক বাঁওপাৰে আৰু লগতে কেইবাখনো জানক লৈ খ্ৰিং খ্ৰিং নৈ নাম লৈ পশ্চিমলৈ আহে। এনেকৈ ১১ কিমি আহি নৈখন উত্তৰ-পশ্চিমমুৱা হয়। একে দিশতে ই আৰু ৮ কিমি ভটিয়াই উক্ত বনৰ মাজতে থেচুজানক সোঁপাৰে লয়। থেচুজানৰ উপনৈ ডিংগ্ৰিমি নৈ আৰু তাৰালাংছু জান। তাৰপাছত নৈখন নিজৰ নামেৰে নামকৰণ হোৱা খ্ৰিং খ্ৰিং নামৰ ঠাইৰ কাষেদি পশ্চিমমুৱা হৈ আহি নৈখন



দুভাগ হয়। তাৰে এভাগ উত্তৰলৈ আহি কৈৰেয়নিত ডিমৰু নৈত পৰে। আনটো ভাগ পশ্চিমমুৱা হৈ কান্দুৰা নৈ নাম লয়। কান্দুৰা নৈ শংকৰ বস্তিৰপৰা উত্তৰমুৱা হৈ বৈ আহি কপাহাবাৰীৰ দক্ষিণত ডিমৰু নৈত পৰে।

**২০.৫.৯ বৰপানী নৈঃ** নৈখন মেঘালয়ত উৎপত্তি হৈ অসমৰ কাৰ্বি আংলং জিলাৰ মাজেদি বৈ নগাঁও জিলাত কপিলীত পৰিছে। নৈখন দীঘে মুঠতে ১১০ কিল'মিটাৰ।

নৈখন প্ৰথমে উমখেন নামেৰে মেঘালয়ৰ জোৱাই জিলাৰ টিৰছাঙত (২৫°৩২´, ৯২°৭´) ওলাই উত্তৰ-পুবমুৱা হৈ ১০ কিমি আহি জৰাইডত ৰাহছেলা নৈক বাঁওপাৰে আৰু ৫ কিমি আহি ছংগালা নৈক সোঁপাৰে লৈ অসম-মেঘালয়ৰ মাজৰ সীমাৰ ওচৰ চাপে। মেঘালয়ৰ ভিতৰত লেখৰ অন্তিম উপনৈ উমনিলিউক বাঁওপাৰে লৈ জংগুছিউ নামৰ ঠাইৰ উত্তৰত উক্ত আন্তঃৰাজ্যিক সীমাত প্ৰৱেশ কৰি উমখেন নামেৰেই অসমৰ কাৰ্বি আংলং জিলাৰ হামৰেণ মহকুমা আৰু মেঘালয়ৰ জোৱাই জিলাৰ মাজৰ সীমাৰূপে উত্তৰ-পুব দিশত বৈ আহে। এইদৰে বাটত উম ছ্ৰিং, নামদং আৰু উম ছুনম নামৰ ৩ খন ডাঙৰ জান সোঁপাৰে লৈ মুঠ ২১ কিমি উক্ত সীমাৰূপে ভটিয়াই আহি উত্তৰ-পশ্চিমমুৱা হৈ পুনৰাই অসমত সোমায়। এইদৰে নৈখনে হামৰেণ মহকুমাৰ মাজেদি ৪ কিমি আহি মুৰাপৰ পুবত মুৰাপৰ কাষেদি অহা উম্‌লেৰ নৈক বাঁওপাৰে লয়। ইয়াৰপৰা উম্‌খেন নৈয়ে আৰু ৬ কিমি ভটিয়াই উমমেট আৰু উমলিডিয়ং নৈক একেলগে বাঁওপাৰে লগত লয়।

উম্‌মাট নৈখন উত্তৰৰ উম্‌মাটৰপৰা আহি দক্ষিণৰ উম্‌লাপেৰ নৈৰ লগ লাগি উত্তৰ-পুবমুৱা হৈ আহি ৰংমাণ্ডু পায়। ইয়াতে ই উত্তৰৰ উম্‌লেট নৈক লৈ উত্তৰ-পুবমুৱা হৈ ৩ কিমি আহি উত্তৰৰ খৎমাছীৰপৰা অহা উম্‌লিভিয়িঙৰ লগত একেলগে উম্‌খেনত পৰে।

তাৰপৰা উম্‌খেন নৈখন ৫ কিমি আহি উত্তৰৰ ইণ্টিহাৰে আৰঙৰপৰা অহা উম্‌ছেৰ আৰু দক্ষিণৰপৰা যোৱা উম্‌পাৰাক একে ঠাইতে লগত লয়। উম্‌পাৰাৰ উপনৈ উম্‌টিনাই। ইয়াৰ পাছত উম্‌খেন নৈ আৰু ৬ কিমি ভটিয়াই দক্ষিণৰ লৰামি নলাক সোঁপাৰে লৈ কাঁড় যেন পোন হৈ উত্তৰ-পুবমুৱা হৈ বৈ আহে। এইদৰে নৈখনে ৮ কিমি আহি লাংটেঙৰ কাষেদি অহা জান এখন সোঁপাৰে লোৱাৰপৰা নৈখনক বৰপানী নামেৰে জনা যায়। ইয়াৰপাছত বৰপানী নৈখন ৩ কিমি ভটিয়াই

এলানি ক্ষুদ্র জলপ্ৰপাত অতিক্ৰম কৰি লাংলংদাং নৈক সোঁপাৰে লৈ উত্তৰমুৱা হয়।

লাংলংদাং নৈখন দক্ষিণৰ ৰংমাণ্ডুৰপৰা আহিছে; ইয়াৰ উপনৈ উম্ উদ্। উম উদ্খন বিৰমইনি নামৰ ঠাইত অমুই নালা নামে নামে ওলাই পুবলৈ আহি মেজৰ নলাক সোঁপাৰে লৈ উত্তৰলৈ আহি লাংটেঙৰ ওচৰত লাংলংদঙত পৰে।

উক্ত উত্তৰমুৱা দিশেৰে আঢ়ৈ কিমি আহি বৰপানী নৈয়ে লাংকামন নৈক বাঁওপাৰে লয় আৰু লাংজুৰ কাষেদি আহি আমট্ৰঙৰ ওচৰত আমট্ৰং নামৰ এখন ডাঙৰ নৈক বাঁওপাৰে লয়। এই ঠাইতে বৰপানীখন এক সূক্ষ্ম কোণত ঘূৰি দক্ষিণ-পূবমুৱা হৈ ৩ কিমি আহি ভৈয়ামত সোমাই নগাঁও আৰু কাৰ্বি আংলং জিলাৰ মাজৰ সীমাৰূপে বৈ আহে। এই সীমাইদি সামান্যভাৱে সপিল পথেৰে ৪ কিমি আহি বৈঠালাংছুৰ ওচৰত ভৈদালাংছু জানক সোঁপাৰে লয়। ভৈদালাংছুৰ উপনৈ হ'ল উম্ৰু।

বৈঠালাংছুৰপৰা নৈখন উত্তৰ-পুবমুৱা হৈ ৫ কিমি আহি পুৰণি হাটখোলাৰ ওচৰৰপৰা উত্তৰ-পশ্চিমমুৱা হয়। এই বাটৰ ছিদুবিল নামৰ ঠাইত বৰপানী সংৰক্ষিত বনৰ মাজৰ বৰ বিলৰ মাজেদি অহা দবা নলা বৰপানীৰ বাঁওপাৰে পৰে। ছিদুবিলতে বৰপানী নগাঁও জিলাত সোমায়। ইয়াৰ পাছত ঘোঁৰাটপা বিলৰ কাষেদি ৪ কিমি ভটিয়াই মাধৱপাৰাত নৈখনে পুবৰ লংগাপ টিলাৰপৰা অহা মৰচান জুৰিক সোঁপাৰে লয়। মাধৱপাৰাৰপৰা নৈখন উত্তৰমুৱা হয়। এই বাটত বৰপানীৰ দুয়োকাষে থকা এক বিস্তীৰ্ণ জলাহ অঞ্চলত সোঁকাষে বেকাখুণ্ডা আৰু ৰমণী, বাঁওকাষে পখিলা, উজানমাৰী আদি কেইবাখনো বিল আছে। গেডেমা নামৰ বিল এখনৰ উত্তৰত, মাধৱপাৰাৰপৰা ১২ কিমি দূৰত, বৰপানীয়ে নিজৰ প্ৰধান উপনৈ সোণাইক বা লুটুমাইক সোঁপাৰে লয়। সোণাইক লৈ বৰপানীখন পশ্চিমমুৱা হয়। এইদৰে নৈখনে ১০ কিমি আহি দাবলঙৰ কাষত কাৰ্বি আংলং জিলাৰ পৰা অহা বালিজুৰি নলাক বাঁওপাৰে লয়। দাবলঙৰপৰা বৰপানী নৈ উত্তৰ-পুবমুৱা হৈ ডেৰ কিমি আহি শুনানি বা চীনা নামৰ এখন নৈক বাঁওপাৰে লৈ উত্তৰমুৱা হয় আৰু দলিমাৰী বিলৰ কাষেদি বৈ কুচুৰা গাঁৱৰ বিপৰীত পাৰে কপিলীত পৰে।

মাধৱ পাৰাৰত নৈখনৰ বিপদসীমা ৬১'৯৩ মিটাৰ। বৰপানীয়েদি প্ৰবাহিত পানীৰ সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ প্ৰতি ছেকেণ্ডত যথাক্ৰমে ১৭২ ঘনমিটাৰ আৰু ২'৮৯ ঘনমিটাৰ।



## বৰপানীৰ প্ৰধান উপনৈ

**২০. ৫. ৯. ১. উম্লেৰ :** মেঘালয়ৰ উম্পাৰিন জানখন হামৰেণ মহকুমাৰ পশ্চিম সীমাইদি অহা উম্লকনিয়ে নৈৰ লগত ছহৰাণখন নামৰ ঠাইত লগ লাগি সেই সীমাইদিয়েই দক্ষিণলৈ আহে। নৈখনে বাটত উম্ৰলিং নৈক সোঁপাৰে লৈ উম্লেৰ নামেৰে উত্তৰ পুবমুৱা হৈ অসমত সোমায়। [অসম-মেঘালয়ৰ মাজৰ সীমা ইয়াৰপৰা দক্ষিণলৈ গৈ উম্খেনলৈ যায়]। অসমৰ ভিতৰত ই সোঁপাৰে উম্পৰং আৰু বাঁওপাৰে উম্বং নৈক লৈ ম'ৰাপৰ কাষেদি আহি উমখেনত (বৰপানী) পৰে।

**২০. ৫. ৯. ২. আমট্ৰন নৈ :** হামৰেণ মহকুমাৰ উম্মাট নামৰ ঠাইৰ উত্তৰৰ শৃংগ এটাৰপৰা নৈখন প্ৰথমে উমট্ৰাং নামেৰে ওলাই উত্তৰ-পুব মুৱা হৈ আহে। নৈখন চিনক কাদাইৰ উত্তৰেদি আহি ছনপ্ৰমৰ ওচৰত দক্ষিণ-পুবমুৱা হয় আৰু মৈৰাঙৰ কাষত আকৌ উত্তৰ-পুবলৈ ঘূৰি মাইনট্ৰিয়াং নৈ নাম লয়। বাটত ৰংজংফঙত উত্তৰৰ উম্পনাই নৈক বাঁওপাৰে লৈ পোন বাটেৰে আহি ৰংহমৰ দক্ষিণত নৈখনে দুলকপ নলাক বাঁওপাৰে লয়। পাছত উম্ লাংথ (উপনৈ লংলপ) নলাক লৈ আৰু কিছুদূৰ আহি উম্ কাৰং নৈক সোঁপাৰে লৈ প্ৰায় চাৰেচাৰি কিমি ভটিয়াই আমট্ৰনৰ ওচৰত আমট্ৰন নৈ নামেৰে বৰপানীত পৰে।

**২০. ৫. ৯. ৩. সোণাই বা লুটুমাই নৈ :** লুটুমাই সংৰক্ষিত বনৰ মাজৰ লুটুমাৰিবপৰা ওলোৱা মৰা লুটুমাৰী নৈ পুবলৈ আহি বাটত ৰূপা পথাৰত ডংকা নলাক সোঁপাৰে লয়। এই উপনৈখনে উজ্জানদংফাৰ কাষৰপৰা আহি বাটত উম্চেৰেট নৈক লৈ ভৈয়ামত সোমাই ডংকামোকাম নগৰৰ কাষেদি উত্তৰলৈ আহি ডংকা নলা নাম লৈছে। ইয়াৰ উপনৈ বেটুনি জান।

মৰা লুটুমাৰীখনে আৰু ২ কিমি ভটিয়াই সোণাইদং নলাক সোঁপাৰে লয়। এইখনকে উজনিলৈ দণ্ডা জুৰি নামেৰেও জনা যায়। ই দক্ষিণৰ টেঙা লাংছুৰ কাষেদি বৈ আহিছে। সোণাইদঙৰ উপনৈ ইংগট দং। সোণাই দঙক লোৱাৰ পাছত মৰা লুটমাৰী নৈখন আৰু মাত্ৰ আধা কিমি ভটিয়াই ৰামচিং গাঁৱৰ মাজেদি অহা কেথেপি জানক সোঁপাৰে লৈ উত্তৰমুৱা হয়। ইয়াৰপৰা মৰা লুটমাৰীখনক লুটুমাই নৈ নামেৰে জনা যায়।

লুটুমাই নৈখন ৫ কিমি উত্তৰলৈ আহি ওজাগাঁৱৰ ওচৰত নগাঁও

জিলাত সোমাই উত্তৰ-পশ্চিমমুৱা হয়। বাটত কেইখনমান জান লৈ আৰু শতলঙা গাঁৱৰ ওচৰৰ খাবল বিলৰ কাষেদি প্ৰায় ১৪ কিমি ভটিয়াই খাৰগতি গাঁৱৰ কাষত নৈখন কপিলী নৈৰ তেনেই কাষ চাপে যদিও তাত নপৰি দক্ষিণ-পশ্চিমমুৱা হৈ ফাকলি বিলৰ ওচৰত বৰপানীত পৰেহি।

লুটুমাই নৈ আৰু বৰপানীৰ মাজত ভালেমান বিল আছে। এইবোৰৰ ভিতৰত আমগুৰি, কচুৱা, ৰমণী, ফাকলি আদি বুজন আকাৰৰ বিল।

**২০. ৫. ৯. ৪. বালিজুৰি নলা :** হামৰেণ মহকুমাৰ উত্তৰ ভাগৰ পাহাৰৰ মাজত প্ৰথমে টেংৰালাংছু নলা নামেৰে ওলাই উত্তৰ-পূব দিশত আহি ৰাজগাঁৱৰ ওচৰত উত্তৰমুৱা হয়। এইদৰে নৈখনে পমিলা বিলৰ মাজেদি বৈ আহি ৰংপি গাঁৱৰ কাষত জৰথাংনলাক বাঁওপাৰে লয়। ইয়াৰ পাছত নৈখন আৰু ৪ কিমি আহি গৰুবন্ধাৰ ওচৰত ছামবাই নলাক বাঁওপাৰে লৈ নাম লয় গৰঙাজান। গৰুবন্ধাৰ-পৰা গৰঙা জানখন পশ্চিমমুৱা হৈ আহি পুঠিমাৰিৰ ওচৰত পৰ্বতৰ ৰংফাৰ গাঁৱৰপৰা হাতীগড় হৈ অহা ঘৰিয়াল দং নলাক বাঁওপাৰে লয়। ইয়াৰ পাছত জানখন ২ কিমি ভটিয়াই মোহলিৰ ওচৰত দক্ষিণৰ পাহাৰৰপৰা অহা কেকাইদং নলাক বাঁওপাৰে লৈ বালিজুৰি নলা নামেৰে আৰু ১ কিমি ভটিয়াই দালফঙৰ পূবত বৰপানীৰ বাঁও-পাৰে পৰে।

**২০. ৫. ৯. ৫. শুনানি বা চীনা নৈ :** নৈখনে শুনানি নামেৰে হাম-ৰেণ মহকুমাৰ উত্তৰ-পশ্চিম দিশত আহি হাতীবন্ধা জানক বাঁওপাৰে লৈ আৰু ৩ কিমি ভটিয়াই উত্তৰ-পূবমুৱা হয়। এনেকৈ ৩ কিমি আহি আমদাবা বা আমলাচৰা জানক বাঁওপাৰে লৈ নৈখন পূবমুৱা হয়। এইভাগে ৩ কিমি আহি শুনানি নৈখনে দক্ষিণৰপৰা অহা চিলিন্দক নৈক সোঁপাৰে লৈ উত্তৰমুৱা হয়। এইদৰে নৈখন চাৰে-তিনি কিমি ভটিয়াই ৰহকোহ জানক সোঁপাৰে লয়। বাটত ভালে-মান পাহাৰীয়া জুৰিক লৈ ৬ কিমি আহি মেন্দিমৰাৰপৰা নৈখন উত্তৰ-পূবমুৱা হয়। এই বাটত সোঁপাৰে চুপ্‌কিকিল', বাঁওপাৰে লাংনামথ' আদি হামৰেণ মহকুমাৰ উত্তৰ ভাগৰ জান লৈ মুঠ চাৰেচাৰি কিমি ভটিয়াই শুনানিখন দাবলং বিলৰ উত্তৰত বৰপানীত পৰে। শুনানি নৈক একেবাৰে নামনিত চীনা নৈ বুলিও কয়।



**২০.৫.১০ কিলিং :** এইখন কপিলীৰ অন্তিম উপনৈ। মেঘালয়ৰ উমিয়াম খনেই অসমত কিলিং নামে মৰিগাঁও জিলাৰ মাজত কপিলীত পৰে। মেঘালয়ত এই নৈতে বান্ধদি ছিলং-গুৱাহাটী পথৰ কাষত বৰাপানী জলাধাৰ তৈয়াৰ কৰি উমিয়াম জলবিদ্যুৎ প্ৰকল্প পতা হৈছে।

নৈখন মেঘালয়ৰ পূব খাছী পাহাৰ জিলাৰ মাইলিয়মত উমিয়াম নামে ওলাই পোন পথেৰে উত্তৰ-পূবমুৱাহৈ বৈ আহিছে। এইদৰে নৈখনে ৬০ কিমি আহি মেঘালয়ৰ মৌকৰুহাট নামৰ ঠাইৰপৰা ৩ কিমি পূবত দক্ষিণৰপৰা অহা উম্ লেটক সোঁপাৰে লৈয়েই অসমৰ কাৰ্বি আংলং জিলা আৰু মেঘালয়ৰ পূব খাছী পাহাৰ জিলাৰ মাজৰ সীমা ৰাপে উত্তৰ-পূব দিশত ব'বলৈ লয়। উক্ত সীমা উম্‌লেটেদি দক্ষিণলৈ যায়। উক্ত সীমাইদি বাটত সোঁপাৰে অসমৰ ভিতৰৰ উম্‌ছাদেৰ আৰু মৌকচানৈকে ধৰি বহুত জান-জুৰি লৈ ১৫ কিমি ভটিয়াই উমিয়াম নৈয়ে উম্‌কাৰ্ল'ক সোঁপাৰে লয়। উম্ কাৰ্ল'ৰ উপনৈ হ'ল উম্ ইজি আৰু টলৰতই নৈ। ইয়াৰপৰা নৈখন অলপ দূৰ ভটিয়াই মাউলেনৰ দক্ষিণত পশ্চিমলৈ ঘূৰে। এইদৰে ৪ কিমি আহি নৈখনে পনতুলৰ কাষত উত্তৰ-পূবৰপৰা অহা উম্‌ছোৱাই নৈক সোঁপাৰে লয়। উম্‌ছোৱাইৰ উপনৈ উম্‌ফা আৰু টোংগোবাৰো নৈ। পনতুলৰপৰা নৈখনে আঢ়ৈ কিমি আহি উম্‌বি নৈক বাঁওপাৰে লয় আৰু ২ কিমি ভটিয়াই নৈখন উত্তৰমুৱা হয়। এই দিশত ৩ খন ডাঙৰ জান লৈ ই ৫ কিমি আহি মিকিৰ পথাৰ পায় আৰু তাতে উত্তৰ-পূবলৈ ঘূৰে। এইদৰে ১১ কিমি আহি নৈখনে মৰলক নৈক সোঁপাৰে লয়। তাৰপৰা নৈখন ২ কিমি আহি বৰা ৰংখৈৰ কাষেদি বৈ অহা উম্ থলংনৈক সোঁপাৰে লয়। উম্‌থলঙৰ উপনৈ উম্‌চুদি আৰু উম্‌চুৰখাই। ইয়াৰ পাছত উমিয়াম নৈ উত্তৰমুৱা হৈ ১ কিমি ভটিয়াই আহি আমগুৰি গাঁৱত আমচাহি নৈক সোঁপাৰে লৈ সমতলত প্ৰৱেশ কৰে। আমচাহিৰ উপনৈ মোহাৰিজান আৰু আমামোৰি বা ট্ৰাংলাংছু নৈ। তাৰপৰা নৈখনে ঔগুৰি চাহ বাগিচাৰ পশ্চিমেদি ২ কিমি আহি উম্-ছিয়াং নৈক বাঁওপাৰে লৈ কিলিং নাম লয়। উম্‌লেটক লোৱাৰপৰা ইয়ালৈকে এইছোৱা পথ উমিয়ামখন আন্তঃৰাজ্যিক সীমাইদি আহিছে।

কিলিং নাম লৈ নৈখন অসমৰ মৰিগাঁও জিলাত সোমাই উত্তৰ-দিশত বৈ আহে। এইছোৱা পথত নৈৰ কাষত কিলিং বিলকে ধৰি কেইবাখনো বিল আছে। এইদৰে প্ৰায় ৬ কিমি আহি কিলিং চাহ বাগিচা আৰু পলাশগুৰি পাৰহৈ নৈখনে আমলখিঘাটত ৩৭ নং ৰাষ্ট্ৰীয়

ঘাইপথ পাৰ হয়। আমলখিঘাটৰপৰা নৈখন উত্তৰ-পূবমুৱা হৈ ৪ কিমি আহি বাঁওপাৰৰ কিলং সংৰক্ষিত বন আৰু সোঁপাৰে থকা বৰ জলাহ নামৰ এক বৃহৎ জলাহ অঞ্চলৰ মাজেদি বৈ আহি দাদ্ৰা নৈ নামৰ এখন জান সোঁপাৰে লগত লৈ ধৰমতুলৰপৰা ৫ কিমি পশ্চিমে কপিলীত পৰে। উক্ত দাদ্ৰা নৈৰ পাৰৰ ভাৱবিল নামৰ এখন ডাঙৰ বিলত তাৰ দক্ষিণৰ খোলা গাঁৱৰ মাজেদি অহা বানপাৰা নৈ নামৰ এখন জান পৰিছেহি।

বিভিন্ন বছৰত লোৱা জোখৰ তথ্য মতে কিলিং নৈয়েদি প্ৰবাহিত পানীৰ সৰ্বোচ্চ পৰিমাণ প্ৰতি ছেকেণ্ডত ৩৩৬ ৰপৰা ১০০ ঘন মিটাৰ আৰু সৰ্বনিম্ন ৬.৮৮ ৰপৰা ৩.৮৫ ঘন মিটাৰ। তেনেকৈ ইয়াৰ গেদ পৰিবহনৰ পৰিমাণ বছৰি ২০১.৩৪ ৰপৰা ৪৯.১৩ একৰ ফুট।

## কিলিঙৰ উপনৈ

**৫.১০.১. উমছিয়াং নৈ :** নৈখন মেঘালয়ৰ নংপোৰ পূবত ওলাই, উমটা নামেৰে পূবলৈ আহি উমদাক লগ কৰি উমছিয়াং নাম লয়। তাৰপৰা নৈখন উত্তৰ-পূবমুৱাকৈ আহি দেমচাঙত দেমচাং নৈক লগত লয়। দেমচাঙৰে উপনৈ হ'ল লাংছ' ভূৰ ভূৰ। কামৰূপ জিলাৰ দক্ষিণ সীমাৰ এছোৱা উম্‌ছিয়াঙৰ পশ্চিমৰ নৈ উম্‌প্ৰিয়েদি আহি লাংছ' ভূৰ ভূৰ হৈ দেমচাং আৰু উমছিয়াঙলৈ গৈছে। দেমচাঙৰপৰা উম-ছিয়াংখন পূব দিশত ৭ কিমি বাট মেঘালয় আৰু অসমৰ মৰিগাঁও জিলাৰ মাজৰ সীমাৰূপে বৈ আহি আমজোঙত উমিয়ামত পৰে। এইছোৱা পথত উমছিয়াঙত পৰা জানবোৰ হ'ল — অসমৰপৰা চিহ্না দং আৰু মেঘালয়ৰপৰা হেমি নৈ, উমক্ৰি আৰু লেম্‌ৰা নৈ।

**২০.৬. ডিগাৰু নৈ :** এইখন কলঙৰ শেষ উপনৈ। মেঘালয়ৰ উমক্ৰু নৈখনেই অসমৰ কামৰূপ জিলাত সোমাই ডিগাৰু নাম লৈ সোণাপুৰেদি বৈ গৈ কলঙত পৰে।

ছিলং–গুৱাহাটী পথৰ কাষৰ উম্‌ছিঙৰ দক্ষিণৰ উমছিংনৈ আৰু উমৰাণৰ কাষৰ উমৰাণ নৈ পথ পাৰ হৈ উত্তৰ-পশ্চিমলৈ বৈ গৈ একেলগ হৈ উম্‌ক্ৰু নৈ নাম লয়। উম্‌ক্ৰু নৈ উত্তৰ-পূবমুৱা হৈ এক পোন পথেৰে আহি বৰ্ণিহাটত ৪০ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ইয়াতে পথৰ কাষতে উম্‌ছুমং জানক বাঁওপাৰে লৈ ডিগাৰু নামেৰে অসমত- সোমায়। এই ঠাইৰপৰা অসম-মেঘালয়ৰ সীমা উত্তৰলৈ ঘাইপথেদি আৰু দক্ষিণকৈ ডিগাৰু নৈয়েদি নিৰূপিত হৈছে। ঘাই-



পথৰ কাষৰপৰা ডিগাৰু নৈখন আধা কিমি আহি উমপ্ৰি নৈক সোঁপাৰে লয়। ইয়াৰপৰা উক্ত আন্তঃৰাজ্যিক সীমা উমপ্ৰিয়েদি পূবলৈ গৈছে।

উম্‌প্ৰিক লৈ ডিগাৰু নৈ সম্পূৰ্ণকৈ কামৰূপ জিলাত সোমায় আৰু ১ কিমি ভটিয়াই খগ্ৰাপাৰত দীঘলপানী নৈক বাঁওপাৰে লয়। তাৰপৰা নৈখন সামান্য সপিল পথেৰে উত্তৰ-পূবমুৱাহৈ বৈ আহে। নৈখনে এইদৰে ১০ কিমি আহি জজুৱা দঙক সোঁপাৰে লয়। তাৰ-পৰা ২ কিমি আহি এলেঙাৰ ওচৰত নৈখন উত্তৰমুৱা হয়। এইদৰে নৈখন আঢ়ৈ কিমি আহি চেঁচাখালক সোঁপাৰে লৈ সামান্য ভটিয়াই পুৰাণা হাটখোলাত বৰদং নৈক বাঁওপাৰে লৈ সোণাপুৰ চহৰ পায়। ইয়াতে নৈখনে ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰহয় আৰু ২ কিমি আহি এখন ডাঙৰ জান বাঁওপাৰে লৈ আৰু ডেৰ কিমি ভটিয়াই সোণাপুৰ চাহ বাগিছা পায়। ইয়াৰ পাছত ডিগাৰু নৈ ৰে'লপথ পাৰ হৈ ডিগাৰু চহৰৰ পূবেদি ৩ কিমি উত্তৰলৈ আহি চিমু নৈক বাঁওপাৰে লয়। চিমুনৈখন উত্তৰ-পশ্চিমৰ পাহাৰত ওলাই ডিগাৰু চহৰৰ উত্তৰেদি আহি চাংবিলত সোমায় আৰু তাৰপৰা আহি ডিগাৰুত পৰে। চিমুনৈক লৈ ডিগাৰু নৈখন আৰু ২ কিমি আহি নিজ পানবাৰীত কলঙৰ তেনেই কাষ চাপে যদিও তাত নপৰি ৰে'লপথৰ সমান্তৰালকৈ উত্তৰ-পশ্চিমদিশত বৈ আহে। ইয়াৰপৰা নৈখনে বাটত পানবাৰী ৰে'ল-ষ্টেচনক এৰি ৫ কিমি ভটিয়াই ডিগাৰুমুখত কলঙত পৰে।

ডিগাৰু নৈয়েদি প্ৰবাহিত পানীৰ সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ প্ৰতিছেকেণ্ডত যথাক্ৰমে ২৩০ ঘনমিটাৰ আৰু ১৬ ঘনমিটাৰ।

## ডিগাৰুৰ প্ৰধান উপনৈ

**২০.৬.১. উম্‌প্ৰি :** কামৰূপ জিলাৰ দক্ষিণ সীমাৰূপে বোৱা নৈ। উক্ত সীমাৰ ওচৰৰ মকৰং নামৰ ঠাইত উমচিয়াং নৈৰ উপনৈ লাংচ ভূৰভূৰ নৈৰ পশ্চিমে উমপ্ৰিখন ওলাইছে। তাৰপৰা ই উক্ত সীমাইদি পশ্চিম-দক্ষিণ দিশত ২ কিমি আহি উম্‌ছলাক বাঁওপাৰে, আঢ়ৈ কিমি আহি লাংকুৰি দঙক সোঁপাৰে লৈ উমগাং নামৰ ঠাই পায়। তাৰপৰা ই উত্তৰ-পশ্চিমমুৱা হৈ ডেৰ কিমি আহি উমদাপ নৈক বাঁওপাৰে আৰু ১ কিমি আহি লাংথু দঙক সোঁপাৰে লয়। ইয়াৰপৰা আঢ়ৈ কিমি ভটিয়াই উম্‌দুকদুকি নৈক বাঁওপাৰে লৈ আৰু ১ কিমি আহি তাৰাকো নৈক সোঁপাৰে লয়। তাৰপাছত উম্‌প্ৰিখনে ১ কিমি আহি বৰ্ণিহাটৰ পূবত ডিগাৰুত পৰে।

**২০. ৬. ২. দীঘলপানী নৈঃ** নৈখন গুৱাহাটীৰ পূবৰ ন মাইলৰ ওচৰৰ খানাপাৰা সংৰক্ষিত বনৰ মাজত বৰধুৰা নৈ নামেৰে ওলাইছে। নৈখন বনৰ মাজেদি ডেৰ কিমি আহি ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ কাষ চাপি পথৰ কাষেদি দক্ষিণ-পূবমুৱা হৈ বৈ আহে। বাটতে দীঘলী নৈ নাম লৈ ৪ কিমি আহি ঘাইপথ পাৰ হৈ পথৰ দক্ষিণ কাষেদি বয়। এনেকৈ ১ কিমি আহি পুনৰ পথ পাৰ হয় আৰু আধা কিমি আহি নৈখন জোৰাবাট পায়। তাতে মেঘালয়ৰ ফালে জোৰাবাট নৈক লৈ ঘাইপথ পাৰ হৈ দীঘলী নৈখন দক্ষিণমুৱা হৈ গুৱাহাটী-ছিলং (৪০ নং ৰাষ্ট্ৰীয় ঘাইপথ) পথৰ কাষেদি বৈ আহে। তেনেকৈ ই ডেৰ কিমি আহি মেঘালয়ৰপৰা অহা আমজেৰ নৈক সোঁপাৰে লয় আৰু ২ কিমি আহি আমুলকুচিত উমভাঙা নৈক সোঁপাৰে লয়। নৈখনক উক্ত পথৰ পূবেদি আৰু ভটিয়াই আহি খগ্ৰাপাৰত ডিগাৰুত পৰে। নৈখনৰ দীঘ প্ৰায় ১২ কিল'মিটাৰ।

**২০. ৬. ৩. বৰদং নৈঃ** নৈখন খানাপাৰা বনৰ মাজত বৰদং নলা নামেৰে ওলাই দক্ষিণলৈ আহি ৩৭ নং ঘাইপথ পাৰ হৈ প্ৰায় একে ঠাইৰপৰা বৰদঙৰ দক্ষিণৰ মৈৰংক নৈ কুমাৰকুচিৰ পূবত একেলগ হয়। তাৰপৰা পূবলৈ আহি কুৰচিয়াৰ ওচৰত ঘাইপথ পাৰ হৈ দক্ষিণলৈ অহা মোটভাঙা দণ্ডক বাঁওপাৰে লৈ ২ কিমি ভটিয়াই সোঁপাৰে এখন জান লৈ আৰু ডেৰ কিমি আহি পুৰণা হাটখোলাত ডিগাৰুত পৰে।

## কলং সুঁতি আৰু ব্ৰহ্মপুত্ৰৰ মাজৰ নৈ

কলং সুঁতিৰ উত্তৰে আৰু ব্ৰহ্মপুত্ৰৰ দক্ষিণে মৰিগাঁও আৰু নগাঁও জিলাৰ উত্তৰ অংশত কেইবাখনো সৰু নৈ আছে। এই অংশত নৈবোৰ পূবৰপৰা পশ্চিম বা দক্ষিণ-পশ্চিমলৈ বৈ গৈছে। মৰিগাঁও জিলাৰ জাগীৰোডৰ উত্তৰলৈ থকা বিস্তীৰ্ণ অঞ্চল এক নিম্নভূমি আৰু জলাহ ঠাই। সেইবাবে প্ৰায়বোৰ নৈয়েই এই দ অঞ্চলত থুপ খাইছেহি। একে কাৰণতে ব্ৰহ্মপুত্ৰৰ পানীয়েও এই অঞ্চলত অহৰহ বানপানী সৃষ্টি কৰি অহাটো প্ৰাকৃতিক নিয়মৰ ভিতৰুৱা ঘটনা। তদুপৰি এই-বোৰ ঠাইত যিকোনো নৈৰে গতিপথ সঘনে সলনি হোৱা দেখা যায়। এই অঞ্চলত কলঙৰপৰা উত্তৰলৈ গ'লে বাটত লগ পোৱা নৈবোৰ হ'ল ক্ৰমে — সোণাই (পকৰীয়া), মৰা সোণাই, সোণডুবা, লালিজান, সৰস্বতী জান, লেতেৰী নৈ বা মৰা লেতেৰী নৈ আৰু কদম নৈ।



## ২১. কদম নৈ

কলং সুঁতিটো ব্ৰহ্মপুত্ৰৰপৰা ফাটি অহা ঠাইৰ পশ্চিমে, শিল-ঘাটৰ পূবত কামাখ্যা পাহাৰ। এই পাহাৰৰ নামনিত কলঙৰ উত্তৰত জয়সাগৰ বিল নামৰ এক জলাহ ঠাই আছে। এই বিলখনৰ পশ্চিম পাৰৰপৰা কদম নৈখন ওলাই বুঢ়াবুঢ়ী গড়ৰ দাঁতিয়েদি দক্ষিণ-পশ্চিম-মুৱা হৈ বৈ আহে। নৈখনে এইদৰে ১০ কিমি আহি উত্তৰ-পশ্চিম-মুৱা হৈ বৰঘুলি বিলৰ একাংশৰ লগত সোঁপাৰে লগ হৈ পশ্চিমমুৱা হয়। এইদৰে ৭ কিমি আহি লাউখোৱা সংৰক্ষিত বনৰ পূবৰ লাউ-খোৱাত কদম নৈখন ব্ৰহ্মপুত্ৰত পৰে। কদম আৰু কলঙৰ মাজত লক্ষণবন্ধা, খামখোৱা, গড়গুৰি, বৰঘুলি আদি বিলবোৰ আৰু হাড়ি-ভঙা নামৰ এখন বৰ ডাঙৰ বিল আছে।

## ২২. মৰা লেতেৰী নৈ

কদম নৈৰ দক্ষিণৰ মৰা লেতেৰী বা লুৰি জানখন লাইলুৰি নামৰ ঠাইত ওলাইছে। তাৰপৰা নৈখন লাউখোৱা নামৰ ঠাইৰ দক্ষিণৰ হাড়িভঙা বিলৰ দক্ষিণেদি পশ্চিমমুৱা হৈ বৈ আহে। এই-দৰে আহি শালপাৰাত ই দক্ষিণ-পশ্চিমমুৱা হৈ লাউখোৱা বনৰ পূব আৰু দক্ষিণ সীমা তথা বনৰ দক্ষিণৰ বানকৰা বিলৰ দক্ষিণেদি ভটিয়াই আহে। তাৰপৰা নৈখন পুতলিঝাৰ, কালিডিঙীয়া, লালুং-গাঁও, লাহৰি আদি ঠাইৰ মাজেদি প্ৰায় ৩০ কিমি বাট আহি বলি-কটীয়াৰ ওচৰত বৰালিমাৰী, পুঠিমাৰী আদি বিলৰ মাজত হেৰায় যায়।

## ২৩. লেতেৰী নৈ

বলিকটীয়াৰ উত্তৰৰ পুঠিমাৰী বিলৰ উত্তৰে এসময়ত ব্ৰহ্মপুত্ৰৰ এটা সৰু সুঁতি লেতেৰী নৈ নামেৰে দক্ষিণলৈ বৈ আহি লেতেৰী নৈখন হৈছে। তদুপৰি এই সুঁতিটো পূব দিশলৈকো হালদিয়া সোঁতা নামেৰে লাউখোৱা বনৰ উত্তৰ ভাগত পশ্চিমৰপৰা পূবলৈ বিস্তৃত হৈ আছে। এই সুঁতিটো বা লেতেৰী নৈখন কলাডোবাৰ কাষেদি দক্ষিণ-পশ্চিম দিশত ৮ কিমি আহি বট্ৰদৰা ৰোড ৰে'ল ষ্টেচনৰ কাষ পায়। ইয়াৰপৰা নৈখন পশ্চিমমুৱা হৈ ৭ কিমি ভটিয়াই ধিং চহৰৰ কিছু উত্তৰত ওলায়। তাৰপৰা আৰু ১০ কিমি আহি নৈখন লেৰুৱামুখ পায়। লেৰুৱামুখৰপৰা ৫ কিমি ভটিয়াই নৈখনে কুৰুমাৰী

১০

খাল নাম লয় আৰু ভটিয়াই আহি টেঙাগুৰি খাল নামৰ ব্ৰহ্মপুত্ৰৰ এটা সুঁতিত পৰে। এই ঠাইৰপৰা ৫ কিমি পশ্চিমে লেতেৰী সুঁতি নামৰ ব্ৰহ্মপুত্ৰৰ এটা সুঁতি থকা দেখা যায়। ১৯৫৪ চন মানত লেতেৰী নৈখন ধিঙৰপৰা মাত্ৰ ৮ কিমি পশ্চিমেদি পোনে পোনে গৈ লেতেৰী-মুখত ব্ৰহ্মপুত্ৰত পৰিছিল।

## সোণাৰীজান

লেতেৰী নৈৰ দক্ষিণৰ এইখন এখন সৰু জান। সোণাৰীজানৰ উজনিভাগৰ নাম গৰখীয়া জান। গৰখীয়া জানখন লেকুৱামুখৰ দক্ষিণ-পুবৰ গায়েন গাঁৱত ওলাইছে। ইয়াৰপৰা উত্তৰ-পশ্চিমমুৱা হৈ ৫ কিমি আহি জানখনে সোণাৰীজান নাম লয়। এইদৰে আৰু ২ কিমি আহি শ'লমাৰী বিলত পৰে।

শ'লমাৰী বিলৰ পশ্চিমে লেতেৰী বিল নামৰ এক দীঘলীয়া আকৃতিৰ বিল আছে। এই বিলখনেদি অতীজৰ লেতেৰী নৈৰ পশ্চিমৰ লেতেৰী সুঁতিটো বৈছিল। সেই সময়ত (১৯৫৪ চন) সোণাৰী জানখন বৰ্তমানতকৈ ২ কিমি পশ্চিমলৈ গৈ ধুমকুৰাঝানত সেই লেতেৰী সুঁতিটোত পৰিছিল।

## ২৪. সোণাই (পকৰীয়া) নৈ

সোণাই নৈখন মিছাৰ ওচৰৰপৰা কলং নৈৰ সমান্তৰালকৈ বৈ গৈ কাজলীৰ কিছু উজনিত ব্ৰহ্মপুত্ৰত পৰিছে। নৈখনে বাটত কেবাবাৰো নাম সলনি কৰিছে। তদুপৰি বিগত দুটা দশকত নৈখনৰ যথেষ্ট পৰিবৰ্তন ঘটিছে। কথিত আছে যে এই সোণাই নৈয়েদি অতি পূৰ্বতে স্বৰ্ণদী (সোৱণশিৰি) আৰু ব্ৰহ্মপুত্ৰৰ মিলিত সোঁতা বৈছিল। এইসোঁতা পানীক এসময়ত হেনো সৰস্বতী বোলা হৈছিল। ব্ৰহ্মপুত্ৰৰ কাষৰ নমাটীয়াৰ ওচৰত এতিয়াও সৰস্বতী নামৰ জান এখন আছে।

বৰ্তমান সোণাই নৈৰ প্ৰধান বা আগলি নৈখন হ'ল পুঠিখাইতী নৈ। প্ৰকৃত সোণাইখন পুঠিখাইতীতকৈ বহুত সৰু। নগাঁও জিলাৰ মিছাৰপৰা ৬ কিমি উত্তৰ-পশ্চিমৰ আমবাগানৰ দক্ষিণে কলঙৰ সোঁপাৰে পাতলি আৰু পোতা কলং নামৰ ওচৰা-উচৰিকৈ থকা দুখন বিল আছে। এই পোতা কলং বিলৰপৰা পুঠিখাইতী বা পুতাকটা নামৰ নৈখন ওলাই দক্ষিণ-পশ্চিম দিশত বৈ আহিছে। নৈখনে এইদৰে ৫ কিমি আহি মাগুৰমাৰিত উত্তৰৰ লাইলুৰি নামৰ ঠাইৰ ওচৰৰপৰা অহা এখন জান সোঁপাৰে লয়। তাৰপৰা একেদিশতে ১৩



কিমি আহি ৰূপহীৰ পূবৰ গেৰেকিত সোণাই নৈক বাঁওপাৰে লগত লয়। এই সোণাইখন উক্ত মাগুৰমাৰিৰ দক্ষিণৰ কাৰৈমাৰিৰপৰা দক্ষিণ-পশ্চিম দিশত বাটত গেৰুৱাজানক লৈ বৈ আহিছে। গেৰুৱাজানখন চামগুৰিৰ ওচৰৰ গেৰুৱামুখৰ পেনাই বিলৰপৰা পশ্চিমলৈ বৈ আহিছে।

পুঠিখাইতীৰ লগ লাগি সোণাইখন সোণাই নৈ নামেৰে ডেৰ কিমি আহি মৈৰাবাৰীত ৰে'লপথ পাৰ হৈ ৰূপহীহাট পায়। ইয়াৰপৰা পশ্চিমমূৱা হৈ ৯ কিমি আহি নগাবন্ধা পায়; এইছোৱা পথত সোণাইৰ সোঁপাৰে ক্ৰমে ফাকলি, দীঘলী, ৰৌমাৰী, মোৱামাৰী, দিহিং, বৰপেটা, বৰপকা, গৰলমাৰী, চতিয়নি আৰু নৰডুবি আৰু বাঁওপাৰে ৰৌমাৰী আদি নামৰ ভালেমান বিল আছে।

সোণাই নৈখন নগাবন্ধাৰপৰা ৫ কিমি দক্ষিণলৈ আহি নগাঁৱৰ পৰা ৩ কিমি পশ্চিমৰ চলচলি পায়। এই বাটত সোঁপাৰে উদমাৰী আৰু কাটিমাৰী বিল। চলচলিৰপৰা নৈখন হঠাতে পশ্চিমলৈ ঘূৰি ৭ কিমি ভটিয়াই বামুণ গাঁৱৰ কাষ পায়। ইয়াতে সোণায়ে নিজৰ উত্তৰৰ গৰৈমাৰী বিলৰপৰা অহা এখন জান সোঁপাৰে আৰু দক্ষিণৰ বেবেজিয়াৰ ওচৰৰপৰা উত্তৰলৈ অহা কাছমাৰী জানক বাঁওপাৰে লয়। এইছোৱা পথত সোণাইৰ কাষত সোঁপাৰে গৰৈমাৰী আৰু বাঁওপাৰে আজাৰগুৰি আৰু ভেৰভেৰি বিল। কাছমাৰীক লৈ নৈখন পুনৰ পশ্চিমমুৱা হৈ সোঁপাৰৰ জাপৰি আৰু বাঁওপাৰৰ জাজৰি আৰু হোলোঙী বিলৰ কাষেদি ১১ কিমি আহি বৰ উচিলা পায়। বৰ উচিলাৰপৰা আঢ়ৈ কিমি বাট দক্ষিণমুৱা হৈ আহি সোণাইখন গোপালৰ ঘাট পায়। ইয়াৰপৰা নৈখন বাঁওপাৰৰ মণিপুৰ আৰু ফটা নামৰ দুখন বিলৰ কাষেদি ৫ কিমি আহি হানিমৰা ঘাট পায়। উপৰুক্ত ফটা বিলৰ দক্ষিণ-পশ্চিমত দীঘলী বিল, ইয়াৰ দক্ষিণৰ বাৰপুজীয়াৰ পুবত পাটৰি বিল আৰু উত্তৰে টিহুলীয়া, ধনেশ্বৰী আৰু কৰৈ বিল। উক্ত দীঘলী আৰু ফটা বিলৰপৰা ওলোৱা এখন জান সোণাইত পৰিছেহি।

হানিমৰা ঘাটৰপৰা নৈখনে ওচৰৰে মৰাপক বিলৰ কাষেদি পশ্চিমমুৱা হৈ ৪ কিমি আহি মিকিৰভেটাৰ দক্ষিণে মিকিৰভেটা বিলৰ কাষত বৰভাগীয়া-ধিং পথ পাৰ হয়। ইয়াৰপৰা একে দিশতে নৈখন লাথেৰবাৰী, ভুৰবন্ধা, চুবুৰী পুখুৰী আদি ঠাইৰ উত্তৰেদি ১২ কিমি ভটিয়াই আহি খনাই সুঁতিক সোঁপাৰে লৈ ৰূপহীজান নাম

লয়। পূৰ্বতে সোণাই নৈয়ে এই ঠাইত থকা ৰূপহী বিল নামৰ এখন ডাঙৰ বিলত সোমাই বিলৰ মাজেদি উত্তৰ-পশ্চিমলৈ বৈ গৈ হাৰিয়াঘাটৰ পূবত মৰা সোণাই নৈক লগ কৰিছিল গৈ আৰু তাৰপৰা আকৌ সোণাই নৈ নামেৰে বৈ গৈছিল। ৰূপহী বিলখন বৰ্তমান শুকাই গ'ল বাবে নৈখনৰ নাম সোণাইৰ সলনি ৰূপহী হৈছে।

খনাইসুঁতিক লোৱাৰপৰা ৰূপহী নৈখন ৩ কিমি আহি (মৰিগাঁও নগৰৰ ৭ কিমি উত্তৰ-পশ্চিমৰ) উদৰী গাঁও পায়। ইয়াৰপৰা ৪ কিমি পশ্চিমলৈ আহি কহুৱা বিলৰ কাষত খন্দাজানক বাঁওপাৰে লয়। খন্দা জানখন মৰিগাঁৱৰ ৪ কিমি পশ্চিমৰ বছনা ঘাটৰ কাষৰ মৰাকলং বিলৰপৰা ওলাই মাণিকপুৰ বিল আৰু মহুৰা বিলৰ মাজেদি আহি ৰূপহীত পৰিছে। এসময়ত এই ঠাইত খনাঘৰীয়া নামৰ এখন বৰ দীঘল বিল আছিল। বিলখন তেতিয়া এফালে পূবৰ উদৰী গাঁৱৰ উদৰী বিল আৰু উপৰুক্ত ৰূপহী বিলৰ লগত এখন সৰু জানেৰে সংযোজিত হৈ আছিল। আৰু আনফালে অৰ্থাৎ পশ্চিম অংশ (গড়জান আৰু কছাৰী জান বিল) সৰু সৰু জানেৰে পশ্চিমৰ থকথকি বিল আৰু লেচেৰি বিল হৈ হাৰিয়া নৈৰ লগ লাগি পকৰীয়া নৈত পৰিছিল। বৰ্তমান সোণাই নৈখন আগৰ দৰে ৰূপৰী বিলেদি উত্তৰলৈ গৈ মৰা সোণাই লগ কৰাৰ পৰিবৰ্তে ৰূপহী বিলৰপৰা উল্লেখিত সৰু জানখনেদি পশ্চিমলৈ আহি উদৰী বিল, খনাঘৰীয়া বিল, লেচেৰি বিল হৈ হাৰিয়া নৈক লৈ পকৰীয়া নৈৰ লগ হৈছেহি, গতিকে সোণাইৰ নাম এইছোৱাত এতিয়া পকৰীয়া নৈ। এইছোৱা পথৰ বিৱৰণ এনে—

খন্দাজানক লোৱাৰ পাছত ৰূপহী নৈখন খনাঘৰীয়া বিল, গড়জান বিল, কছাৰীজান বিল আদিৰ মাজেদি আহি খন্দাজান নাম লয়। নৈখন এইদৰে পশ্চিমমুৱা হৈ ১১ কিমি আহি হাৰিয়া বিলত সোমাই হাৰিয়া নৈক বাঁওপাৰে লৈ পকৰীয়া নৈ নাম লয়। নৈখন তাৰপৰা আৰু ৫ কিমি আহি পবিতৰা সংৰক্ষিত বনৰ পূবত উত্তৰ-পশ্চিম দিশলৈ ঘূৰে। এইদৰে আৰু ৬ কিমি ভটিয়াই আহি নৈখনে লগত টেপৰি সোণাই আৰু ঠাইতে মৰা সোণাই নৈক লগত লৈ ৰজা মায়ঙৰ উত্তৰৰ কচুশিলা পাহাৰৰ পূবত ব্ৰহ্মপুত্ৰত পৰে। উক্ত মৰা সোণাই নৈখন কিছু উজনিত মৰা সোণাই নৈৰপৰা ফাটি অহা এক সৰু শাখা।

**২৪.১. উপনৈ—হাৰিয়া নৈঃ** নৈখন গড়জান বিলৰ দক্ষিণে ওলাই দক্ষিণলৈ আহি হাৰিয়া বিলত পৰি হাৰিয়া নৈ নাম লৈ পশ্চিমলৈ



আহি পকৰীয়া নৈত পৰেহি। ইয়াৰ দক্ষিণতে চলিহা, বৰ মনহা, সৰু মনহা আদি কলঙৰ উত্তৰৰ বিলবোৰ আছে।

**২৪.২. টেপৰি সোণাই নৈঃ** ভাকাঝাৰৰ দক্ষিণে কলাইকুৰি বিলৰ পৰা অহা মৰা সোণাজান (বৰজান) পশ্চিমলৈ আহি ছাগলী কটা বিলৰ উত্তৰেদি বৈ ফলিয়ামাৰি হাবি নামৰ ঠাইত টেপৰি সোণাই নাম লয়। ইয়াৰে টেপৰি সোণাই বিলৰ মাজেদি দক্ষিণ-পশ্চিমমুৱা হৈ আহি হাতীমূৰীয়া মায়ঙৰ উত্তৰত পকৰীয়া নৈৰ সোঁপাৰে পৰে। নৈখনৰ দীঘ প্ৰায় ১০ কিমি।

**২৫. মৰা সোণাই (সোণাই) নৈঃ** সোণাই নৈৰ উত্তৰত মৰা সোণাই নৈ। বৰ উচিলাৰ ২ কিমি উত্তৰৰ শিঙীয়া বিল, কুঁজী বিল লেতেৰী বিল আৰু নেতেৰী বিল আদি জলাহসমূহ উত্তৰৰ বৰদোৱা আৰু ইয়াৰো উত্তৰ-পূবৰ দগাঁৱলৈকে প্ৰায় ২০ কিমি দূৰ প্ৰসাৰিত হৈ থকা দেখা যায়। এই বিলবোৰৰ মাজেদি এসময়ত এখন ডাঙৰ নৈ বৈ আহিছিল বুলি ধৰিব পাৰি। এইখনেই সম্ভৱ মৰা সোণাইৰ আগলি নৈ আছিল।

বৰ্তমান বৰ উচিলাৰ উত্তৰৰ শিলপুখুৰীৰ ওচৰৰপৰা এই নৈখন ওলোৱাটো পৰিষ্কাৰকৈ দেখা যায়। ইয়াৰপৰা কটাহগুৰিৰ দক্ষিণেদি নৈখন ১১ কিমি আহি চকচলাত বৰভাগীয়া-ধিং পথ পাৰ হৈ সামান্য দক্ষিণ-পশ্চিমমুৱা হয়। এনেকৈ মৰাসোণাইখন ৮ কিমি ভটিয়াই কলীয়াজাৰিত দক্ষিণৰ গেৰুৱা বিলৰপৰা অহা গৰঙাজানক বাঁওপাৰে লৈ পশ্চিমমুৱা হয়। (এসময়ত সোণাই নৈৰ এসোঁতা কলীয়াজাৰিৰ ছুকৰাজ বিলেদি আহি এই ঠাইতে মৰাসোণাইত লগলাগিছিল। আগৰ বিলখনৰ ঠাইতে এতিয়া গৰঙা নৈখন হৈছে।)

গৰঙাক লৈ মৰা সোণাইখন সোঁপাৰৰ বালিখেৰি, দুইখুটি, পটি-বন্ধা, হাৰিয়া, চিকদাৰি, আৰু বাঁওপাৰৰ গটঙা, কলিয়াজাৰি, আদি বিলৰ মাজেদি ১২ কিমি বৈ আহি নিজ গেৰুৱা পায়। নিজগেৰুৱাৰ-পৰা নৈখনক মৰা সোণাইৰ সলনি সোণাই নৈহে বোলে। ইয়াৰ কাৰণ হ'ল আগতে মৰা সোণাইক লগত লৈ মূল সোণাই নৈখন এই পথেদিয়েই বৈ গৈছিল।

নিজ গেৰুৱাৰপৰা নৈখনে সোঁপাৰৰ মেৰ বিল, তিনচুকীয়া বিল, গৰল বিল, আৰু বাঁওপাৰৰ বৰলটুপ বিল, গোবৰা বিল, নন্দনী বিল আদি বিলৰ কাষেদি আৰু সোণাই বিলৰ মাজেদি সোণাই নৈ

নামেৰেই ১৩ কিমি বৈ আহি বৰবাৰীত সোণডুবা বা গেৰুৱাজানক সোঁপাৰে লয়। ইয়াৰপাছতো সোণাই নামেৰেই নৈখন আৰু ৭ কিমি পশ্চিমলৈ আহি ফইলামাৰিৰ উত্তৰৰ পকৰীগুৰিত ব্ৰহ্মপুত্ৰত পৰে। সোণাইখন ব্ৰহ্মপুত্ৰত পৰাৰ মাত্ৰ আধা কিমি পূৰ্বে বাঁও-পাৰৰপৰা এটা শাখা ফাটি দক্ষিণ-পশ্চিমলৈ আহি পকৰীয়া নৈৰ লগ লাগে। এই শাখাটোকে বৰ্তমান মৰা সোণাই নৈ নামেৰে জনা যায়। এইখন সোণাই গৈ ব্ৰহ্মপুত্ৰত পৰা ঠাইৰপৰা চাবে ছয় কিমি ভটিয়াইহে প্ৰকৃত সোণাই বা পকৰীয়া নৈখন ব্ৰহ্মপুত্ৰত পৰে।

## মৰা সোণাইৰ (সোণাই) উপনৈ

**২৫. ১ সোণডুবা নৈ ঃ** অতীজত লাহৰীঘাটৰ পূবৰ অমৰাগুৰিয়েদি লালীজানৰ এটা শাখা দক্ষিণলৈ ফাটি আহি লাচনবাৰীৰপৰা দক্ষিণ-পশ্চিমমুৱাহৈ দেৱাগিৰিৰ দক্ষিণত হাওহোৱাজানৰ লগ লাগি সোণ-ডুবাৰ সৃষ্টি হৈছিল। পাছত বৰঙীয়া গাঁৱত ইয়াৰ লগত জুৰিয়া জান লগ লাগি নৈখন শকত হৈছিল।

বৰ্তমান সোণডুবাখন লাহৰীঘাটৰ ৪ কিমি দক্ষিণৰ দেৱাগিৰিৰ ওচৰত ওলোৱা দেখা যায়। দেৱাগিৰিৰ দক্ষিণৰ হেৰাপোৱা বিলৰ-পৰা ওলোৱা হেৰাইপোৱা বা কদৰীবাৰীজানখন এতিয়া সোণডুবাৰ আগলি অংশ। এই জানখনেই সোণডুবা নামেৰে পশ্চিমমুৱা হৈ ১০ কিমি আহি দিখুমুখত দুভাগ হয়। ইয়াৰে গৌণশাখাটো গেৰুৱা-জান নামেৰে ৪ কিমি দক্ষিণ-পশ্চিমলৈ আহি নিজগেৰুৱা পায় আৰু ইয়াৰপৰা উত্তৰ-পশ্চিমমুৱা হৈ ৩ কিমি গৈ বাণমূৰিত সোণ-ডুবাৰ সিটো শাখাৰ লগ লাগে। সোণডুবাৰ মুখ্য শাখাটো ২ কিমি পশ্চিমলৈ আহি ইয়াৰ প্ৰধান উপনৈ লালীজানক সোঁপাৰে লয়। ইয়াৰপৰা ১ কিমি ভটিয়াই নৈখনে বটালিমাৰি গাঁৱত বটালিমাৰী জান বা বালিডোঙা নৈক সোঁপাৰে লয়। (অতীজত বালিডোঙা নৈৰ উজনিভাগ মৰাডোঙা নৈ নামেৰে উত্তৰৰ হলৌকন্দা আৰু কাটনি বিলৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ বৈ আহিছিল।)

সোণডুবাখন বটালিমাৰিৰপৰা বৰশীবন্ধা আৰু বাণমূৰী বিলৰ উত্তৰেদি বৈ আহি বাণমূৰীত নিজৰ আনটো শাখাক (গেৰুৱাজান) বাঁওপাৰে লগ কৰে। (অতীজত ইয়াতে সোণডুবাৰ মূল শাখাটোৰ সোঁপাৰে মাগুৰিজান লগ লাগিছিল।) বানমূৰীৰপৰা সোণডুবাখন দক্ষিণ-পশ্চিম দিশত আৰু ৭ কিমি আহি বৰবাৰীত (অতীজৰ ভাখা-জাৰ ?) সোণাই নৈৰ (মৰা সোণাইৰ নামনি অংশ) সোঁপাৰে পৰে।



**২৬. সৰস্বতী জান ঃ** বানভট্টৰ 'হৰ্ষ চৰিত' পুথিত উল্লেখিত সৰস্বতী নৈখনেই এই সৰস্বতী জানখন বুলি আনন্দচন্দ্ৰ আগৰৱালাই মত পোষণ কৰিছে। এইখন হেনো অতীজৰ সোৱনশিৰি (স্বৰ্ণদী) আৰু ব্ৰহ্মপুত্ৰৰ মিলিত সোঁতা আছিল। বৰ্তমান নৈখনৰ বিবৰণ এনে—

সোণডুবা নৈৰ উত্তৰৰ বৰকুৰ নামৰ ঠাইৰ পূবত হলৌকন্দা বিল। এই বিলৰপৰা এখন সৰুজান ওলাই দক্ষিণ-পশ্চিমমুৱাহৈ বৈ আহি পভাখাতীত পভাখাতী বিলত পৰি ভটিয়াই আহি সৰস্বতী জান নাম লয়। তাৰপৰা পশ্চিমলৈ আহি জানখন ঘগ্ৰা বিলত পৰে। পূৰ্বতে (১৯৫৪ চন) সৰস্বতীজানখন নমাটীয়াৰপৰা পশ্চিমলৈ আহি চহৰীয়া গাঁও হৈ ব্ৰহ্মপুত্ৰত পৰিছিল।

## ২৭. আমচাং নৈ

এইখন কলঙৰ পাছত ব্ৰহ্মপুত্ৰত পৰা এখন সৰু নৈ। প্ৰাগজ্যো-তিষপুৰ মহকুমাৰ সোঁমাজৰ আমচাং চাহ বাগিছাত আমচাং নৈখন উৎপত্তি হৈছে। ইয়াৰপৰা ডিগাৰু-নাৰেংগী পথৰ কাষে কাষে পশ্চিমলৈ বৈ আহি পথৰ দাঁতিতে লংম্পো নৈক সোঁপাৰে লয়। লংম্পো নৈখন কিছু উত্তৰৰ বুঢ়াগোসাঁই পৰ্বতৰ পূবত ওলাই দক্ষিণলৈ বৈ আহিছে। লাংম্পোক লৈ আমচাং নৈখন পশ্চিম দিশতে নাৰেংগী আৰু সাতগাঁও হৈ ছাচাইৰ উত্তৰত উত্তৰ-পূবমুৱা হয়। বাটত বাঁওপাৰে এখন জান লৈ নৈখন টেপৰ বিলত সোমায়। উক্ত জানখন দক্ষিণৰ মেঘালয়ৰপৰা আহি ন মাইলৰ ওচৰত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ খানাপাৰাৰ মাজেদি বৈ আহিছে। টেপৰ বিলৰপৰা ওলাই নৈখন উত্তৰ-পূব দিশতে এক দ ঠাইৰ মাজেদি বৈ আহি শিলসাঁকো বিলত সোমায়। ইয়াৰপৰা ওলাই নৈখন নাৰেংগীলৈ যোৱা ৰে'লপথ পাৰ হৈ নাৰেংগী ৰে'লষ্টেচনৰ ওচৰৰ দামল বিলত সোমায়। নৈখন দামল বিলৰপৰা ওলাই বোন্দাত ৰে'লপথৰ কাষতে চামপথাৰ নৈ বা বোন্দা নলাক সোঁপাৰে লয় আৰু ৰে'লপথ পাৰ হৈ উত্তৰলৈ আহি ছুছুকি বিলত সোমায়। এই ঠাইতে পিটনি বিল, পটাবিল, জুগুলি বিল, হাঁহচৰা বিল আদি কেইবাখনো বিল আছে। অৱশেষত আমচাং নৈখন ছুছুকি বিলৰপৰা আহি ৰজাবিলেদি বৈ গৈ তুৰিবাৰী চাপৰি নামৰি ঠাইত ব্ৰহ্মপুত্ৰত পৰে।

## ২৮. বাহিনী নৈ/ভৰলু নৈ

এইখন গুৱাহাটী মহানগৰীৰ মাজেদি বোৱা এখন সৰু নৈ। কালিকা পুৰাণৰ (৫১ অধ্যায়) পৰা জনা যায় যে কামৰূপ পীঠৰ সন্ধ্যাচল পৰ্বতত বশিষ্ঠ মুনিয়ে নমাই অনা কান্তা নামে নদী আছে। এই পৰ্বতৰ কুণ্ড এটাৰপৰা সন্ধ্যা নৈ ওলাইছে আৰু ইয়াৰ পূবত ললিতা নামে এখন নৈ আছে। সন্ধ্যা, ললিতা, কান্তা— এই তিনিও নৈৰ মিলিত সুঁতিক ভঁগুৰুৱা বা ভৰলু নৈ বোলে। উক্ত তিনি সুঁতি মিলি হোৱা নৈখনক বৰ্তমান বশিষ্ঠ নৈ বোলা হয়। এইখন নৈ আগতে ভৰলু নৈ নামেৰে গৈ ব্ৰহ্মপুত্ৰত পৰিছিল যদিও বৰ্তমান ইয়াৰ লগত ভৰলু নৈখনৰ সংযোগ বিছিন্ন হোৱা দেখা যায়। বৰ্তমান ভৰলু নৈয়েদি প্ৰৱাহিত প্ৰায় সমস্ত পানীখিনি বাহিনী নামৰ নৈখনেহে কঢ়িয়াই আনে।

বাহিনী নৈখন মেঘালয়ৰ মাইলিয়েম সংৰক্ষিত বনত উমমৰিয়াং নৈ নামে ওলাই উত্তৰ-পূবমুৱা হৈ বৈ আহে। বাটত লংমাই আৰু উমটাচু নৈক লৈ উমটিংগ্ৰৰ ওচৰত ই অসমত সোমায়। বশিষ্ঠাশ্ৰমৰ পূবত নৈখন বশিষ্ঠ নৈৰ নিচেই কাষ চাপে যদিও তাৰ লগ নলৈ বাহিনী নৈ নামে সুকীয়াকৈ উত্তৰলৈ বৈ আহে আৰু বশিষ্ঠ চাৰিআলিৰ পূবত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। বেলতলাত নৈখনে এখন জান সোঁপাৰে লৈ উত্তৰ-পশ্চিমমুৱা হৈ আহি দিছপুৰৰ দক্ষিণপূবত ছিলং-গুৱাহাটী পথ পাৰ হৈ জুৰোডৰ কাষেদি বৈ আহে। ৰাজ্যিক চিৰিয়াখানাৰ ওচৰত নৈখন পশ্চিমলৈ ঘূৰি উক্ত পথ পাৰ হয় আৰু পশ্চিমলৈ আহি ভঙাগড়ত ছিলং-গুৱাহাটী পাৰ হৈ উলুবাৰীৰ দক্ষিণেদি আহি ভৰলু নদীত পৰে।

ইফালে প্ৰকৃত ভৰলু নৈখন মৰা ভৰলু নৈ নামেৰে কালাপাহাৰৰ ওচৰৰ এক জলাহ ঠাইৰপৰা ওলাই উত্তৰ-পূবমুৱা হৈ মাত্ৰ ৩ কিমি বাট আহি ছাবিপুলত বাহিনী নৈক সোঁপাৰে লয়। ইয়াৰ পাছত এটা সৰু নলাৰ লগ লাগি নৈখন ভৰলু নদী নামেৰে বৈ আহি কামাখ্যা মন্দিৰ অৱস্থিত নীলাচল পাহাৰৰ পূবত ব্ৰহ্মপুত্ৰত পৰে।

## ২৯. বশিষ্ঠ নৈ

সন্ধ্যা, ললিতা আৰু কান্তা এই তিনি নদী মিলি হোৱা বশিষ্ঠ নৈৰ কাষতে প্ৰসিদ্ধ বশিষ্ঠাশ্ৰম আছিল। অতীজত বশিষ্ঠ নৈৰ পানীয়েই ভৰলু নৈক পুষ্ট কৰিছিল যদিও বৰ্তমান নৈখন ভৰলুৰ ফালে নবৈ দ্বীপৰ বিললৈ ধাবিত হৈছে।



নৈখন প্ৰথমে মেঘালয়ৰ পূব খাছী পাহাৰ জিলাৰ উত্তৰ অংশৰ গড়ভঙা সংৰক্ষিত বনৰ জটাবৰ শৃংগত ওলাই বৰপানী নৈ নামে বৈ আহি বৰপানী নামৰ ঠাইত আখোৰি বা খোৰাপানী নৈক লগত লয়। এই আখোৰি আৰু বৰপানী নৈ দুখন কামৰূপ আৰু পূব খাচী পাহাৰ জিলাৰ মাজৰ সীমাৰূপে গড়জোলা পাহাৰলৈকে ১০ কিমি বাট উত্তৰ-পূবমুৱা হৈ বৈ আহিছে।

বশিষ্ঠ মন্দিৰ পোৱাৰ ১ কিমি উজনিত নৈখনে পাতালীয়া নৈক বাঁওপাৰে লৈ বশিষ্ঠ নৈ নাম লয়। নৈখন বশিষ্ঠাশ্ৰম পাই কঠিন শিলৰ মাজৰে তিনিটা ক্ষুদ্ৰ ধাৰাত বিভক্ত হৈ পুনৰ একত্ৰ হৈ মৃদু গুঞ্জনেৰে মন্দিৰৰ কাষেদি প্ৰায় উত্তৰমুৱা হৈ বৈ আহে। বৰ্তমান বক্ৰাপাৰাত ইয়াৰপৰা এটা খাল কাটি পশ্চিমলৈ নিয়া হৈছে। মূল নৈখন বশিষ্ঠ চাৰিআলিৰপৰা আধা কিমি পশ্চিমে ৩৭ নং ৰাষ্ট্ৰীয় ঘাই পথ পাৰ হৈ উত্তৰলৈ আহি হাতীগাঁও পায়। ইয়াৰপৰা নৈখন ক্ৰমে পশ্চিম আৰু দক্ষিণ-পশ্চিমলৈ ঘূৰি সোণাই ঘুলিত ওলায়হি।

পূৰ্বতে বশিষ্ঠ নৈ সোণাইঘুলিৰপৰা বুকুট নৈ নামে বৈ আহি দুভাগ হৈ এভাগ পশ্চিমলৈ গৈ দীপৰ বিলত পৰিছিল আৰু আনভাগ উত্তৰলৈ গৈ বাহিনী নৈৰ লগ লাগি ভৰলু নৈ হৈছিল। বৰ্তমান বশিষ্ঠ নৈখন সোণাইঘুলিৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ ২ কিমি আহি ফটাশিল কটাহবাৰীত দক্ষিণমুৱা হয়। এইদৰে আধা কিমি আহি জাজোৰা নৈক বাঁওপাৰে লৈ নৈখন পশ্চিমমুৱা হয়। এইদৰে আৰু আধা কিমি আহি পুনৰ ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰহৈ সোখজা নৈক বাঁওপাৰে লৈ নাম লয় মৰা নলা। মৰা নলা নামেৰে পশ্চিম দিশতে ২ কিমি ভটিয়াই মালিগাঁৱৰ দক্ষিণৰ ফটাশিল সংৰক্ষিত বনৰপৰা অহা এখন জান সোঁপাৰে আৰু পাঁচধৰা নৈক বাঁওপাৰে লৈ মুঠ ৪ কিমি আহি সুবিখ্যাত দীপৰ বিলত পৰে। বশিষ্ঠ নৈৰ দীঘ ৩২ কিল'মিটাৰ। নৈখনেদি গড়ে প্ৰতি ছেকেণ্ডত ০·০৭ ৰপৰা ০·৪৬ ঘনমিটাৰ পানী প্ৰবাহিত হয়।

**৩০. খনা নৈঃ** দীপৰ বিলৰ পানীভাগ খনা নৈ নামৰ এখন নৈয়েদি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পশ্চিমে হাৰোগাৰা খনামুখ হৈ উত্তৰ-পূব দিশত ৫ কিমি বৈ গৈ গাড়ীগাঁৱৰ উত্তৰত ব্ৰহ্মপুত্ৰত পৰিছে। এই নৈখন অতীজত মোগল সৈন্যই ব্ৰহ্মপুত্ৰৰপৰা দীপৰ বিললৈ আহিবলৈ খান্দি সৃষ্টি কৰা বুলি জনা যায়; সেয়েহে খনা নৈ নাম হ'ল।

**৩১. কলমণি নৈঃ** গুৱাহাটী মহকুমাৰ দক্ষিণৰ গড়ভঙা সংৰক্ষিত বনৰ মাজত ওলোৱা সাতৰ গাঁও নদীখন (আগৰ নাম গোদাবৰী নৈ) উত্তৰ-পশ্চিম দিশত বৈ আহি বাটতে এজে নামৰে আন এখন নৈক সোঁপাৰে লয়। তাৰপৰা নৈখন ৬ কিমি আহি উত্তৰ-পূবমুৱা হয়। এইদৰে নৈখনে ২ কিমি আহি অমুখা বা উমখা নৈক পাহাৰৰ মাজতে সোঁপাৰে লৈ নাম লয় কলমণি নৈ। নৈখন ইয়াৰপৰা পশ্চিমমুৱা হৈ ৪ কিমি ভটিয়াই ৰাণী চাহবাগিছা পায়। তাৰপৰা উত্তৰ-পশ্চিম-মুৱা হৈ ২ কিমি আহি নলবাৰী নৈ আৰু বামুণগুৰি নৈক সোঁপাৰে লৈ ছজনপাৰাত নৈখন দুভাগত বিভক্ত হয়। তাৰে এভাগ পশ্চিমলৈ গৈ জগলীয়া নৈত পৰে আৰু আনভাগ কলমণি নৈ নামে ৰাণী-আজৰা পথৰ কাষেদি বৈ আহে। এইদৰে নৈখন আজৰা পাৰ হৈ মুঠ ৭ কিমি ভটিয়াই কোনাপাৰ পায়। কোনাপাৰত নৈখন পশ্চিমলৈ ঘূৰে আৰু আমবাৰীহৈ ৭ কিমি আহি ব্ৰহ্মপুত্ৰত পৰে।

**৩২. কলভোগ (জগলীয়া) নৈঃ** ৰাণীৰ দক্ষিণে মেঘালয়ৰ পাহাৰত ওলোৱা কপিলী নামৰ সৰু নৈ এখন অসম-মেঘালয়ৰ মাজৰ সীমাইদি উত্তৰ-পূব দিশত আহি নং গ্ৰিলঙত পশ্চিমলৈ ঘূৰে। এই দিশত বৈ আহি নৈখনে অসমত সোমায়েই গণপতি নামৰ ঠাইত গণপতি নৈক বাঁওপাৰে লৈ নাম লয় উমচিলনী। গণপতি নৈক উজনিলৈ আমফু নৈ বোলে; আমফুৰ উপনৈ হ'ল উমফুং আৰু উমখেন। আমফু নৈখনৰ এছোৱাক কামৰূপ আৰু পূবখাছী পাহাৰ জিলাৰ মাজৰ সীমা হিচাপে ধৰা হৈছে।

গণপতিৰপৰা উম্ চিলনীখন ২ কিমি আহি ৰাণী পায়। ৰাণীৰ ওচৰত নৈখন তিনি ভাগত বিভক্ত হয়। এভাগ উত্তৰলৈ আহি জগলীয়া নৈ নাম লয়, মাজৰ ভাগটো উত্তৰ-পশ্চিম দিশৰ গোঁহাই হাটলৈকে এটা খন্দা খালৰূপে বয়, আৰু আনভাগ পশ্চিমলৈ গৈ ৰাণী নৈ নাম লৈ পাছত আন নৈৰ লগ লাগি কুলসী নৈত পৰেগৈ। ৰাণী নৈৰ কথা পাছত লিখা হ'ব।

উক্ত জগলীয়া নৈখন উত্তৰমুৱা হৈ ৰাণীৰপৰা ৫ কিমি আহি ছলেছলাত পূৰ্বোক্ত কলমণি নৈৰপৰা ফাটি অহা এটা শাখাক সোঁপাৰে লয়। ইয়াৰপৰা জগলীয়া নৈ পশ্চিমমুৱা হৈ ২ কিমি ভটিয়াই মলিয়াটা সংৰক্ষিত বনৰ পূবত আকৌ উত্তৰমুৱা হয়। এইদৰে ২ কিমি আহি নৈখন বঙৰা পায়। ইয়াতে নৈখন উত্তৰ-পশ্চিমলৈ



ঘূৰি কলভোগ নৈ নাম লয় আৰু ৫ কিমি ভটিয়াই আহি পলাশবাৰীত ব্ৰহ্মপুত্ৰত পৰে।

**৩৩. কুলসী নৈঃ** গুৱাহাটী মহকুমাৰ পশ্চিমভাগৰ নৈ। কুলসী নৈৰ পৌৰাণিক নামহ'ল নীলানদী। তাৰ পাছত নৈখনৰ নাম হয় কলহী। বাৰিষা নৈখনেদি কলহৰ কাণে চলাৰ দৰে পানী বৈ আহে বাবে হেনো নৈখনক কলহী নাম দিয়া হৈছিল। কহলী বা কলসীৰপৰা নৈখন এতিয়া কুলসী হৈছে। নৈখন ভালেমান ঠাইত বিভক্তহৈ আকৌ লগ হৈ ভটিয়াই আহিছে।

কুলসী নৈৰ মূল আগলি নৈখন হ'ল মেঘালয়ৰ খ্ৰীনৈ। ছিলঙৰ-পৰা ২০ কিমি পশ্চিমৰ মৈৰাঙৰ পূৱত (২৫°৩৪', ৯১°৩৮') ওলোৱা উম্ টেল্লাম আৰু উম্‌দান লগ লাগি খ্ৰী নৈ হৈছে। খ্ৰীনৈখন প্ৰথমে উত্তৰ দিশত বৈ আহি পাছত পশ্চিমমুৱা হয় আৰু অসমত সোমোৱাৰ ১০ কিমি আগতে উম্‌খ্ৰীছনীয়া নৈক সোঁপাৰে লগ কৰে। উম্‌খ্ৰীছনীয়া নৈৰ লগ লাগি খ্ৰীনৈখন শকত হয়। এইদৰে পাহাৰৰ মাজেদি উত্তৰ-পশ্চিম দিশত বৈ আহি উমকিয়াম নামৰ ঠাইত অসমৰ কামৰূপ জিলা আৰু মেঘালয়ৰ পূব খাছী জিলাৰ সীমাৰূপে বৈ অহা উমচিৰি নৈক বাঁওপাৰে লয়। এই ঠাইতে দোৰাং নামৰ এখন নৈও আহি খ্ৰীৰ বাঁওপাৰে পৰেহি। উমকিয়ামৰপৰা নৈখন উত্তৰ-পূব দিশত উক্ত সীমাইদি ডেৰ কিমি আহি সম্পূৰ্ণকৈ অসমৰ কামৰূপ জিলাত সোমায়।

অসমৰ ফালৰ পাহাৰৰ মাজৰ ঠেক উপত্যকাত নৈখন কিছু বহল হয় আৰু কুলসী নাম লয়। সীমাৰপৰা চাৰে চাৰি কিমি আহি ফিৰভিৰি নামৰ ঠাইত সোঁপাৰৰ চানডুবি বিলৰপৰা অহা এখন জান লগত লয়। অতীজত এই ঠাইত চানডুবি, ৰুনখুন্দা, মেমেৰা-মাৰী, আৰু পোপাচাম নামেৰে জনাজাত এখন ৬ কিমি দীঘল বিল আছিল; এতিয়া বিলখনৰ সৰহভাগ পোতখাই মাত্ৰ চানডুবি খন ৰৈছেগৈ। চানডুবি বিলত বৰ্তমান মিছাপানী আৰু কলিয়ানী জান পৰিছে। এই ঠাইতে পূৱতে কুলসীৰ বাঁওপাৰে লাখৰ নামৰ এখন বিল আছিল, সেইখনো বৰ্তমান পোত খাইছে। ফিৰভিৰিৰপৰা নৈখন প্ৰায় উত্তৰমুৱা হয়। এনেকৈ ১ কিমি আহি চিকাদং নৈক বাঁওপাৰে লৈ আৰু ৭ কিমি ভটিয়াই নৈখন দুভাগত বিভক্ত হয়। এভাগ এখন সৰু নৈ ৰূপে পশ্চিমলৈ গৈ সিঙ্গুমাৰং নৈ নাম লয়। আৰু মূল

ভাগটো কুলসী নামেৰে ৩ কিমি উত্তৰলৈ আহি কুলসী নামৰ ঠাই পায়।

কুলসীত কুলসী নৈখন পুনৰ দুভাগ হয়। ইয়াৰে এটা সৰু শাখা কুলসী নামেৰে উত্তৰ-পুবমুৱা হৈ ৰৰদুৱাৰ সংৰক্ষিত বনৰ উত্তৰেদি ১০ কিমি আহি বাথা নৈত পৰে। (পাছত এইখনো বাণী নৈৰ লগ হৈ আকৌ কুলসীতে পৰিছে) কুলসীত বিভক্ত হোৱা নৈখনৰ মুলভাগটো কুলসীৰপৰা ২ কিমি পশ্চিমলৈ আহি উত্তৰ-পশ্চিমমুৱা হয়। এনেকৈ আঢ়ৈ কিমি আহি নৈখন ঔগুৰি পায় আৰু ইয়াতে পূৰ্বতে ফাটি যোৱা সিন্ধু মাৰং নৈক বাঁওপাৰে লৈ নৈখন আকৌ দুভাগ হয়। এভাগ খুৰখুৰী নৈ নামেৰে উত্তৰ-পশ্চিমমুৱা হৈ বৈ যায় আৰু আনভাগ কুলসী নামে উত্তৰলৈ আহে।

ঔগুৰিৰপৰা কুলসীখন এখন ঠেক আৰু তৰাং নৈ ৰূপেৰে ৮ কিমি ভটিয়াই আহি ছয়গাঁও পায়। ছয়গাঁৱৰপৰা নৈখন উত্তৰমুৱা হৈ ৫ কিমি আহি সাতঘৰীয়া পাৰাত (ৰাণী) বাথা নৈক সোঁপাৰে লয়। ইয়াৰ পাছত নৈখন এখন বহল নৈ ৰূপে পশ্চিমমুৱা হৈ চাৰে তিনি কিমি আহি আগুমি পায়। আগুমিত কুলসীখন আকৌ দুভাগ হয়। এভাগ পশ্চিমমুৱাহৈ ১২ কিমি বৈ গৈ খুৰখুৰি নৈত পৰেগৈ। কিন্তু মুল কুলসীখন আগুমিৰপৰা উত্তৰ-পশ্চিম দিশত আঢ়ৈ কিমি আহি হোহুৱা পথাৰত ব্ৰহ্মপুত্ৰত পৰে। ১৯১২ চনৰ তথ্যমতে কুলসীখন আগুমিৰ (গুমি) পৰা ১১ কিমি উত্তৰ-পশ্চিমলৈ গৈহে ব্ৰহ্মপুত্ৰত পৰিছিল অৰ্থাৎ বিগত ৫৯ বছৰত (১৯১২–১৯৭১) ব্ৰহ্মপুত্ৰ ৬ কিমি দক্ষিণলৈ সোমাই আহিল।

ঔগুৰিত ফাটি অহা কুলসীৰ শাখাটোৱে খুৰখুৰি নৈ নামে উত্তৰ-পশ্চিমমুৱা হৈ মিলমিলিয়া সংৰক্ষিত বনৰ মাজেদি ৭ কিমি আহি খুৰখুৰি নামৰ ঠাইত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। একে দিশতে আৰু ৮ কিমি আহি জামবাৰীৰ পশ্চিমত খুৰখুৰি নৈখন দুভাগ হয়। নৈখন উত্তৰৰ ভাগৰ লগত আগুমিত কুলসী নৈৰপৰা ফাটিঅহা শাখাটো লগ হয়হি। এই ভাগটো আৰু পশ্চিমলৈ আহি তামোলদিৰ ওচৰত জামবাৰীত ফাটিযোৱা নৈখনৰ দক্ষিণভাগৰ লগ লাগে। ইফালে দক্ষিণৰ ভাগটোৱে জামবাৰীৰ ওচৰতে দিমালী নৈক বাঁওপাৰে লয়। দিমালীখন ছয়গাঁও সংৰক্ষিত বনৰ পাহাৰত দংগাই নৈ নামে ওলাই উত্তৰমুৱা হৈ আহি বাটত কৰপেনদং নৈক সোঁপাৰে লৈ ভেয়ামত সোমাই বামুণীগাঁৱত ঘাইপথ পাৰ হয়। তাৰপৰা উত্তৰ-



পশ্চিম দিশত ৭ কিমি আহি খৰখৰিত খুৰখুৰি নৈৰ উপৰোক্ত দক্ষিণ ভাগত পৰে। দিমালীক লৈ খুৰখুৰি নৈৰ দক্ষিণৰ ভাগটো পশ্চিমুৱা হৈ ৩ কিমি আহি পৈৰঙা উত্তৰত পাটছিমিলা বিলত সোমাই নাম লয় পাটছিমিলা নৈ। নৈখনে ইয়াৰপৰা ১ কিমি ভটিয়াই পৈৰঙাৰ উত্তৰত বকো নৈৰ এটা শাখাক বাঁওপাৰে লয়। তাৰ পাছত তামোলদিৰ ওচৰৰ এখন বিলত (কুইচাদৰা ?) সোমাই খুৰখুৰীখন বহল হয়। তাম্ৰোলদিৰপৰা উত্তৰ-পশ্চিমমুৱাহৈ ৩ কিমি আহি নৈখনে উজনিৰ আগুমিত ফাটি অহা কুলসীনৈৰ সুঁতিটোক সোঁপাৰে লগকৰে। ইয়াৰপৰা খুৰখুৰিনৈখন পশ্চিমমুৱা হৈ হাতীচলা বিলৰ দক্ষিণেদি আহি বিখ্যাত চমৰীয়া সত্ৰ পায়। ইয়াতে নৈখনে বকো নৈৰ আন এটা শাখাক বাঁওপাৰে লয়।

চমৰীয়াৰপৰা খুৰখুৰি নৈখনক বৰ্তমান জলজলী নৈ বোলে। আগতে এইছোৱাত নৈখনক মৰা কুলসী নৈ বুলিছিল। জলজলীখনে চমৰীয়াৰপৰা পশ্চিমদিশত বাটত দক্ষিণৰ শিঙৰা নৈৰ ৫ টা শাখাক একাদিক্ৰমে সুকীয়াকৈ বাঁওপাৰে লৈ ৬ কিমি আহি মালিবাৰী পায়। মালিবাৰীৰ দক্ষিণে এক বৃহৎ জলাহ ঠাই আছে (হেকুৰা বিল ?)। এই জলাহত দেওশিলা আৰু দুখীয়া নামৰ দুখন নৈ পৰিছেহি। মালিবাৰীৰপৰা জলজলীখনে উক্ত জলাহৰ উত্তৰেদি জলাহৰপৰা অহা এসোঁতা পানীক বাঁওপাৰে লৈ বৈ আহে; এইদৰে ৫ কিমি আহি মৰা কুলসী নৈক সোঁপাৰে লয়। এইখন আগৰ কুলসী নৈৰ নামনি অংশ। তাৰপৰা পশ্চিম দিশতে নৈখন আৰু ৩ কিমি আহি লক্ষ্মণ-পাৰাত উপৰোক্ত জলাহৰপৰা বৈ অহা এখন জান বাঁওপাৰে লয়। ইয়াৰপৰা নৈখন উত্তৰ-পশ্চিম দিশত ৪ কিমি আহি নগৰবেৰা পাহাৰৰ দক্ষিণ ঢালৰ নগৰবেৰা চহৰ পায়। চহৰৰ মাজতে কৰ্ণে নৈ আহি জলজলীৰ বাঁওপাৰে পৰে। নগৰবেৰাৰ দক্ষিণে নীলাডোবা নামৰ এখন বিল আছে। নীলডোবা বিলৰ দক্ষিণে বেচামাৰী আৰু গোৱালমাৰী নামৰ দুখন বিল আছে। নগৰবেৰাৰ কাষতে নৈখনে পুৰণা কুলসীৰ বা ব্ৰহ্মপুত্ৰৰ এক সুঁতিক সোঁপাৰে লৈ ৮ কিমি পশ্চি-মলৈ আহি আহি ছিমলিতোলাৰ উত্তৰৰ হেবছা বিলৰ কাষত আকৌ দুভাগ হয়। ইয়াৰে এভাগ উত্তৰ-পশ্চিমলৈ চাৰেতিনি কিমি আহি বাঘমৰা চৰত ব্ৰহ্মপুত্ৰত পৰে। আনটো ভাগ তাৰপৰা ৩ কিমি পশ্চিমলৈ আহি ফুলনি নৈক বাঁওপাৰে লয়। ইয়াৰপৰা জলজলী নামেৰে ৪ কিমি ভটিয়াই শিংৰামাৰিত হাব্ৰী নৈ পৰা ঠাইতে ব্ৰহ্ম-পুত্ৰত পৰে।

উল্লেখযোগ্য যে নগৰবেৰাবপৰা শিঙৰামাৰীলৈ জলজলিৰ এই-ছোৱা পথ ১৯২৮ চনৰ পাছত সৃষ্টি হোৱা। ইয়াৰ পূৰ্বে এইফালেদি ব্ৰহ্মপুত্ৰ নৈখন বৈ গৈছিল। গতিকে এই ঠাইত ব্ৰহ্মপুত্ৰখন ৪-৫ কিমি উত্তৰলৈ গতি কৰি নতুন ঠাইৰ সৃষ্টি কৰিছে।

কুলসী নৈৰ জৰবাহিকাএ ৩৭৭০ বৰ্গ কিল'মিটাৰ এলেকা আগুৰি আছে। নৈখনেদি প্ৰৱাহিত পানীৰ পৰিমাণ বছৰি গড়ে প্ৰতি ছেকে-গুত ৩২.৭০ ঘনমিটাৰ। নৈখনে বছৰি গড়ে ১৭.৭ হেক্টৰ মিটাৰ গেদ কঢ়িয়াই আনে।

## কুলসীৰ প্ৰধান উপনৈ

**৩৩. ১. উম্‌চিৰি ঃ** নৈখন মেঘালয়ৰ পশ্চিম খাছী পাহাৰ জিলাৰ উত্তৰ ভাগৰ লুম মিয়েংটং শৃংগৰ উত্তৰত উম্‌খট্ নামেৰে ওলাই উত্তৰ-পূবমুৱা হৈ আহি উম্‌মৌপা জানক সোঁপাৰে আৰু অসম-মেঘালয়ৰ সীমাত উমলোণ নৈক বাঁওপাৰে লৈ অসম-মেঘালয়ৰ সীমা-ৰূপে একে দিশতে বৈ আহে। উক্ত উমলোনখন অসমৰ ভিতৰৰ পাহাৰত ওলাইছে। ইয়াৰ উপনৈ উম ট্যানৰাই আৰু উমখিনৰো। উমহট্ নৈখনে উক্ত সীমাইদি ৩ কিমি আহি উমৱাৰ নৈক বাঁওপাৰে লয়। তাৰপৰা বাটত সৰুপানী, উম্‌ঙী, উম্‌ফা আদি ডাঙৰ জান আৰু ভালেমান সৰু জান-জুৰি লৈ ৯ কিমি ভটিয়াই আহি উম্‌চিৰি নামে উম্‌খ্ৰী নৈত পৰে। নৈখনৰ দীঘ প্ৰায় ২৫ কিল'মিটাৰ।

## ৩৩. ২. দোৰাং নৈ

কামৰূপ জিলাৰ দক্ষিণ সীমাৰ কাষৰ অসমৰ ভিতৰৰ নৈ। নংপোলাং নামৰ ঠাইৰ দক্ষিণে ওলোৱা উম্‌কিলিন নৈ আৰু এখন নৈৰ লগ লাগি উম্‌টোলোন নামে উত্তৰ-পূব দিশত বৈ আহে। নংদং নামৰ ঠাইৰ কাষেদি আহি বাটত দোৰং নামৰ এখন সৰু জান আৰু উমশ্ৰুক্ নৈক বাঁওপাৰে লৈ নাম লয় দোৰং বা দ্ৰুণ। তাৰপৰা নৈখন উত্তৰ-পূব দিশত মুঠ ১৬ কিমি আহি মোখমদোলত সৰ-ভোগ দং নৈক বাঁওপাৰে লৈ দক্ষিণমুৱা হয়। এইদৰে ৩ কিমি আহি উমথালি নৈক সোঁপাৰে লৈ নৈখন পূবলৈ ঘূৰে। পূৰ্বতে এই ঠাইৰপৰা নৈখন উমকিয়াম বিল নামৰ এখন বিলৰ মাজেদি পূবলৈ গৈছিল। বৰ্তমান যিহেতু সেই বিলখন পোত খালে গতিকে নৈখন দুই পাৰৰ বাম মাটিৰ মাজেদি ৩ কিমি আহি বৰঝাৰ নামৰ ঠাইত উমচাউট নৈক বাঁওপাৰে লৈ দক্ষিণমুৱা হৈ নাতিদূৰৰ উমকিয়ামত কুলসী নৈত পৰে।



## ৩৩. ৩. ৰাণী, গৰগৰা, বাথা নৈ

ৰাণীৰ ওচৰত উম্‌চিলনী নৈৰপৰা পশ্চিমলৈ ফাটি অহা ভাগ-টোৰেই ৰাণী নৈ নাম লয়। নৈখন পশ্চিমমুৱা হৈ ৭ কিমি আহি মাজকুচি পাই নাম লয়— জগলীয়া নৈ (পূৰ্বৰ পানীখাইতী নৈ)। জগলীয়া নামে মাত্ৰ ৩ কিমি আহি গৰগৰাত বহুৱা নৈক বাঁওপাৰে লৈ নাম লয় গৰগৰা নৈ। নৈখন পশ্চিমমুৱা হৈ ২ কিমি আহি হৰা-পাৰাত উত্তৰ-পশ্চিমলৈ ঘূৰে। এইদৰে ৩ কিমি আহি সাতপাখলিৰ উত্তৰত নৈখন পশ্চিমমুৱা হয়। নৈখনে এনেকৈ ৩ কিমি আহি কুলসী নৈৰ এটা শাখাক লগত লৈ বৈ অহা বাথা নৈক বাঁওপাৰে লয়। বাথাক লোৱাৰ পাছত গৰগৰাখন ২ কিমি ভটিয়াই কুকুৰমৰাত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ইয়াৰপৰা উত্তৰমুৱা হৈ ২ কিমি আহি নিচিন্ত বিলৰ পশ্চিমৰ জীয়াকুৰত নৈখন পশ্চিমমুৱা হয়। এনেকৈ ২ কিমি আহি গৰগৰাই বাঁওপাৰে এখন জান লগত লয় আৰু ভতিজী-কুৰৰ পশ্চিমেদি ৩ কিমি ভটিয়াই সাতঘৰীয়া পাৰাত কুলসী নৈত পৰে। পূৰ্বতে গৰগৰাৰ নামনি অংশক চাৰুঙৰি নৈ বোলা হৈছিল।

কুকুৰমৰাৰপৰা ৫ কিমি দূৰত চান্দ সদাগৰৰ দিনৰ প্ৰসিদ্ধ ছয়গাঁও। জনবিশ্বাস মতে সতী বেউলাই মৃত পতিক ভেলত তুলি কাংকৰী সাগৰেদি (কুকুৰমৰাইদি বোৱা নদীয়েদি) গুঞ্জৰী সাগৰলৈ নিছিল। গুঞ্জৰী সাগৰ মানে চৌৰে গৰ্জন কৰা ব্ৰহ্মপুত্ৰ। গতিকে এই নৈখন অতি প্ৰাচীন নৈ।

## ৰাণীৰ উপনৈ

**৩৩. ৩. ১. বহুৱা নৈ ঃ** গুৱাহাটী মহকুমাৰ দক্ষিণ সীমাৰ সমীপৰ মৰগং নামৰ ঠাইৰ পূবৰ হুৰো (সৰু ?) জিৰঙত উম্‌টাফি নামে ওলাই পশ্চিমমুৱা হৈ চাৰেচাৰি কিমি আহি মৰগং পায়হি। ইয়াৰ-পৰা নৈখনে বহুৱা নৈ নাম লৈ জৰাছাল সংৰক্ষিত বন আৰু চল্লি নামৰ ঠাইৰ মাজেদি উত্তৰমুৱা হৈ চাৰেদহ কিমি ভটিয়াই গৰগৰাত গৰগৰা নৈত পৰে।

**৩৩. ৩. ২. বাথা নৈ ঃ** মেঘালয়ৰ পূব খাছী পাহাৰ জিলাৰ উত্তৰৰ উম্‌লঙত উৎপত্তি হোৱা উম্‌লং নৈ পশ্চিমমুৱা হৈ ৫ কিমি আহি জিমৰি গাঁৱত অসমৰ গুৱাহাটী মহকুমাত সোমাই নাম লয়— হবহুৰ নৈ। জিমৰি গাঁৱৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ৪ কিমি আহি নংচেইনত উম টেং ৰা (উজনিৰ নাম উমবুলু) নৈক বাঁওপাৰে লৈ

নাম সলাই বাথা নৈ হয়। বাথা নামে পশ্চিম দিশত আঢ়ৈ কিমি আহি উঁগুৰি পায়। ইয়াৰপৰা নৈখন উত্তৰমুৱা হৈ চাৰেতিনি কিমি বাট মধুকিৰ পূবেদি ভটিয়াই বিলপাৰাত উমপাথি নৈক সোঁপাৰে লয়। তাৰপৰা ই উত্তৰ দিশত আঢ়ৈ কিমি আহি বৰদুৱাৰ পায়। নৈখন বৰদুৱাৰৰপৰা একে দিশতে ৬ কিমি আহি বাটাবাৰীত মৰীয়া নৈক বাঁওপাৰে লয় আৰু ১ কিমি ভটিয়াই লোহাৰঘাট পায়। ঘাটৰপৰা নৈখন দক্ষিণ-পশ্চিম দিশত গণকপাৰা আৰু ডোমপাৰাৰ পশ্চিমেদি ৬ কিমি আহি ধিমলাই নৈক বাঁওপাৰে লয়। তাৰপাছত ৩ কিমি আহি কুলসী নৈৰ এক সৰু শাখাক বাঁওপাৰে লৈ বাথা নৈখন আৰু ১ কিমি ভটিয়াই চলচলা বিলৰ মাজেদি বৈ গৰগৰা নৈত পৰে।

**৩. ২. ১. বাথাৰ উপনৈ উমপাথি নৈঃ** মেঘালয়ত বৰাপানী নামে ওলাই উমশ্ৰু নামৰ ঠাইত অসমত সোমাই উমপাথি নৈ নাম লয়। এক ঠেক উপত্যকাইদি আহি উমটুমা নৈক সোঁপাৰে লৈ বিলপাৰাত বাথা নৈত পৰে।

**৩.৩.৪ বকো নৈঃ** মেঘালয়ৰ পশ্চিম খাচী পাহাৰ জিলা আৰু গুৱাহাটী মহকুমাৰ মাজৰ সীমাৰূপে উম্‌ছায়েথি নামৰ নৈখন উত্তৰমুৱা হৈ বৈ আহিছে। নৈখনে এইদৰে ৩ কিমি আহি উম্‌নৰু, আৰু ৩ কিমি আহি উম্‌পৰ আৰু চাৰে চাৰি কিমি আহি উম্‌পাচি নৈক লগত লয়। ইয়াৰপৰা আঢ়ৈ কিমি ভটিয়াই কাম্পাদুলিত নৈখন সম্পূৰ্ণকৈ অসমত সোমায়। তাৰপৰাই বকো নৈ নামেৰে মোৰাম সংৰক্ষিত বনৰ মাজেদি উত্তৰ-পূব দিশত বৈ আহে। এইদৰে নৈখন চাৰে সাত কিমি আহি নদীয়াপাৰাত পিছলাং (পেচলাগ) নৈক সোঁপাৰে লয়। পিচলাঙৰ উপনৈ পুচিদঙা নৈ। নদীয়াপাৰাৰপৰা বকোখন উত্তৰমুৱা হৈ গৰুবলধা আৰু তৰাইবাৰী সংৰক্ষিত বনৰ মাজেদি বৈ আহে। নৈখন এইদৰে ১ কিমি আহি নোকাদোঙা নৈক সোঁপাৰে লয়। তাৰপৰা থটথটিৰ পশ্চিমেদি বাটত ধিতং নৈক সোঁপাৰে লৈ মুঠ ৬ কিমি উত্তৰলৈ আহি বকো নৈ বকো চহৰ পায়।

বকোত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ ২ কিমি আহি হমুৰাপাৰাত নৈখন দুভাগ হয়। ইয়াৰে এটা ভাগে ডেৰ কিমি পূবলৈ আহি খেনপাৰা পায়। তাৰপৰা ই উত্তৰ দিশত ৩ কিমি আহি খন্দলপাৰাত উত্তৰ-পূবমুৱা হয়। পাছত ই চিমিনা হৈ আঢ়ৈ কিমি আহি পৈৰঙাত বকো নৈৰে আন এটা শাখাসুঁতিৰ লগ লাগি ১ কিমি উত্তৰলৈ আহি পাটছিমিলা নৈত পৰে।



হমুৰাপাৰাত ভাগ হোৱা বকো নৈখনৰ আনটো ভাগ উত্তৰ-পশ্চিমমুৱা হৈ ১ কিমি আহি আকৌ দুভাগ হয়। ইয়াৰে এভাগ বুঢ়াহাৰাৰ কাষেদি চাৰে চাৰি কিমি উত্তৰলৈ আহি পৈৰঙাত বকোৰ উপৰুক্ত আনটো ভাগৰ লগ লাগি পাটছিমিলাত পৰে। বাকীভাগে বকো নৈ নামেৰে পশ্চিম দিশত আঢ়ৈ কিমি আহি ভেঁহুৰা আৰু তাতে দক্ষিণ-পশ্চিমলৈ ঘূৰি ২ কিমি আহি আউনীহাটী পায়। তাৰপৰা ই পশ্চিমমুৱা হৈ ১ কিমি আহি ছনাইদঙা (?) জানক বাঁওপাৰে লয় এই জানখন নাগোপাৰাত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ মোগাখাল হৈ আহিছে। তাৰপৰা বকো নৈ দক্ষিণ-পশ্চিমমুৱা হৈ ভেঁহুৰা বিলৰ কাষেদি আঢ়ৈ কিমি আহি মহিম বিলৰ কাষত বাল্লিমাৰি নৈক সোঁপাৰে লৈ আৰু ডেৰ কিমি ভটিয়াই চমৰীয়াত খুৰখুৰী নৈত পৰে। উক্ত বাল্লিমাৰী নৈখন তামোলদিৰ কাষৰ খুৰখুৰী বিলৰপৰা দক্ষিণ আৰু পশ্চিমলৈ বৈ আহিছে। বাল্লিমাৰী নৈ আৰু বকোৰ মাজত দীঘলীডোবা, ৰালাচৰা, মানুহমৰা ডুবি, জেনি, বাগডোবা, মহিম, মৰানদী, গড়ুকাটীয়া, চৰপৰা আদি দেখাৰ বিল আছে।

বকো নৈখন দীঘে ৫১ কিল'মিটাৰ। নৈখনেদি প্ৰবাহিত পানীৰ সৰ্বোচ্চ আৰু গড় পৰিমাণ প্ৰতি ছেকেণ্ডত যথাক্ৰমে ৪৬ আৰু ০·৮ ঘন মিটাৰ।

**৩৩.৫. শিঙৰা নৈঃ** মেঘালয়ৰ পশ্চিম খাচী পাহাৰ জিলাৰ উম্‌ট্যাৰছেং নৈখন পাহাৰৰ মাজেদি উত্তৰ-পূবমুৱা হৈ আহি ৰাংছাপাৰাত অসমত সোমায়। তাৰপৰা পশ্চিমমুৱা হৈ ৩ কিমি আহি হাহিমৰ ওচৰত নৈখনে গিজাং নৈক বাঁওপাৰে লৈ শিঙৰা নাম লয়। গিজাং নৈক মেঘালয়ত উম্‌কিয়াং নৈ বোলে; ইয়াৰ উপনৈ মোখেত (মোকামকেট) নৈয়েদি অসম-মেঘালয়ৰ সীমা পশ্চিমলৈ নিৰূপিত হৈছে।

শিঙৰা নৈখন হাহিমৰপৰা পশ্চিমে গিজাং আৰু পূবে মোমন সংৰক্ষিত বনৰ মাজেদি প্ৰায় উত্তৰমুৱা হৈ বৈ আহে। এইদৰে ৬ কিমি আহি হাঁহিপাৰাত নৈখন সম্পূৰ্ণকৈ সমতল পায়। ইয়াৰপৰা উত্তৰ-পশ্চিমদিশত ৪ কিমি আহি নৈখনে শিঙৰাত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। তাৰপৰা নৈখনে একেদিশতে দকলাইৰ কাষেদি ৯ কিমি আহি বৰুৱা টিলাৰ উত্তৰত ক্ৰমান্বয়ে ভাগ ভাগ হৈ ৫ টা শাখাত পৰিণত হয়। এই শাখাকেইটা প্ৰত্যেকেই ৪-৫ কিমি উত্তৰলৈ গৈ এটা এটাকৈ

জলজলীত পৰে। অৱশ্যে ইয়াৰ মাজেৰে এটা শাখা পশ্চিমলৈ আহি ছেবা বা শিঙৰা নৈত পৰে।

শিঙৰা নৈখনৰ দৈৰ্ঘ্য প্ৰায় ৬০ কিল'মিটাৰ। নৈখনেদি প্ৰবাহিত পানীৰ পৰিমাণ বছৰি গড়ে প্ৰতি ছেকেণ্ডত ১·৪ ৰপৰা ৫·৬ ঘনমিটাৰ।

**৩৩.৬. শিঙৰা/ছেবা নৈ :** নংগ্ৰুক বা জাবা নামৰ এখন নৈ অসমৰ কামৰূপ আৰু মেঘালয়ৰ পশ্চিম খাছী জিলাৰ সীমাৰূপে উত্তৰ-পূব দিশত বৈ আহি উম্ দবকতৰপ নৈক সোঁপাৰে লৈ উত্তৰ-মুৱা হয়। এইদৰে ডেৰ কিমি আহি মালং কোণাত মেৰেকচি নৈক (পূৰ্বৰ শিঙৰা) লগত লৈ শিঙৰা নৈ নাম লয়। বৰ্তমান মেৰেকচি নৈয়েদি অসম-মেঘালয়ৰ সীমা আৰু পশ্চিমলৈ গৈছে। ইয়াৰপৰা নৈখন সোঁপাৰে জয়পুৰ আৰু বাঁওপাৰে নামপথাৰ সংৰক্ষিত বনৰ মাজেদি উত্তৰ-পূব দিশত বৈ আহে। এইদৰে ৮ কিমি আহি গাহপুতাৰ ওচৰত ৰবাদোঙা সংৰক্ষিত বনৰপৰা অহা এখন জান সোঁপাৰে লৈ নৈখন উত্তৰমুৱা হয়। এইদৰে ৪ কিমি ভটিয়াই ৰজ্মপাৰাত নৈখনে ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ঘাইপথৰপৰা উত্তৰ-পশ্চিমমুৱা হৈ ৬ কিমি আহি নৈখন উত্তৰ ছেখাদাৰী পায়।

পূৰ্বতে (১৯২৮) নৈখন দক্ষিণ ছেখাদাৰীৰপৰা উত্তৰ-পশ্চিমলৈ গৈ দুখীয়া নৈক লগত লৈ দেওছিলানৈত পৰিছিলগৈ। বৰ্তমান শিঙৰা নৈখন উত্তৰ ছেখাদাৰীত ঠেক হৈ নাম সলাই ছেবা নৈ হৈছে আৰু তাৰপৰা ঘিলাবাৰী হৈ ৩ কিমি আহি খুটাবাৰীৰ পূবত দিঘলী বিলত পৰিছে। এই বিলৰপৰা ওলাই ১ কিমি আহি শিঙৰা নৈৰ এক সৰু শাখাক সোঁপাৰে লৈ নৈখনে আৰু ডেৰ কিমি ভটিয়াই নিচলা বিলত পৰে। পাছত সেই বিলৰপৰা ওলাই ১ কিমি উত্তৰলৈ আহি নৈখন ঘুটমুটি নামৰ এখন প্ৰকাণ্ড বিলত সোমায়। পাছত নৈখন এসোঁতা পানীৰ ৰূপত এই বিলৰপৰাও ওলাই আহি মালি-বাৰী সত্ৰৰ ওচৰত জলজলী নৈত পৰে।

**৩৩.৭. দেওছিলা নৈ :** গাৰোপাহাৰৰ ইমদাংখাপ নৈ আৰু ইলদেক নৈ কলেৰ নামৰ ঠাইত মিলি ইলদেক নৈ নামেৰে উত্তৰ-পূব দিশত ১০ কিমি বৈ আহি বোধখা নামৰ ঠাইত গোৱালপাৰা জিলাত সোমায়। তাৰপৰা নৈখনে বাঁওপাৰৰ এখন পাহাৰ আৰু সোঁপাৰৰ এলানি টিলাৰ মাজেদি কেইবাখনো জান বাঁওপাৰে লৈ উত্তৰমুৱা হৈ ৫ কিমি আহি শিলডুবি পায়। শিলডুবিৰপৰা একে দিশতে ৫ কিমি আহি মদঙত এখন ডাঙৰ জান সোঁপাৰে লৈ নৈখন উত্তৰ-পূবমুৱা হয়।



এইদৰে তাৰপৰা ২ কিমি আহি ৰংজুলিৰপৰা ৬ কিমি পূবৰ ধেনু-ভঙাত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ঘাইপথৰপৰা ই একে দিশত ৫ কিমি আহি খেকাপাৰাত মাকি নৈক সোঁপাৰে লয়। মাকি নৈখন গাৰোপাহাৰৰ উত্তৰ ভাগৰ পাহাৰত ওলাই শ্যামাঝৰা, ৰংৰংনৈ আৰু ধেপদৰা নৈৰ লগ হৈ নেহাৰপাৰাত ঘাইপথ পাৰ হৈ খেকা-পাৰাত দেওছিলাত পৰে।

মাকি নৈক লোৱাৰ পাছত দেওছিলাখন ১ কিমি ভটিয়াই ধূপ-ধৰাৰ কাষেদি অহা পোতা বাকালা নৈক সোঁপাৰে লয়। ইয়াৰপৰা ১ কিমি ভটিয়াই আমবাৰী পাই দেওছিলা নৈখন দুভাগ হয়। ইয়াৰে এভাগ উত্তৰ-পূবলৈ গৈ দুখীয়া নৈৰ লগ লাগে আৰু আন ভাগো উত্তৰ-পশ্চিমমুৱা হৈ পাদুপাৰাইদি ৮ কিমি আহি ২ নং জামলাই গাঁৱত দুখীয়া নৈতে পৰে।

**৩৩. ৮. দুখীয়া নৈ :** নৈখন গোৱালপাৰা জিলাৰ খাটাজুলি সংৰ-ক্ষিত বনৰ পশ্চিমত ওলাই উত্তৰ-পশ্চিম দিশত বৈ আহে। নৈখন ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ খেৰজেয়াপাৰা হৈ আহি চপলাইত দেওছিলা নৈৰ এক শাখাক বাঁওপাৰে লয়। ইয়াৰপৰা ই দুলাগাঁও হৈ বৈ আহি ২ নং জামলাই গাঁৱত দেওছিলা নৈৰ লগ লাগে। দেওছিলা-দুখীয়া লগ হৈ ১ কিমি ভটিয়াই সোঁপাৰে থকা কিছুমান বিলৰপৰা যোৱা এখন জান লগত লৈ উত্তৰ-পশ্চিমমুৱা হয়। এইদৰে নৈখন আৰু আঢ়ৈ কিমি ভটিয়াই লক্ষ্মণপাৰাত জলজলী নৈত পৰে।

১৯২৮ চনত দুখীয়া নৈখন শিঙৰা নৈত পৰিছিল আৰু শিঙৰা-খন পৰিছিলগৈ দেওছিলাত।

**৩৩. ৯. জুৰিয়া বা কৰ্ণে নৈ :** নৈখন গাৰোপাহাৰৰ উত্তৰভাগৰ ৰজাছিমলা সংৰক্ষিত বনৰ মাজত ওলাই জুৰিয়া নৈ নামেৰে ৩ কিমি বাট উত্তৰ-পূবমুৱা হৈ আহি আগামপাৰাত অসমত সোমায়। নৈখন একে দিশতে ৫ কিমি আহি ধেনুভঙাত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ইয়াৰপৰা নৈখন একে দিশতে চিতলমাৰী সংৰক্ষিত বনৰ মাজেদি আৰু গণেশ্বৰ পাহাৰৰ কাষেদি ১০ কিমি বাট আহি কাচিপুৰিৰ চোট বিলৰ পূবত এক জলাহত পৰে। এই বিলৰ পানীভাগ কৰ্ণে নামৰ নৈ এখনেদি ওলাই নগৰবেৰা চহৰৰ মাজেদি বৈ জলজলী নৈত পৰে।

**৩৩. ১০. গেৰুৱা নৈ :** এসময়ত নৈখন এখন ডাঙৰ নৈ আছিল। বৰ্তমান গেৰুৱা নৈখন জলজলী নৈৰ কাষ চাপিছে যদিও তাত নপৰি এখন বিলত সোমাই হেৰাই যোৱা পৰিলক্ষিত হৈছে। বৰ্তমান

নৈখনৰ আগলিভাগ নগৰবেৰাৰ দক্ষিণৰ জলাহ অঞ্চলৰপৰা ওলাইছে। ইয়াৰপৰা নৈখন উত্তৰ-পশ্চিমমুৱা হৈ ২ কিমি আহি কালুবাৰী পায়। ইয়াৰপৰা খামেৰি নৈ নামেৰে আঢ়ৈ কিমি আহি দক্ষিণৰ চোতাৰা আৰু নৈতাৰা বিলৰপৰা অহা খগ্ৰাকাটী জানক বাঁওপাৰে লৈ গেৰুৱা নৈ নাম লয়। এই খগ্ৰাকাটী জানখনক কামৰূপ আৰু গোৱাল- পাৰা জিলাৰ মাজৰ এছোৱা সীমাৰূপে ধৰা হৈছে। ইয়াৰপৰা গেৰুৱা নৈখনো সামান্য দূৰ উক্ত সীমাৰূপে বৈ ৪ কিমি ভটিয়াই আহি কামাৰপোটাত জীৱাৰঙা (কৰ্ণাই) নৈক বাঁওপাৰে লয়। তাৰ- পৰা ১ কিমি ভটিয়াই গেৰুৱা নৈখন গেৰুৱা নামৰ ঠাইত নগৰবেৰা- শিমলিতোলা পথ পাৰ হৈ হেবচা বিলৰ দক্ষিণে ২ কিমি আহি একেবাৰে ঠেক হৈ শিমলিতোলাৰ উত্তৰৰ চাকলা বিলত সোমায়। ইয়াতে পশ্চিমৰ চলাবিলৰপৰা এখন জান আহি চকলাবিলত পৰে। গেৰুৱা নৈৰ পানী হয়তো চকলা বিলেদি নিঃসৃত হৈ জলজলীত পৰিছে।

**৩৩.১০.১ গেৰুৱাৰ উপনৈ— কৰ্ণাই নৈঃ** গাৰোপাহাৰৰ ৰংদৈ নৈ আৰু দামবৰা নৈ ৰজা ছিমলা নামৰ ঠাইত একেলগ হৈ উত্তৰমুৱা হৈ আহি গোৱালপাৰাৰ খোনচিখোলত অসমত সোমায়। তাৰপৰা প্ৰায় উত্তৰ দিশতে ৪ কিমি আহি হাজাৰিপাৰাত নৈখন দুভাগ হয়। এভাগ ৰংজুলিৰ কাষেদি আৰু আনভাগ ইয়াৰ পশ্চিমৰ দোছিমাৰ কাষেদি উত্তৰ-পূব দিশত বৈ আহে। ৰংজুলিৰ কাষৰ শাখাটোক কৰ্ণাই নৈ বোলে। দুয়োটা শাখা সুকীয়াকৈ পুনৰ দুভাগ দুভাগ হয়। এইদৰে হোৱা চাৰিওটা শাখা ৰংজুলিৰপৰা ২ কিমি উত্তৰৰ কায়েথপাৰাত আকৌ একেলগ হয়। এই ঠাইতে ৰংজুলিৰ পূবেদি ঘাইপথ পাৰ হৈ অহা এখন জান কৰ্ণেইৰ সোঁপাৰে পৰে। নৈখন ইয়াৰপৰা উত্তৰ দিশত ৫ কিমি আহি কাঁহিবাৰী পায়। কাঁহিবাৰীৰ কৰ্ণেইৰপৰা দুটামান খাল কাটি পানী উলিয়াই নিয়াৰ বাবে নৈখন দুৰ্বল হ'ল। তাৰপৰা ই এখন সৰু নৈৰূপে ৰাক্ষসিনী পাহাৰৰ পূবেদি ডেৰ কিমি আহি পূবফালৰ বিলৰপৰা অহা এখন জান সোঁপাৰে লৈ জীৱাৰঙা নৈনাম লয়। এই নামেৰে নৈখন উত্তৰ-পশ্চিমমুৱা হৈ চাৰে তিনি কিমি আহি গেৰুৱাৰ পূবত গেৰুৱা নৈত পৰে।

**৩৩.১১. ফুলনি নৈঃ** এখন বৰ সৰু নৈ। গাৰোপাহাৰৰ দিলমা সংৰক্ষিত বনৰ মাজত ওলায়েই ঠাইতে অসমত সোমায়। নৈখন উত্তৰমুৱা হৈ ৪ কিমি আহি পাটিয়াপাহাৰত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ



হৈ কন্যাকুচি সংৰক্ষিত বনত সোমায়। বনৰ মাজেজি দক্ষিণ-পশ্চিম দিশত ৬ কিমি আহি বগাডোবাৰপৰা নৈখন উত্তৰ-পূবমুৱা হয়। এইদৰে ৩ কিমি আহি ফুলনি নামেৰে খোৰোপাৱা বনৰ মাজ পায়। ইয়াৰপৰা এক সপিল পথেৰে ৩ কিমি আহি চোটা খেৰোপাৱাত ফুলনি নৈয়ে কাণকটা নৈক সোঁপাৰে লয়। বৰ্তমান এই কাণকটা নৈখনক পূৰ্বে উল্লেখিত কৰ্ণাই নৈৰ লগত এটা খালেৰে সংযোজিত কৰা হৈছে। চোটা খেৰোপাৱাৰপৰা ফুলনি নৈখনে উত্তৰ-পশ্চিম দিশত টোপোলাখোৱাইদি পোন জোখেৰে চাৰে তিনি কিমি আহি পশ্চিমৰ টোপোলাখোৱা আদি বিলৰপৰা বৈ অহা এখন জান বাঁওপাৰে লৈ ভেৰভেৰিত জলজলী নৈৰ পশ্চিমমুৱা শাখাটোত পৰে।

**৩৪. হাৱি নৈঃ** হাৱি নৈ ব্ৰহ্মপুত্ৰৰ এখন ক্ষুদ্ৰ উপনৈ। নৈখন গাৰোপাহাৰৰ উত্তৰ অংশত চিৰঙা নৈ নামেৰে ওলাই উত্তৰ-পূবমুৱা হৈ ৭ কিমি আহি উত্তৰলৈ ঘূৰে। নৈখন এনেকৈ ৩ কিমি আহি ৰং পথাৰত অসমত সোমায়। তাৰপৰা প্ৰায় ৩ কিমি আহি আম- জোঙাত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ হাৱি নৈ নাম লয়। তাৰপৰা কুশধোৱা হৈ নৈখনে চাৰে পাঁচ কিমি আহি মিজাংপাৰাত ৰংৰঙা নৈক সোঁপাৰে লৈ উত্তৰ দিশতে বৈ আহে। তাৰপৰা নৈখন সপিল পথেৰে ডেৰ কিমি আহি ছিপনা নৈক বাঁওপাৰে লয়। হাৱি নৈৰ পাছৰ ৫ কিমি বাটত বাঁওপাৰে দুখন জান লৈ পোকালাগী পায়। ইয়াৰপৰা আৰু ৩ কিমি ভটিয়াই নৈখনে বাটত ব্ৰহ্মপুত্ৰৰ পাৰৰ বহ- তিৰ পশ্চিমৰ দীঘলদৰা বিলৰপৰা অহা এখন জান বাঁওপাৰে লৈ বহতিৰ পূবত ব্ৰহ্মপুত্ৰত পৰে।

হাৱিৰ পাছতে বহতিৰ পশ্চিমে বা দলগোমাৰ পূবৰ দীঘলদৰা, ভেৰভেৰি, উদৰাগৰা, জলপনা আদি বিলৰপৰা এখন জান ওলাই দলগোমা উত্তৰৰ জয়ন্তীপুৰত ব্ৰহ্মপুত্ৰত পৰে। দলগোমাৰ কাষত কেওতীয়া, চিদলি, চেকচেকিয়া আদি বিলেৰে সৈতে এখন ডাঙৰ জলাহ আছে।

**৩৫. কৃষ্ণাই নৈঃ** এইখন গোৱালপাৰা জিলাৰ কৃষ্ণাইৰ কাষেদি বোৱা নৈ। প্ৰবাদ মতে এই নৈৰ পাৰত শ্ৰীকৃষ্ণ ধ্যানস্থ অৱস্থাত থকা বুলি শুনি অগণণ লোক আহি শ্ৰীকৃষ্ণৰ দৰ্শন লাভ কৰি থকাৰ সময়তে যেতিয়া তেওঁ আকস্মিকভাৱে অন্তৰ্ধান হয়, তেতিয়া মানুহ মখাৰ মাজত হুলস্থুল লাগিল। সকলোৱে 'কৃষ্ণ নাই' বুলি চিঞৰ

ৰাখৰ কৰিবলৈ ধৰিলে। সেই 'কৃষ্ণ নাই'-এ অপভ্ৰংশ হৈ নৈখনৰ নামো হৈছে 'কৃষ্ণাই'।

গাৰোপাহাৰৰ সোঁমাজত (২৫°৩৬´, ৯০°২১´) দামৰিং নৈ নামেৰে ওলাই প্ৰথমে উত্তৰ-পশ্চিম দিশত ৮ কিমি আৰু পাছত পুব দিশত ১২ কিমি বৈ আহে। তাৰপাছত উত্তৰ আৰু উত্তৰ-পুবমুৱাহৈ দামৰিং বা কৃষ্ণাই নৈ নামেৰে ৩০ কিমি বৈ আহি ছৈনাং নলাক সোঁপাৰে লৈ উত্তৰমুৱা হয়। এইদৰে নৈখন ৪ কিমি আহি নোকচাব নামৰ ঠাইত অসমৰ গোৱালপাৰা জিলাত প্ৰবেশ কৰে। সীমাৰপৰা নৈখন মাত্ৰ আধা কিল'মিটাৰ দূৰ আহি চিদ্ৰং নৈক সোঁপাৰে লয়। চিদ্ৰং এখন ডাঙৰ নৈ যদিও ইয়াৰ নামনিৰ আধা কিমি অংশৰ বাদে বাকী প্ৰায় সম্পূৰ্ণ নৈখন গাৰোপাহাৰৰ ভিতৰত পৰে।

চিদ্ৰঙক লোৱাৰ পাছত কৃষ্ণাই নৈ ২ খন জান বাঁওপাৰে লৈ আহি মেন্দিপথাৰ পায়। ইয়াৰপৰা ৪ কিমি ভটিয়াই খাছভাঙাত নৈখনে খৰদং নলাক বাঁওপাৰে লয়। পূৰ্বতে কৃষ্ণাই নৈখন এই ঠাইৰপৰা উত্তৰ-পুব দিশত ৬ কিমি ভটিয়াই ভেটৰঘাট পাইছিল। বৰ্তমান সেই অংশৰ নাম মৰাকৃষ্ণাই। বৰ্তমান কৃষ্ণাই খন খাছভাঙাৰ-পৰা উত্তৰমুৱা হৈ ৪ কিমি আহি পুঠিমাৰিৰপৰা উত্তৰ-পুবমুৱা হয়। এনেকৈ ২ কিমি আহি ই উক্ত মৰাকৃষ্ণাইক লগত লয়। ইয়াৰপৰা নৈখন পোনজোখেৰে চাৰে তিনি কিমি ভটিয়াই কৃষ্ণাই চহৰ পায়।

কৃষ্ণাইত নৈখনে ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ উত্তৰ-পুব দিশত মাজগাঁও হৈ ৫ কিমি আহি গজীয়াজানিত উত্তৰৰ কদমতলা বিলৰপৰা অহা বামুণীহাব নৈক বাঁওপাৰে লয়। গজীয়াজানিৰপৰা কৃষ্ণাইখন প্ৰায় পুবমুৱা হৈ আঢ়ৈ কিমি আহি কৰকচি নৈক সোঁপাৰে লয়। কৰকচিৰ উপনৈ টেঙগাছ নৈ। তাৰপাছত নৈখন দামছাপাৰাৰ ধাপলং বিলৰ উত্তৰেদি ৩ কিমি আহি দোমানিৰ ওচৰত নিজৰ প্ৰধান উপনৈ দুধনৈক সোঁপাৰে লয়। ইয়াৰপৰা কৃষ্ণাই নৈখন গোৱালপাৰালৈ যোৱা পথ পাৰ হৈ ক্ৰমান্বয়ে উত্তৰমুৱা হয়। এইছোৱা বাটত দুটা মেছ লৈ মুঠ ৭ কিমি ভটিয়াই আহি দলগোমা চহৰৰ পশ্চিমৰ মৰ নৈ নামৰ ঠাইত ব্ৰহ্মপুত্ৰত পৰে।

কৃষ্ণাই নৈৰ অৱবাহিকাৰ কালি ১০৬৯ বৰ্গ কিল'মিটাৰ। নৈখনৰ দীঘ প্ৰায় ১০০ কিল'মিটাৰ। নৈখনেদি প্ৰবাহিত পানীৰ গড় পৰিমাণ প্ৰতিছেকেণ্ডত ৪৩'৮৪ ঘনমিটাৰ। নৈখনে বছৰি গড়ে ৬৭ হেক্টাৰ মিটাৰ উটি ভাঁহি যোৱা গেদ পৰিবহণ কৰে।



## কৃষ্ণাই নৈৰ উপনৈ

**৩৫.১. দুধনৈ ঃ** গোৱালপাৰা জিলাৰ দুধনৈ নগৰৰ কাষেদি বোৱা এখন মজলীয়া নৈ। ৰাভা জনজাতিসকলে অতীজত নৈখনক ঠকাচু নৈ বুলিছিল। দুধনৈ নামটোৰ উৎপত্তি সম্পৰ্কে কেইবাটাও প্ৰবাদ আছে যদিও বড়ো জনগোষ্ঠীৰ লোকসকলে নৈখনৰ দক্ষিণ দিশৰ পানী যুঁৱলিত পূজা কৰোতে সঘনাই গাখীৰ ঢালিছিল বাবে নৈৰ পানী গাখীৰ বৰণীয়া হৈছিল, ইয়াৰ বাবেও দুধনৈৰ নাম সৃষ্টি হোৱা বুলি ভবা হয়।

নৈখন গাৰোপাহাৰৰ দাৰুগিৰিৰপৰা ৭ কিমি উত্তৰত (২৫° ৩৭´, ৯০° ৪২´) ওলাই প্ৰথমে ৭ কিমি উত্তৰ আৰু পাছত ১৪ কিমি উত্তৰ-পুবমুৱা হৈ আহি প্ৰধান উপনৈ চিল নৈক সোঁপাৰে লয়। ইয়াৰপৰা উত্তৰমুৱাহৈ ৮ কিমি আহি দুধনৈখন ডাইনাডুবিত অসমত সোমায়। তাৰপৰা প্ৰায় উত্তৰ দিশত বৈ আহি দামৰাত চিতুকণানলাক বাঁওপাৰে লয়। ইয়াৰ পাছত বাটত খুৰ্কাজানী আৰু ছিলুকিঝৰা জানদ্বয় সোঁপাৰে লৈ মুঠ ৪ কিমি ভটিয়াই নৈখন দুধনৈ নগৰ পায়। ইয়াতে নৈখনে ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয় আৰু উত্তৰ-পুবমুৱা হৈ ৮ কিমি আহি বিজনীপাৰা পায়। ইয়াৰপৰা নৈখন উত্তৰমুৱা হৈ ১ কিমি ভটিয়াই ৰাভাপাৰা পায়। এই ৰাভাপাৰাৰপৰা নৈখন উত্তৰ-পশ্চিমমুৱা হৈ ২ কিমি আহি নন্দেশ্বৰত দুধনৈ-দলগোমা পথ পাৰ হৈ মহাদেও টিলাৰ কাষেদি বৈ আহে। নৈখনে এইদৰে ৫ কিমি আহি ডোমানিৰ পশ্চিমে নিচিলামাৰী নৈক বাঁওপাৰে লৈ ঠাইতে কৃষ্ণাই নৈত পৰে।

নিচিলামাৰী এখন ডাঙৰ জান, ইয়াৰ উপনৈ হালদিয়া নৈ। উপৰোক্ত ৰাভাপাৰাৰ পুবৰ কাৰিপাৰাত শাখোমুৱা নামৰ এক বিল আছে। এই বিলতে জোৰিয়া নৈ নামৰ এখন জান পৰিছে। তদুপৰি উপৰোক্ত মহাদেউ টিলাৰ পুবত চুকুচক নামৰ এক বৃহৎ বিল আছে।

দুধনৈৰ অৱবাহিকাৰ কালি ৬৬৪ বৰ্গ কিল'মিটাৰ। নৈখনে বছৰি গড়ে ১৯ হেক্টৰ মিটাৰ উটি-ভাহি ফুৰা গেদ পৰিবহণ কৰে।

## ৩৬. বলবলা নৈ

কৃষ্ণাইৰ পশ্চিমৰ নৈ। নৈখনৰ উজনি অংশক (অসমৰ ভিতৰত) জিনাৰী নৈ বোলে। গাৰোপাহাৰৰ উত্তৰ অংশত (২৫°৩৩´, ৯০°২০´) ওলোৱা দিদৰাম নৈখন উত্তৰ-পুবমুৱা হৈ ২৪ কিমি আহি ডবাখোলত উত্তৰ-পশ্চিমৰপৰা অহা দিনগোক নৈক লগত লৈ জিনাৰী

নাম লয়। ইয়াৰপৰা নৈখন ৩ কিমি আহি বাজেংডোবাত এক ঠেক উপত্যকাইদি অসমত সোমায়। নৈখনে বাটত বাঁওপাৰে দুখন আৰু সোঁপাৰে এখন পাহাৰীয়া ডাঙৰ জান লৈ সীমাৰপৰা ৬ কিমি আহি সম্পূৰ্ণকৈ সমতলত সোমায়। সমতলত নৈখনক জিনাৰী বা বলবলা নৈ বোলে। বাৰিষা জিনাৰী নদীৰ পানী বলবলাই বাঢ়ি সন্ত্ৰাসৰ সৃষ্টি কৰে। ফোপোঙা টিলাৰ ওচৰত নৈখনৰ পানী বলবলাই বাঢ়ে বাবে নৈখনত ইয়াত 'বলবলা' বুলি কোৱা হয়।

বলবলা নামেৰে হুদাখনা, ন পাৰা হৈ ৮ কিমি আহি ৰংছাইত ৰংখাতী নৈক বাঁওপাৰে লয়। গাৰোপাহাৰত ৰংখাতী নৈখনক ৰগান চি বোলে। ৰাগান চি-খন উত্তৰমুৱা হৈ আহি ৰংগিৰিয়ানলাক বাঁওপাৰে লৈ চুৰৰমাৰি হাটত অসমত সোমায়। বাটত অজগৰ নলাক বাঁও-পাৰে লৈ ৭ কিমি ভটিয়াই ৰংখাতী নৈ নামে ৰংচাইত বলবলাত পৰে।

ৰংখাতীক লৈ বলবলা নৈ ৫ কিমি আহি উপৰুক্ত ফোপোঙা টিলাৰ দক্ষিণে নভঙা নৈক সোঁপাৰে লয়। তাৰপৰা নৈখন ডেৰ কিমি আহি সেই টিলাৰ দাঁতিতে ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ইয়াৰপৰা নৈখন দক্ষিণ-পূবমুৱা হৈ আগিয়াৰ পূবৰ উৰপদ বিলৰ দক্ষিণেদি ৩ কিমি বাট বৈ আহোতে পালাকটা আৰু মটীয়া বিলৰপৰা অহা একোখনকৈ জান লগত লৈ পূব দিশলৈ ঘূৰে। নৈখনে এইদৰে ৩ কিমি আহি বালিজান বা হাড়িমুৰা জানক সোঁপাৰে লয়। হাড়িমুৰা জানখন টুকুৰাৰ মাজেদি ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ আহিছে; ইয়াৰ উপনৈ হ'ল পাতালপুৰী নৈ। নৈখনে বালিজানক লৈ ডেৰ কিমি আহি হাড়িমুৰা নামৰ ঠাই পায়। ইয়াৰ পাছত বলবলা নৈখন মইজোঙা চাহ বাগিছাৰ পূবেদি ৬ কিমি আহি ডুবাপাৰাত দুধনৈ নামৰ ব্ৰহ্ম-পুত্ৰৰ এটা সুঁতিত পৰে।

বলবলা বা জিনাৰী নৈৰ দীঘ প্ৰায় ৬০ কিল'মিটাৰ। নৈখনৰ অৱবাহিকাৰ কালি ৪৬৮ বৰ্গকিল'মিটাৰ। নৈখনেদি প্ৰবাহিত হোৱা পানীৰ বাৰ্ষিক গড় পৰিমাণ প্ৰতি ছেকেণ্ডত ১৯·৫৫ ঘনমিটাৰ। নৈখনেদি বছৰি গড়ে ১৯ হেক্টৰ মিটাৰ পৰিমাণৰ গেদ উটি-ভাহি যায়।

## ৩৭. বলবলাৰ পশ্চিমৰ সৰু-সুৰা নৈ-বিল

বলবলা নৈখন য'ত ব্ৰহ্মপুত্ৰৰ সুঁতিত পৰিছে তাৰপৰা ৮ কিমি উত্তৰ-পশ্চিমত গোৱালপাৰা নগৰ। গোৱালপাৰাৰপৰা ৪ কিমি পশ্চিমে চিকিংটধাৰা নামৰ এক সৰু নৈ ব্ৰহ্মপুত্ৰত পৰিছে। চিকিংট-



ধাৰা নৈখন মটীয়া সংৰক্ষিত বনৰ মাজত ওলাই প্ৰথমে ৪ কিমি পূব আৰু পাছত ৫ কিমি উত্তৰ-পূবমুৱা হৈ আহি পাহাৰতলিত ব্ৰহ্ম-পুত্ৰত পৰেহি।

চিকিংটধাৰা নৈৰ পশ্চিমে পঞ্চৰত্ন পাহাৰ। ইয়াতে ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ অন্ত হৈছে। এই পাহাৰৰ পশ্চিমে কুমৰী বিল নামে এখন ডাঙৰ বিল আছে। গোৱালপাৰা নগৰৰ পশ্চিমেও হাছিলা বিল নামৰ এখন ডাঙৰ বিল আছে। ইয়াৰ পূবৰ বলদমাৰী চৰত ব্ৰহ্মপুত্ৰৰ এৰাসুঁতিৰপৰা হোৱা এটা হোলা আছে।

## ৩৮. জিঞ্জিৰাম নৈ

গোৱালপাৰা আৰু ধুবুৰী জিলাৰ মাজেদি ব্ৰহ্মপুত্ৰৰ প্ৰায় সমান্ত-ৰালকৈ বৈ যোৱা এইখন এখন দীঘল নৈ। আগিয়া, লক্ষ্মীপুৰ, দক্ষিণ শালমৰা আৰু মানকাচৰ আদি জিঞ্জিৰামৰ কাষৰ ডাঙৰ ঠাই।

গোৱালপাৰা জিলাৰ প্ৰায় সোঁমাজৰ আগিয়াৰপৰা ১ কিমি পূবৰ উৰপদ বিলৰপৰা ওলোৱা সৰু সুঁতি এটা দক্ষিণ-পশ্চিমমুৱা হৈ ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ লগতে এখম জান বাঁওপাৰে লৈ আগি-য়াৰ দক্ষিণেদি বৈ আহিছে। উৰপদ বিলৰপৰা ৪ কিমি আহি আম-বাৰী পোৱাৰপৰা সুঁতিটোক জিঞ্জিৰাম নৈ নামেৰে জনা যায়। আম-বাৰীৰপৰা নৈখনে ২ কিমি আহি এখন জান সোঁপাৰে লয়। পুৰণা মেপৰ মতে এই জানখনেই পূৰ্বৰ জিঞ্জিৰাম নৈৰ আগলি অংশ আছিল। নৈখনে ইয়াৰপৰা ১ কিমি ভটিয়াই আহি দ্বাৰকাৰ উত্তৰত দ্বীপকাই নৈক বাঁওপাৰে লয়। দ্বাৰকাৰ ওচৰত দ্বাৰকা জুৰিক সোঁপাৰে লৈ দক্ষিণ-পশ্চিমমুৱা হৈ ৭ কিমি আহি নৈখন ঠাকুৰ বিলৰ কাষ পায়। ইয়াতে সেই বিলৰপৰা অহা এখন জান বাঁওপাৰে লৈ নৈখন প্ৰায় পশ্চিমমুৱা হয়।

এইছোৱা পথত নৈখনে গাৰোপাহাৰৰ পাদদেশৰ এক দ ঠাইৰ মাজেদি বৈ আহিছে। ঠায়ে ঠায়ে নদীৰ দুয়োপাৰৰ অনতিদূৰত সৰু সৰু পাহাৰ দেখা যায়। এই দুলানী পাহাৰৰ মাজৰ দ ঠাই-বোৰ অনেক বিল আৰু পিতনিৰে ভৰি আছে। গাৰোপাহাৰৰ পৰা অহা ভালেমান সৰু-সুৰা জান-জুৰি এই বিলবোৰত পৰিছে।

ঠাকুৰ বিলৰ কাষৰপৰা নৈখনে সোঁপাৰৰ মোগো বিল আৰু বাঁওপাৰৰ বৰজং বিলৰ পাৰেদি বৈ আহি বাটত এখন জান বাঁওপাৰে লৈ মুঠ চাৰেচাৰি কিমি ভটিয়াই ৰংটাপ নামৰ এখন পাহাৰীয়া নৈক

বাঁওপাৰে লয়। ৰংটাপ নৈখন গাৰোপাহাৰৰপৰা আহি ৰংটাপগিৰিৰ মাজেদি বৈ আহিছে। এই অঞ্চল ৰাভা জনজাতি লোক অধ্যুষিত স্থান আৰু নৈৰ সোঁপাৰে দিপকাই সংৰক্ষিত বন।

ৰংটাপ নৈক লৈ জিঞ্জিৰাম নৈখন খুৰং বিলৰ উত্তৰেদি ২ কিমি আহি উত্তৰ-পশ্চিমমুৱা হয়। এনেকৈ ১ কিমি আহি ৰংচাইত উত্তৰ-সদৰ পথ পাৰ হয়। একেদিশতে নৈখন আঢ়ৈ কিমি আহি জুৰি-গাঁও পায়। ইয়াৰপৰা জিঞ্জিৰাম নৈ আগতে পশ্চিমলৈ বৈ গৈছিল। এতিয়া সেই পুৰণা সুঁতিটোক মৰা জিঞ্জিৰাম নৈ বোলে। এই মৰা জিঞ্জিৰামতে দৰদৰা নামে এখন সৰু পাহাৰীয়া জান পৰিছে। বৰ্তমান জিঞ্জিৰাম নৈ জুৰিগাঁৱৰপৰা উত্তৰ-পশ্চিম দিশত ৩ কিমি আহি ধুমৰকন্ধাত বাঁশবাৰী দাবা নামৰ নৈৰ (পূৰ্বৰ দাবি নৈ) এক শাখাক সোঁপাৰে লয়। ইয়াৰপৰা নৈখন পশ্চিম দিশত ২ কিমি আহি ধাম-ৰত উপৰুক্ত মৰা জিঞ্জিৰাম নৈক বাঁওপাৰে লগত লয়। তাৰপৰা নৈখন ২ কিমি আহি বাঁশবাৰী জানক সোঁপাৰে আৰু ধামৰ বিলৰপৰা অহা এখন জান বাঁওপাৰে লয়। ধামৰ বিলৰ কাষত ৰাইজান আৰু ছাৰপানী নামৰ দুখন ডাঙৰ বিল আছে। এই ছাৰপানী বিলত বলাছাৰী নামৰ এখন জান পৰিছে।

বাঁশবাৰীক লৈ জিঞ্জিৰামখন বহল হয় আৰু এনেকৈ ২ কিমি আহি লক্ষীপুৰ নগৰ পায়। লক্ষীপুৰৰ কাষেদি নৈখন ৪ কিমি পশ্চি-মলৈ আহি কান্তাপুৰ পায়। ইয়াতে লক্ষীপুৰৰ পশ্চিমৰ মানস বিলৰপৰা অহা এখন জান জিঞ্জিৰামৰ সোঁপাৰে পৰে। এই জান-খনেই উত্তৰৰ গৰা নৈৰ পানীভাগ মানস বিলৰ মাজেদি কঢ়িয়াই আনে বুলি ভাব হয়। কান্তাপুৰৰপৰা নৈখন পশ্চিমমুৱা হৈ উত্তৰ বছুৱা বিল আৰু নৈনা তথা গৰা বিলদ্বয়ৰপৰা অহা একোখনকৈ জান সোঁপাৰে লৈ দন্দপল টিলাৰ কাষৰ গৌৰ নগৰ পায়। ইয়াতে নৈখনে ঘাগোৰা নামৰ এখন ডাঙৰ জান বাঁওপাৰে লৈ ধুবুৰী জিলাত প্ৰৱেশ কৰে।

গৌৰ নগৰৰপৰা পশ্চিমমুৱা হৈ ৪ কিমি আহি সৰুফোটাৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হয় আৰু এক পোন দিশত বৰলৈ লয়। উল্লেখযোগ্য যে ইয়াৰ উত্তৰৰ ব্ৰহ্মপুত্ৰখনো এই ঠাইত জিঞ্জিৰামৰ সমান্তৰালকৈ বৈ আহিছে। এইদৰে নৈখন আঢ়ৈ কিমি ভটিয়াই পূৰ্বৰ সোণাই পানীৰ ওচৰত সোণামুখী নৈক বাঁওপাৰে লৈ আৰু আধা কিমি আহি ধুমাৰঘাট পায়। উক্ত সোণামুখী নৈখন গাৰো-পাহাৰৰ আইগিৰিৰ ওচৰত দিদাক নৈ নামেৰে ওলাই উত্তৰমুৱা হৈ



আহি দালজং নৈৰ লগলাগি ধুবুৰী জিলাত সোমায়। বাটত চাগুনৈক লৈ বান্দৰমাথা বিলৰ মাজেদি বৈ আহি সোণামুখী নৈ নাম লয়।

ধুমৰঘাটৰপৰা জিঞ্জিৰাম নৈ একেটা দিশতে টৰঙা হৈ ৭ কিমি আহি চিতলকাটিত ছাভাংঝৰাক (জনিমুণি) বাঁওপাৰে লয়। এই ছাভাংঝৰাখনৰ কিছু অংশ অসম আৰু মেঘালয়ৰ মাজৰ সীমা। চিতলকাটিৰপৰা জিঞ্জিৰাম নৈখন দক্ষিণ-পশ্চিম দিশত এক জলাহ ঠাইৰ মাজেৰে অসম-মেঘালয়ৰ মাজসীমাৰূপে ৭ কিমি আহি ৰেংচিং নৈক বাঁওপাৰে লয়। ইয়াৰপৰা নৈখন ২ কিমি ভটিয়াই উত্তৰৰ গুলটা বিলৰপৰা অহা সোণা নৈক সোঁপাৰে লয়। সোণাক লৈ ২ কিমি আহি বংশীদুৱাত নৈখনে ৰংগাই বা ৰিংগি নৈক বাঁওপাৰে লয়। ইয়াৰ-পৰা নৈখনপশ্চিমমুৱা হৈ ২ কিমি ভটিয়াই দক্ষিণ শালমৰাৰ পূবৰ ফুলবাৰী পায়। ইয়াতে নৈৰ সোঁপাৰে এটা এৰাসুঁতি আছে আৰু এই এৰাসুঁতিতে উত্তৰৰ চতলা বিলৰপৰা অহা ইচাধাৰী নামৰ এখন জান পৰিছেহি।

ফুলবাৰীৰপৰা জিঞ্জিৰাম নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে ২ কিমি আহি নৈখন দুভাগ হয়। এভাগ ইয়াৰপৰা পশ্চিম-মুৱা হৈ বাটত ওমাইজৰাক লগত লৈ মুঠ ৫ কিমি ভটিয়াই ব্ৰহ্মপুত্ৰত পৰে। আনভাগ জিঞ্জিৰাম নামেৰে পশ্চিম-দক্ষিণমুৱা হৈ ৭ কিমি আহি ভাইটিবাৰী পায়। তাৰপৰা নৈখন দক্ষিণমুৱা হৈ ৪ কিমি আহি খৈলছামাৰি পায়। খৈলছামাৰিৰ পূবত সদৰ আলিৰ কাষত বৰা, কাণীডোবা, চকচকি আদি বিলেৰে এক জলাহ ঠাই দেখা যায়। তাৰপৰা বাটত দিমব্ৰিচিবিমা নৈ আৰু চেংমাৰী নৈক বাঁওপাৰে লৈ ১ কিমি আহি নৈখন পশ্চিমমুৱা হয়।

এইদৰে ৩ কিমি আহি জিঞ্জিৰাম নৈখন পুনৰ দুভাগ হয়। এভাগ খিতাতে দক্ষিণলৈ আহে। আনভাগ ডেৰ কিমি পশ্চিমলৈ আহি দক্ষিণমুৱা হৈ আৰু ৫ কিমি ভটিয়াই কানাইমৰাৰ উত্তৰত সিভাগৰ লগত একেলগ হয়। দুয়ো মিলি ৩ কিমি দক্ষিণলৈ আহি বৰাই-কান্দিত নৈখন আকৌ দুভাগ হয়। ইয়াৰে এভাগ ১ কিমি পশ্চিমলৈ আহি অসম-বাংলাদেশৰ মাজৰ ১০৫৫ নং সীমান্ত খুটাৰ কাষ পায় আৰু ইয়াৰপৰা ৪ কিমি ভটিয়াই গৈ বাংলাদেশত ব্ৰহ্মপুত্ৰত পৰে। জিঞ্জিৰামৰ সিটোভাগ বৰাইকান্দিৰ কাষৰপৰা অসম-বাংলাদেশৰ সীমাইদি সপিল পথেৰে কুকুৰমৰা, দিঅাৰা, ঝাউদঙা হৈ ২৬ কিমি আহি মানকাচৰ চহৰ পায়।

গাৰোপাহাৰৰপৰা অহা কলা নৈ মানকাচৰৰ পুবেদি বৈ মানকাচৰৰ দক্ষিণত জিজ্ঞিৰামৰ বাঁওপাৰে পৰে। এই ঠাইতে গাৰো-পাহাৰৰ দিলনি নৈখনো আহি কলা নৈৰ মোহনাতে একেলগে জিঞ্জি-ৰামত পৰিছে। জিঞ্জিৰাম নৈখন মানকাচৰৰপৰা ১২ কিমি দক্ষিণলৈ আহি মৰি দিলনি নৈক বাঁওপাৰে লয়। মৰি দিলনিৰ সংগমত অসমখন অন্ত হৈছে। ইয়াৰ পাছত জিঞ্জিৰাম নৈখন মেঘালয় আৰু বাংলাদেশৰ মাজৰ সীমাৰূপে আৰু ১৪ কিমি আহি আকৌ দুভাগ হয়। এভাগ ঠাইতে যমুনা বা ব্ৰহ্মপুত্ৰত লগ হয়। আনভাগ ১৬ কিমি দক্ষিণলৈ আহি দিৱানগঞ্জৰ উত্তৰত বৰ্তমান যমুনাৰ সুঁতি–পূৰ্বৰ ব্ৰহ্মপুত্ৰ নৈত পৰে।

জিঞ্জিৰাম নৈৰ অৱবাহিকাই ১৫৮৮ বৰ্গ কিল'মিটাৰ এলেকা আগুৰি আছে। নৈখনেদি প্ৰবাহিত পানীৰ বাৰ্ষিক সৰ্বোচ্চ, সৰ্বনিম্ন আৰু গড় পৰিমাণ যথাক্ৰমে প্ৰতিছেকেণ্ডত ১৬৮'২, ০'১ আৰু ২৯'০ ঘনমিটাৰ।

## জিঞ্জিৰামৰ উপনৈ

**৩৮. ১. বাঁশবাৰী নৈ ঃ** গোৱালপাৰা জিলাৰ মধ্যভাগৰ বামনদাঙা নামৰ পাহাৰীয়া ঠাইৰপৰা ওলোৱা জকিলাবন্ধা নৈখন পশ্চিমমুৱা হৈ ৬ কিমি আহি পানডোবা বিলত সোমাই বহল হয়। নৈখন এই বিলৰপৰা ওলাই, কনকাই আৰু মলুকাঝৰা নামৰ দুখন জান মিলি হোৱা এখন নৈক সোঁপাৰে লৈ দাৰি নৈ নাম লয়। কণকাই নৈৰ উজনিৰ নাম দেবদাতৰি নৈ; নৈখন খাৰমুজাৰ দক্ষিণৰ নলদঙা আৰু থেপকাই বিলৰ সোঁমাজেদি বৈ আহিছে। দাৰি নৈখনেই বাটত চেংফটা বিলৰপৰা অহা এখন জান লৈ মণিপাৰাৰ পুবত বাঁশবাৰী নৈ নাম লয়। ইয়াৰপৰা দক্ষিণলৈ আহি বাঁশবাৰী নৈ জিঞ্জিৰামত পৰে। বাঁশবাৰীৰে এটা শাখা মণিপাৰৰ ওচৰৰপৰা পশ্চিমলৈ আহি লক্ষীপুৰৰ উত্তৰৰ গৰা নৈ আৰু খনা নৈৰ লগ হৈ লক্ষীপুৰৰ পশ্চিমে জিঞ্জিৰামত পৰিছে। অতীজত খনা নৈখন চুনাখীৰ কাষেদি বোৱা তেতিয়াৰ ব্ৰহ্মপুত্ৰৰ সুঁতি বা চুনাৰী নৈৰপৰা খনা-পাৰেদি জিঞ্জিৰামৰ লগত সংলগ্ন আছিল, এইখন বোধহয় খান্দি কৰা নৈ।

**৩৮. ২. ঘাগোৰা নৈ ঃ** গাৰোপাহাৰৰ দিতি নৈ উত্তৰলৈ আহি টিক্লিকিল্লা নামৰ ঠাইত দক্ষিণ শালমৰালৈ যোৱা পথ পাৰ হৈ অসমত সোমায়। ই এৰে দিশতে আৰু ৪ কিমি আহি বদংদঙাত অজগৰ বা দিদাক নৈক লগত লৈ ঘাগোৰা নাম লয়। নৈখন একে ভাগে আৰু ডেৰ কিমি আহি কান্দাৰী নৈক সোঁপাৰে লৈ আৰু ডেৰ কিমি ভটিয়াই জিঞ্জিৰামত পৰে। এই কান্দাৰী নৈখনেই গোৱালপাৰা আৰু ধুবুৰী জিলাৰ মাজৰ সীমা।



**৩৮. ৩. কলা নৈ ঃ** নৈখন গাৰোপাহাৰৰপৰা আহি সমতলত সোমাই পশ্চিমমুৱা হৈ কলা নৈ নামেৰে বৈ আহে। নৈখন বাটত কলাপানী পাৰ হৈ মুঠ ৯ কিমি আহি উত্তৰৰ পিপলবাৰীৰ কাষৰ ছছুৰা বিলৰ-পৰা অহা এখন জান লৈ দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে ৮ কিমি আহি বগাপানীত কলা নৈয়ে অসম-মেঘালয়ৰ সীমাতে মৰাকটা নৈক বাঁওপাৰে লয়। মৰাকটা নৈখন অসম-সীমান্তৰ পুঠিমাৰিৰ কাষেদি আহি বাটত ৰাঙা নৈক লৈ বৈ আহিছে। মৰাকটাক লৈ কলা নৈখন আৰু ৬ কিমি ভটিয়াই মানকাচৰ চহৰৰ দক্ষিণ সীমাত জিঞ্জিৰামত পৰে।

**৩৮. ৪. দিলনি নৈ ঃ** গাৰোপাহাৰৰ আবেং জনজাতিনিবাসী অঞ্চলৰ মাজেদি পশ্চিমলৈ আহি অসমত সোমাই দাৰু নৈক বাঁওপাৰে লয়। তাৰপৰা অসম-মেঘালয়ৰ সীমাইদি ১ কিমি আহি পূৰ্বতে নৈখন মানকাচৰৰপৰা ৪ কিমি দক্ষিণৰ কাকৰিপাৰাত দক্ষিণ-পশ্চিমমুৱা হৈ ৮ কিমি গৈ বাংলাদেশৰ সীমাত জিঞ্জিৰামত পৰিছিলগৈ। বৰ্তমান দিলনি নৈখন কাকৰিপাৰাৰপৰা দক্ষিণলৈ যোৱাৰ সলনি পশ্চিমলৈ আহি অসমত সোমাই, অসমৰ মাজেদি মাত্ৰ ডেৰ কিমি বৈ আহি মানকাচৰৰ দক্ষিণত কলা নৈ পৰা ঠাইতে জিঞ্জিৰামত পৰে।

পূৰ্বৰ দিলনি নৈখনৰ কাকৰিপাৰাৰপৰা দক্ষিণমুৱা অংশক এতিয়া মৰি দিলনি নৈ বোলে। এই মৰি দিলনিখনেদিয়েই অসমৰ ধুবুৰী জিলাৰ একেবাৰে দক্ষিণ-পূব সীমাকণ বাংলাদেশলৈকে নিৰূপিত হৈছে। গতিকে ব্ৰহ্মপুত্ৰ উপত্যকাৰ এইছোৱাত মৰি দিলনি নৈখনেই অসমৰ আটাইতকৈ দক্ষিণৰ নৈ।

# ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ নৈসমূহ

**৩৯. ছিল্লে নৈ ঃ** অসমৰ ধেমাজি জিলাৰ ভিতৰত দিহাং নৈত পৰা প্ৰথম উপনৈ। দিহাং নৈয়ে অসমৰ মাজেদি মাত্ৰ আঢ়ৈ কিমি বৈ আহি ছিল্লে নৈক সোঁপাৰে লৈছে। অৰুণাচলৰ পশ্চিম চিয়াং

জিলাৰ পাদম লোক অধ্যুষিত অঞ্চলত ওলোৱা বেমি আৰু উত্তৰৰ পৰা অহা মিকু কৰং মিলি ছিম্লে নাম লৈ দক্ষিণ-পুবমুৱা হৈ এইখন নৈ বৈ আহিছে। বেমি নৈৰ উপনৈ পেনাং। ছিম্লে নৈ অৰুণাচলেদি ২৮ কিমি আহি অসমত সোমায় আৰু অসমৰ মাজেদি ১০ কিমি বৈ দিহাঙত পৰে।

**৪০. লেকো নৈঃ** ছিম্লে নৈৰ উৎসস্থানৰ পশ্চিমে ওলোৱা ছিলেং নৈ প্ৰথমে পুবলৈ বৈ আহি পভা সংৰক্ষিত বনৰ মাজেদি দক্ষিণমুৱা হয়। এনেকৈ বাটত লেকো নাম লৈ বাহিৰ ছিম্লে নামৰ ঠাইৰ দক্ষিণৰ এটা ফেৰিঘাটৰ ওচৰত লেকো নৈখন দিহাঙত পৰে। উপৰুক্ত ছিম্লে নৈৰ মোহনাৰপৰা ইয়ালৈ চাৰে ছয় কিল'মিটাৰ। লেকো নৈৰ দৈৰ্ঘ্য অৰুণাচলত ৩০ কিল'মিটাৰ আৰু অসমত ১০ কিল'মিটাৰ।

## ৪১. জোনাই কৰং নৈ

অৰুণাচলৰ ছিলেং নৈৰ দক্ষিণত ওলোৱা ৰুকচিং নৈ অসমত সোমাই জোনাই নগৰৰ ওচৰত জোনাই কৰং নৈ হয়। নৈখন জোনাইৰপৰা দক্ষিণলৈ আহি লেকো নৈৰ মোহনাৰপৰা ৩ কিমি দক্ষিণে দিহাং নৈৰ সোঁপাৰে ফাটি অহা সৰু সুঁতি এটাত পৰে। মূল দিহাং নৈখন লেকো নৈৰ মোহনাৰপৰা আৰু ৮ কিমি দক্ষিণলৈ আহি লোহিত নৈৰ লগ লাগি প্ৰকৃততে ব্ৰহ্মপুত্ৰ হৈছে।

## ৪২. বুঢ়ীসুঁতি

জোনাই কৰং নৈৰ মোহনাৰপৰা ৩ কিমি ভটিয়নীত দিহাং নৈৰপৰা ফাটি পশ্চিমলৈ বৈ অহা শাখা এটাক বুঢ়ীসুঁতি বোলে। এই সুঁতিটো পশ্চিমমুৱা হৈ ১০ কিমি আহি আকৌ মূল ব্ৰহ্মপুত্ৰ নৈত পৰিছে। অৰুণাচল প্ৰদেশৰ পৰ্বতৰ পাদদেশৰপৰা ওলোৱা মাগালং, ৰায়াং, জে বা ৰাজাখানা, দেবিং বা বেৰ্নে সুঁতি আদি সৰু সৰু জানবোৰ দক্ষিণলৈ আহি উক্ত বুঢ়ীসুঁতিত পৰিছে।

বুঢ়ীসুঁতি আহি ব্ৰহ্মপুত্ৰৰ লগলগাৰ পাছত গালি নামৰ এখন সৰু নৈ পোনে পোনে ব্ৰহ্মপুত্ৰত পৰে। এই ঠাইৰপৰা ১ কিমি পশ্চিমে বুঢ়ীসুঁতিটো পুনৰ ব্ৰহ্মপুত্ৰৰপৰা পৃথক হয়। এইদৰে সুঁতিটো ডেৰ কিমি অহাৰ পাছত দেপি নৈক সোঁপাৰে লয়। দেপি নৈখন অৰুণাচলৰ মাজেদি ১৫ কিমি আহি বাটত নামনে, গুটিন আৰু ডেৰান নৈক লৈ অসমত সোমাই ১১ কিমি বৈ আহি বুঢ়ীসুঁতিত পৰে।

দেপি নৈক লোৱাৰ পাছত বুঢ়ীসুঁতিয়ে ৪ কিমি বাট পশ্চিমলৈ



-আহি নাটে নৈক সোঁপাৰে লয়। তাৰপৰা সুঁতিটো দিকাৰী নামৰ ঠাইৰ দক্ষিণেদি ৫ কিমি বৈ আহি দিকাৰী-লাইমেকুৰী পথ পাৰ হৈ আৰু ৬ কিমি ভটিয়াই দুভাগ হয়। তাৰে এভাগ চেঙাজান সংৰক্ষিত বনৰ পুবত ব্ৰহ্মপুত্ৰত পৰে। আনটোভাগ বুঢ়ীসুঁতি নামে ১ কিমি আহি আকৌ দুভাগ হয়। ইয়াৰে দক্ষিণফালৰ ভাগটোক লাইমেকুৰী জান বোলে। তাৰপৰা উত্তৰ ভাগটো বুঢ়ীসুঁতি নামে ডেৰ কিমি পশ্চিমলৈ আহি উত্তৰৰ জামজিং নামৰ বিলৰপৰা দিকাৰী নৈক লৈ অহা এটা সোঁতাক সোঁপাৰে লয়। এইদৰে আৰু ডেৰ কিমি ভটিয়াই আহি লাইমেকুৰী জানক বাঁওপাৰে লগত লয়। দুয়ো মিলি বুঢ়ীসুঁতি নামে ডেৰ কিমি আহি আকৌ দুভাগ হৈ এভাগ পাকৰি জান হয়। আনটো ভাগ বুঢ়ীসুঁতি নামে ৩ কিমি বৈ আহি নাৱদ নৈক সোঁপাৰে লয়। তাৰপৰা ১ কিমি আহি সুঁতিটো নাৱদ নামৰ এখন বিলত সোমায়। এই বিলৰ মাজেদি ডেৰ কিমি আহি প্ৰাগনা সোমথং নামৰ ঠাইত সুঁতিটো লামনজান বিলত সোমায়। ইয়াৰপৰা সুঁতিটো নাৱদ নৈ নামেৰে ওলাই ২ কিমি ভটিয়াই সোমথং নৈক সোঁপাৰে লয়।

সোমখঙক লোৱাৰপৰা ২ কিমি ভটিয়াই অহাৰ পাছত বুঢ়ীসুঁতিৰ এটা শাখা ফাটি দক্ষিণলৈ গৈ ঘটপতা নামৰ এখন বিয়াগোম বিলত পৰে। এই শাখাটো সেই বিলৰপৰা ওলাই লক্ষ্মীসুঁতি নামেৰে দক্ষিণ-পশ্চিমমুৱা হৈ বৈ আহে। লক্ষ্মীসুঁতিয়ে বাটত উত্তৰৰ নৈৰপৰা ফাটি অহা দুখনমান জান লৈ মূল বুঢ়ীসুঁতি ব্ৰহ্মপুত্ৰত পৰাৰ ডেৰ কিমি উজনিত ব্ৰহ্মপুত্ৰত পৰে।

বুঢ়ীসুঁতিৰ ঘাই শাখাটো বিভক্ত হোৱা ঠাইৰপৰা ৩ কিমি পশ্চিমলৈ আহি ছিমেন নৈক সোঁপাৰে লয়। এই ঠাইতে ইয়াৰপৰা ওলোৱা কিছু সৰু জান ফাটি দক্ষিণলৈ গৈ লক্ষ্মীসুঁতিত পৰিছেগৈ। ইয়াৰপৰা বুঢ়ীসুঁতি দক্ষিণ-পশ্চিমমুৱা হৈ মুক্তিয়াৰ গাঁও, আমগুৰি গাঁও হৈ ১৫ কিমি ভটিয়াই দেউৰীঘাটৰপৰা ৬ কিমি পুবত (ডিব্ৰুগড় নগৰৰ বিপৰীত পাৰে) ব্ৰহ্মপুত্ৰত পৰে।

এই বুঢ়ীসুঁতি আৰু ব্ৰহ্মপুত্ৰৰ মাজত বিশাল আকাৰৰ ঘটপতা বিল আৰু বালিজান, লামনজান আৰু নাৱদ নামৰ তিনিখন মজলীয়া আকাৰৰ বিল আছে। বুঢ়ীসুঁতি আৰু ছিমেন নৈৰ সংগমস্থানৰ পৰা এখন জান ফাটি দক্ষিণ-পচিশ্চমমুৱা হৈ ৮ কিমি বৈ আহি অছিয়ক নৈক সোঁপাৰে লৈ টঙানি নৈ হৈছে।

## ৪৩. দিকাৰী নৈ

নৈখন অৰুণাচলৰ পশ্চিম ছিয়াং জিলাৰ দক্ষিণ অংশত উৎপত্তি হৈ চিধা কৰং নামেৰে প্ৰথমে দক্ষিণ-পশ্চিম দিশত বৈ আহে। নৈখনে প্ৰায় 40 কিমি বাটত পেৰেংকৰং, টেপং নৈ, দগে নৈ, ঙোপি, চিপকাই আদি নৈক লগত লৈ আহি নাৰী নামৰ ঠাইত ভৈয়ামত সোমাই দিমাৰী নৈ নাম লয়। ভৈয়ামেদি ডেৰ কিমি আহি অসমত প্ৰবেশ কৰি দক্ষিণ-পশ্চিম দিশত ১২ কিমি বৈ আহি জামজিং বিলত সোমায়। এই বিলতে দিকাৰী নৈৰ পশ্চিমৰ পটে নৈ আহি পৰিছে। দিকাৰী নৈখন সেই বিলৰ মাজেদি ২ কিমি আহি ডেকাপাম নৈক সোঁপাৰে লয় আৰু জামজিং নৈ নামেৰে বয়। এনেকৈ ৩ কিমি আহি দুভাগ হৈ এভাগ দক্ষিণমুৱা হৈ ২ কিমি আহি বুড়ীসুঁতিত পৰে। আনভাগ পশ্চিমলৈ গৈ নাৱদ নৈ হয়।

পটে নামৰ নৈ এখন দিকাৰী নৈৰ পশ্চিমে অৰুণাচলৰ ছিয়াং জিলাত প্ৰথমে পমে নৈ নামেৰে ওলাই দক্ষিণ-পুব দিশত বৈ আহি ৰে'লপথ পোৱাৰ ১ কিমি উজনিত অসমত প্ৰবেশ কৰে। নৈখনে তেলম নামৰ ঠাইৰপৰা ২ কিমি পশ্চিমে ৰে'লপথ পাৰ হৈ পটে নৈ নাম লয়। তাৰপৰা নৈখন দক্ষিণ-পশ্চিম দিশত ৩ কিমি আহি জামজিং বিলত সোমায়। ইয়াৰ পানীভাগ অৱশেষত দিকাৰী নৈত পৰে।

## ৪৪. জামজিং/নাৱদ নৈ

অৰুণাচলৰ পশ্চিম ছিয়াং জিলাৰ দক্ষিণ ভাগত ওলাই দক্ষিণ-পশ্চিমমুৱা হৈ বৈ অহা ডেকা নৈখনে বেছাৰ নৈক বাঁওপাৰে আৰু পাম নলাক সোঁপাৰে লৈ অসমৰ সীমাতে ৰে'লপথ পাৰ হয়। ৰে'লপথ পাৰ হৈ নৈখন এখন শিলগুটি আৰু বালিৰে ভৰা গুম্ফিত নৈ হৈ পৰে। বাৰিষাৰ বাহিৰে আন সময়ত নৈখন শুকান হৈ থাকে। ৰে'লপথৰ কাষৰপৰা দক্ষিণমুৱা হৈ ২ কিমি আহি নৈখন দুটা সুঁতিত ভাগ হয়। তাৰে এভাগ পুবলৈ আহি জামজিং নামৰ এখন বিলত পৰে। আনটো ভাগ দক্ষিণমুৱা হৈ ২ কিমি আহি পুবমুৱা হয়। এইদৰে ই ৩ কিমি আহি জামজি বিলৰ পশ্চিমেদি দক্ষিণলৈ ঘুৰি ২ কিমি ভটিয়াই য়াবং নামৰ জান এখনক বাঁওপাৰে লগত লৈ জামজিং নৈ নাম লয়। এই জামজিং নৈখন আৰু ৩ কিমি ভটিয়াই আহি এখন ডাঙৰ বিলত পৰে। হয়তো



নৈখনৰ নাম অনুসৰিয়েই এই বিলখনক জামজিং বিল বোলে। পাছত এইখন জামজিং বিলৰপৰা দুখন নৈ ওলাই ইয়াৰে এখন পোনছাটে দক্ষিণলৈ আহি বুড়ীসুঁতিত পৰে। আনখন দক্ষিণ-পশ্চিম দিশত ৩ কিমি ভটিয়াই নাৱদ নামৰ এখন নৈক বাঁওপাৰে লগত লৈ নাৱদ নৈ নাম লয়। এই নাৱদখন একেটা দিশতে ৩ কিমি আহি বুড়ীসুঁতিত পৰে।

## ৪৫. সোমখং নৈ

অৰুণাচলৰ ছিয়াং জিলাৰপৰা অহা ছেৰেণ নৈখন ছেৰেণ নামৰ ঠাইৰ ওচৰত আংমা নৈক সোঁপাৰে আৰু গোপী আৰু কোজো নৈক বাঁওপাৰে লৈ অসমত সোমায়। অসমৰ মাজেদি ৭ কিমি বাট দক্ষিণ-পুবমুৱা হৈ আহি নৈখন দুভাগ হয়। তাৰে এভাগ নাৱদ নৈ নামেৰে দক্ষিণলৈ আহি জামজিং নৈত পৰে। আনটো ভাগে সোমখংনৈল নামেৰে দক্ষিণ-পশ্চিমমুৱা হৈ ৮ কিমি ভটিয়াই সোমখং নামৰ ঠাইত ছিটং নৈক সোঁপাৰে লয়। তাৰপৰা নৈখন আৰু আঢ়ৈ কিমি আহি নাৱদনৈৰ (বুড়ীসুঁতিৰ) সোঁপাৰে পৰে।

## ৪৬. ছিমেন নৈ

ধেমাজী জিলাৰ প্ৰায় সোঁমাজৰ নৈ। নৈখন অৰুণাচলৰ পশ্চিম ছিয়াং জিলাত উৎপত্তি হৈ নায়েনলে নৈক বাঁওপাৰে আৰু জাংট, জোৰি আৰু ইগোনৈক সোঁপাৰে লৈ দক্ষিণ-পশ্চিম দিশত ৩০ কিমি বৈ আহি দক্ষিণ-পুবমুৱা হৈ অসমত সোমায়।

দিপা ৰে'ল ষ্টেচনৰপৰা ২ কিমি উত্তৰত দিপা বা চিনশ্লেং নৈক লগ কৰি ছিমেন নৈখন দক্ষিণমুৱা হয়। পাছত নৈখনে নিকবুম নৈক সোঁপাৰে লৈ ৰে'লপথ অতিক্ৰম কৰে। ৰে'লপথ পাৰহৈ নৈখন দুটা শাখাত বিভক্তহৈ এখন ঘূৰণীয়া বিচনীৰ দৰে বহল হৈ পৰে। মূল শাখাটো ছিমেন নৈ নামেৰেই দক্ষিণলৈ বৈ আহে আৰু সিটো-ভাগ দক্ষিণ-পুবমুৱা হৈ গৈ আকৌ তিনিভাগ হৈ এক বৃহৎ জাবৰিৰ মাজত হেৰাই যায়গৈ।

উক্ত মূল শাখাৰ ছিমেন নৈখন বিভক্ত হোৱা ঠাইৰপৰা ডেৰ কিমি দক্ষিণলৈ আহি দিপা ষ্টেচনৰ ১ কিমি দক্ষিণত ননাৰীজানক সোঁপাৰে লয়। তাৰপৰা ১ কিমি ভটিয়াই আহি ই মিৰি নৈক সোঁপাৰে লয়। মিৰি নৈৰ উপনৈ বোকাজান। ইয়াৰপৰা আঢ়ৈ কিমি

ভটিয়াই নৈখনে পালে নৈক সোঁপাৰে লয়। পালে নৈ পৰ্বতৰপৰা ওলাই পালে নামৰ ঠাইৰ উত্তৰেদি বৈ আহিছে। পালে নৈক লোৱাৰ-পৰা ছিমেন নৈ আৰু ৫ কিমি ভটিয়াই আহি পুনৰ দুভাগ হয়। এটা ভাগ ফাটি বালিকুৰ নৈ নামেৰে পশ্চিম-দক্ষিণমুৱা হৈ গৈ টঙানি নৈত পৰেগৈ, আনটো ভাগ দক্ষিণলৈ আহি ছিমেনমুখ নামৰ ঠাইৰ দক্ষিণ-পূবত বুঢ়ীসুঁতিত পৰে।

## ৪৭. টঙানি নৈ / চিচি নৈ

সোণাৰী ঘাটৰপৰা ৫২ নং ৰাষ্ট্ৰীয় ঘাই পথেদি কিছুদূৰ গলে এই নৈখন পোৱা যায়। উজনিত কেইবাখনো বেলেগ নামৰ নৈ লগ লাগিহে টঙানিখন সৃষ্টি হৈছে।

পশ্চিম ছিয়াং জিলাৰ দক্ষিণভাগৰ বাৰেদি (৭০১ মিটাৰ) টিঙৰ পশ্চিমেদি বৈ অহা মাগা নৈ বা জলকীয়া সুঁতি ৭ কিমি দক্ষিণলৈ আহি ধেমাজী জিলাত সোমায়। নৈখন সীমাৰপৰা দক্ষিণ-পূবমুৱা হৈ প্ৰায় ৭ কিমি আহি শিলাসুঁতিৰ ওচৰত উত্তৰৰপৰা অহা শিলাসুঁতি জানক বাঁওপাৰে লগত লয়। শিলাসুঁতিৰ উপনৈ চেলেং জান। শিলা-সুঁতিৰপৰা জলকীয়া সুঁতিখন একে দিশত সামান্য দূৰ আহি উত্তৰৰপৰা অহা দিমু নৈক বাঁওপাৰে লগত লয়।

দিমু নৈখন উপৰোক্ত বাৰেদি টিঙৰ উত্তৰ-পূবত গালং লোক নিবাসী অঞ্চলত ডুইন, জাজি আৰু লোটো আদি নৈ মিলি সৃষ্টি হৈছে। নৈখন দক্ষিণ-পূবলৈ ১২ কিমি আহি ছিলি নামৰ ঠাইৰ পূবত অসমৰ ধেমাজী জিলাত সোমায়। ইয়াৰপৰা এখন বালিময় নৈ ৰূপে বাটত এটা শাখাক বাঁওপাৰে এৰি ৭ কিমি দক্ষিণলৈ আহি শিলাসুঁতি নামৰ ঠাইত জলকীয়া সুঁতিৰ লগ লাগে।

জলকীয়া আৰু দিমু মিলি নাম লয় অচিয়ক নৈ। নৈখনে প্ৰায় দক্ষিণ দিশত এক জলাহ ঠাইৰ মাজেদি ৩ কিমি আহি দিমু নৈৰপৰা ফটা শাখাটোক বাঁওপাৰে লয়। তাৰপৰা নৈখন আৰু ৭ কিমি আহি পূবৰ ছিমেন নৈৰ শাখা বালিকুৰ নৈক মুক্তিয়াৰ গাঁৱৰ দক্ষিণ-পশ্চিমত বাঁওপাৰে লয়। এই ঠাইৰপৰাই নৈখনক টঙানি নৈ বোলে। টঙানি নামেৰে নৈখন আৰু ৪ কিমি ভটিয়াই দেউৰীঘাটৰ ওচৰত দুভাগত বিভক্ত হয়। এভাগ খিৰমি নৈ নামেৰে দেউৰীঘাটৰ পূবেদি ২ কিমি দক্ষিণলৈ বৈ আহি ব্ৰহ্মপুত্ৰত পৰে। আনটো ভাগ টঙানি নামেৰে আঢ়ৈ কিমি পশ্চিমলৈ আহি ৫২ নং ঘাইপথ পাৰ হয়। পথৰপৰা নৈখন তিনি কিমি পশ্চিমলৈ আহি দক্ষিণ-পশ্চিমমুৱা হয়।



এইদৰে ১২ কিমি বাট আহি নৈখনে বটুৱা নৈ নাম লয় আৰু বটুৱা-মুখত চিচি নৈৰ লগ লাগে।

ধেমাজী জিলাত চিচি নামৰ দুখন নৈ আছে। ইয়াৰে এখনৰ উৎপত্তি স্থান অৰুণাচলৰ পাৰ্বত্য অঞ্চল আৰু আনখন ওলাইছে ভৈয়ামৰপৰা। বটুৱামুখত টঙানি নৈৰ লগ লগা চিচিখন পাছৰখন চিচি। চিচি বৰগাঁৱৰপৰা ৪ কিমি উত্তৰ-পূবৰ কছাৰী পথাৰত ওলোৱা গেলুৱা নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ আহি চিচি বৰগাঁৱৰ পূবত ৫২ নং ঘাইপথ পাৰ হৈ চিচি নৈ নাম লয়। ইয়াৰ পাছত একে দিশতে ১২ কিমি পথ ধুনাগুৰি ডেকাগাঁও, আমগুৰি আদি ঠাইৰ পূবেদি বৈ আহি বটুৱামুখত বটুৱা (টঙানি) নৈৰ সোঁপাৰে লগ হয়।

বটুৱামুখৰপৰা এই সম্মিলিত নৈখন চিচি নৈ নামেৰেই পশ্চিমলৈ আহি নাহৰণী পায়। ইয়াতে নৈখনৰ সোঁপাৰৰপৰা এটা সুঁতি ফাটি পশ্চিমলৈ গৈ কাপোৰধোৱা নৈৰ লগ লাগেগৈ। মূল চিচিখন ৰবলঙৰ কাষেদি ৭ কিমি বাট দক্ষিণমুৱা হৈ আহি চিচিমুখত ব্ৰহ্মপুত্ৰত পৰে। চিচিমুখৰ ঠিক বিপৰীত পাৰে ডিব্ৰুগড় জিলাৰ দিহিংমুখ।

বুঢ়ীসুঁতিৰ পশ্চিমে আৰু টঙানি নৈৰ পূবত কাৰেং চাপৰিৰ ওচৰত চেখাইজান আৰু দুৰপং নৈ নামৰ দুখন সৰু জান উত্তৰৰপৰা আহি ব্ৰহ্মপুত্ৰত পৰিছে।

## ৪৮. চিচি নৈ

এইখন চিচি নৈৰ উৎপত্তি স্থান অৰুণাচলৰ পাৰ্বত্য ঠাই। নৈ-খনে নামনিলৈ কাপোৰধোৱা নৈ, লাইপুলীয়া নৈ, চাঁৰিকৰা বা চাৰিকড়ীয়া নৈ আদি কেইবাবাৰো নাম সলনি কৰি শেষত কড়া নৈত পৰেগৈ।

১৯৭০ চনৰ মতে এই নৈখন অৰুণাচলৰপৰা চিজি নৈ নামেৰে দক্ষিণ-পশ্চিম দিশত আহি ছিৰা, ছিমা, য়াংটে নৈক লগত লৈ চিচি নৈ নাম লয়। এই নামেৰে অৰুণাচলৰ পাদদেশৰ সুপ্ৰসিদ্ধ মালিনী থানৰ ওচৰত লিকাবালি চহৰৰপৰা ডেৰ কিমি উত্তৰেদি অসমত প্ৰৱেশ কৰে। নৈখন সীমাৰপৰা দক্ষিণ-পশ্চিম দিশত আঢ়ৈ কিমি আহি বালিজান নৈক সোঁপাৰে লয়। ইয়াৰ পাছত নৈখনে ডেৰ কিমি ভটিয়াই নিগাফ নৈ আৰু ১ কিমি আহি নিলখ টৱানী গাঁৱৰ ওচৰত নিলখ নৈক সোঁপাৰে লগত লয়। এই ঠাইৰপৰা নৈখন বহল হৈ পৰে আৰু মাজত চৰ-চাপৰি পৰা দেখা যায়। তদুপৰি ইয়াতে

চিচি নৈখনৰ সোঁপাৰৰপৰা এটা শাখা ফাটি গৈ নিলখ নৈ নামৰ অন্য এখন জানৰ লগ লাগি বিয়াম জান হয়গৈ।

চিচিৰ মূলভাগ ৩ কিমি দক্ষিণলৈ আহি ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা ১ কিমি আহি নৈখন দুভাগ হয়। এভাগ গাই নদী নামেৰে দক্ষিণলৈ বৈ আহে। আনটো ভাগো চিচি নৈ নামেৰে গাই নৈৰ সমান্তৰালকৈ দক্ষিণলৈ বৈ আহে। এইখন চিচি নৈ তাৰপৰা ৫ কিমি আহি উত্তৰৰ কামচি নামৰ ঠাইৰ কাষেদি অহা গুটুং নৈ নামৰ এখন নৈক লৈ আৰু আঢৈ কিমি ভটিয়াই চুমনি বিলত সোমায়। গুটুং নৈখন উল্লেখিত বিয়ামজান আৰু ইয়াৰ পশ্চিমৰ কাণীবিল নৈৰপৰা ফাটি অহা এটা শাখা মিলি হোৱা নৈ।

চুমনি বিলত সোমাই চিচি নৈয়ে কাপোৰধোৱা নৈ নাম লয়। তাৰপৰা এক জলাহ অঞ্চলৰ মাজেদি দক্ষিণ-পশ্চিম দিশত বৈ আহি কুকুৰ বিলৰ কাষত গাই নৈক বাঁওপাৰে লগ কৰে। ইয়াৰপৰা নৈখন আৰু ১ কিমি ভটিয়াই কাণীবিল নৈক সোঁপাৰে লগত লয়। তাৰ-পাছত কাপোৰধোৱা নৈ নামেৰে ধেমাজীৰ ৪ কিমি পুবৰ পাভমাৰী বিলৰ পুবেদি দক্ষিণমুৱা হৈ বৈ আহি এটা ঘাট পোৱাৰ আগতে নৈখন দুটা সুঁতিত বিভক্ত হয়। তাৰে এটা পুবলৈ গৈ বটুৱা নৈৰ লগ লাগেগৈ আৰু আনটো দক্ষিণ-পশ্চিমমুৱা হৈ বৈ আহি লাইপুলিয়া নৈ নাম লয়। লাইপুলীয়া নৈখন দক্ষিণ-পশ্চিম দিশত ৯ কিমি আহি খজুৰা গাঁৱৰ পশ্চিমত জোৰকটা জানক বাঁওপাৰে লৈ নাম সলাই চাৰিকড়ীয়া নৈ নাম লয়।

**৪৮. ১. চাৰিকড়ীয়া নৈ ঃ** অতীজত নৈখন পাৰ কৰি দিয়াৰ ভাড়া হিচাপে চাৰিটা কড়ি দিব লাগিছিল বাবে নৈখনৰ নাম চাৰিকড়ীয়া হ'ল। উক্ত লাইপুলীয়া নৈখন চাৰিকড়ীয়া নামেৰে দক্ষিণ-পশ্চিম দিশত চাৰেতিনি কিমি আহি হাহি নৈক সোঁপাৰে আৰু এন্দুৰজানক বাঁওপাৰে লগত লয়। ইয়াৰপৰা নৈখন ৩ কিমি ভটিয়াই আমুলগুৰি নামৰ ঠাইত মৰাসুঁতি জানক লগত লয়। ইয়াৰপৰা মদাৰগুৰিয়েদি ৪ কিমি আহি ভগামুখত নৈখনে ঢকুৱাখনা জানক সোঁপাৰে লয়। এইখন হেনো খন্দাজান, ইয়াৰ মাটি ঢকুৱাৰে পেলোৱাৰ বাবে সেই নাম হ'ল। ঢকুৱাখনাৰ উপনৈ উত্তৰ-পুবৰপৰা অহা হুপতীয়া জান আৰু হুপতীয়াৰ উপনৈ হ'ল শিঙীয়া জান।

ভগামুখৰপৰা চাৰিকৰা বা চাৰিকড়ীয়া নৈখন দক্ষিণ-পশ্চিম-মুৱা হৈ ডেৰ কিমি আহি খাৰজানক বাঁওপাৰে লগ কৰে। ইয়াৰ-



পৰা ২ কিমি ভটিয়াই নৈখনে ঢকুৱাখনা চহৰ পায়। ঢকুৱাখনাৰপৰা নৈখন দক্ষিণ--পশ্চিম দিশত ১ কিমি বাট আহি ঘিলাগুৰিৰ কাষেদি অহা যোগীজানক বাঁওপাৰে লয়। যোগীজানৰ উপনৈ একৰীয়া বা জুৰিয়া জান। ইয়াৰপৰা চাৰিকড়ীয়া নৈখন আৰু ১২ কিমি ভটিয়াই আহি মাহখোৱাৰ ওচৰত কড়া নৈত পৰে।

## চিচি/চাৰিকড়ীয়াৰ উপনৈ ঃ

**৪৮.১.১. গাই নৈ ঃ** চিচি নৈৰ এটা শাখা চিচি বৰগাঁৱৰ ২ কিমি উত্তৰৰ টকৌবাৰী নামৰ ঠাইৰ কাষেদি দক্ষিণমুৱা হৈ ফাটি আহে। এইদৰে শাখাটো ২ কিমি আহি চিচি বৰগাঁৱৰ ৫২ নং ৰাষ্ট্ৰীয় ঘাই-পথ পাৰ হয়। ইয়াৰপৰা নৈখন চলাহনি বিলৰ মাজেদি ৪ কিমি বাট একে দিশত বৈ আহে। নৈৰ বাঁওপাৰে ইয়াত চকামৰা আৰু চুমণি বিল। চুমণি বিলৰ কাষৰপৰা নৈখন দক্ষিণ-পশ্চিম দিশত ঘূৰি ৩ কিমি আহি কুকুৰা বিলত পৰে। বিলৰপৰা ওলাই আহি পাছত কাপোৰধোৱা নৈত (চিচি) পৰেহি। ১৯৭০ চনৰ পাছৰ সময়ত অৱশ্যে গাইনৈৰ সুঁতিৰ অতি বেছিকৈ পৰিবৰ্তন হৈছে। এই নৈৰ বুকুত অতি বেচিকৈ গেদ জমা হোৱাৰ লক্ষ্য কৰি ১৯৮৬ চনত ধেমাজীত ভুঁইকপ হ'ব বুলি পুনাৰ এজন বিজ্ঞানীয়ে ভৱিষ্যতবাণী কৰি ৰাইজৰ মনত সন্ত্ৰাসৰ সৃষ্টি কৰিছিল।

**৪৮.২.২. মৰিচল নৈ ঃ** চিচি নৈৰ পশ্চিমৰ প্ৰধান নৈ হ'ল মৰিচল। মৰিচল আৰু চিচিৰ মাজত থকা কাণীবিল নৈখন মৰিচলতকৈ বহল-ডাঙৰ হ'লেও ই মৰিচলৰ উপনৈহে। মৰিচল, জীয়াচল বা কুম-টীয়া আদি নৈ কেইখনৰ উৎস প্ৰায় একে ঠাইতে। এই নৈ কেইখন প্ৰকৃততে হিমালয়ৰ নামনিত তৈয়াৰ হোৱা এক পলস ত্ৰিভুজৰ ওপ-ৰেদি বৈ অহা নদীৰ সৃষ্টি। এনেবোৰ নদীৰ প্ৰধান সুঁতিটো সদায় একেফালে নবয়। এনে সুঁতিয়ে সময়ে সময়ে স্থান পৰিবৰ্তন কৰি থাকে বাবে পূৰ্বৰ নদী শুকাই যায়, যেনে মৰিচল নৈ। এনে অৱস্থাত আকৌ নতুন নৈ গঢ়ি উঠে, যেনে জীয়াচল। তদুপৰি এনে নদীত হঠাতে বানপানী আহি একেদিনাই নদীৰ পলসুৱা পাৰ কুমটীয়ে খন্দাদি খান্দি নতুন পথেদি বব পাৰে বাবেই হয়তো কুমটীয়া নৈ নাম লৈছে।

মৰিচল নৈখন জীয়াচল নৈৰ পুবত অৰুণাচলৰ পৰ্বতৰ পাদ-দেশত ওলোৱা ৰঙা নৈ আৰু পাহাৰৰ মাজৰপৰা অহা হুলীয়াজান

দুয়ো লাইপুৰীয়া নামৰ ঠাইত মিলি মৰিচল নৈখনক সৃষ্টি কৰিছে। নৈখনে বগানদী আলিৰ উত্তৰৰ তথা অসম-অৰুণাচলৰ সীমাৰ ওচৰৰ হুলীয়াগাঁৱৰ উত্তৰেদি পূবমুৱা হৈ ৬ কিমি বৈ আহি লক্ষ্মীপথাৰ কছাৰী গাঁৱত উত্তৰ পশ্চিমৰ বাম পুখুৰীৰ কাষৰপৰা অহা বৰুৱা-জানক বাঁওপাৰে লয়। তাৰপৰা নৈখন দক্ষিণ-পূবমুৱাহৈ ডেৰ কিমি আহি উত্তৰ-পশ্চিমৰ পাহাৰৰপৰা অহা বৰাজানক বাঁওপাৰে লগত লয়। এই ঠাইৰপৰা নৈখন ডেৰ কিমি ভটিয়াই মৰিচল নামৰ ঠাইত ৰে'লপথ আৰু ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ঘাইপথৰ-পৰা নৈখন আঢ়ৈ কিমি ভটিয়াই আহি জামুকগুৰিত কাণীবিল নৈক বাঁওপাৰে লগত লয়। কাণীবিল নৈক লৈ নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ডেৰ কিমি বাট আহি ঘিলাগুৰিত উত্তৰ-পশ্চিমৰ ৰাই চাপৰি লাচন গাঁৱৰ উত্তৰেদি অহা গৰীয়াজানক সোঁপাৰে লয়। ইয়াৰ পাছত মৰিচল নৈখন গোঁৱাৰ চাপৰিৰ পূবেদি ৩ কিমি ভটিয়াই ধেমাজী নগৰৰপৰা ৫ কিমি পূবৰ গোঁহাই গাঁৱত কাপোৰধোৱা নৈত পৰে।

## মৰিচলৰ উপনৈ

**২. ২. ১. কাণীবিল নৈ:** অৰুণাচলত পাহাৰৰ নিম্নভাগত ওলোৱা ৰাই নৈখনেই দক্ষিণ-পূব দিশত আহি বাটত হুলীয়াজান (এইখনো সুকীয়া) আৰু সীমাৰ ওচৰৰ বাইটিং গাঁৱৰ কাষেদি অহা ঙোপি (Ngopi) জানক বৰজান গাঁৱৰ ওচৰত বাঁওপাৰে লৈ কাণীবিল নৈ নাম লয়। নৈখন তাৰপৰা একে দিশত আৰু ৩ কিমি আহি পেৰো-ভাৰী গাঁৱত উত্তৰৰপৰা পোনে পোনে বৈ অহা কামিয়া নৈক বাঁওপাৰে লগ কৰে। কামিয়া নৈ পাহাৰত ওলাই গোহাঁই গাঁৱৰ কাষেদি দক্ষিণলৈ আহিছে। কামিয়া নৈৰ উপনৈ কামটে আৰু কামফাই নৈ।

কাণীবিল নৈখন পেৰাভাৰী গাঁৱৰপৰা আৰু ২ কিমি ভটিয়াই আহি কাণীবিল নামৰ অন্য এখন সৰু জান বাঁওপাৰে লয়। এইখন কাণীবিল নৈ উত্তৰৰ পাহাৰৰপৰা অহা হাও নৈ আৰু ৰঙাজান মিলি সৃষ্টি হৈছে। তদুপৰি এইখনৰপৰা দুটা সুঁতি ফাটি গৈ দক্ষিণৰ বিয়ামজানত পৰিছেগৈ। (পাছত বিয়ামজানখন গুটুং নৈ হৈ চিচিত পৰে।)

দুয়োখন কাণীবিল নৈ একেলগ হৈ ১ কিমি বাট দক্ষিণ-পূব মুৱা হৈ আহি মৰিচল নামৰ ঠাইৰ ২ কিমি পূবত ৰে'লপথ আৰু



৫২ নং ৰাষ্ট্ৰীয় ঘাইপথ অতিক্ৰম কৰে। তাৰপৰা নৈখন আঢ়ৈ কিমি দক্ষিণলৈ আহি জামুকগুৰিত মৰিচলত পৰেহি।

## ৪৯. কড়া নৈ (চিলা)

ধেমাজী নগৰৰ উত্তৰত মৰিচল নৈৰ এটা পুৰণা সুঁতি দেখা যায়। এই নৈখনৰ এটা সুঁতি এতিয়া পাভমাৰী বিলত পৰিছেগৈ। উক্ত নৈখনৰ ১ কিমি পশ্চিমে তথা ধেমাজী নগৰৰ ৩ কিমি পশ্চিমে ধেমাজী ৰে'ল ষ্টেচনৰ ওচৰত তেলিজান নামেৰে এখন জান ওলাইছে। এই জানখন ৪ কিমি বাট দক্ষিণমুৱা হৈ আহি তেলিজানত ঘাইপথ অতিক্ৰম কৰে। জানখনে একে দিশত আৰু ৫ কিমি ভটিয়াই আহি কাইটাঙত শালিকুচিজানক বাঁওপাৰে লয়। ইয়াৰপৰা ডেৰ কিমি ভটিয়াই ফাটিয়াৰ ওচৰৰপৰা নৈখনক কড়া নৈ বোলে।

নৈখন ফাটিয়াৰপৰা দক্ষিণমুৱা হৈ ৪ কিমি আহি কাইটাং জানক বাঁওপাৰে লয়। কাইটাং এখন ডাঙৰ নৈ। উজনিলৈ এইখনক ক্ৰমে লাইপুলিয়া, বটুৱা আৰু টঙানি নামেৰে জনা যায়। কাইটাঙক লগ কৰি নৈখন পশ্চিমমুৱা হৈ আঢ়ৈ কিমি আহি বেঙেনাগৰা পায়হি। ইয়ানে নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ আৰু ৩ কিমি বাট আহি মধুপুৰ চাহবাগিছাৰ ওচৰত বাঁওপাৰে বৰজানক আৰু সোঁপাৰে বটুৱা বিলৰপৰা অহা ৰালিজানক সোঁপাৰে লয়। উক্ত বাগিছাখনৰ ওচৰৰপৰা নৈখন পশ্চিমমুৱা হৈ ৪ কিমি আহি ধেনুখনাৰ উত্তৰত নাওজানক সোঁপাৰে লগ কৰে। ধেনুখনাৰপৰা ডেৰ কিমি আহি বৰবিলৰ ওচৰৰপৰা নৈখন বহল হয়। এইদৰে ই দক্ষিণ-পশ্চিম দিশত আৰু ৪ কিমি আহি বাটমাৰী গাঁৱত কুমটীয়া নৈক সোঁপাৰে লয়। তাৰপৰা সামান্য বাট আহি ঘিলামৰা-ঢকুৱাখনা পথ পাৰ হয় আৰু তাৰ পাছৰ ৭ কিমি বাট ভালেমান বিলৰ মাজেদি বৈ আহে।

তাৰপাছত কড়া নৈখন প্ৰায় একে দিশতে মাথালি, মালবাৰী আদি ঠাইৰ মাজেদি একা-বেঁকা বাটেৰে ৩০ কিমি কিন্তু পোন জোখেৰে মাত্ৰ ১২ কিমি বাট আহি ভেতলিজানক সোঁপাৰে লগত লয়। ইয়াৰ পাছত নৈখনে মাত্ৰ আধা কিমি ভটিয়াই আহি চামপৰা সুঁতিক সোঁপাৰে লয়। চামপৰাক লৈ কড়া নৈখন হৈ পৰে চিলা নৈ। তাৰপাছত চিলা নামেৰে দক্ষিণমুৱা হৈ বৰচাপৰি, ভুমা চাপৰি আদি বিলৰ মাজেদি চাৰে তিনি কিমি বাট আহি চাৰিকড়িয়া নৈক বাঁওপাৰে লয়। ইয়াৰপৰাই ৪ কিমি দক্ষিণলৈ ভটিয়াই দাংধৰা নৈক বাঁওপাৰে লগ কৰে। তাৰপাছত চিলা নৈখন বৰদল গাঁৱেদি

৫ কিমি বাট ভটিয়াই আহি সোমদিয়া বিলৰ লগ লাগি মাজুলীৰ মাজ দেউৰীগাঁৱৰ বিপৰীত পাৰে খেৰকটীয়া সুঁতিত পৰে ।

## কড়া/চিলা নৈৰ উপনৈ

**৪৯.১ কাইটাংজান ঃ** এইখনৰ বিষয়ে ইতিপূৰ্বে বৰ্ণনা কৰা 'টঙানি' চাওক ।

**৪৯.২ কুমটীয়া নৈ, চামপৰা সুঁতি ঃ** সামান্য পাছত সুকীয়াকৈ বৰ্ণনা কৰা হৈছে ।

**৪৯.৩ দাংধৰা নৈ ঃ** চকুৱাখনা চহৰৰপৰা ৭ কিমি পূবৰ মতামৰা গাঁৱৰ দক্ষিণে এইখন নৈ ওলাই পশ্চিমমুৱা হৈ আহে । ই বাটত সোঁপাৰে বৰকা জান, টেনিয়া জান, খামনজান, নভঙাজান (চেনিমাৰী-জান) আদি জান লগত লৈ কেকুৰি বেবেজিয়া পায় । ইয়াৰ কাষতে দাংধৰা নৈয়ে সোঁপাৰে কোৱামাৰী জান আৰু ভাকুন্দিজানক লগত লৈ ২ কিমি ভটিয়াই চিলা নৈত পৰে ।

**৪৯.২. জীয়াঢল/কুমটীয়া আৰু ননৈ/চামপৰা নৈ ঃ** ধেমাজী আৰু লক্ষীমপুৰ জিলাৰ সীমাৰ সমীপবৰ্তী অঞ্চলৰ পাহাৰৰ পাদদেশৰ পলস ত্ৰিভূজত ভালেমান অস্থায়ী নৈ উৎপত্তি হৈ সাময়িকভাবে একো একো পথেৰে বৈ আহিছে । এইবোৰৰ ভিতৰত জীয়াঢল বা কুমটীয়া নৈখন এই বিষয়ত বেছি বিখ্যাত । জীয়াঢলে ভালেমান বাৰ নিজৰ সুঁতি সলনি কৰিছে আৰু গাঁও-ভূঁই ধুই নি বিস্তৰ ক্ষতি সাধন কৰি আহিছে । সুঁতি সলনি কৰাৰ বাবেই এতিয়া (১৯৭০) জীয়াঢল বা কুমটীয়া নৈ হৈ পৰিছে দুখন । ইয়াৰে এয়াৰে এখন অৰুণাচলৰ পাহাৰৰপৰা পোনে পোনে ভৈয়ামলৈ আহিছে ; আনখন কিন্তু সিখনৰ অন্তঃস্ৰাৱী পানীৰে সৃষ্টি হৈছে বাবে নৈখনৰ উৎপত্তি স্থান হ'ল ভৈয়ামত। এইখনৰ বিষয়ে পাছত লিখা হ'ব ।

পশ্চিম কামেং জিলাৰ দক্ষিণ-পশ্চিম কোণত ওলোৱা চিৰি নৈ আৰু ছিদো নৈ মিলি দক্ষিণলৈ বৈ আহি জীয়াঢল নৈ নাম লৈ অসমত সোমায় । নৈখন সীমাৰপৰা ৩ কিমি আহি ভৈয়াম পায় আৰু ইয়াৰপৰা ৩ কিমি পৰ্য্যন্ত বহল ঠাই জুৰি ভালেমান সুঁতিৰে বৰলৈ লয় । ইয়াত নৈখনৰ বুকু বালি আৰু শিলেৰে ভৰা । গতিকে খৰালি মাত্ৰ দুটামান সৰু সুঁতিৰে নৈখন বৈ থাকে । নৈখনে এইদৰে ৫ কিমি আহি ক্ৰমানুয়ে ঠেক হৈ পৰে আৰু পূবফালে থকা এক জলাহ ঠাইৰ মাজত নিজৰ শাখাবোৰক হেৰুৱাই পেলায় । ৰাজগড় আলিৰ দাঁতিত নৈখন দুভাগ হয় । এটা ভাগ চিলনী নৈ নামেৰে



দক্ষিণ-পশ্চিমমুৱা হৈ আহি তৰাজান সুঁতি অথবা গেৰমেৰ নৈ হয় । এই নৈতে ইয়াৰ উত্তৰৰ নলবাৰীৰপৰা অহা চলচলি নৈও পৰেহি । জীয়াঢলৰ সিটো ভাগ এটা সৰুজানৰূপে জীয়াঢল বা কুমটীয়া নৈ নামেৰে দক্ষিণ-পশ্চিম দিশত বৈ আহি পুনৰ দুভাগ হয় । ইয়াৰ এভাগৰপৰা হয় চেনীয়াজান, আনভাগ মৰাসুঁতি নামৰ নামৰ এখন জানত পৰে । মৰাসুঁতিৰ উপনৈ হ'ল ৰামভকত নৈ।

উপৰোক্ত কুমটীয়া নৈ, চেনীয়াজান, মৰাসুঁতি, গেৰমেৰ নৈ বুঢ়ীসুঁতি, বগীপুং নৈ, গেলাজান, নাহৰজান (ৰূপহীজান) আৰু গৰপৰাজান এই নখন নৈ বা জান গোগ্ৰামুখ চহৰৰ পূবত ভেবেলি কৈৱৰ্ত গাঁৱত ওচৰে-পাজৰে অগাপিছাকৈ একেলগ হৈ, ন সংখ্যাৰপৰা ননৈ নাম লয় । এই ঠাইতে নৈখনে ৰেল'পথ আৰু ৫২ নং ঘাইপথ পাৰ হয় । উক্ত নৈ নখনৰ ভিতৰৰ নাহৰজানৰ বাহিৰে বাকী আটাইকেইখন উত্তৰৰ পাহাৰৰ মাজত উৎপত্তি হোৱা । ননৈৰ অন্য এটা নাম হ'ল দিহিঙীয়া নৈ ।

ননৈখনে ঘাইপথ পাৰ হৈ দক্ষিণ-পূব দিশত ১ কিমি আহি এৰাসুঁতি জানক বাঁওপাৰে লয় । তাৰপৰা ৫ কিমি আহি বৰদলনিৰ দক্ষিণৰ গোহাঁই গাঁৱত নৈখনে ৰাঙ্কিসুঁতি নাম পায় । ইয়াতে নিজৰ পূবৰ কুমটীয়া* নৈৰ এটা সুঁতি আহি ননৈৰ বাঁওপাৰে লগ হয় । গোহাঁই গাঁৱৰপৰা নৈখনক পুনৰ জীয়াঢল নামে জনা যায় । ইয়াৰপৰা নৈখন দক্ষিণমুৱা হৈ ২ কিমি আহি দুভাগত বিভক্ত হয় । ইয়াৰে এভাগ দক্ষিণৰ গুৱাথালি বিলত পৰেগৈ । বাকী ঘাই ভাগটোৱে তাৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ ৫ কিমি পথ আহি বৰদৈ গাঁৱৰ কাষত উত্তৰৰ বেতনি হোলাৰপৰা অহা ননৈ নামৰ অন্য এখন জান আৰু ববদৈবাম চাহ বাগিছাৰ ওচৰৰপৰা অহা বটুৱা নৈক লগত লয় । বটুৱা নৈৰ উপনৈ গৰৈমাৰী জান ।

জীয়াঢল নৈখন বৰদৈ গাঁৱৰপৰা দক্ষিণমুৱা হৈ ৪ কিমি বাট মিৰহাগী বিলৰ মাজেদি বৈ আহি নাম লয় চামপৰা নৈ । নৈখন চামপৰা নামেৰে ভটিয়াই, আৰিয়া বিলৰ মাজেদি বৈ গোগামুখ ঘিলামৰা পথ পাৰ হৈ পশ্চিমলৈ বৈ আহে । এইভাগে নৈখনে ৪ কিমি আহি বিলমুখ গাঁৱৰ দক্ষিণ-পূবৰ কেচেৰুগুৰিত ভাটৌজান নামৰ সৰু জান এখনক সোঁপাৰে লয় । ইয়াৰপৰা নৈখন দক্ষিণমুৱা হৈ ১ কিমি ভটিয়াই দক্ষিণ বিলত সোমায় । এইখন বিলতে কুৰৱীজান আহি পৰিছে । চামপৰা নৈ দক্ষিণ বিলৰ মাজেদি দক্ষিণলৈ আহি

ক্ৰমে চলা বিল, চৰণ বিল, বৰকলীয়া বিল আদি কেইবাখনো বিলৰ মাজেদি প্ৰায় ৬ কিমি পথ বৈ আহি সোৱণশিৰি নৈৰ এটা সুঁতিত পৰেহি। উল্লেখযোগ্য যে সোৱণশিৰিৰ এই সুঁতিটোৰ নামো চামপৰা সুঁতি।

জীয়াঢল/চামপৰা নৈখনৰ দৈৰ্ঘ্য ১১৮ কিল'মিটাৰ। নৈখনৰ অৱবাহিকাই অৰুণাচলত ৩৫৪ আৰু অসমত ৯৩৭ বৰ্গ কিল'মিটাৰ এলেকা আগুৰি আছে। নৈখনেদি প্ৰৱাহিত পানীৰ পৰিমাণ প্ৰতি ছেকেণ্ডত (বিভিন্ন বছৰৰ গড় হিচাপত) ৪৮ৰ পৰা ১২৬ ঘনমিটাৰ।

**৪৯.২.১. কুমটীয়া/জীয়াঢল:** আগতে বৰ্ণনা কৰা জীয়াঢল বা কুমটীয়া নৈৰ দক্ষিণত সেইখনৰপৰা পৃথককৈ আন এখন নৈ ভৈয়ামত উৎপত্তি হৈ দক্ষিণ দিশত বৈ আহিছে। এইখন নৈকো জীয়াঢল বুলিয়েই জনা যায়। পূৰ্বোক্ত জীয়াঢল নৈৰ জলভাগ পাহাৰৰপৰা আহি পাদদেশত এক বিশাল পলস ত্ৰিভুজৰ ভিতৰত সোমায়। পলস ত্ৰিভুজৰ শিল-বালিৰ মাজেদি সেই জলভাগ সৰকি আহি নামনিত জৰণি পানীৰূপে ওলাই দক্ষিণৰ নৈখন সৃষ্টি হৈছে। এসময়ত প্ৰকৃত জীয়াঢল নৈখন এই দিশেদি বৈ আহিছিল বাবে জীয়াঢল বা জীয়াঢল বা কুমটীয়া নামটো এইখন নৈৰ ক্ষেত্ৰতো বাহাল থাকিল।

থেকজুৰি, জীয়াঢল, দীঘলগৰা নামৰ ঠাইৰ আশে-পাশে জৰণি পানীৰপৰা ওলোৱা কেইবাখনো জান একেলগ হৈ দক্ষিণ-পশ্চিম দিশত বৈ আহিছে। নৈখনে বৰদলনিৰ ৪ কিমি পূবত দিহিঙীয়া গাঁৱৰ ওচৰত ৰে'লপথ আৰু ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ বৰ্তমান কুমটীয়া নৈ নাম লোৱা দেখা যায়; ৰে'লপথৰপৰা ২ কিমি দক্ষিণলৈ আহি নৈখন বৰ দলনিৰ দক্ষিণৰ গোহাঁই গাঁৱত এটা সুঁতি সোঁপাৰে ফাটি গৈ পশ্চিমৰ ন নৈত পৰেগৈ। বাকী ভাগে দক্ষিণ-পূবলৈ ঘূৰি ৪ কিমি বাট বৈ আহি কেচুৱেখনা নৈক বাঁওপাৰে লগত লয়। নৈখন একেদিশতে আৰু আঢ়ৈ কিমি আহি আকৌ দুভাগ হয়। এভাগ বাঁওপাৰে ফাটি গৈ কড়া নৈত পৰেগৈ। মূল ভাগটো কুমটীয়া নৈ নামেৰে দক্ষিণ-পশ্চিম দিশত বৈ আহে। বাটত পশ্চিমৰ গুৱাখালি, দীঘলী চলা আদি বিলৰপৰা অহা জান এখন সোঁপাৰে লৈ ঘিলামৰা নগৰৰ পূবেদি আহি কড়া নৈত পৰে।

**৫০.১. চামপৰা সুঁতি:** ঘিলামৰাৰপৰা ৯ কিমি পশ্চিমৰ সোৱণশিৰি নৈৰ বাঁওপাৰৰ ইদত গাঁৱত চামপৰা নামৰ এটা সুঁতি সোৱণশিৰিৰপৰা ফাটি দক্ষিণলৈ বৈ আহিছে। সুঁতিটো টকৌ গাঁও, লমৌ চুক আদি ঠাইৰ কাষেদি ১০ কিমি বৈ আহি চামপৰ গাঁৱত সোঁপাৰে এটা পুৰণা সুঁতি এৰে। এসময়ত চামপৰাই এই পুৰণা সুঁতিয়েদি দক্ষিণ-পশ্চিমলৈ গৈ বেৰেজিয়া কাঠগাঁৱত সোৱণশিৰিত পৰিছিলগৈ। বৰ্তমান চামপৰা গাঁৱতে সুঁতিটোৱে দাধিং জান আৰু বৰকলীয়া বিলৰপৰা অহা চামপৰা নৈৰ (জীয়াঢল) জলভাগ বাঁওপাৰে গ্ৰহণ কৰে। চামপৰা নৈক লৈ চামপৰা সুঁতিয়ে আৰু ৩ কিমি দক্ষিণলৈ আহি বৰঝুল, হুলেং আদি বিলৰপৰা অহা বলাহীজানক বাঁওপাৰে লয়। ইয়াৰপৰা সুঁতিটো আঢ়ৈ কিমি ভটিয়াই বেৰেজিয়া-চকুৱাখনা পথ পাৰ হয়। পথ পাৰ হৈ ই আৰু আঢ়ৈ কিমি আহি ওভোটা গাঁৱত মাখনীজান আৰু ওভোটাজানক সোঁপাৰে লগত লয়। ইয়াৰপৰা দক্ষিণ-পূবমুৱা হৈ আৰু ২ কিমি ভটিয়াই চামপৰা সুঁতি কড়া নৈত পৰে। উপৰোক্ত বলাহীজানখন বৰকলীয়া বিলৰ মাজেদি চামপৰা সুঁতিৰ লগত আৰু আনফালে চাকুলি বিলেদি কড়ানৈৰ লগত সংযোজিত হৈ আছে বাবে বলাহী জানেদিও চামপৰাৰ কিছুপানী কড়ালৈ আহে।

## ৫০. সোৱণশিৰি:

ব্ৰহ্মপুত্ৰৰ সৰ্ববৃহৎ উপনৈ। নৈখনৰ প্ৰাচীন নাম স্বৰ্ণদী। অতীজত সোৱণশিৰিৰ বালিৰপৰা স্বৰ্ণ বা সুবৰ্ণ কমোৱা হৈছিল বাবেই নৈখনৰ সেই নাম হৈছে। সোৱণশিৰি নৈৰ উৎপত্তি স্থান তিব্বত হিমালয়ৰ উত্তৰ ঢালত। সেয়েহে বোধকৰোঁ অতীজত তিব্বতৰ চাংপো নৈখন হিমালয় পাৰ হৈ সোৱণশিৰি হিচাপে দক্ষিণলৈ অহা বুলি ভবা হৈছিল। ১৮৭৪ চন মানলৈকে সোৱণশিৰিৰ বৃহৎ কলেৱৰ আৰু জলপ্ৰৱাহৰ পৰিমাণলৈ লক্ষ্য ৰাখি উত্তৰৰ চাংপোখন অসমত সোৱণশিৰি নে দিহাং তাকলৈ বাদ-বিবাদ চলি আছিল। কাৰণ অটব্য অৰণ্য আৰু দুৰ্গম পৰ্বত ভেদি, দুয়োখন নৈৰ উহ উলিওৱাটো তেতিয়া সম্ভৱপৰ হোৱা নাছিল। ১৮৭৭ চনত কেপ্টেইন উদগ্ৰুপ নামৰ এজন ব্যক্তিয়ে সোৱণশিৰিৰ উজনি অংশৰ পৰ্বতৰ মাজেদি অভিযান চলাই সোৱণশিৰিখন যে চাংপো নহয় সেইটো নিশ্চিত কৰে।

সোৱণশিৰি নৈৰ আগলি নৈখনৰ নাম লকংচু। এইখন নৈ তিব্বতৰ পোৰোম শৃংগৰ (৫০৫৯ মিটাৰ) পশ্চিমে ওলাইছে। ইয়াৰপৰা চাংপো নৈলৈ মাত্ৰ ৩১ কিমি বাট। তদুপৰি চাংপোৰ উপনৈ ট্ৰুলংচু আৰু লকংচুৰ মাজৰ ব্যৱধান মাত্ৰ ৫ কিমি। লকংচুখন প্ৰথমে ৩৫ কিমি পশ্চিমমুৱা হৈ আহি দক্ষিণলৈ ঘূৰে। নৈখন সেই

দিশত ১৫ কিমি আহি চৰ চু নাম লয় আৰু তাৰপাছত দক্ষিণ পূব-মুৰা হৈ ৮৫ কিমি আহি ভাৰত-চীন সীমাৰ ওচৰত চায়ল চু নৈক সোঁপাৰে লয়। চায়ল চু নৈখনৰ কেইবাখনো উপনৈ আছে। ইহঁতৰ মাজত থকা বিস্তীৰ্ণ চিৰতুষাৰ ক্ষেত্ৰৰপৰা প্ৰচুৰ পৰিমাণৰ পানী নিৰ্গত হয়।

চায়লচুক লোৱাৰপৰা নৈখন আৰু ৮ কিমি পথ পূবমুৱাহৈ আহি অৰুণাচল প্ৰদেশত সোমায়। আন্তৰ্জাতিক সীমাৰপৰা ১৭ কিমি আহি নৈখনে য়ুমে চুক নৈক বাঁওপাৰে লয়। তাৰপৰা পূবমুৱা হৈ আৰু ৪০ কিমি আহি বাঁওপাৰে ছিদ্ৰী চু নৈক লগত লৈ ক্ৰমাৎ দক্ষিণ-পূব-মুৱা হয়। ইয়াৰপৰা নৈখনে সোৱণশিৰি নাম লয় আৰু এইদৰে ৩৫ কিমি আহি দক্ষিণমুৱা হয়। এই দিশত ২০ কিমি আহি সোৱণ-শিৰি নৈ দাপৰিজো চহৰৰ কাষ পায়। দাপৰিজোৰপৰা দক্ষিণ-পূব দিশত ৩৫ কিমি আহি নৈখন ঘূৰি দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে ৭ কিমি আহি সোৱণশিৰিয়ে নিজৰ অন্যতম প্ৰধান উপনৈ কমলা নৈক সোঁপাৰে লয়। একেদিশত আৰু ৪ কিমি ভটিয়াই নৈখন দক্ষিণ-পূবমুৱা হয়। এনেকৈ ৫ কিমি আহি পুনৰ দক্ষিণ-পশ্চিমমুৱা হৈ পোন বাটেৰে ১৮ কিমি আহি সোৱণশিৰি নৈ অসম-অৰুণাচলৰ মাজৰ সীমাত সোমায়। এই সীমাত চিপু নৈ আহি সোৱণশিৰিত পৰে।

চিপুনৈক লোৱাৰপৰা সোৱণশিৰিখনৰ সোঁপাৰে অৰুণাচলৰ নিম্ন সোৱণশিৰি জিলা আৰু বাঁওপাৰে লক্ষীমপুৰ জিলা। উক্ত সীমাৰূপে নৈখনে ২ কিমি পথ দক্ষিণ-পূবমুৱা হৈ আহি ছাচেপ নৈক বাঁওপাৰে লয়। ইয়াৰপৰা নৈখনে ৩ কিমি আহি গায়ুংনৈ আৰু ডেৰ কিমি আহি পাভনৈক বাঁওপাৰে লৈ এটা ক্ষুদ্ৰ জলপ্ৰপাত পাৰহৈ দক্ষিণমুৱা হয়। এনেকৈ ওখ পাহাৰৰ মাজেদি চাৰে চাৰি কিমি আহি পাদ-দেশৰ গেৰুকামুখত গেৰুকা নৈক বাঁওপাৰে লয়। এই ঠাইতে সোৱণশিৰিত বান্ধ দিয়াৰ বাবে জৰীপ কাৰ্য্য সমাপ্ত কৰা হৈছে। গেৰুকামুখত ব্ৰহ্মপুত্ৰ আয়োগৰ পৰিত্যক্ত নগৰ নদীৰ বাঁওপাৰে বিদ্যমান। গেৰুকামুখতে নৈখন সম্পূৰ্ণকৈ অসমত সোমায়।

পাদদেশতে নৈখনে এটা ক্ষুদ্ৰ জলপ্ৰপাত পাৰ হৈ ক্ৰমানুয়ে বহল হ'বলৈ ধৰে। মাজত চৰ-চাপৰি পেলাই নৈখন প্ৰথমে দুটা সুঁতিৰে দক্ষিণলৈ বৈ আহিব ধৰে। পাছলৈ এই সুঁতিহাল আৰু বিভক্ত হৈ চাৰিটা বা পাঁচটা হয় আৰু দুয়োকাষে বিয়পি এটা ত্ৰিভুজৰ আকৃতি লয়।



গেৰুৱামুখৰপৰা সম্পূৰ্ণ সমতলেদি সোৱণশিৰিখন ১ কিমি ভটিয়াই তেলি নৈ নামৰ এখন সৰু জান আৰু ডেৰ কিমি ভটিয়াই দিৰপাই নৈ দুয়োকে বাঁওপাৰে লয়। দিৰপাইখন এখন ডাঙৰ নৈ, ই অসমৰ লক্ষীমপুৰ জিলাৰ ভিতৰৰ পাহাৰত ওলাই দক্ষিণ-পশ্চিম দিশত পাদদেশৰ কাষেদি বৈ আহিছে। দিৰপাইক লোৱাৰ পাছত ডেৰ কিমি নামনিত চাউলধোৱা নৈ আহি সোৱণশিৰিৰ বাঁওপাৰে পৰে। এই ঠাইৰ পোনে পোনে বিপৰীত পাৰে দুলুংমুখত দুলুং নৈ আহি সোৱণশিৰিৰ সোঁপাৰে পৰে। দুলুংখন এখন শিলাময় নৈ, ই আপাটানি লোক অধ্যুষিত অঞ্চলত ওলাই দুলুং সংৰক্ষিত বনৰ উত্তৰেদি অস-মৰ লক্ষীমপুৰ জিলা আৰু অৰুণাচলৰ নিম্ন সোৱণশিৰি জিলাৰ মাজৰ সীমাৰূপে পূব দিশত বৈ আহিছে। এইছোৱা পথত সোৱণশিৰি-খন প্ৰায় ২ কিমি বহল। দুলুংমুখৰপৰা ডেৰ কিমি আহি সোৱণ-শিৰিয়ে কইলা নৈক সোঁপাৰে লয়। তাৰপাছত সোৱণশিৰি নৈয়ে পথালিপাম চাহ বাগিছাৰ পূব সীমাইদি সামান্য দক্ষিণ-পশ্চিমমুৱা হৈ আৰু ৪ কিমি আহি চাউলধোৱা ঘাটত ৰে'লপথ আৰু ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথ অতিক্ৰম কৰে।

১৯৫০ চনৰ আগতে সোৱণশিৰিখন বৰ্তমানৰ চাউলধোৱা ঘাটৰ-পৰা প্ৰায় ৫ কিমি পূবৰ বৰ্তমানৰ ঘাইপথৰ কাষৰ মিলনপুৰৰ ওচৰেদি বৈছিল। বৰভুঁইকঁপৰ পাছত নৈখনে পূৰ্বৰ পথালিপাম বাগিছা, গেৰগেৰি আদি গাঁওবোৰ খহাই নিয়ে আৰু পূৰ্বতে দক্ষিণ-পূবমুৱা হৈ বোৱা নৈখন তেতিয়াৰপৰা দক্ষিণ-পশ্চিমমুৱা হয়। পূৰ্বৰ সোৱণশিৰিৰ অৱশিষ্টৰূপে এতিয়া মৰা সোৱণশিৰি জানখন এই ঠায়েদি বৈ আছে।

চাউলধোৱা ঘাটৰপৰা দক্ষিণমুৱা হৈ ৬ কিমি আহি কৰকানি কছাৰী গাঁৱত নৈখন দুভাগ হয়। মূল নৈখন দক্ষিণ-পূবলৈ আৰু এটা নতুন সুঁতি দক্ষিণ-পশ্চিমলৈ আহে। বিভক্ত হোৱা ঠাইতে ৰূপানী গাঁৱত মূল নৈখনৰ বাঁওপাৰে এখন জান পৰিছে। ইয়াৰপৰা সোৱণশিৰি নৈখন ৩ কিমি আহি পিৰিকা গাঁৱত আগতে উল্লেখ কৰি অহা মৰা সোৱণশিৰি নৈক বাঁওপাৰে লয়। মৰা সোৱণশিৰিখনত গোগামুখ চহৰৰ কাষেদি অহা চাউলধোৱা সুঁতি আৰু গমাৰিজান আহি পৰিছে। সোৱণশিৰি নৈখন এইদৰে ৬ কিমি বাট দক্ষিণ-পূব মুৱা হৈ আহি ইদত গাঁও পায়। ইয়াতে নৈখনৰ এটা সৰু সুঁতি বাঁওপাৰৰপৰা ফাটি দক্ষিণলৈ বৈ গৈ চামপৰা সুঁতি হয়। ইদত গাঁৱৰ

বিপৰীত পাৰে পূৰ্বতে ঘিলাপুখুৰীৰ উত্তৰেদি বৈ অহা বিখ্যাত ঘূণাসুঁতিটোৰ অৱশিষ্ট এতিয়াও দেখা যায়। ইদত গাঁৱৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। এইদ:ৰ নৈখন ৫ কিমি আহি ঘাগৰমুখ পাটিৰ গাঁৱত কৰকাণিত ফাটি যোৱা নিজৰ শাখাটোক সোঁপাৰে লগ কৰে।

ইফালে কৰকাণিত ভাগ হোৱা শাখা সুঁতিটো দক্ষিণ-পশ্চিমমুৱা হৈ ২ কিমি আহি শিংগুৰি গাঁও পায়। ইয়াৰপৰা সুঁতিটো ৪ কিমি ভটিয়াই ভীমপৰাৰ ওচৰত ঘাগৰ নৈক সোঁপাৰে লগত লয় (১৯৭০ চন) আৰু ঠাইতে থকা ভীমপৰা বিলৰো লগ লাগে। এই ভীমপৰা অঞ্চলতে বাৰিষা কালত নিচেই ওচৰৰ বগী নদীৰপৰাও চল আহি সোৱণশিৰিৰ সুঁতিটোত পৰেহি। ঘাগৰ নৈখন এসময়ত ভীমপৰাৰ পৰা আৰু দক্ষিণলৈ বৈ গৈছিল। সোৱণশিৰিৰ সুঁতিয়ে পশ্চিমলৈ বাট বুলি ভীমপৰাত ঘাগৰক গ্ৰাস কৰে। গতিকে ঘাগৰৰ নামনি অংশ ভীমপৰাৰ পৰা ৩ কিমি দক্ষিণত সোৱণশিৰিৰপৰা ফাটি এটা সুঁতিৰদৰে বৈ যোৱা দেখা যায়। ইয়াৰ পাছত সোৱণশিৰিৰ সুঁতিটো গেৰেকীয়া গাঁৱৰপৰা দক্ষিণ-পূবমুৱা হৈ ৫ কিমি ভটিয়াই মূল সুঁতিৰ লগ লাগে। [পৰৱৰ্তী সময়ত (১৯৯০) উপগ্ৰহৰপৰা লোৱা ছবিৰপৰা দেখা গৈছে যে সোৱণশিৰিৰ দক্ষিণ-পশ্চিমমুৱা সুঁতিটো একেবাৰে দুৰ্বল হৈ পৰিছে আৰু ঘাগৰ নৈখনে ইয়াৰ গ্ৰাসৰপৰা মুক্ত হৈ অতীজৰ পথেদি দক্ষিণলৈ বৰলৈ লৈছে।]

পাটিৰ গাঁৱৰপৰা সোৱণশিৰিখনক ঘূণাসুঁতি নামেৰেও জনা যায়। তাৰপৰা ২ কিমি নামনিত আকৌ এটা সৰু সুঁতি নৈৰপৰা ফাটি সোৱণশিৰি নামেৰে দক্ষিণ-পূবলৈ আহে। ই বাটতে তিনিচুকীয়া বিলৰপৰা অহা এখন জান লগত লৈ হাতীয়েমৰা গাঁৱত পুনৰ মূল নৈখনৰ লগ লাগে। ঘূণাসুঁতি বা মূল নৈখন দক্ষিণ-পশ্চিমলৈ আহি বাটত লুপৰাজান, নুমলীজান আৰু বেহানী জানক সোঁপাৰে লৈ হাতীয়েমৰা গাঁৱত সিটো সুঁতিৰ লগ লাগে। পাছে সামান্য দক্ষিণলৈ আহি দুয়োটা সুঁতি আকৌ পৃথক হৈ পৰি আগৰদৰে ঘূণাসুঁতি আৰু সোৱণশিৰি নামেৰে বৰলৈ লয়। সোৱণশিৰি নামৰ সুঁতিটো আৰা বিলৰ কাষেদি আৰু ৪ কিমি আহি বেবেজিয়াত এৰাসুঁতি জানক সোঁপাৰে লগ কৰে আৰু দক্ষিণ-পশ্চিমলৈ ঘূৰি ৩ কিমি আহি আয়েংগিয়াত ঘূণাসুঁতিত মিলেহি। ইফালে ঘূণাসুঁতিয়ে হাতীয়েমৰা গাঁৱৰপৰা আঢ়ৈ কিমি আহি চলাজানক সোঁপাৰে লৈ ঘূণাসুঁতি গাঁও



পায়। চলাজানৰ উপনৈ চলেপেতিজান। ঘূণাসুঁতি গাঁৱৰপৰা ই ২ কিমি ভটিয়াই উক্ত সোৱণশিৰি সুঁতিৰ লগ হয়।

দুয়ো সুঁতি একেলগ হৈ সোৱণশিৰি নামেৰে ডেৰ কিমি ভটিয়াই দাম্বুকীয়া পাওঁতে ইয়াৰ সোঁপাৰৰপৰা দাম্বুকীয়া জান নামৰ এক সুঁতি ফাটি আঁতৰি যায়। তাৰপৰা দক্ষিণ দিশত ৬ কিমি আহি লাটুম পাব হৈ বাঘমৰা বিলৰ ওচৰত নৈখন আকৌ দুভাগ হয়। এভাগ জেংৰাই নৈ নামেৰে দক্ষিণমুৱা হৈ চাৰেপাঁচ কিমি আহি খেৰকটীয়া সুঁতিত পৰে। মূল নৈখন বাঘমৰাবপৰা দক্ষিণ-পশ্চিমমুৱা হৈ সপিল পথেৰে আঢ়ৈ কিমি আহি উত্তৰৰ ধুৱানকুৱা আৰু মৰা বিলৰ মাজেদি অহা পূৰ্বোক্ত দাম্বুকীয়া জানক সোঁপাৰে লগ কৰে। এই ঠাইতে চলা আৰু বৌমাৰী বিলৰপৰা অহা এখন জান আৰু ধুলিদুৱাৰ নৈখনো আহি সোৱণশিৰিৰ সোঁপাৰে পৰেহি। ধুলিদুৱাৰ নৈখন প্ৰথমে বাঘমৰা মিচিংগাঁৱৰ ওচৰত বামুণীজান গাঁৱৰপৰা বামুণীজান নামেৰে দক্ষিণলৈ আহি ধুলিদুৱাৰ বিলৰ মাজত সোমাই ধুলিদুৱাৰ নৈ নাম লয়। নৈখনে বাটত বালিবটা জানক লৈ দক্ষিণলৈ আহি শোৱণশিৰিত পৰে।

ধুলিদুৱাৰক লৈ সোৱণশিৰিখন দক্ষিণ-পশ্চিমমুৱাহৈ ৩ টা ভাঁজত বেঁকা পথেৰে ১৭ কিমি কিন্তু পোন জোখেৰে মাত্ৰ ৭ কিমি আহি বালিগাঁৱৰ বিপৰীত পাৰে চন্দ্ৰপুৰৰ পূবত ঘাগৰ নৈক সোঁপাৰে লগত লয়। ইয়াৰপৰা একে দিশত ৬ কিমি ভটিয়াই কুঢ়ী দুৱাৰত নৈখন আকৌ দুভাগ হয়। এভাগ খাবলি সুঁতি নামেৰে দক্ষিণ-পশ্চিমলৈ যায় আৰু আনভাগ সোৱণশিৰি নামেৰে পূবলৈ আহে। এই সোৱণশিৰিখন পূবমুৱা হৈ ৪ কিমি আহি নআলি বিলৰপৰা অহা জান এখন লৈ দক্ষিণলৈ ঘূৰে। এনেকৈ ই ৩ কিমি আহি ডফলাকটা গুটিগাঁও পায়। ইয়াৰপৰা ১ কিমি দক্ষিণ-পশ্চিমলৈ আহি ডফলাকটা বিলৰ কাষত নৈখন খেৰকটীয়া সুঁতিত পৰে। সোৱণশিৰিখন খেৰকটীয়া সুঁতিত পৰাৰপৰা ইয়াক লোহিত আৰু সোৱণশিৰি দুয়োটা নামেৰে জনা যায়। এইখন পশ্চিম-দক্ষিণমুৱাহৈ ৭ কিমি আহি গড়মূৰ পায়। গড়মূৰৰপৰা প্ৰায় পশ্চিমদিত ১০ কিমি ভটিয়াই খাবলি সুঁতিক লগত লৈ সোৱণশিৰি নৈ নাম লয়।

ইফালে খাবলি সুঁতিটোৱে সোৱণশিৰিপৰা ফাটিয়েই খাবলি নৈক সোঁপাৰে লগত লয়। এই খাবলি নৈখন প্ৰথমে ঘাগৰ নৈৰপৰা ফাটি গেদেৰা, ৰণটিজান আৰু মূদৈ বিলৰ মাজেদি আহি কুঢ়ীদুৱাৰত সোৱণশিৰিৰ সুঁতিত পৰা বাবে সুঁতিটোৰ নামো খাবলি সুঁতি হৈছে।

খাবলিক লৈ সুঁতিটো দক্ষিণ-পশ্চিমমুৱা হৈ 4 কিমি আহি এটা ফোঁৰ ঘাট পায়। তাৰপৰা ২ কিমি আহি ই ৰঙা নৈক সোঁপাৰে লগত লৈ ৰঙা নৈ নাম লয়। ৰঙা নৈ নামেৰে কিছু দূৰ আহি লোহিত বা সোৱণশিৰিত পৰে।

লোহিত বা সোৱণশিৰিখন তাৰপৰা পশ্চিম-দক্ষিণমুৱা হৈ বাটত এখন সুকীয়া ৰঙা নৈ, জীয়া দিক্রং, মৰা দিক্রং আদি নৈক লৈ আৰু আৰিমৰা নৈ নামৰ এক সুঁতিক এৰি প্ৰায় ৩০ কিমি আহি পিছলা চাপৰিৰ পশ্চিমৰ সোৱণশিৰিমুখত মূল ব্ৰহ্মপুত্ৰৰ লগ লাগেহি। উল্লেখযোগ্য যে এসময়ত ব্ৰহ্মপুত্ৰৰ মূল ধাৰাটো লোহিত নামেৰে খেৰকটীয়া সুঁতিয়েদি বৈছিল। মাজুলী উৎপত্তি হোৱাৰ পাছত এই লোহিত সুঁতি ক্ৰমান্বয়ে দুৰ্বল হৈ পৰে। বৰ্তমান খেৰকটীয়া বা লোহিত সুঁতিৰ মুখখন টেকেলিফুটাৰ ওচৰত ভেটি দিয়া হৈছে বাবে ইয়াৰ লগত ব্ৰহ্মপুত্ৰৰ সংযোগ বিচ্ছিন্ন হৈছে। গতিকে খেৰকটীয়া সুঁতিটো এতিয়া সোৱণশিৰিৰ উপনৈৰ দৰেহে হৈ পৰিছে।

সোৱণশিৰি নৈখন প্ৰাচীন কালৰপৰা সোণৰ বাবে প্ৰসিদ্ধ। নৈখন ভৈয়াম পোৱাৰ পিছতে ৰাজগড় আলি নামৰ এক সুপ্ৰাচীন বাট পাৰ হৈ আহিছে। কথিত আছে যে এই বাটেদিয়েই ব্ৰজৰ শ্ৰীকৃষ্ণই বিদৰ্ভ কন্যা ৰুক্মিনীক হৰি নিছিল। সেইবাবেই হয়তো এই অঞ্চলৰ আদিবাসীসকল গোৱাল সম্প্ৰদায়ৰ লোকৰ প্ৰতি এতিয়াও খৰ্গহস্ত। ভৈয়ামত সোমাই এসময়ত নৈখন সপিল পথেৰে বৈছিল যদিও এতিয়া নৈখন চেলাজৰী গঠা ধৰণৰ। নদীৰ বুকু বালি আৰু ক'লা ৰঙৰ অভ্ৰৰে ভৰা। উজনী অংশত নদীৰ বুকত সৰু-বৰ শিল দেখা যায়। বাৰিষা নৈখন ফেনে ফোটোকাৰে বাঢ়ি প্ৰায়ে বানপানীৰ সৃষ্টি কৰে। পাহাৰৰ ৰঙামাটি মিহলি হৈ বাৰিষা পানীৰ বৰণ গেৰুৱা হৈ পৰে যদিও খৰালি নৈখনৰ পানী বৰ নিৰ্মল।

১৯৫০ চনৰ ভূঁইকঁপৰ ফলত নৈখনৰ বিৰাট পৰিবৰ্তন ঘটে। এই ভূঁইকঁপৰ বাবে উজনিৰ চিপোমুখত পাহাৰ খহি এটা বান্ধ সৃষ্টি কৰাৰ বাবে নদীখনৰ পানী আৱদ্ধ হৈ পৰিল। নামনিত সোৱণশিৰিৰ বুকুশুকাই মাছ-কাছ ওলাই পৰিল। তেতিয়া পথালিপাম চাহ বাগিচাৰ ইউৰোপীয় পৰিচালকজনে উৰাজাহাজেৰে গৈ নদীৰ বান্ধটো পৰীক্ষা কৰি আহে। সেই বান্ধ যি কোনো মুহূৰ্ততে ভাগি প্ৰবল বানপানী হ'ব বুলি পাৰৰ ৰাইজক সাৱধান বাণী শুনোৱা হ'ল। পাৰৰ ৰাইজ ভাগি গ'ল যদিও তিনি দিনলৈ বানপানী নহাত ৰাইজৰ



বিৰিকতি লাগি গাঁৱলৈ উভতিল। সেই দিনা দুপৰ নিশা ধমহ্ ধমহ্ শব্দ হ'ল। পানীৰ ৰাৱত কাণ ফাটোঁ ফাটোঁ হ'ল। 'পানী আহিল ঔ' বোলোতেই এবুকু-এডিঙি হৈ থাউনি নোপোৱা হ'ল। প্ৰত্যক্ষ দৰ্শীৰ মতে এই বানত ভলুকা বাঁহৰ আগ তল গৈছিল। দুলুংমুখ, খেৰবাৰি, ন আলি, বালিজান, থেকেৰাগুৰি, উৰিয়ামগুৰি, গেৰগেৰি, আদি শুৱনী বহগাঁওবোৰ পলস আৰু বালিত পোত খালে। গেৰগেৰিৰ পুৰণি মানুহৰ ঘৰত হেনো তাহানিৰ সোণ কমোৱা সঁজুলিবোৰ আছিল, সেইবোৰেৰে সৈতে গাঁওখন ধুই নিলে।[১৬] এই বানপানীয়ে পেলোৱা গেদৰ বাবে নৈখনৰ প্ৰভুত পৰিবৰ্তন ঘটিল। সোৱণশিৰিখন প্ৰায় ২০০ বছৰ আগতে বৰ্তমানতকৈ কিছু পূব পিনে বৈ খেৰকটীয়া সুঁতিত পৰিছিলগৈ বুলিও কথিত আছে।

সোৱণশিৰিৰ অৱবাহিকাৰ মুঠ কালি ৩৭০০০ বৰ্গ কিল'মিটাৰ। ইয়াৰে ১০,০০০ বৰ্গ কিমি অসমৰ ভিতৰত পৰে। চাউলধোৱা ঘাটত লোৱা জোখ মতে নৈখনেদি প্ৰবাহিত হোৱা জলৰ সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ প্ৰতি ছেকেণ্ডত যথাক্ৰমে ১৮,৭৯৯ আৰু ১৩০ ঘন মিটাৰ। নৈখনৰ মুঠ দৈৰ্ঘ্য ৫২০ কিমি। নদীখনৰ বুকুৰ ঢাল পাদদেশত প্ৰতি কিল'মিটাৰত ৬০ চেণ্টিমিটাৰৰপৰা নামনিলৈ ক্ৰমান্বয়ে হ্ৰাস পাইছে। ব্ৰহ্মপুত্ৰ আয়োগৰ তথ্য মতে গেৰুকামুখত সাজিব লগা ২৪০ মিটাৰ ওখ আৰু ৬১০ মিটাৰ দীঘল বান্ধটোৰপৰা বছৰি ১৯৬৪ মেগাৱাট বিদ্যুৎ পাব পৰা যাব। তদুপৰি ইয়াৰ বাবে লক্ষীমপুৰ জিলাত বানপানীও নিয়ন্ত্ৰণ কৰাটো সম্ভৱ হ'ব।

## সোৱণশিৰিৰ প্ৰধান উপনৈ

**৫০.২. ঘাগৰ নৈ ঃ** সোৱণশিৰিৰ সোঁপাৰৰ প্ৰধান উপনৈখন হ'ল ঘাগৰ নৈ। নৈখন পথালিপাম চাহবাগিছাৰ মাজত ওলাই আনন্দ বাগিছাৰ মাজেদি দক্ষিণমুৱা হৈ ৩ কিমি বৈ আহি ৰূপহীজান নামেৰে দক্ষিণ-পশ্চিমমুৱা হয়। আনন্দ বাগিছাৰ কাষতে জানখনে ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ উক্ত দিশত পথৰ সমান্তৰালকৈ ৩ কিমি ভটিয়াই চিলাজানক সোঁপাৰে লয়। চিলাজানৰ উপনৈ কান্দুলিজান। তাৰপৰা নৈখনে ঘাগৰ নৈ নাম লয় আৰু ডেৰ কিমি আহি কণা নৈক সোঁপাৰে লয়। কণা নৈখন প্ৰায় অনবৰত শুকান হৈ থাকে, কাৰণ ইয়াৰ পানী নদীৰ বুকুত থকা শিলগুটিৰ ফাঁকেৰে তলেদি বৈ যায়। সেয়েহে নৈখনৰ নাম কণা নৈ। কণা নৈ লৈ

আধা কিমি ভটিয়াই বাঘিনীজানক সোঁপাৰে লৈ নৈখন দক্ষিণমুৱা হয়। তাৰপৰা ই ১ কিমি আহি বাঘজান আৰু সামান্য ভটিয়াই সৰু দিৰজু নলা দুয়োকে ঘাইপথৰ ওচৰতে সোঁপাৰে লয়। সৰু দিৰজুৰ উপনৈ ছিয়া নৈ। ইয়াৰপৰা নৈখন ১ কিমি ভটিয়াই পদুমনি নৈক সোঁপাৰে লয়। পদুমনি নৈৰ পাৰত ঘাই পথৰ কাষত পদুমনি থান আৰু প্ৰমোদ উদ্যান। তাৰপাছত ঘাগৰ নৈ এক জলাহ ঠাইৰ মাজেদি দক্ষিণ-পূবমুৱা হৈ বৈ আহে। এইদৰে ৬ কিমি আহি ভীমপৰা পায়। এসময়ত ঘাগৰখন এই ঠাইতে সোৱণশিৰিৰ এটা সুঁতিৰদ্বাৰা অপহৃত হৈছিল যদিও ১৯৭০ চনৰ পাছত ই পুৰণা বাটটোৰেই বৰলৈ লৈছে। এই ঠাইতে বালিজান নামৰ এখন জান উত্তৰা-দক্ষিণাকৈ থকা বৃহদাকাৰৰ ভীমপৰা বিলৰ মাজেদি আহি ঘাগৰত পৰিছেহি। এই ভীমপৰা বিললৈকে সৰু দিৰজু নৈ আৰু বগী নদীৰ একাংশও বৈ আহিছে।

ভীমপৰাৰপৰা নৈখন দক্ষিণ দিশত ৪ কিমি আহি চুতীয়া পাম নামৰ ঠাই পায়। ইয়াতে নৈখন পূবমুৱা হৈ ২ কিমি পথ আহি টেপৰদঙা বিলৰ ওচৰত পুনৰ দক্ষিণমুৱা হয়। এইদৰে ই ৫ কিমি বাট কদম সংৰক্ষিত বনৰ মাজেদি আহি দঙা নৈক বাঁওপাৰে লয়। তাৰপৰা ডেৰ কিমি আহি নৈখন পশ্চিমমুৱা হয়। এনেকৈ ই ১ কিমি আহি কদম নৈক (উজনিত বগী নদী) সোঁপাৰে লগত লৈ এটা ফেৰিঘাটৰ ওচৰৰপৰা আকৌ দক্ষিণমুৱা হয়। এই দিশত নৈখনে ৪ কিমি আহি চল নৈক সোঁপাৰে লয়।

চল নৈক লগত লৈ ঘাগৰখন আৰু ২ কিমি আহি সোমদিৰি নৈক সোমদিৰিমুখত লগ কৰে। তাৰপৰা সপিল পথেৰে দক্ষিণমুৱা হৈ (পোন জোখেৰে) ৮ কিমি ভটিয়াই আহি বালিগাঁৱৰ বিপৰীতে সোৱণশিৰিত পৰেহি। এই শেষৰ পথছোৱাত তিনিখন সৰুজান ঘাগৰৰ সোঁপাৰে পৰিছে। ইহঁতৰ ভিতৰত বুঢ়ী নৈ বা আলোৱা জানখনেই উল্লেখযোগ্য। তদুপৰি এই পথছোৱাতে ঘাগৰ নৈৰ এক শাখা ফাটি পশ্চিমলৈ গৈ গেদেৰা বিলত পৰি পশ্চিমৰ থাবলি নৈৰ লগ লাগেগৈ।

## ঘাগৰৰ উপনৈ

**৫০.২.১. বগী নদী (কদম) :** দুলুং সংৰক্ষিত বনৰ উত্তৰত উৎপত্তি হোৱা দুখন ডাঙৰ জান দক্ষিণমুৱা হৈ বৈ আহি অসমত সোমাই



বগী নদী বন চকীৰ ওচৰত একেলগ হৈ বগী নদী নাম লয়। ইয়াৰপৰা পূবৰ কাষে আৰু পশ্চিমৰ দুলুং সংৰক্ষিত বনৰ মাজেদি নৈখন ৫ কিমি বৈ আহি কৰমবাম নামৰ ঠাইৰ পশ্চিমে ৰে'লপথ পাৰ হয়। ৰে'লপথৰ ওচৰৰপৰা নৈখন দক্ষিণ-পূব দিশত ৩ কিমি আহি ৰতনপুৰ পায়। ইয়াতে নৈখনৰ এভাগ ফাটি পূবমুৱা হৈ বগী নদী চহৰৰ কিছু উত্তৰেদি বৈ গৈ সৰু দিৰজু নৈৰ লগ লাগি ভীমপৰা বিলত পৰেগৈ। আনটো ভাগে দক্ষিণলৈ আহি দীৰ্ঘা নৈক সোঁপাৰে লৈ পূবমুৱা হয়। এনেকৈ নৈখন ২ কিমি আহি নিজৰ নামেৰে নামাকৰণ হোৱা বগী নদী চহৰত সোমায়। চহৰৰপৰা আধা কিমি আহি নদীখন দক্ষিণলৈ ঘূৰে। এই ঠাইতে নৈখনৰ এভাগ পানী এসময়ত (১৯৭০) পোনে পোনে পূবলৈ গৈ ভীমপৰা বিলৰ দক্ষিণত সোৱণশিৰিত পৰিছিলগৈ।

মূল বগী নদীখন তাৰপৰা দক্ষিণলৈ ৪ কিমি আহি বিদিন্না নৈক সোঁপাৰে লয় আৰু এক কিমি ভটিয়াই কাৰৈমাৰী বিলত প্ৰবেশ কৰে। এই বিলতে মিৰি নৈ নামৰ এখন নৈ আহি পৰিছে। মিৰি নৈক উজনিলৈ কদম নৈ বোলে। কদম নৈখন উত্তৰৰপৰা আহি ৫২ নং ৰাষ্ট্ৰীয় ঘাই পথৰ উত্তৰ কাষেদি ২ কিমি বৈ আহি মইনাপাৰত ঘাই পথ পাৰ হৈ দক্ষিণলৈ আহিছে।

বগী নদী কাৰৈমাৰী বিলৰ মাজেদি আঢ়ৈ কিমি আহি কাকৈ নৈক সোঁপাৰে লগত লয়। ইয়াৰপৰা ডেৰ কিমি ভটিয়াই ঘাগৰ নৈৰ এক শুকান সুঁতিক বাঁওপাৰে লৈ চেংমাৰি দলনি নামৰ এক বিশাল জলাহৰ মাজত সোমায়। জলাহৰ মাজেদি দক্ষিণ দিশত ৪ কিমি আহি মহাজন গাঁৱত নিজৰ নাম সলাই কদম নৈ নাম লয়। ইয়াৰপৰা নৈখন উত্তৰ-পূবমুৱা হৈ ৪ কিমি আহি ঘাগৰ নৈৰ সোঁপাৰে পৰে।

## বগী নদীৰ উপনৈ

**২.১.১. কাকৈ নৈ :** অৰুণাচলৰ নিম্ন সোৱণশিৰি জিলাৰ নামনিভাগৰ পাহাৰত ওলোৱা ছিপা আৰু গাংগু নৈ প্ৰত্যেকেই প্ৰায় ৮ কিমি কৈ দক্ষিণ-পূব দিশত বৈ আহি একেলগ হৈ কাকৈ নৈ নাম লৈ অসমত সোমায়। লীলাবাৰী চাহবাগিছাত ৰে'লপথ পাৰ হৈ একেদিশত ১৩ কিমি আহি ৰাষ্ট্ৰীয় ঘাইপথৰ কাষৰ কদম কছাৰী গাঁৱত গাম নৈক বাঁওপাৰে লৈ কাকৈ নৈ ঘাইপথ পাৰ হয়। গাম নৈখন ছিয়াজুলি

আৰু লীলাবাৰী চাহবাগিছাৰ মাজেদি কাকৈৰ সমান্তৰালকৈ বৈ আহিছে। নৈখন ঘাইপথৰপৰা একেদিশতে আৰু ২ কিমি ভটিয়াই কাৰৈমাৰী বিলৰ দক্ষিণত বগী নদীত পৰে।

**৫০.২.২ ঢল নৈঃ** এই নৈখন প্ৰথমে এখন জানৰ ৰূপত লীলাবাৰী বিমানঘাটিৰ উত্তৰফালে ওলাই দক্ষিণ-পূবমুৱা হৈ আহি ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ চেংমাৰি দলনিত সোমায়। তাৰপৰা ওলাই দক্ষিণলৈ আহি ঢল নৈৰ লগত লৈ ঢল নৈ নামেৰে বৈ আহে। বাটত বাঁওপাৰে মহাজান আৰু ঢল নৈ নামৰ ঘাগৰ নৈৰ সুঁতিক আৰু উত্তৰ লক্ষীমপুৰ নগৰৰ দক্ষিণেদি বোৱা খনাজানক সোঁপাৰে লগত লৈ ঘাগৰত পৰে।

**৫০.২.৩ সোমদিৰি নৈঃ** কাকৈ নৈৰ পশ্চিমৰ আৰু ৰঙা নৈৰ উপনৈ জয়হিং নৈৰ পূবৰ ৰঙাজান নামৰ এখন সৰু জান পাহাৰৰ পাদদেশৰ পৰা দক্ষিণলৈ ৰে'লপথৰ পশ্চিমে ইয়াৰ সমান্তৰালকৈ বৈ আহিছে। উত্তৰ-লক্ষীমপুৰ নগৰৰ ওচৰৰ নলকটাত মৰা সোমদিৰি নৈ আহি নৈৰ সোঁপাৰে যোগ হৈছে। তাৰপৰা নৈখনে বোৱালগুৰিত ৰে'লপথ আৰু নগৰৰ ভিতৰত ৰাষ্ট্ৰীয় ঘাইপথ অতিক্ৰম কৰি বাটত গৰীয়াজানক বাঁওপাৰে লয়। তাৰপৰা ৩ কিমি দক্ষিণলৈ আহি খুটাকটীয়াৰপৰা নৈখন দক্ষিণ-পূবমুৱা হৈ বাটত নিজৰ সমান্তৰালকৈ বৈ অহা হাতীলুং বা এলেংমৰা জানক সোঁপাৰে লয়। ইয়াৰ পাছত সোমদিৰি নৈ আজাদ গাঁৱৰ মাজেদি পাৰ হৈ খৰখৰি জানক বাঁওপাৰে লৈ সোমদিৰি-মুখত ঘাগৰত পৰে।

ৰেডৰ মতে তেতিয়াৰ খোমেদিৰি বা সোমদিৰিখন পাহাৰৰপৰা ওলাই বুঢ়াগোহাঁইৰ অধীনৰ গুজলুওৰ মাজেদি আহি সোৱণশিৰিত পৰিছিল। ইয়াৰ আকাৰ দিখৌতকৈও ডাঙৰ আৰু সকলো সময়তে নৌ-পৰিবহনৰ উপযোগী আছিল। সোমদিৰিক চমুকৈ সোমদি বোলে। যদিও বৰ্তমান ঘাইপথৰ পকী দলঙত নৈখনক আধুনিককৈ 'সুন্দৰী' নামেৰে নামকৰণ কৰা দেখা যায়। নৈখনৰ পানী প্ৰায় ঘোলা আৰু ৰঙচুৱা হৈ থাকে।

## ৫১. ৰঙা নৈ

এইখন লক্ষীমপুৰ জিলাৰ সোঁমাজেদি বৈ অহা এখন অতি প্ৰাচীন নৈ। বৈদিক যুগৰ সাহিত্যত এই নদীৰ উল্লেখ পোৱা গৈছে। ঋকবেদত উল্লেখিত ৰসনদী আৰু পাছৰ যুগৰ কালিকা পুৰাণৰ সোমসনা নৈকে বৰ্তমানৰ ৰঙা নৈ বুলি ভবা হয়।[৭]



ৰঙা নৈৰ উৎসস্থল অৰুণাচলৰ নিম্ন সোৱণশিৰি জিলাৰ পশ্চিম সীমাৰ ওচৰৰ খোৰেনপুটু নামৰ এটা ওখ পৰ্বত (২৭° ৩০´, ৯৩·১৬´)। নৈখন নিৰপুং আৰু নিৰকে নামৰ দুখন নৈ মিলি হৈছে আৰু বাটত পেৰিচ নামৰ উপনৈক লৈ পাঁয়ৰ (Panyor) নৈ নাম লৈ প্ৰায় দক্ষিণ-পূবমুৱা হৈ বৈ আহিছে।

নৈখন পাহাৰৰ মাজেদি উত্তৰলক্ষীমপুৰ, কিমিন-জিৰো পথৰ কাষেদি য়াজালিৰ ওচৰৰপৰা বৈ আহে। তাৰপৰা নৈখন বাটত পুৰিপেৰ নৈৰ লগ লাগি দক্ষিণ-পূব দিশত এক পোনপথেৰে আহি পাহাৰৰ নামনিত ওলায়। পাছত নৈখন কুমাচেকি নামৰ ঠাইত উক্ত পথটোৰ কাষৰপৰা আঁতৰি আহে আৰু এইদৰে ১ কিমি আহি জয়হিং নামৰ ঠাইত ৰঙা নৈ নাম লৈ অসমত প্ৰবেশ কৰে। অৰুণাচলৰ ভিতৰত নৈখনৰ দীঘ ৭৫ কিলমিটাৰ।

নৈখন জহিঙৰপৰা কাকৈ সংৰক্ষিত বনৰ পশ্চিম সীমাৰূপে দক্ষিণ-পূব দিশত চাৰে চাৰি কিমি ভটিয়াই আহি দিজু বা কুদ নৈক সোঁপাৰে লয়। কুদ নৈখন অৰুণাচলৰ পাহাৰৰ পৰা আহি কিমিন চহৰত পাঁয়ৰ নামৰ এখন সুকীয়া জান লগত লৈ কিমিন-লক্ষীমপুৰ পথৰ কাষেদি পূবমুৱা হৈ বৈ আহিছে।

কুদ নৈক লোৱাৰ পাছত ৰঙা নৈখন আৰু ডেৰ কিমি পূবলৈ আহি দুভাগত বিভক্ত হয়। এভাগ ইয়াৰপৰা দক্ষিণমুৱা হয় আৰু আনভাগ পূবলৈ আহে। পূবলৈ অহাভাগ ৰঙা নৈ নামেৰে আহি জয়হিং চাহ বাগিছাৰ দক্ষিণেদি অহা এখন জান বাঁওপাৰে লৈ আৰু ১ কিমি ভটিয়াই উক্ত বাগিছাৰ দক্ষিণ সীমাত জয়হিং নৈক বাঁওপাৰে লয়। জয়হিং নৈৰ উপনৈ হ'ল কৈলামাৰী নৈ।

জয়হিঙক লৈ ৰঙা নৈখন দক্ষিণমুৱা হয়। এইদৰে বিল বাগান, গোবৰীহালি আদি ঠাইৰ কাষেদি ৬ কিমি বাট আহি পহুমৰা উজনি মিচিং গাঁৱত নিজৰ আনটো শাখা সুঁতিৰ লগ লাগেহি। ৰঙা নৈৰ আনটো সুঁতিৰ দীঘ ৬ কিমি। এই সুঁতিটোৰ সৈতে দিজু চাপৰিৰ দক্ষিণে পাঁচ নৈ লগ লাগিছে।

ৰঙা নৈৰ দুয়োটা সুঁতি লগ হৈ ডেৰ কিমি আহি ৰূপাৰ জানক সোঁপাৰে লয়। ৰূপাৰ জানৰ উপনৈ ৰঙা জান। এইখন ৰঙাজান কিমিন চহৰৰ দক্ষিণৰ ৰঙাজান সংৰক্ষিত বনৰ মাজত ওলাইছে। ইয়াৰপৰা ৰঙা নৈখন ১ কিমি আহি ৰে'লপথ পাৰ হৈ পহুমৰা গাঁৱত শিঙৰা নৈক সোঁপাৰে লগত লয়। এই শিঙৰা নৈখন ৰঙাজান বনৰ

দক্ষিণেদি বৈ অহা মূল শিঙৰা নৈখনৰ এটা শাখাহে। ই শিঙৰা নামেৰেই ৰামপুৰৰ ওৰাং বন্তীগাঁৱৰ দক্ষিণেদি দক্ষিণ-পূবমূৱা হৈ আহি আটিচুকত ৰে'লপথ পাৰ হৈ ৰঙা নৈত পৰেহি।

শিঙৰা নৈক লৈ ৰঙা নৈ ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। তাৰপৰা নৈখন বাটৰ এৰা নৈ, গেন্ধালী বিল আদি বিলৰ কাষেদি দক্ষিণমূৱা হৈ ৯ কিমি আহি দাম্বুকিয়াল পায়। ইয়াতে নৈখন আকৌ দুটা অসমান শাখাত বিভক্ত হয়। তাৰে সৰু শাখাটো দক্ষিণলৈ যায় আৰু ঘাই শাখাটো বা ৰঙা নৈখন দক্ষিণ-পূব দিশতে ২ কিমি আহি ভেৰেকিৰ ওচৰত দক্ষিণলৈ ঘূৰে। এইদৰে নৈখন চাৰেপাঁচ কিমি ভটিয়াই আহি উজনিত ফাটি অহা শাখাটোক সোঁপাৰে লয়। তাৰপৰা ১ কিমি আহি নৈখনে শালমৰিয়াৰ দাঁতিয়েদি অহা এখন জান খাবলি পমুৱাত সোঁপাৰে লগত লয়। ইয়াৰপৰা ৰঙা নৈখন আঢ়ৈ কিমি বাট ৰজাবাৰী বিলৰ কাষেদি বৈ আহি খাবলি সুঁতিত পৰেহি।

ৰঙা নৈক লগত লোৱাৰ পৰা খাবলি সুঁতিকো ৰঙা নৈ বোলে। এই নামেৰে সুঁতিটো দক্ষিণ-পশ্চিমমূৱা হৈ ৬ কিমি আহি বেকেলি গাঁৱৰ বিপৰীতে নিজৰ বাঁওপাৰে থকা বৰালিমৰা বিল আৰু কেমন বিলৰ লগত সংযোজিত হয়। ইয়াৰপৰা সামান্য ভটিয়াই ৰঙা নৈ সোৱণশিৰি বা লোহিতত পৰে। উল্লেখযোগ্য যে বৰালিমৰা বিলখনৰ বিপৰীতপাৰে অৰ্থাৎ নৈৰ সোঁপাৰে ৰঙা নৈৰ এটা সৰু সুঁতি ৰঙা নৈ নামেৰেই ফাটি পশ্চিমলৈ আহে। এই ৰঙা নৈ সুঁতিটোৱে বেকেলি গাঁও হৈ আহি বাটত পাভ আৰু মেনেহা নৈক লগত লৈ আউনীবাৰী পাৰ হৈ দক্ষিণ-পশ্চিমলৈ ঘূৰে আৰু সোৱণশিৰি বা লোহিতত পৰে।

ৰঙা নৈখনে পূৰ্বতে সুকীয়া পথেৰে বৈছিল। নৈখনৰ এটা পুৰণি সুঁতি ৰাষ্ট্ৰীয় ঘাই পথৰপৰা ৮ কিমি ভটিয়নিত দেখা পোৱা যায়। অতীজত নৈখন এতিয়াতকৈ পশ্চিমলৈ গৈ বদতিৰপৰা ৮ কিমি উজনিত সোৱণশিৰিত পৰিছিল।

ৰঙা নৈৰ অৱবাহিকাই অৰুণাচল প্ৰদেশৰ ২১৭০ বৰ্গকিল'মিটাৰ আৰু অসমৰ মাজৰ ৭৬৬ বৰ্গকিল'মিটাৰ ঠাই আগুৰি আছে। নৈখনৰ মুঠ দৈৰ্ঘ্য ১৪৫ কিল'মিটাৰ। পাহাৰৰ নামনিৰপৰা ঘাইপথলৈকে নৈখনৰ বুকুৰ ঢাল প্ৰতি কিল'মিটাৰত ৫৮ ছেঃ মি। তাৰপৰা ব্ৰহ্মপুত্ৰলৈ প্ৰতি কিল'মিটাৰত ২'৩৬ ছেঃ মিঃ। বিভিন্ন বছৰত লোৱা জোখ অনুসৰি নৈখনে বছৰি গড়ে প্ৰতি ছেকেণ্ডত ৮০৭–ৰপৰা ৫৬২ ঘনমিটাৰ পানী কঢ়িয়াই আনে। নদীৰ বুকুত সৰহভাগ ডাঙৰ



আকাৰৰ বালি পোৱা যায়। এই ঠাইৰ আন নৈৰ তুলনাত ৰঙা নৈখনৰ গতিপথ বেছি স্থায়ীবিধৰ। নৈখনে বাৰ্ষিক গড়ে ১৩৮০ হেক্টৰ মিটাৰ উটি-ভাহি যোৱা গেদ কঢ়িয়াই নিয়ে।

## ৫২. পাভ নৈ

ৰঙা নৈৰ পশ্চিমৰ উত্তৰ-লক্ষীমপুৰ মহকুমাৰ ভিতৰৰ এখন মজলীয়া আকাৰৰ নৈ। নিজতকৈ ডাঙৰ শিঙৰা নৈখন পাভৰ প্ৰধান উপনৈ। এই শিঙৰা নৈৰ এখন উপনৈ— এংৰাজুলি নামৰ নৈখনৰ দক্ষিণে পাহাৰৰ নামনিত ওলোৱা এখন জানেই হ'ল পাভ নৈৰ আগলি ভাগ। এই জানখন ৰঙা সংৰক্ষিত বনৰ মাজেদি দক্ষিণ-পূবমূৱা হৈ পাভ নৈ নামেৰে ১২ কিমি আহি দলৌহাট চাহ বাগিছাৰ দক্ষিণৰ সোণাপুৰৰ ওচৰত ৰেলপথ আৰু তাৰপৰা ২ কিমি ভটিয়াই ভটিয়াই ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। পাভ নৈ ঘাইপথৰপৰা একে দিশত ৩ কিমি বৈ আহি বিষ্ণুপুৰত পটীয়া নৈক সোঁপাৰে লয়।

পটীয়া নৈখন পাভৰ পশ্চিমে পটীয়া বা ডেকা নৈ নামেৰে ওলাই দক্ষিণ পূব দিশত বৈ আহে। বাটত নিজৰ পশ্চিমৰ আৰু সমসৰ গাভৰু নামৰ এখন জান লৈ ৰেলপথ আৰু নিজ লালুকৰ পুবত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ পদুমনি নামৰ এখন জান লগত লৈ পটীয়া নৈ পাভত পৰে।

পাভ নৈখন বিষ্ণুপুৰৰপৰা ১ কিমি আহি বোকা নৈক বাঁওপাৰে লয়। বোকা নৈখন পাভৰ পুবত ৰঙা বনৰ মাজত পাহাৰৰ নামনিত ওলাই দোলাহাট চাহ বাগিচাৰ মাজেদি দক্ষিণ-পুব দিশত বৈ আহিছে। ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ বোকা নৈখন দুভাগ হয়, ইয়াৰে এভাগ বিষ্ণুপুৰৰ ওচৰত আৰু আনভাগ তাৰ পুবৰ হাবিপুৰত পাভ নৈত পৰে।

বোকা নৈক লৈ পাভ নৈ আৰু ৪ কিমি ভটিয়াই ধৰমপুৰত শিঙৰা নৈক বাঁওপাৰে লগত লয়। ইয়াৰপৰা নৈখন ৪ কিমি ভটিয়াই মুকুলিৰ উত্তৰত গৰুখাতীজানক বাঁওপাৰে লগত লয়। তাৰপৰা ১ কিমি আহি পাভনৈ মুকুলি পায়। মুকুলিৰপৰা এক সপিল পথেৰে (পোন জোখেৰে) ৭ কিমি দক্ষিণমূৱা হৈ আহি পাভ নৈখন ৰঙা নৈৰ সুঁতিত পৰে। মুকুলিৰপৰা ভটিয়নী পথছোৱাত পাভৰ দুয়োকাষে ভালেমান বিল আছে। এইবোৰ হ'ল— সোঁপাৰে বাছভৰজবা, গজৰমাৰী, মেৰটিং আৰু বাঁওপাৰে নৈ বিল, মেৰ বিল আৰু বৌমাৰী বিল।

ৰেডৰ টোকা মতে পাভ নৈখন দিখৌ নৈৰ সমান আৰু সোম-দিৰিতকৈ সৰু আছিল। নৈখন তেতিয়া মিৰি পৰ্বতত ওলাই গুজলুঙৰ মাজেদি আহি ফুকনহাটত ব্ৰহ্মপুত্ৰত পৰিছিল। ১৯১৩ চনৰ মেপতকৈ পাভৰ ক্ষেত্ৰত বৰ্তমান বিশেষ পৰিবৰ্তন দেখা পোৱা নাই।

## পাভৰ উপনৈ

**৫২.১. শিঙৰা নৈঃ** পাভৰ পূবত ওলোৱা এখন ডাঙৰ নৈ। অৰুণাচলৰ দফলানিবাসী অঞ্চলৰ পেচিৰ ওচৰত ওলোৱা পেচি নৈ দক্ষিণলৈ আহি এংৰা জুলিক সোঁপাৰে লগত লৈ শিঙৰা নৈ নাম লয়। তাৰপৰা ই পূবমুৱা হৈ আহি ৰঙা সংৰক্ষিত বনৰ দক্ষিণে অসমত প্ৰবেশ কৰে। আন্তঃৰাজ্যিক সীমাৰপৰা ৩ কিমি পূবলৈ আহি নৈখন দক্ষিণমুৱা হয়। এই ঠাইতে ইয়াৰ এটা সুঁতি ফাটি শিঙৰা নৈ নামেৰে পূবলৈ গৈ ৰঙা নৈত পৰেগৈ।

মূল শিঙৰা নৈখন ১ কিমি দক্ষিণলৈ আহি শিঙৰা নামৰ ঠাই পায়। তাৰপৰা নৈখন দক্ষিণ-পূবমুৱা হৈ ৩ কিমি আহি চিলনীবাৰী চাহবাগিছাৰ পশ্চিমৰ বগীবিলত দক্ষিণমুৱা হয়। এনেকৈ ৫ কিমি ভটিয়াই কঠালপুখুৰী ৰেল ষ্টেচনৰ পূবত এখন জানক সোঁপাৰে লৈ নৈখন ৰেলপথ পাৰ হয়। তাৰপৰা ই ৩ কিমি আহি দোলাহাটত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ঘাইপথৰপৰা নৈখন দক্ষিণ-পূবমুৱা হৈ ২ কিমি আহি শালমাৰি পায়। তাৰপৰা দক্ষিণমুৱা হৈ ৫ কিমি আহি ধৰমপুৰত পাভ নৈৰ বাঁওপাৰে পৰেহি। শিঙৰা নৈৰ পূৰ্বৰ নাম বালিজান।

**৫২.২. গৰুখাতী জানঃ** চিলনীবাৰী চাহ বাগিচাৰপৰা ওলোৱা গেন্ধালী নৈয়ে ৫ কিমি পথ দক্ষিণলৈ আহি ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ লখৌজান আৰু পাঁচ নৈক সোঁপাৰে লগত লৈ ভাণ্ডাৰীজান নাম লয়। এই নামেৰে নৈখন গোহাঁইবাৰী, গেলাহাতী দলনি আদি ঠাইৰ মাজেদি আহি নাম সলাই বৰজান হয়। এই নামেৰে ভটিয়াই আহি পানধোৱাত পঁইতাজানক লগ কৰি গৰুখাতী জান নাম লয়। জানখন ভটিয়াই আহি মুকুলিৰ উত্তৰত পাভত পৰে। ১৯১৩ চনত গেন্ধালী নৈ ঘাইপথৰপৰা ৬ কিমি ভটিয়াই পেৰাভাৰী গাঁৱৰ পূবত ৰঙানৈত পৰিছিল।



## ৫৩. মেনেহা নৈ

পাভনৈৰ সামান্য পশ্চিমে মেনেহা নৈ। পুৰণিকালত মেনেহা-নৈৰ নাম আছিল গেৰেলা বা গেৰেলুৱা নৈ। পাভনৈৰ উপনৈ গাভৰুনৈৰ দক্ষিণে পাহাৰৰ নামনিত ওলোৱা পিলখানা বা ডুবি নৈ-খনেই মেনেহাৰ আগলি অংশ। নৈখনে দক্ষিণ-পূবদিশত ৮ কিমি আহি ডুবিত ৰে'লপথ পাৰ হয়। তাৰপৰা ২ কিমি দক্ষিণমুৱা হৈ আহি নৈখন থিকাজান পায়। ইয়াৰপৰা ই দক্ষিণ-পূবমুৱা হৈ ৩ কিমি ভটিয়াই ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ মেনেহা নাম লয়।

মেনেহা নামেৰে ২ কিমি বৈ আহি ইছলামপুৰ পায়। ইয়াতে নৈখন উত্তৰ-পূবমুৱাহৈ ২ কিমি বৈ আহি নিজ লালুকৰ দক্ষিণেদি বৈ অহা শিঙৰা নামৰ এখন জান বাঁওপাৰে লয়। তাৰপৰা ১ কিমি আহি লোণপানী নৈক বাঁওপাৰে লৈ মেনেহা নৈ দক্ষিণ-পূবমুৱা হয়। এনেকৈ নৈখনে বাটত বাঁওপাৰে ২ খন জান লৈ ৪ কিমি আহি কুটুবপুৰ পায়। কুটুবপুৰৰপৰা নৈখন দক্ষিণলৈ ঘূৰি গোঁসাই দলনিৰ পূবেদি ৩ কিমি আহি সুমৰাজানক সোঁপাৰে লগত লয়। ইয়াৰপৰা নৈখনে পোনাজোখেৰে ৬ কিমি কিন্তু নিজে এক সপিল পথেৰে হুজুপাৰা হৈ আহি ৰঙা নৈ সুঁতিত পৰে।

## ৫৪· দিক্ৰং নৈ

এইখন উত্তৰ লক্ষীমপুৰ মহকুমাৰ পশ্চিমভাগৰ এখন অতি প্ৰাচীন নৈ। কালিকাপুৰাণত নৈখনক কমা নৈ বুলি পোৱা যায়। দিক্ৰং নৈয়ে সুঁতি সলোৱাৰ বাবে এৰা সুঁতিক মৰা দিক্ৰং বোলে।

অৰুণাচলৰ নিম্ন সোৱণশিৰি জিলাৰ দক্ষিণ-পশ্চিমসীমাৰ চেংকেং গেকা পৰ্বতত (২৭°১৩´, ৯৩°১২´) ওলাই পাৰে দৰবুং নামেৰে পূবলৈ আহি বাটত নিমৃটে আৰু পমবুং নৈৰ লগ লাগি পাৰ নৈ নাম লয় আৰু ভটিয়াই ছু নৈৰ লগ হৈ নৈখনে দিক্ৰং নৈ নাম লয়। দিক্ৰং নৈ পূবলৈ আহি পাৰ নামৰ অন্য এখন সৰু নৈৰ লগ লাগি দক্ষিণলৈ ঘূৰি পাহাৰৰ মাজৰ ঠেক উপত্যকাত সোমায়। সমতলৰ কাষ চাপি দুইমুখ নামৰ ঠাইত পাচিন নামৰ এক ডাঙৰ নৈক সোঁপাৰে লৈ প্ৰায় পূবমুৱাহৈ বৈ আহে। বাটত বাঁওপৰে এমচি জুলি, বিলো জুলি, গুমটো জুলি আৰু সোঁপাৰে ভালেমান জান লৈ গুমটো নামৰ ঠাইত অসমত প্ৰবেশ কৰে। অৰুণাচলৰ ভিতৰত নৈখনৰ দীঘ ৯০ কিমি।

গুমটোৰপৰা দিক্রং নৈ অসম-অৰুণাচল সীমাইদি ৬ কিমি বাট দক্ষিণ-পূব দিশত লগত দুখনমান জান লৈ বৈ আছে। নৈখন বিহ-পুৰীয়া থানাৰ হাৰমতি চাহ বাগিছাৰ দক্ষিণেদি আহি হাৰমতি ৰে'ল ষ্টেচনৰ ৩ কিমি পশ্চিমে ৰে'লপথ পাৰ হয়। ৰে'লপথৰ-পৰা আঢ়ৈ কিমি নামনিৰ দিক্রং চাপৰিত নৈখনৰ এক প্ৰাচীন সুঁতি মৰাসুঁতি নামে ফাটি দক্ষিণলৈ বৈ যায়। মূল দিক্রং খন জীয়া দিক্রং নামেৰে দক্ষিণ-পূবমুৱা হৈ ৫ কিমি আহি দিক্রংঘাট পায়। নৈখনে ইয়াতে উত্তৰৰ হাৰমতি ষ্টেচনৰ কাষেদি অহা বগুলী নৈক বাঁওপাৰে লয়। বগুলীনৈৰ উপনৈ তৰাচিঙা নৈ। তাৰপাছত আৰু ৩ কিমি আহি কপিচলাৰ পূবৰ টেঙা নামৰ ঠাইৰপৰা দিক্রং নৈ দক্ষিণমুৱা হয়। ইয়াৰপৰা ২ কিমি ভটিয়নীত নৈৰ সোঁপাৰে এৰা-সুঁতিৰপৰা হোৱা মেৰণী বিলখন আছে আৰু ঠাইতে এখন জানো দিক্রুঙত পৰিছে। একেভাগে আৰু ২ কিমি ভটিয়াই নৈখনে এখন বিলক সোঁপাৰে এৰে। তাৰপৰা ২ কিমি আহি নৈখন বিহপুৰীয়া চহৰ পায়। নৈখন বিহপুৰীয়া চহৰৰ পুবেদি এক সপিল পথেৰে বঙালী গাঁও আৰু নেপালী গাঁও হৈ ১২ কিমি আহি দহঘৰীয়া নামৰ ঠাইত এটা এৰা সুঁতি এৰে। ইয়াতে মৰ নৈৰ এক শাখা জীয়া দিক্রুঙৰ বাঁওপাৰে লগলাগে। তাৰপৰা নৈখন সামান্য ভটিয়াই নিজৰ পুবৰ বঙা নৈৰ ক্ষুদ্ৰ সুঁতিটোৰ এটা শাখাৰ লগ লাগি দক্ষিণ-পশ্চিমমুৱা হৈ আঢ়ৈ কিমি আহি বদতিৰ ২ কিমি পুবৰ বটুমচুবাত সোৱণশিৰি বা লোহিতত পৰে।

ৰেডৰ টোকমাতে দিক্রং নৈখন তেতিয়া বানফ্লালৰ মাজেদি আহি নেগুৰীয়াঘাটত ব্ৰহ্মপুত্ৰত পৰিছিল। নদীখন তেতিয়া দ আৰু খৰস্রোতা আছিল। এই নৈৰ পাৰৰ পথাৰৰ পৰাই সত্ৰসমূহে ধানৰ যোগান পাইছিল। দিক্রং নৈৰ বালিত পোৱা সোণ অন্য নৈৰ সোণতকৈ বেছি উজ্জ্বল, মূল্যবান আৰু পৰিমাণতো অধিক আছিল। ৰজাৰ ঘৰত দিক্রুঙৰ সোণহে ব্যৱহৃত হৈছিল।

নৈখনে সময়ে সময়ে অন্তঃসলিলাৰূপে বৈ ৰাতিটোৰ ভিতৰতে গাঁও-ভূই ভাঙি উৎপাত কৰে। সেয়েহে কালিকাপুৰাণত ইয়াক 'অন্তঃৰ্জলে প্ৰৱয়ন্তী' বুলি মন্তব্য দিয়া হৈছে। দিক্রং নৈৰ দৈৰ্ঘ্য ১২৮ কিল'মিটাৰ। ইয়াৰ অৱবাহিকাই অৰুণাচলত ১৪৬২ আৰু অসমত ২৮৮ বৰ্গকিল'মিটাৰ ঠাই আগুৰি আছে। ১৯৫৫ চনৰপৰা ১৯৫৯ চনৰ তথ্যমতে নৈখনেদি প্ৰৱাহিত পানীৰ পৰিমাণ প্ৰতি ছেকেণ্ডত ৪৩৪-ৰপৰা ১১৮০ ঘনমিটাৰ।



## দিক্রুঙৰ উপনৈ

**৫৪.১. মৰ নৈ ঃ** পূৰ্বৰ এখন ডাঙৰ নৈৰ অৱশিষ্ট ৰূপ হোৱা বাবে নৈখন বহুল যদিও বাম আৰু বালিময়। নৈখন বিহপুৰীয়া চহৰৰ ৫ কিমি উত্তৰৰ বঙালমৰা মিচিং গাঁৱৰপৰা মৰ নৈ নামেৰে ওলাই দক্ষিণ-পূব দিশত সপিল পথেৰে আমগুৰি, খ'ৰা আদি ঠাইৰ মাজেদি পোনজোখেৰে ১২ কিমি আহি মধুপুৰ পায়। ইয়াৰ পাছত দক্ষিণমুৱা হৈ ২ কিমি আহি মৰ নৈ জীয়াদিক্রুঙত পৰে।

## ৫৫. কাচিকটা নৈ ঃ

জীয়াদিক্রং আৰু মৰাদিক্রং নৈৰ মাজত কাচি কটা নামৰ এখন সৰু নৈ আছে ৰেডৰ টোকামতে এইখন এখন ডাঙৰ নৈ আছিল। ই তেতিয়া দফলা পাহাৰত ওলাই এক ঘনবসতিপূৰ্ণ এলাকাৰ মাজেদি বৈ আহি ব্ৰহ্মপুত্ৰত পৰিছিল। ঢাপকটা, হেমলবাৰী আদি ইয়াৰ পাৰৰ প্ৰসিদ্ধ ঠাই আছিল। ১৯১৩ চনৰ ম্যেপতো নৈখন এখন মজলীয়া আকাৰৰ নৈ আছিল।

বৰ্তমান কাচিকটা নৈখন কাচিকটা চাহ বাগিছাৰ উত্তৰৰ বৰবলি নামৰ ঠাইৰপৰা বৈ অহা দেখা যায়। ই তাৰপৰা দক্ষিণমুৱা হৈ ৪ কিমি আহি কাচিকটা নামৰ ঠাইত বিহপুৰীয়া নাৰায়ণপুৰ পথ পাৰ হৈ দক্ষিণ-পূবমুৱা হৈ আৰু ৪ কিমি আহি সোণাৰীবাৰীৰ পুবত বদতিৰপৰা সোণাৰীবাৰীলৈকে বিস্তৃত হৈ থকা এখন ডাঙৰ বিলত সোমায়। এই বিলৰ মাজেদি ৯ কিমি আহি সোণাৰীবাৰীৰ দক্ষিণেদি আৰু ৯ কিমি ভটিয়াই সোৱণশিৰি (লোহিত) নৈত পৰে। নৈখন প্ৰায় ৯০ কিল'মিটাৰ দীঘল।

## ৫৬. মৰাদিক্রং নৈ ঃ

দিক্রং নৈখন পূৰ্বতে হাৰমতি চাহ বাগিচাৰ দক্ষিণত বৰ্তমানে জীয়া দিক্রং নামেৰে দক্ষিণ-পূবলৈ বৈ যোৱাৰ সলনি দক্ষিণ দিশত বৈ আহিছিল। পূৰ্বৰ দিক্রুঙৰ এই দক্ষিণমুৱা সুঁতিটোকে এতিয়া মৰাদিক্রং বা টিপলিং নৈও বোলে। বৰ্তমান এই নৈখন জীয়া দিক্রংৰপৰা পৃথক যদিও ইয়াৰ সুঁতিটো পূৰ্ব নৈখনৰ সমানেই বহল। টিপলিং নৈখন বান্দৰদেৱাৰ ওচৰৰপৰা টিপলিং ৰেলষ্টেচনৰ কাষেৰে দুসুঁতিমুখ নামৰ ঠাইলৈকে ৰেলপথৰ কাষে কাষে ১১ কিমি বাট বৈ আহিছে। এইছোৱা পথত টিপলিঙৰ উপনৈ হ'ল তৰাজুলি। এই টিপলিঙতে পূবৰ জীয়াদিক্রুঙৰপৰা ফটা আৰু বৰ্তমান শুকান হৈ পৰা এটা সুঁতি

দিক্ৰং চাপৰিবপৰা আহি দুসুঁতিমুখত লগ লাগিছে। নৈখন দুসুঁতিমুখৰপৰা ৰেলপথৰ সমান্তৰালকৈ আৰু ৫ কিমি দক্ষিণলৈ আহি যমুনাঘাট পায়। যমুনাঘাটৰপৰা নৈখন দক্ষিণ-পূবমুৱা হৈ এক সপিল পথেৰে দহ কিমি আহি নাৰায়ণপুৰ নগৰৰ দুই কিমি উত্তৰ-পূবৰ শুকৰাহি পায়। নৈখন ইয়াৰপৰা নাৰায়ণপুৰৰ ডেৰ কিমি পূবেদি একেদিশত আউনীবাৰী হৈ ৬ কিমি আহি দিক্ৰং মুখত সোৱণশিৰি (লোহিত) নৈত পৰেহি।

## ৫৭. পিছলা নৈ

কালিকা পুৰাণত উল্লেখিত পিছলা নৈখনেই বৰ্তমানৰ পিছলা নৈ। এই নৈৰ পাৰতে গৌতম মুনিয়ে তপস্যা কৰি মহাফল পাইছিল। পিছলাৰ পাৰতে ফুলবাৰীৰ দেওঘৰ। আইৰ নামত এই নৈ আৰু দেৱালয়ৰ উল্লেখ আছে। যথা "পিছলাঘাটতে আয়ে স্নান কৰে লাহৰী চুলিটাৰ মেলি..."। ফুলবাৰীৰ ওচৰৰ মাঘনোৱাত এসময়ত মাঘনোৱা নামৰ এখন ডাঙৰ বিল আছিল। এই বিলৰ পাৰতে হেনো বিভাণ্ডক মুনিৰ আশ্ৰম আছিল।[২] এনেধৰণৰ বহুত তথ্যই পিছলা নৈখনৰ গুৰুত্বৰ বিষয়ে উমান দিয়ে।

ৰেডৰ টোকামতে তেতিয়া এই নৈখন দিখৌৰ সমান বহল আছিল। ই ডফলা পৰ্বতৰপৰা ৯০ কিমি বাট সপিল পথেৰে আহি ব্ৰহ্মপুত্ৰত পৰিছিল। ১৯১৩ চনৰ মেপ মতে নৈখন পাহাৰৰপৰা দক্ষিণলৈ আহি বৰ্তমানৰ তাঁতীবাহাৰ ৰে'ল ষ্টেচনৰ উত্তৰৰ জৰাবাৰীৰ ওচৰৰপৰা দক্ষিণলৈ আহি নটগাঁও, পিছলা, হৰিদাছু, পিছলামাৰি হৈ বাহমাৰিৰ দক্ষিণে ব্ৰহ্মপুত্ৰত পৰিছিলগৈ।

বৰ্তমান পিছলা নৈ দুখন। পূৰ্বৰ পিছলা নৈৰ আগলি ভাগ এতিয়া জীয়া পিছলা নৈ নামেৰে উপৰ্যুক্ত জৰাবাৰীৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ পশ্চিমৰ খাবৈ নৈৰ লগলগাৰ বাবে পিছলা নৈৰ নামনিভাগৰ লগত জৰাবাৰীৰ দক্ষিণত সংযোগ বিচ্ছিন্ন হৈ পৰে। সেইবাবে এতিয়া আগৰ পিছলা নৈখন জৰাবাৰীৰপৰা চাৰে পাঁচ কিমি দক্ষিণৰ অথবা নাৰায়ণপুৰৰপৰা আঢ়ৈ কিমি পশ্চিমৰ নটগাঁৱৰপৰাহে বৈ অহা দেখা যায়।

নৈখন নটগাঁৱৰপৰা দক্ষিণ-পশ্চিম দিশত ১ কিমি আহি ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। তাৰপৰা ই ৫ কিমি দক্ষিণলৈ আহি পিছলা নামৰ ঠাইত এখন বিলত সোমায়। তাৰপৰা ওলাই পিছলা আৰু



কচুৱা হৈ মুঠ ৪ কিমি আহি হৰিদাছুত নৈখনে বাঁওপাৰে এখন জান লৈ পশ্চিমমুৱা হয়। এনেকৈ ই ২ কিমি আহি খাটৰগাঁৱৰপৰা শোণিতপুৰ আৰু লক্ষীমপুৰ জিলাৰ মাজৰ সীমাৰূপে দক্ষিণ দিশত বৈ আহে। এই ৰূপে ই ৩ কিমি বাট সপিল পথেৰে আহি পিছলামাৰিত আৰিমৰা নামৰ সোৱণশিৰি নৈৰ এটা সুঁতিত পৰে।

এই আৰিমৰা নৈখন পিছলামাৰিৰপৰা ৪ কিমি পূবৰ অতৰা চাপৰি বা বানপুৰৈৰ ওচৰত সোৱণশিৰি নৈৰপৰা ফাটি ৪ কিমি পশ্চিমলৈ আহি পিছলা নৈক সোঁপাৰে লৈ দক্ষিণমুৱা হয় আৰু পিছলা আলিগুৰি আৰু বাহমাৰী হৈ ৭ কিমি ভটিয়াই পিছলা চাপৰিৰ উত্তৰত সোৱণশিৰিত (লোহিত) পৰে।

## ৫৮. খাবৈ নৈ

বিশ্বনাথ মহকুমাৰ পূবভাগৰ গহপুৰৰ দক্ষিণৰ নৈ। পিছলামাৰিৰপৰা ১৫ কিমি পশ্চিমে খাবৈ নৈ আহি ব্ৰহ্মপুত্ৰত পৰিছে। এইখন বেচ জটিল নৈ: বৰ্তমান এই নৈখন জীয়া পিছলা, ৰঙাজান, ছোলেঙী, চেংমৰা, কুকুৰজান (মাগনী) আৰু বালিজান নামৰ সাতখনমান প্ৰায় সমান জোখৰ নৈ লগ হৈ সৃষ্টি হৈছে। ১৯১৩ চনৰ মেপত খাবৈৰ প্ৰধান উপনৈ আছিল মৰ নৈ, ডুবিয়া, মৰা মাগনী, আৰু বালিজান। মৰনৈৰ উপনৈ আছিল চেঁচা নৈ; চেঁচাৰ লগত পিছলা-নৈৰ এটা সুঁতিও যোগ হৈছিল। ডুবিয়াৰ উপনৈ আছিল খুলেঙী আৰু কুকুৰজান। বালিজানৰ উপনৈ আছিল মাগনী নৈ আৰু নাওজান। ৰেডৰ টোকামতে খাবৈখন পিছলাত পৰিছিল। কলাবাৰী চেনিয়া আদি ঠাই তেতিয়া খাবৈ নৈৰ পাৰত আছিল।

বৰ্তমান উপৰোক্ত নৈবোৰৰ ভিতৰত জীয়া পিছলা বা মৰনৈখনেই সৰ্ববৃহৎ। নৈবোৰ সমান জোখৰ হোৱা বাবে সিহঁতক পৃথককৈ বৰ্ণনা কৰা হৈছে—

**৫৮.১. জীয়া পিছলা নৈ :** এইখন লক্ষীমপুৰ জিলাৰ একেবাৰে পশ্চিম-ভাগৰ নৈ। গৰুবন্ধা নৈ আৰু দুৰপং নৈ মিলি জীয়া পিছলা নৈখন হৈছে। ইয়াৰে গৰুবন্ধাখন ঘাই নৈ। গৰুবন্ধা নৈখন নিম্ন সোৱণশিৰি জিলাৰ পাহাৰৰ নামনিত ওলাই দক্ষিণলৈ আহি ভৈয়ামত অসমত সোমায়। আন্তঃৰাজ্যিক সীমাৰপৰা নৈখন পূবমুৱা হৈ বৈ বাটত উত্তৰৰ পাহাৰৰপৰা অহা পিছলা, কেৰেকজুলি আৰু এখন জান লৈ পিছলা নৈ নামেৰে ১০ কিমি আহি টিপলিং ৰেলষ্টেচনৰ

পশ্চিমত ওলায়। ইয়াৰপৰা নৈখন ক্ৰমে দক্ষিণ আৰু দক্ষিণ-পশ্চিমমুৱা হৈ ভোলাবাৰীৰ দক্ষিণেদি ৫ কিমি আহি শিঙৰীয়াৰ উত্তৰত দুৰপাং নৈক সোঁপাৰে লয়।

দুৰপাং নৈখন পাহাৰত ওলাই বাটত সোঁপাৰে ক'লাজুলিক (উপনৈ ছিংগাপু নৈ) লৈ ভৈয়ামত অসমত সোমায়। বাটত বাঁওপাৰে ছোনামজুলিক লৈ ই দুৰপাং পায়হি। তাৰপৰা দক্ষিণ-পুব দিশত ৬ কিমি আহি নৈখন পিছলাত পৰে।

এসময়ত পিছলা নৈখন শিঙৰীয়াৰপৰা দক্ষিণলৈ বৈ গৈছিল। বৰ্তমান নৈখন ইয়াৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ নতুন পথেৰে যোৱা বাবে ইয়াক জীয়াপিছলা বোলে। এইদৰে নৈখন ৫ কিমি আহি বিখ্যাত আৰু প্ৰাচীন মাঘনোৱা দেৱালয়ৰ দক্ষিণে আৰু উত্তৰ কাঠনি ৰেল ষ্টেচনৰ উত্তৰত ৰে'লপথ পাৰ হয়। এইছোৱা পথতে ধিৰি নৈৰ অন্তঃস্ৰাৱী পানীভাগ আহি পিছলাৰ সোঁপাৰে পৰে। ধিৰি নৈখন উপৰোক্ত ক'লাজুলিৰ দক্ষিণে ওলাই দক্ষিণ-পুবমুৱা হৈ আহি অসমত সোমায় আৰু সোণাজুলি নামৰ ঠাইত সোণাজুলি নৈক সোঁপাৰে লৈ একেদিশত আহি ৰংগুটি নামৰ ঠাইত পিছলানৈৰ সোঁপাৰে বিলীন হয়। ৰে'লপথ পাৰ হৈ জীয়াপিছলা নৈ দক্ষিণ-পশ্চিমদিশত নিদানচোৱা জলাহৰ কাষেদি ৬ কিমি আহি মাজৰ দলনি নামৰ ঠাইত চেঁচানৈক সোঁপাৰে লয়। একেদিশত আৰু ২ কিমি আহি ইতিহাসপ্ৰসিদ্ধ ক'লাবাৰীৰ পুবত ৰঙাজান নৈক সোঁপাৰে লয়। ৰঙাজানৰ আগৰ নাম মৰ নৈ আছিল বাবে ৰঙাজানক লোৱাৰ পাছত এতিয়া পিছলা নৈখনকো মৰ নৈ বোলে। ৰঙাজান নৈখন লক্ষীমপুৰ আৰু শোণিতপুৰ জিলাৰ মাজৰ সীমা। ...মৰ নৈ নামেৰে উক্ত জিলাদ্বয়ৰ সীমাৰূপে আধা কিমি আহি অতি আশ্চৰ্য্যজনকভাৱে দুভাগ হয়। মূল নৈখন দক্ষিণ-পশ্চিমমুৱাহৈ ১ কিমি আহি কলাবাৰী পায় আৰু বাকীভাগ দক্ষিণ-পুবলৈ ঘূৰে। মূল মৰ নৈখন কলাবাৰীৰপৰা দক্ষিণ-পশ্চিম দিশত পহকটা, ক্ষেত্ৰাৱতী হৈ ৮ কিমি আহি ৰজাবাৰী পায়। ইয়াতে উজনিত ফাটি যোৱা আনটোভাগে খাৰৈ নৈ নাম লৈ মূল মৰনৈৰ বাঁওপাৰে লগ লাগে।

কলাবাৰীৰ পুবত ফটা মৰনৈখনৰ আন ভাগটো দক্ষিণ-পুবমুৱা হৈ ৪ কিমি আহি হাৱাজান পায়। ইয়াতে নৈখনে ঘাইপথ পাৰ হৈ বাঁওপাৰে এখন জান লৈ দক্ষিণমুৱা হয়। এইদৰে দেৰ কিমি আহি ছতিৱাৰাত নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। তাৰপৰা বৰাচুক



পথাৰ আৰু প্ৰাচীন কামদেউল হৈ ৮ কিমি আহি চেনিজান পায়। ইয়াৰপৰাই মৰ নৈৰ এই শাখাটোৱে খাৰৈ নৈ নাম লয় আৰু ক্ৰমান্বয়ে ই উত্তৰমুৱা হৈ ৩ কিমি ভটিয়াই মাজিকুচি পায়। এইছোৱা বাটত খাৰৈৰ সোঁপাৰে দিলপুখুৰী আৰু বাঁওপাৰে দান্দি নামৰ দুখন বিল আছে। মাজিকুচিৰপৰা খাৰৈ নৈখন দক্ষিণ-পশ্চিমলৈ ঘূৰি ৪ কিমি আহি ৰজাবাৰীত মূল নৈখনত (মৰা নৈ) মিলিত হয়।

ৰজাবাৰীত দুয়ো নৈ মিলি খাৰৈ নামেৰে দক্ষিণ-পশ্চিম দিশত পোনপথেৰে ৬ কিমি আহি পাকিন গাঁও পায়। ইয়াৰপৰা নৈখন উত্তৰ-পুবমুৱা হৈ এক সৰ্পিল পথেৰে (পোন জোখেৰে) আঢ়ৈ কিমি আহি দুসুঁতিমুখত ছোলেঙী নৈক সোঁপাৰে লয়। ইয়াৰপৰা খাৰৈ নৈ দক্ষিণলৈ ঘূৰি বালিজান নৈৰ এটা শাখাক সোঁপাৰে লৈ আৰু ১ কিমি ভটিয়াই জোনাইগাঁৱত বালিজান নৈক সোঁপাৰে লয়। তাৰ পাচত গৰৈমাৰী বিলৰ পুবেদি ৪ কিমি আহি বৰতামুলীত ব্ৰহ্মপুত্ৰৰ এটা সৰু সুঁতিত পৰে। সুঁতিটোৱে সৈতে আৰু দেৰ কিমি ভটিয়াই হৰতামুলীত খাৰৈ নৈখন ব্ৰহ্মপুত্ৰত পৰে।

## মৰনৈ/খাৰৈত লগ হোৱা নৈবোৰ (পুবৰপৰা যথাক্ৰমে)

**৫৮. ২. ৰঙাজান নৈ ঃ** প্ৰথমে চেংমৰা নৈ নামেৰে পাহাৰৰপৰা আহি গহপুৰ সংৰক্ষিত বনৰ উত্তৰ সীমাত অসমত সোমাই শোণিতপুৰ আৰু লক্ষীমপুৰ জিলাৰ মাজৰ সীমাৰূপে, দক্ষিণ-পুবমুৱা হৈ বৈ আহে। বাটত বাঁওপাৰে এখন জান লৈ প্ৰায় ৫ কিমি ভটিয়াই আহি বিক্ৰমপুৰৰ দক্ষিণত, এসময়ত ইয়াৰ পুবেদি স্বাধীনভাৱে বৈ অহা চেঁচা নৈক অপহৰণ কৰে। সেইবাবে চেঁচা নৈৰ নামনি অংশহে এতিয়া জীয়াপিছলাত পৰিছেগৈ। বিক্ৰমপুৰৰপৰা নৈখন দক্ষিণমুৱা হৈ ৪ কিমি আহি ফুটাভোগত ৰে'লপথ পাৰ হয়। তাৰপৰা আৰু ২ কিমি আহি ই জীয়াপিছলাত পৰে। ৰঙাজানৰ পূৰ্বৰ নাম মৰ নৈ।

**৫৮. ৩. ছোলেঙী (খুলেঙী) নৈ ঃ** অৰুণাচলৰ নিম্ন সোৱণশিৰি জিলাৰ দক্ষিণ-পশ্চিম কোণৰ ছোলেঙী নামৰ ঠাইৰ দাঁতিয়েদি ছোলেঙী নৈখন অসমৰ বিশ্বনাথ মহকুমাত সোমাইছে। সীমাৰপৰা দক্ষিণ-পুবমুৱা হৈ ২ কিমি আহি নলবাৰীত ইয়াৰ এটা শাখা ফাটি দক্ষিণৰে আহে। মূল নৈখনে একে দিশত ৫ কিমি আহি গোপালপুৰত ৰে'লপথ পাৰ হৈ উত্তৰৰপৰা অহা ককিলা নৈক বাঁওপাৰে লয়। ৰে'লপথৰপৰা ডেৰ কিমি ভটিয়াই গোপালপুৰ তিনি আলিত

সদৰ ৰাস্তা পাৰ হৈ ৩ কিমি দক্ষিণলৈ আহি ই চেংমৰা নামৰ এখন সুকীয়া জান বাঁওপাৰে লয়। তাৰপৰা দক্ষিণ-পশ্চিম দিশত ২ কিমি আহি নৈখন আদবৰুৱা পায়। আদবৰুৱাৰপৰা ছোলেঙী নৈয়ে মহাজান নৈ নাম পায়। ইয়াৰপৰা ২ কিমি আহি ই কুকুৰজানক (ছোলেঙী) সোঁপাৰে লয়। তাৰপাছত নৈখন ছোলেঙী বস্তিয়েদি ২ কিমি আহি দুসুঁতিমুখত খাৰৈৰ সোঁপাৰে লগ হয়।

## ছোলেঙীৰ উপনৈ

**৩. ১. চেংমৰা নৈ:** অতীজৰ ডুবিয়া নৈখনৰ উজনিভাগ পাহাৰৰ পৰা নামি আহি অসমত সোমাই গহপুৰ সংৰক্ষিত বনৰ মাজেদি দক্ষিণ-পুব দিশত বৈ আহি ডুবিয়া দগাঁও পাই পাছত দক্ষিণ-পশ্চিমমুৱা হৈছিল। এতিয়া নৈখন পাহাৰৰপৰা পোনছাটে দক্ষিণলৈ আহিছে। পূৰ্বৰ ডুবিয়া নৈৰ নামনি অংশক এতিয়া গহপুৰ বনৰ মাজৰ পৰাহে বৈ অহা দেখা যায়। চেংমৰা নৈখন ডুবিয়া ৰে'লষ্টেচনৰ দক্ষিণৰ চেংমৰা বস্তিত ওলাই দক্ষিণ-পশ্চিমমুৱা হৈ ৪ কিমি আহি পানীগাঁৱত ডুবিয়া দগাঁৱৰ পশ্চিমেদি অহা এখন ডাঙৰ জান সোঁপাৰে লয়। পানীগাঁৱৰপৰা ২ কিমি ভটিয়াই অতীজৰ ডুবিয়া নৈৰ পথেদি বৈ অহা এখন ডাঙৰ জান সোঁপাৰে লয়। ইয়াৰ পাছত আৰু আঢ়ৈ কিমি ভটিয়াই নৈখন ছোলেঙীত পৰে।

ৰেডৰ টোকা মতে চেংমৰা নৈখন দফলা পৰ্বতৰপৰা আহি দিক্ৰংমুখৰপৰা ৪৮ কিমি ভটিয়নিত ব্ৰহ্মপুত্ৰত পৰিছিল। তেতিয়াই ই বেচ ডাঙৰ নৈ আছিল। তেনেকৈয়ে ডুবিয়াখনো দফলা পৰ্বতৰপৰা আহি চেংমৰাৰ পাছত স্বাধীনভাৱে ব্ৰহ্মপুত্ৰত পৰিছিল। ১৯১৩ চনতো ডুবিয়াখন ডাঙৰ নৈয়েই আছিল।

**৩. ২. কুকুৰজান নৈ:** নৈখন অৰুণাচলৰ পাহাৰৰপৰা আহি মাগনী নৈ নামেৰে পাহাৰৰ নামনিত অসমত সোমায়। সীমাৰ ওচৰতে নৈখনৰ এটা শাখা ফাটি কিছু দক্ষিণ-পূবলৈ গৈ চটবং নৈ নামেৰে গহপুৰ সংৰক্ষিত বনৰ মাজেদি ৯ কিমি বৈ গহপুৰ চহৰৰ দক্ষিণত হেৰাই যায়। পূৰ্বৰ মৰামাগনী নৈখনেই বৰ্তমান চটবং নৈ হৈছে বুলি বোধ হয়।

মাগনী নৈৰ মূল শাখাটো পূবমুৱা হৈ আঢ়ৈ কিমি আহি গহপুৰ বনৰ মাজেদি দক্ষিণ-পূবমুৱা হয়। ই এনেকৈ ৩ কিমি আহি নল্বা ঘাগ্ৰা চাহ বাগিছাৰপৰা কুকুৰজান নামেৰে ববলৈ লয়। তাৰপৰা



৩ কিমি আহি গহপুৰ ৰে'লষ্টেচনৰ পশ্চিমেদি ৰে'লপথ আৰু ১ কিমি ভটিয়াই গহপুৰৰ পূবত সদৰ আলি পাৰ হৈ আলিৰ কাষেদি উত্তৰ-পূবমুৱা হৈ ডেৰ কিমি বৈ আহি মধুপুৰ পায়। মধুপুৰতে ছোলেঙী নৈৰ এক সৰু শাখা বাঁওপাৰে লৈ কুকুৰজানখনে নাম সলাই ছোলেঙী নৈ নাম লয় আৰু দক্ষিণমুৱা হৈ বালিদিঙা, আদবৰুৱা আদি ঠাইৰ কাষেদি ৬ কিমি বৈ আহি মহাজান নৈত পৰেহি।

**৫৮.৪. বালিজান:** নৈখন অৰুণাচলৰ পাদদেশত ওলাই প্ৰথমে দক্ষিণ আৰু পাছত দক্ষিণ-পূবমুৱা হৈ প্ৰায় ৬ কিমি বৈ আহি অসমৰ শোণিতপুৰ জিলাৰ গহপুৰ সংৰক্ষিত বনৰ মাজত সোমায়। সীমাৰপৰা নৈখন ২ কিমি আহি সীমাৰ উত্তৰৰ পাহাৰৰপৰা দক্ষিণমুৱা হৈ অহা দিফু নৈক বাঁওপাৰে লয়। এই দিফু নৈখন অতীজৰ মাগনী নামৰ এখন নৈৰ আগলি অংশ। অতীজৰ মাগনী নৈখন বালিজান নামৰ ঠাইৰ পূবেদি দক্ষিণলৈ বৈ আহি মাগনী নামৰ ঠাইৰ কাষেদি বৈ গমিৰিজানৰ ওচৰত বালিজান নৈৰ লগ লাগিছিল। সেই সময়ত (১৯১৩) ন নৈ নামৰ এখন নৈ বালিজানৰ পশ্চিমেদি বৈ আহি কেকুৰিত ইয়াৰ সোঁপাৰে লগ হৈছিল। ননৈৰ অৱশিষ্ট নৈখন এতিয়াও নিৰ্মলা চাহ বাগিছাৰ পূবত দেখা যায়।

বৰ্তমান বালিজান নৈখন দিফু নৈক লোৱাৰ পাছত গহপুৰ বনৰ পশ্চিম সীমাৰাপে দক্ষিণ-পূবমুৱা হৈ ৫ কিমি আহি বনৰ দক্ষিণ সীমাৰপৰা দক্ষিণমুৱা হয়। এনেকৈ ৩ কিমি আহি নৈখন কেকুৰি পায়। কেকুৰিৰপৰা নৈখন দক্ষিণ-পূবমুৱা হৈ চাৰেতিনি কিমি আহি বালিজান চহৰত ৰে'লপথ আৰু সদৰ আলি পাৰ হয়। বালিজানৰ পৰা নৈখন ৰাজাবাৰী, গাইচেপা হৈ ৬ কিমি ভটিয়াই আহি জুনাইগাঁৱৰ ওচৰত দুভাগ হয় আৰু সামান্য আগা-পিছাকৈ দুয়ো খাৰৈ নৈত পৰে।

**৫৯. ব্ৰহ্মজান:**

খাৰৈ নৈ ব্ৰহ্মপুত্ৰত পৰাৰপৰা ৬ কিমি পশ্চিমে ব্ৰহ্মজান নামৰ এখন সৰু নৈ আহি ব্ৰহ্মপুত্ৰত পৰিছে। অৰুণাচলৰ পাদদেশত ওলোৱা টাবাং নৈ খনেই ব্ৰহ্মজানৰ আগলিভাগ। নৈখন দক্ষিণলৈ আহি ডফলাগড়ত শোণিতপুৰ জিলাত সোমায়। সীমাৰপৰা ৪ কিমি আহি মিকিৰ গাঁৱত চেঙেলীজানক সোঁপাৰে লয়। তাৰপৰা নৈখন ডফলা

গড় আৰু বুৰৈ চাহ বাগিছাৰ মাজেদি ৩ কিমি বাট দক্ষিণলৈ আহি ব্ৰহ্মজান চাহ বাগিছাৰ কাষ পায়। ইয়াৰপৰা নৈখন প্ৰথমে দক্ষিণ-পূব আৰু পাছত দক্ষিণমুৱা হৈ ৫ কিমি ভটিয়াই যোগীবাৰীত ৰে'লপথ পাৰ হৈয়েই উত্তৰৰ ডফলাগড়, ব্ৰহ্মজান আৰু নিৰ্মলা চাহ বাগিছাৰ মাজেদি অহা টুপুংজানক বাঁওপাৰে লয়। একেদিশত আৰু ডেৰ কিমি আহি ৰবানী পথাৰৰপৰা নৈখন দক্ষিণ-পূবমুৱা হয়। এনেকৈ নৈখন ডেৰ কিমি আহি কেকুৰি নৈক (পুৰ্বৰ ন নৈ?) বাঁও পাৰে লগত লৈ আৰু ডেৰ কিমি ভটিয়াই ব্ৰহ্মজানত সদৰ আলি পাৰ হয়। তাৰপৰা দক্ষিণমুৱা হৈ কুঠাৰবাৰী, বৰজাবাৰী হৈ ৬ কিমি ভটিয়াই আহি দিপুৰাৰ ওচৰত ব্ৰহ্মজানখন ব্ৰহ্মপুত্ৰত পৰে।

## ৬০. বলম নৈ ঃ

শোণিতপুৰ জিলাৰ বিহালী আৰু গহপুৰ থানাৰ সীমাঞ্চলে হেলেমৰ কাষেদি বৈ ব্ৰহ্মপুত্ৰত পৰা এখন সৰু অথচ পুৰণা নৈ। হেলেমৰ উত্তৰৰ বুৰৈ চাহ বাগিছাৰ উত্তৰফালে ওলোৱা নাচনী নৈ-খন বলম নৈৰ আগলি অংশ। তাৰপৰা নাচনী নৈখন দক্ষিণমুৱা হৈ ৮ কিমি আহি হেলেম ৰে'লষ্টেচনৰ পূবত ৰে'লপথ পাৰ হয়। ৰে'লপথৰ কাষৰপৰা পুবমুৱা হৈ হেলেম চাহ বাগিছাৰ উত্তৰ সীমাইদি ১ কিমি আহি নিজৰ পূবৰ ব্ৰহ্মজানৰ উপনৈ চেঙেলীজানৰ এক এৰা সুঁতি— মৰা চেঙেলী জানক বাঁওপাৰে লৈ বলম নৈ দক্ষিণ-পূবমুৱা হয়। তেনেকৈ হেলেম চাহ বাগিছাৰ পুবেদি চাৰে চাৰি কিমি আহি ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ইয়াৰপৰা প্ৰায় দক্ষিণমুৱা হৈ ৪ কিমি আহি নিজৰ পশ্চিমৰ হেলেমগুৰিৰ কাষেদি অহা হেলেমজানক সোঁপাৰে লগত লয়। হেলেমজানক লৈ বলম নৈখন ২ কিমি দক্ষিণলৈ আহি সিংহ বস্তিত ব্ৰহ্মপুত্ৰত পৰে। নৈখনৰ দীঘ প্ৰায় ১৮ কিল'মিটাৰ।

## ৬১. বুৰৈ নৈ

বুৰৈ নৈখন বলম নৈৰপৰা ৫ কিমি ভটিয়াই ব্ৰহ্মপুত্ৰত পৰা বিশ্বনাথ মহকুমাৰ সোঁমাজৰ নৈ। এই ঠাইত হিমালয় পৰ্বতৰ ঠাল-ঠেঙুলিবোৰ আন ঠাইতকৈ বেছিকৈ দক্ষিণলৈ অহাৰ বাবে পাদদেশৰ-পৰা ব্ৰহ্মপুত্ৰৰ দূৰত্ব মাত্ৰ ২০ কিল'মিটাৰ মানহে হ'ব। গতিকে বুৰৈখন আন নৈৰ তুলনাত তেনেই কম বাট বৈ ব্ৰহ্মপুত্ৰত পৰিছে। অসমৰ ভিতৰত ইয়াৰ দীঘ ৩২ কিল'মিটাৰ।

অৰুণাচলৰ নিম্ন সোৱণশিৰি জিলাৰ একেবাৰে দক্ষিণ-পশ্চিম কোণত দুখন পাহাৰীয়া ডাঙৰ জান লগ হৈ বুৰৈখন সৃষ্টি হৈছে।



বুৰৈ নামেৰে পাহাৰৰপৰা দক্ষিণমুৱা হৈ আহি পাদদেশৰ ৰামঘাটত অসমত সোমায়। অৰুণাচলৰ ভিতৰত ইয়াৰ দীঘ প্ৰায় ২৫ কিমি। অসমৰ ভিতৰত নৈখন বহল হয়। বুৰৈ নৈখন ৰামঘাটৰপৰা ২ কিমি আহি পেমপেলা নৈক সোঁপাৰে আৰু ডেৰ কিমি আহি দলং নৈক বাঁওপাৰে লয়। তাৰপাছত নগাবিল নামৰ ঠাইৰ কাষেদি ৪ কিমি আহি বিহমাৰী গাঁৱত বিহমাৰী নৈক সোঁপাৰে লয়। বিহমাৰী নৈখন বুৰৈৰ পশ্চিমে পাহাৰৰ পাদদেশত ওলাই দক্ষিণ-পূবমুৱা হৈ বিহালী সংৰক্ষিত বনৰ মাজেদি বৈ আহিছে। ইয়াৰ উপনৈ টৰছো নৈ। বিহমাৰীৰ উজনি অংশক অতীতত দুকুৰা নৈ বুলিছিল।

বিহমাৰীৰপৰা বুৰৈ নৈখন ৩ কিমি আহি বুৰৈঘাটত ৰাষ্ট্ৰীয় ঘাইপথ আৰু ৰে'লপথ ওচৰা-উচৰিকৈ পাৰ হয়। বৰ্তমান নৈখন গুম্ফিত প্ৰকাৰৰ যদিও পূৰ্বতে নৈখন সপিল পথৰ নৈহে আছিল। এতিয়া নৈখনে ৰে'লপথৰপৰা দক্ষিণমুৱা হৈ বগীজুলি, আৰিভঙা আদি ঠাইৰ কাষেদি চাৰে সাত কিমি আহি ৰঙাজানক বাঁওপাৰে লয়। ইয়াৰ পাছত আৰু ২ কিমি ভটিয়াই বুৰৈ নৈ ব্ৰহ্মপুত্ৰত পৰে।

উপৰোক্ত ৰঙাজানখনৰ আগৰ নাম ৰাটে নৈ। এইখন বুৰৈৰ পূবত উত্তৰৰ পাহাৰত ওলাই হেলেম নৈ নামেৰে দক্ষিণমুৱা হৈ কৌৰি (কুৰৱী) পথাৰ হৈ হেলেম ৰে'লষ্টেচনৰ কাষেদি আহি ৰঙা-জান নাম লৈ বুৰৈত পৰে। সপিল পথৰ এইখন নৈ পোন জোখেৰে প্ৰায় ২০ কিমি দীঘল, এসময়ত ই স্বাধীনভাবে ব্ৰহ্মপুত্ৰত পৰিছিল।

ৰেভৰ টোকা মতে বুৰৈ নৈখন ডফলা পৰ্বতত ওলাই ৪৮ কিমি মান বাট বৈ আহি ব্ৰহ্মপুত্ৰত পৰিছিল। নৈখন দিক্ৰঙৰ সমান বহল আৰু যথেষ্ট দ আছিল। বৰ্তমান সময়ত নৈখনত মাজে মাজে বানপানী আহে যদিও সেয়া ভয়ানক নহয়। বুৰৈ নৈয়েদি বছৰি গড়ে ১০৮ হেক্টৰ মিটাৰ গেদ উটি-ভাহি যায়। বুৰৈৰ পাছত ব্ৰহ্মপুত্ৰত পৰা ডাঙৰ নৈ হ'ল বৰগাং, কিন্তু ইহঁত দুয়োৰ মাজত নামনিলৈ ক্ৰমে— বেদেটি, ৰঙা আৰু বিহালী নামৰ তিনিখন সৰু নৈ ব্ৰহ্মপুত্ৰত পৰিছে।

## ৬২. বেদেটি (বেগতি) নৈ

নৈখন বেদেটি চাহবাগিছাত ওলাই বৰালিমৰাৰ পুবেদি পোনছাটে দক্ষিণলৈ আহিছে। বাটত ৰংচালিৰ পূবৰ ভুটীয়ামাৰিত নিজৰ সমসৰ বগীজুলিক বাঁওপাৰে লৈ ব্ৰহ্মপুত্ৰত পৰে। নৈখনৰ দৈৰ্ঘ্য মাত্ৰ চাৰে সাত কিল'মিটাৰ।

## ৬৩.ৰঙা নৈ (কুলাগুৰি নৈ)

ৰঙা নৈৰ পূৰ্বৰ নাম ক'লা নৈ। নৈখন বিহালী সংৰক্ষিত বনৰ মাজত পাহাৰৰ পাদদেশত ওলাই কুলাগুৰি নৈ নামেৰে কুলাগুৰিয়েদি ৮ কিমি দক্ষিণলৈ আহি বৰালিমৰাৰ ওচৰত ৰে'লপথ পাৰ হৈ নাম সলাই ৰঙা নৈ হয়। ইয়াৰপৰা নৈখন ৬ কিমি ভটিয়াই বিহালী চহৰৰ পশ্চিমফাল পায়। তাৰপাছত আৰু আঢ়ৈ কিমি আহি ৰঙা নৈ ব্ৰহ্মপুত্ৰত পৰে। নৈখনৰ দৈৰ্ঘ্য ১৭ কিল'মিটাৰ।

## ৬৪. বিহালী নৈ—

নৈখন বিহালী বনৰ উত্তৰৰ অৰুণাচলৰ ভিতৰৰ অঁকা লোক নিবাসী পাহাৰৰ নামনিত ওলাই পোনে পোনে দক্ষিণলৈ আহে। উক্ত বনৰ দক্ষিণৰ শিয়ালমাৰী গাঁৱৰ কাষেদি আহি ই ৰে'লপথ পাৰ হয়। তাৰপৰা দক্ষিণমুৱা হৈ আহি নৈখনে কাছমাৰিত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। নৈখন এইদৰে বিহালী চহৰৰ ডেৰ কিমি পশ্চিমেদি বৈ আহি জালুকবাৰীত ব্ৰহ্মপুত্ৰত পৰে। নৈখনৰ গতিপথ সপিল প্ৰকাৰৰ আৰু দীঘ প্ৰায় ২৫ কিল'মিটাৰ।

ৰেডৰ টোকামতে বিহালী নৈখন ডফলা পাহাৰৰপৰা আহি শলাল গোঁহাইৰ ৰাজ্যৰ মাজেদি বৈ বিশ্বনাথৰপৰা ২৪ কিল'মিটাৰ উজনিত ব্ৰহ্মপুত্ৰত পৰিছিল। ১৯১৩ চনৰপৰা নৈখনৰ ঠাল-ঠেঙুলিৰ সংখ্যা হ্ৰাস পোৱাৰ বাদে আন বিশেষ পৰিবৰ্তন হোৱা নাই।

## ৬৫. বৰগাং নৈ

এখন অতি প্ৰাচীন নৈ। কালিকাপুৰাণৰ ৮০ অধ্যায় মতে শম্ভুৱে নৰ্তক পৰ্বতৰ এক সৰোবৰত ক্ৰীড়াৰ সময়ত পাৰ্বতীৰ গাত সোণৰ কণিকাৰে সৈতে চন্দন বিন্দু অৰ্পণ কৰে। স্নানৰ সময়ত সেই স্বৰ্ণ কণিকা স্বৰ্ণশ্ৰী নৈৰ পানীয়ে ধুই আনে। সেইবাবে নৈখনৰ অপৰ নাম স্বৰ্ণবহা বা বৰগাং।

নৈখন অৰুণাচলৰ পূব কামেং জিলাৰ পৰ্বতৰ মাজত ২০৯৬ মিটাৰ উচ্চতাত ওলাই (২৭° ৫', ৯৩° ৮') দক্ষিণমুৱা হৈ বৈ আহে। অসমৰ শোণিতপুৰ জিলাৰ বিশ্বনাথ মহকুমাত সোমোৱাৰ সামান্য উজনিত নৈখনে সোঁপাৰে পটে নৈ আৰু বাঁওপাৰে দৰছিং নৈক লগত লৈ বৰগাং নামৰ ঠাইত অসমত সোমায়। তাৰপৰা পূবৰ বিহালী আৰু পশ্চিমৰ বিশ্বনাথ সংৰক্ষিত বনৰ মাজৰ সীমা হৈ এখন বালিময় নৈৰ ৰূপত দক্ষিণ-পূবমুৱা হৈ বৈ আহে। অসমৰ সীমাৰ



পৰা ৮ কিমি আহি বনাঞ্চলৰ দক্ষিণৰ বৰজাৰণিত নৈখনে উত্তৰ-পুব দিশৰপৰা অহা দীঘলমুখ (আগৰ নাম দিকাই) নৈক বাঁওপাৰে লয়। দীঘলমুখ নৈখন অৰুণাচলৰ পৰ্বতৰপৰা আহিছে; ইয়াৰ উপনৈ হ'ল ধিৰি নৈ।

বৰগাং নৈ বৰজাৰণিৰপৰা দক্ষিণ-পুব দিশত ৪ কিমি আহি পুৰণি পানী নামৰ ঠাই পায়। তাৰপৰাই দক্ষিণমুৱা হৈ আঢ়ৈ কিমি আহি উজনিত ফাটি অহা নিজৰে এটা সুঁতিক সোঁপাৰে লয়। ইয়াৰ পাছত নৈখন ২ কিমি ভটিয়াই বৰগাং চহৰত ৰাষ্ট্ৰীয় ঘাইপথ আৰু ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা ২ কিমি আহি নৈখনে উত্তৰৰ বিহালী বনৰ মাজেদি অহা শুকানসুঁতি নৈক (পূৰ্বৰ নাম ইটাখোলা নৈ) লগত লয়। এই ঠাইতে বৰগাংৰ সোঁপাৰে এক প্ৰাচীন সুঁতি থকা দেখা যায়। ইয়াৰপাছত নৈখন বৰবিল চাহবাগিছাৰ পশ্চিমেদি আৰু মনাবাৰী চাহবাগিছাৰ পুবেদি চাৰে সাত কিমি বাট দক্ষিণলৈ আহি কাঠনিবাৰী নামৰ ঠাইত সামান্য পুবমুৱা হৈ ব্ৰহ্মপুত্ৰত পৰে। শোণিতপুৰ জিলাৰ ভিতৰত ইয়াৰ দীঘ ৩৩ কিল'মিটাৰ। নৈখনৰ অৱবাহিকাৰ কালি ৪৫০ বৰ্গ কিল'মিটাৰ।

নৈখন শীত কালত প্ৰায় শুকাই যায়। ইয়াৰ দুয়োপাৰ বহল আৰু নদী উপত্যকা যথেষ্ট দ'। বৰগাংেদি প্ৰৱাহিত হোৱা সৰ্বোচ্চ পানীৰ পৰিমাণ ১৯৬৭ আৰু ১৯৬৮ চনত যথাক্ৰমে প্ৰতি ছেকেণ্ডত ২৯৪'৩৫ আৰু ৬০৬'৫৮ ঘনমিটাৰ। নৈখনেদি বছৰি গড়ে ১২২ হেক্টাৰ মিটাৰ গেদ উটি-ভাহি যায়। ৰেডৰ টোকা মতে বৰগাং নৈখন দিক্ৰং নৈৰ সমান ডাঙৰ আছিল। সেই সময়ত ইয়াৰ বালিত সোণ কমোৱা হৈছিল। ইয়াৰ সোণ হেনো দিক্ৰঙৰ সোণতকৈও উৎকৃষ্ট আছিল, কাৰণ তেতিয়া দিক্ৰঙৰ সোণৰ দাম তোলাত ১২-১৪ টকা আৰু বৰগাংৰ সোণৰ দাম ১৮-২০ টকা আছিল।

## ৬৬. জিনজীয়া নৈ

এইখন বৰগাং আৰু বুঢ়ীগাং নৈৰ মাজৰ এখন সৰু নৈ। এসময়ত জিনজীয়া নৈখন বৰ্তমানৰ জিনজীয়া চাহবাগিছাৰ কাষৰ বৰজাৰণিত ওলাই অকলশৰে সপিল পথেৰে দক্ষিণ দিশত বৈ আহিছিল। এতিয়া নৈখন জিনজীয়া বাগিছাৰ পশ্চিমে ইয়াৰ পশ্চিমৰ বুঢ়ীগাংৰ উপনৈ ক'লাপানী নৈৰ লগত এটা সুঁতিৰে বিৰিজান নামৰ ঠাইত সংযোজিত হৈ আছে। গতিকে ক'লাপানীৰ এভাগ পানীও জিনজীয়াইদি বয়। নৈখনে উৎসৰপৰা গবৈমাৰী খেলমাটি হৈ সপিল পথেৰে

দক্ষিণমুৱা হৈ ১৪ কিমি দূৰ আহি গেলাপুখুৰীৰ পুবত ৰে'লপথ পাৰ হয়। খেলমাটিৰ ওচৰত জিনজীয়াৰ পানী খাল কাটি দক্ষিণলৈ দিয়াৰ বাবেই হয়তো নৈখন প্ৰায় শুকান হৈ পৰিছে।

নৈখন ৰে'লপথৰপৰা ৬ কিমি দক্ষিণলৈ আহি বাঘমাৰি চাহ-বাগিছাৰ মাজত সোমায়। ইয়াৰপৰা নৈখন পুনৰ সবল হৈ ৭ কিমি ভটিয়াই বৰো পাম পায়। ইয়াতে জিনজীয়া নৈখন বাঘমাৰি হৈ অহা ব্ৰহ্মপুত্ৰৰ এক সুঁতিত পৰে। এই ঠাইৰ পুবত আহমাৰী নামৰ এখন বিল আছে। ব্ৰহ্মপুত্ৰৰ এই সুঁতিটো জিনজীয়াক লৈ আৰু ৩ কিমি দক্ষিণ-পশ্চিমলৈ গৈ ছিলামাৰিত ব্ৰহ্মপুত্ৰত পৰেগৈ।

## ৬৭. বুঢ়ীগাং নৈ

এয়াই প্ৰাচীন নাম বৃদ্ধগংগা। কালিকা পুৰাণ মতে স্বয়ং শংকৰে নৈখনক নৰ্টক পৰ্বতৰপৰা নমাই আনিছে। নৈখনক গংগাৰ দৰে পবিত্ৰ বুলি জ্ঞান কৰা হয়। বৃদ্ধগংগাৰ পানীৰ মাজত ব্ৰহ্মপুত্ৰ নদীৰ তীৰত বিশ্বনাথ শিৱলিংগ আৰু যোনিমণ্ডলৰূপা মহাদেৱী বিশ্বদেৱী অৱস্থান কৰিছে।

বৰ্তমান বুঢ়ীগাং নৈখন শোণিতপুৰ জিলাৰ বিশ্বনাথ সংৰক্ষিত বনৰ উত্তৰৰ পুব কামেং জিলাৰ পাহাৰৰ দক্ষিণ ঢালত ওলাই দক্ষিণ-পুবমুৱা হৈ মাত্ৰ ৩ কিমি আহি ১৫২ নং সীমান্ত খুটাত অসমত সোমায়। বুঢ়ীগাং নামেৰে উক্ত বনৰ মাজেদি ৩ কিমি আহি নৈখন দুভাগ হয়। এভাগ দক্ষিণ-পুবমুৱা হৈ ৬ কিমি আহি ডফলাগড়ৰ দাঁতিয়েদি দক্ষিণ-পশ্চিমলৈ ঘূৰি তিনসুঁতি নামৰ ঠাইত পুনৰ বুঢ়ী-গাঙত লগ হয়হি। মূল ভাগটো ফটা ঠাইৰপৰা দক্ষিণ-পুৱমুৱা হৈ ৭ কিমি আহি তিনসুঁতিত বাকীটো শাখাক লৈ দক্ষিণমুৱা হয়। তাৰপৰা মিজিকাজান আৰু ক'লাপানী চাহবাগিছাৰ মাজৰ সীমাইদি নৈখন দক্ষিণমুৱা হৈ ৬ কিমি আহি ফুলসুন্দৰীৰ কাষৰ ঘোঁৱামাৰিত ক'লাপানী নৈক বাঁওপাৰে লয়।

ক'লাপানী নৈখন উত্তৰৰ বিশ্বনাথ বনৰপৰা দক্ষিণ-পুবমুৱা হৈ ৭ কিমি আহি বিৰিজান নামৰ ঠাইত দুভাগ হয়। তাৰে এভাগ দক্ষিণ-পুবলৈ গৈ জিনজীয়া মৈত লাগেগৈ। মূল ভাগটো দক্ষিণ-পশ্চিম-মুৱা হৈ ক'লাপানী চাহবাগিছা হৈ ৬ কিমি আহি ঘোঁৱামাৰিত বুঢ়ীগাঙত পৰে। কোনো সময়ত পুবৰ বৰগাং নৈৰ পানী বৰজাৰণিৰ পিনে এটা সুঁতিয়েদি বাগৰি দক্ষিণলৈ আহি ক'লাপানীত পৰি ক'লা-



পানী সুঁতিটোক বহল কৰে। বৰজাৰণিৰ ওচৰত ডফলাগড়ৰ কাষত সেই সুঁতিৰ চিন স্পষ্টকৈ দেখা যায়।

ঘোঁৱামাৰীৰপৰা বুঢ়ীগাং নৈখন ৪ কিমি দক্ষিণলৈ আহি বিশ্ব-নাথ চাৰিআলি ৰে'লষ্টেচনৰ ৩ কিমি পুবত ৰে'লপথ পাৰ হয়। তাৰপৰা ই আৰু ৫ কিমি দক্ষিণলৈ আহি বুঢ়ীগাং গাঁৱত ঘাইপথ অতিক্ৰম কৰে। তাৰপৰা দক্ষিণ-পশ্চিমমুৱাহৈ ৫ কিমি আহি ছোগ্ৰা চাহবাগিছাৰ ওচৰত বিশ্বনাথ চাৰিআলিৰ পুবেদি বৈ অহা গলীয়া নৈক সোঁপাৰে লয়। ইয়াৰপৰা বুঢ়ীগাং নৈখন গেৰেকি বিলেদি আৰু ধেনুখনা পুখুৰীৰ পুবেদি ৫ কিমি বাটৰে আহি বিশ্বনাথত ব্ৰহ্মপুত্ৰত পৰে। ৰেভৰ মতেও নৈখন ডফলা পৰ্বতত ওলাই বিশ্বনাথৰ মন্দিৰৰ কাষত ব্ৰহ্মপুত্ৰত পৰিছিল আৰু ইয়াৰ বালিৰপৰাও সোণ কমোৱা হৈছিল।

## ৬৮. সাধাৰু নৈ

বুঢ়ীগাঙৰ পশ্চিমৰ এখন সৰু নৈ। সাধাৰু নৈখন পাভৈ আৰু সাধাৰু নৈ মিলি হৈছে। ইহঁত দুয়োৰে ভিতৰত পাভৈখন ডাঙৰ। পাভৈ নৈখন বুঢ়ীগাং নৈ উৎপত্তি হোৱা ঠাইৰ সামান্য পশ্চিমত ওলাই ৩ কিমি বৈ আহি অসমত প্ৰৱেশ কৰে। বিশ্বনাথ সংৰক্ষিত বনৰ মাজেদি ই পাভৈ নৈ নামেৰে দক্ষিণমুৱা হৈ ১০ কিমি আহি পাভৈ চাহবাগিছাৰ উত্তৰত প্ৰাচীন ডফলাগড় পাৰ হয়। তাৰপৰা উক্ত চাহবাগিছাৰ মাজেদি নৈখন সপিল পথেৰে ৪ কিমি আহি পাভৈ পাঁচআলি পায়। ইয়াৰপৰা ৩ কিমি ভটিয়াই বৰপুখুৰী চাহবাগিছাৰ পুবত পাভৈখন ছাধাৰু নৈৰ লগ লাগে।

সাধাৰু নৈখন পূৰ্বোক্ত তিনিসুঁতিৰ পশ্চিমে ওলাই ডফলাগড় পাৰ হৈ মিজিকাজান চাহবাগিছাৰ মাজেদি দক্ষিণলৈ আহে। এইদৰে ৪ কিমি আহি দক্ষিণ-পশ্চিমমুৱা হয়। উক্ত বাগিছাৰ দক্ষিণেদি বাটত ২ খনমান জান লৈ ৬ কিমি আহি সাধাৰু বস্তিৰ ওচৰত পাভৈ নৈৰ লগ লাগে।

পাভৈ আৰু সাধাৰু মিলি সাধাৰু নামেৰে বৰপুখুৰী চাহবাগিছাৰ কাষেদি আৰু কুঁৱৰী পুখুৰীৰ উত্তৰেদি দক্ষিণ-পশ্চিমমুৱা হৈ ৫ কিমি আহি ক'লদোঙাত ৰে'লপথ পাৰ হয়। ইয়াৰ পাছত নৈখন প্ৰতাপ-গড় চাহবাগিছাৰ পুবেদি আৰু চতিয়া-চাৰিআলি পথ পাৰ হৈ মুঠ ৪ কিমি আহি বৰ বিলত পৰে। পাছত এই বিলৰপৰা ওলাই ২ কিমি ভটিয়াই নৈখন গড়েহাগী সুঁতি নামৰ ব্ৰহ্মপুত্ৰৰ একসুঁতিত পৰে।

গড়েহাগী সুঁতিটো বিশ্বনাথৰ পশ্চিমে চোৰাগুৰিত ব্ৰহ্মপুত্ৰৰপৰা ফাটি উত্তৰ-পশ্চিম দিশত ৬ কিমি আহি পানীভঁৰাল গাঁৱৰপৰা পশ্চিম-মুৱা হয়। এইদৰে ই আঢ়ৈ কিমি আহি সাধাৰু নৈক সোঁপাৰে লয়। ইয়াৰপৰা সুঁতিটো ৫ কিমি ভটিয়াই কুচিআটী চাপৰিত মিৰি সুঁতিক বাঁওপাৰে লয়। তাৰপৰা ই ডেৰ কিমি ভটিয়াই ঘিলাধাৰীমুখত ঘিলাধাৰী নৈক সোঁপাৰে লৈ নাম লয় ঘিলাধাৰী নৈ।

## ৬৯. ঘিলাধাৰী নৈ

ঘিলাধাৰী নৈখনৰ এছোৱা তেজপুৰ আৰু বিশ্বনাথ মহকুমাৰ মাজৰ সীমাইদি বৈ আহিছে। নৈখন অৰুণাচলৰ পুব কামেং জিলাৰ পাহাৰৰ নামনিত ওলাই মাত্ৰ ৩ কিমি বৈ আহি অসমত প্ৰবেশ কৰে। সীমাৰপৰা নদুৱাৰ আৰু বিশ্বনাথ সংৰক্ষিত বনৰ মাজেদি প্ৰথমে দক্ষিণ-পশ্চিমমুৱা হৈ ২ কিমি আহি নৈখন দক্ষিণ-পুবমুৱা হয়। এই ঠাইতে ইয়াৰ এক পুৰণা সুঁতি মৰা ঘিলাধাৰী নৈ নামেৰে চিধা দক্ষিণলৈ আহে। মূল নৈখন আৰু ৩ কিমি আহি উত্তৰৰপৰা অহা এখন জান বাঁওপাৰে লৈ দক্ষিণমুৱা হয়। এইদৰে নৈখন ৩ কিমি আহি বনৰ দক্ষিণসীমাৰ তৰাজুলি পায়। ইয়াৰপৰা নৈখন ২ কিমি ভটিয়াই উত্তৰৰ পাহাৰৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ অহা মাজুলী নৈক বাঁওপাৰে লয়। মাজুলী আৰু ঘিলাধাৰী একে ঠাইতে উৎপত্তি হৈছে। মাজুলী নৈৰ মোহনাত ঘিলাধাৰীৰ সোঁপাৰে মাজুলী চাহবাগিছা। এই বাগিছাতে মৰা ঘিলাধাৰী নৈ ঘিলাধাৰীৰ সোঁপাৰে লগ হয়।

সেই ঠাইৰপৰা ঘিলাধাৰীখন ২ কিমি দক্ষিণলৈ আহি ভীমাজুলিৰ কাষেদি অহা ভীমাজুলি জানক বাঁওপাৰে লগত লয়। ভীমাজুলিৰ উপনৈ দিৰিং চাহবাগিছাৰ মাজেদি অহা ধুল্লি নৈ। তাৰপৰা নৈখন আৰু ১ কিমি ভটিয়াই ঘিলাধাৰী চাহবাগিছাৰ পুবত, ঘিলাধাৰীৰ পশ্চিমেদি পাহাৰৰপৰা অহা সৰু ঘিলাধাৰী নৈক সোঁপাৰে লয়। সৰু ঘিলাধাৰীৰ উপনৈ হ'ল বাঁওপাৰে পাহাৰৰপৰা অহা মনাই নৈ আৰু সোঁপাৰে নদুৱাৰ বনৰ মাজৰ চেলাইখাতী নৈ।

সৰু ঘিলাধাৰীক লগত লৈ ঘিলাধাৰী নৈ ৩ কিমি ভটিয়াই বৰপামৰ পুবত পাহাৰৰপৰা অহা দিৰিং নৈৰ এটা শাখা আৰু ১ কিমি আহি দিৰিং নৈ দুয়োকে বাঁওপাৰে লয়। দিৰিং নৈখন উত্তৰৰ পাহাৰত মাজুলী নৈৰ পুবত ওলাই দক্ষিণলৈ আহি অসমত সোমাই বিশ্বনাথ বনৰ মাজত দুভাগ হয়। সামান্য ব্যৱধানত ইয়াৰ দুয়োটা



শাখা দিৰিং বাগিছাৰ মাজেদি আহি এভাগ দক্ষিণ-পশ্চিমমুৱা হৈ ধুল্লি চাহবাগিছাৰ উত্তৰেদি আহি ঘিলাধাৰীত পৰে। আনভাগ দক্ষিণলৈ আহি মাজুলী চাহবাগিছাৰ উত্তৰেদি বৈ কমাৰজান নামৰ ঠাইত ঘিলাধাৰীত পৰে।

কমাৰজানৰপৰা ঘিলাধাৰী নৈ আঢ়ৈ কিমি ভটিয়াই প্ৰতাপগড় চাহবাগিছাৰ কাষত পথাইজানক বাঁওপাৰে লয়। ইয়াৰপৰা ডেৰ কিমি দক্ষিণলৈ আহি ৰে'লপথৰ কাষত ডিপলোঙা নৈক সোঁপাৰে লয়। ডিপলোঙাৰ উপনৈ বৰপাম নৈ।

ঘিলাধাৰী নৈ ৰে'লপথৰপৰা ১ কিমি ভটিয়াই ভোলাগুৰিত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ আধা কিমি আহি নিজৰ পুবৰ প্ৰতাপগড় বাগিছাৰ দক্ষিণৰ মুকুৰ দলনি, কদমনি, ডেৰভেৰি, দীঘলী আদি বিলৰপৰা অহা এখন জান বাঁওপাৰে লয়। ইয়াৰপৰা নৈখন দক্ষিণ-পুবমুৱা হৈ ৩ কিমি আহি বৰভেটি পায়। বৰভেটিৰপৰা নৈখনে একে দিশত আৰু ডেৰ কিমি আহি ঘিলাধাৰীমুখত উত্তৰৰ চতিয়া নগৰৰ মাজেদি দক্ষিণলৈ অহা মনাই নৈক সোঁপাৰে লৈ গৰাভাগি সুঁতিত পৰে।

ইয়াৰ পাছত গৰাভাগী সুঁতিৰ নাম হয় ঘিলাধাৰী নৈ। নৈখন ইয়াৰপৰা প্ৰায় পশ্চিমমুৱা হৈ ৬ কিমি আহি শিঙীয়াজানক সোঁপাৰে লয়। শিঙীয়াজানক উজনিত দেউৰী নৈ বোলে। দেউৰী নৈখন উত্তৰৰ বেবেজিয়া আৰু নলতলিৰ কাষেদি দক্ষিণ-পুবমুৱা হৈ আহি নপমুৱাত খনাজানক সোঁপাৰে লৈ বৰদোৱা বিলত পৰে। পাছত বিলৰপৰা ওলাই বটিয়াচুকা চাপৰিৰ দক্ষিণত শিঙীয়া নামেৰে ঘিলাধাৰীত পৰে।

শিঙীয়াক লৈ ঘিলাধাৰীখন দক্ষিণ-পশ্চিমমুৱা হয়। এনেকৈ ই ২ কিমি আহি ঝাউনী নলাক বাঁওপাৰে লয়। ইয়াৰপৰা ডেৰ কিমি আহি ঘিলাধাৰী নৈখন দিকৰাইমুখ পায়। ইয়াতে দিকৰাই নৈ আহি ঘিলাধাৰীত পৰে। দিকৰাইমুখৰপৰা নৈখনে একেদিশতে আৰু ডেৰ কিমি আহি পুৰণি ভেটিৰ ওচৰত মহমৰা জানক সোঁপাৰে লয়। মহমৰা জানখন জামুগুৰি চহৰৰ ১ কিমি পুবেদি দক্ষিণলৈ বৈ আহিছে। ইয়াৰ পাছত ঘিলাধাৰী নৈখন দক্ষিণমুৱা হয়। এনেকৈ ই ২ কিমি আহি টিলাবন্ধাজানক সোঁপাৰে লয়। ইয়াৰপৰা নৈখন আৰু ডেৰ কিমি ভটিয়াই পানপুৰ ঘাটত ব্ৰহ্মপুত্ৰত পৰে। পানপুৰ ঘাটৰপৰা আঢ়ৈ কিমি নামনিত জীয়া ভৰলী নৈ ব্ৰহ্মপুত্ৰত পৰিছে।

ৰেডৰ টোকা মতেও নৈখন ডফলা পৰ্বতত ওলাই সনান গোঁহাইৰ ৰাজ্যৰ মাজেদি বৈ বিশ্বনাথৰপৰা ১৩ কিমি নামনিত ব্ৰহ্মপুত্ৰত পৰিছিল।

## ঘিলাধাৰীৰ উপনৈ

**৬৯.১. মনাই নৈ ঃ** নদুৱাৰ বনৰ ভিতৰৰ উত্তৰ বালিজুৰি নামৰ ঠাইৰ পুৱত মনাই নৈখন উৎপত্তি হৈছে। তাৰপৰা নৈখন দক্ষিণ দিশত ৫ কিমি আহি তেজালপুটি চাহবাগিচাৰ পুব ভাগ পায়। ইয়াৰপৰা নৈখন ৬ কিমি আহি মনাই চাহবাগিছাৰ পশ্চিমত ওলায়হি। ইয়াতে নৈখনে পশ্চিমৰপৰা অহা জান এখন সোঁপাৰে লয়। তাৰপৰা ২ কিমি ভটিয়াই মনাইখন দুভাগ হয়। দুয়োভাগ কিছু ব্যৱধান ৰাখি ৩ কিমি দক্ষিণ-পুবলৈ আহি ভুঞাপাৰাত আকৌ লগ হয়। ইয়াতে এখন ডাঙৰ জান আহি মনাইৰ বাঁওপাৰে পৰে। ইয়াৰপৰা মনাইখন দক্ষিণ-পুবমুৱা হৈ ৪ কিমি বাট এক সপিল পথেৰে আহি চতিয়াৰ পশ্চিমে ৰে'লপথ পাৰ হয়। তাৰপৰা নৈখন দক্ষিণমুৱা হৈ ৪ কিমি ভটিয়াই ঘিলাধাৰীমুখত ঘিলাধাৰী নৈত পৰে।

**৬৯.২. দিকৰাই নৈ ঃ** এইখন তেজপুৰ মহকুমাৰ পুব ভাগৰ নৈ। কালিকা পুৰাণৰ মতে নৈখন নৰ্টক পৰ্বতৰ পশ্চিমভাগৰপৰা দিক্কৰিকা নামে ওলাইছিল। দিগ্ হস্তীবিলাকৰ আঘাতৰপৰা উৎপন্ন হোৱা বাবে নৈখনৰ নাম দিক্কৰিকা (দিকৰাই) হৈছে।

বৰ্তমান দিকৰাইখন সমতলত উৎপত্তি হোৱা এখন মজলীয়া আকাৰৰ নৈ। জীয়া ভৰলীৰ উপনৈ বৈ মৰা নৈৰ পুবৰ আৰু ইতিপূৰ্বে বৰ্ণনা কৰা মনাই নৈৰ পশ্চিমৰ বালিজুৰি অঞ্চলৰ ভালেমান জান-জুৰি একেলগ হৈ দিকৰাই নৈখন সৃষ্টি হৈছে। এই জান-জুৰিবোৰ নদুৱাৰ বনৰ দক্ষিণভাগত ওলাই দক্ষিণ-পশ্চিম দিশত, প্ৰায় সমান্তৰালকৈ আৰু কিছুমান ঠায়ে ঠায়ে বিভক্ত হৈ, পাছত আকৌ একেলগ হৈ এনেদৰে এক জটিল অৱবাহ প্ৰণালীৰ ৰূপত বৈ আহিছে। এই নৈবোৰৰ ভিতৰত ধোবি নৈখনেই ডাঙৰ। উৎসৰপৰা দিকৰাই আৰু ধোবি দুয়োখন প্ৰায় ৮ কিমি বাট আহি হাতীগা নামৰ ঠাইত মিলি দিকৰাই নামেৰে দক্ষিণ-পুবমুৱা হৈ বৈ আহে। এনেকৈ ই গাড়ীখানা হৈ ৪ কিমি আহি ইটাখোলা পায়। ইটাখোলাৰপৰা নৈখন ১ কিমি আহি গেৰেকীত হঠাতে দক্ষিণমুৱা হয়। এনেকৈ সপিল পথেৰে ৩ কিমি আহি নাগশংকৰ ৰে'ল ষ্টেচনৰ পশ্চিমে ৰে'লপথ পাৰ হয়। তাৰপৰা দুটামান ডাঙৰ মেছ লৈ নৈখন ৮ কিমি বৈ আহি নলতলিৰ পশ্চিমে চাৰিআলি-জামুগুৰি পথ পাৰ হয়। এই



পথৰপৰা নৈখন ৫ কিমি দক্ষিণলৈ আহি গোৱালপামত এখন জান সোঁপাৰে লৈ বটীয়াবোকাৰ দক্ষিণত ঘিলাধাৰীত পৰে। ৰেডৰ টোকা মতে দিকলেই (দিকৰাই) খন ডফলা পৰ্বতত ওলাই কলিয়াবৰৰ বিপৰীতে ব্ৰহ্মপুত্ৰত পৰিছিল। বৰ্তমান নৈখন এখন বিসদৃশ প্ৰকৃতিৰ নৈ হোৱা বাবে নৈখন পূৰ্বতে এখন যথেষ্ট ডাঙৰ নৈ আছিল বুলি অনুমান হয়।

**৭০. জীয়া ভৰলী নৈ ঃ** তিব্বতত উৎপত্তি হৈ অৰুণাচলৰ কামেং জিলাৰ মাজেদি আহি শোণিতপুৰ জিলাত ব্ৰহ্মপুত্ৰত পৰা এইখন এখন অতি প্ৰাচীন আৰু প্ৰসিদ্ধ নৈ। কালিকাপুৰাণত এই নৈৰ নাম ভট্টাৰিকা বা ভৈৰৱী। এটা কিংবদন্তি মতে অতীজত এবাৰ বৰ খৰাং হৈ ভক্তসকল কণ্টত পৰা হেতুকে ভৈৰৱী দেবীয়ে নদী ৰূপ ধৰি হিমালয়ৰপৰা নামি আহিলে। তদুপৰি ভৈৰৱী দেৱীয়ে বিশ্বনাথত থকা ভগৱান শিৱক লগ কৰিবলৈ ব্যগ্ৰ হৈ থকা বাবে ভৰলী নদীখন ক্ৰমান্বয়ে পুবমুৱা হৈ গৈ আছে বুলি ভবা হয়। নদীখনৰ উৎপত্তি সম্পৰ্কে অন্য কিংবদন্তিও আছে। ভৈৰৱী নৈৰ মুখত ভোমোৰাগুৰি পৰ্বতৰ পুবকাষে মহামুণি চ্যৱনৰ সিদ্ধাশ্ৰম আছিল বুলিও উল্লেখ পোৱা যায়।

বৰ্তমান এইখনৰ আগলিভাগ ভাৰত-তিব্বত সীমাৰ ওচৰৰ এক চিৰ তুষাৰ ক্ষেত্ৰত (২৮°৭', ৯২°৫৩') ওলাই পুব-দক্ষিণ দিশত ৫০ কিমি আহি অৰুণাচলত সোমাই কামেং নৈ নামেৰে দক্ষিণ-পশ্চিমমুৱা হয়। এনেকৈ ই ৫০ কিমি আহি ৰিয়াং, তাৰপৰা দক্ষিণমুৱা হৈ ২০ কিমি আহি য়েংজি পায়। তাৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ ২০ কিমি আহি বিচোম আৰু টেঙা মিলি হোৱা নৈখন লয়। বিচোম নৈ ভাৰত-তিব্বত সীমাৰ কাষৰ এখন চিৰ-তুষাৰ ক্ষেত্ৰৰপৰা আৰু টেঙা নৈ বমডিলাৰ দক্ষিণৰ ৰূপাৰ কাষেদি পুবলৈ আহিছে। ইয়াৰ পাছত কামেং নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ২৫ কিমি আহি ক্ৰমাৎ দক্ষিণমুৱা হয়। এইদৰে ৩০ কিমি আহি ক্ৰমান্বয়ে পুব-দক্ষিণমুৱা হৈ ভালুকপুং পায়। বাণৰজাৰ নাতি ভালুকৰ নামানুসাৰে এই ঠাই তথা পুং এটাৰ নাম ভালুকপুং হৈছে বুলি পোৱা যায়।

ভৰলী নৈখন ভালুকপুঙলৈ অহা পথৰ কাষেদি আহি ভালুকপুঙৰ কাষত দয়াং নামৰ নৈখন লগত লৈ বন বিভাগৰ পৰিদৰ্শন গৃহৰ ওচৰত অসমত সোমায়। সীমাৰপৰা নৈখন পুবমুৱা হৈ ৩ কিমি আহি

প্ৰথমে দিহাপুৰ নলাক বাঁওপাৰে লয়। পূবমুৱা দিশতে আৰু আঢ়ৈ কিমি আহি দিজু নৈৰ দুটা শাখা ২ কিমি ব্যৱধানত লগ কৰি ভৰলীখন মুঠ ৪ কিমি আহি বৰমচো আৰু নামৰি নৈ দুয়োকে বাঁওপাৰে লয়। ইয়াতে বৰমচো আৰু নমিৰিক সংযোগ কৰা দেইজি নামৰ ভৰলীৰ একেমুৱা সুঁতি এটাও আছে। নমিৰি নৈক লোৱাৰপৰা ভৰলী নৈ আধা কিমি ভটিয়াই দৈগুৰং নৈক বাঁওপাৰে লয়। পাহাৰৰ নামনিত এইছোৱা পথত নৈখনৰ বুকু শিল-বালিৰে ভৰা আৰু গুম্ফিত প্ৰকাৰৰ।

দৈগুৰং নৈ যোগ হোৱা ঠাইতে ভৰলীখন দুটা শাখাত বিভক্ত হয়। ইয়াৰে গৌণ শাখাটোৱে কিছু পূবলৈ আহি দক্ষিণ-পূবমুৱা হৈ মুঠ ৫ কিমি বৈ ওপৰ দিকৰাই নৈক বাঁওপাৰে লয়। তাৰপৰা শাখাটো আৰু ১ কিমি ভটিয়াই ভৰলীৰ মূল শাখাৰ লগত মিলেহি। ইফালে মুখ্য শাখাটো দক্ষিণ-পূবদিশত ৪ কিমি আহি নিজৰ সমান্তৰালকৈ বৈ অহা ওপৰ সোণাই নৈক সোঁপাৰে লৈ আৰু ১ কিমি ভটিয়াই আনটো শাখাৰ লগ লাগে। এই ঠাইৰপৰা ভৰলীৰ সোঁপাৰে বালিপাৰা আৰু বাঁওপাৰে নদুৱাৰ সংৰক্ষিত বন। দুয়ো শাখা মিলি দক্ষিণ-পূব দিশত ৪ কিমি আহি পোতাশালি নামৰ ঠাইত নৈখন পুনৰ দুভাগ হয়। ইয়াৰপৰা নৈখনৰ এটা গৌণ শাখা দক্ষিণলৈ আহে আৰু মূল ভৰলীখন ৩ টা ক্ষুদ্ৰ জলপ্ৰপাত সৃষ্টি কৰি পূবলৈ ২ কিমি আহি দক্ষিণমুৱা হয়। এনেকৈ নৈখন ১ কিমি আহি খাৰি দিকৰাই নৈক বাঁওপাৰে লয়। তাৰপৰা ই আৰু এটা ক্ষুদ্ৰ জলপ্ৰপাতৰ ওপৰেদি পাৰ হৈ ৩ কিমি আহি আনটো শাখাৰ লগ লাগে। ইয়াৰ পাছত নৈখন দক্ষিণ দিশতে বৈ এটা ক্ষুদ্ৰ-জলপ্ৰপাত পাৰ হৈ ৩ কিমি আহি বগীজুলি নৈক বাঁওপাৰে লয়। বগীজুলিখন অৰুণাচলৰ পাহাৰৰপৰা নদুৱাৰ বনৰ মাজেদি দক্ষিণ-পশ্চিমমুৱা হৈ ১২ কিমি বৈ আহিছে।

বগীজুলিক লৈ ভৰলী নৈ এটা ভাঁজ ঘূৰি উত্তৰ-পশ্চিমমুৱা হৈ ৩ কিমি আহি চাৰিকাটিত চাৰিকাটী জানক সোঁপাৰে লয়। ইয়াৰপৰা নৈখন দক্ষিণমুৱা হৈ লোকৰাৰ পূবৰ ভূৰাগাঁও চাহবাগিছাৰ কাষেদি মুঠ ৭ কিমি আহি চিলনীঘাট পায়। চিলনীঘাটতে ভৰলীৰ প্ৰধান উপনৈ বৰ দিকৰাই নৈ আহি ভৰলীৰ বাঁওপাৰে পৰে। ইয়াৰপৰা ভৰলী নৈ ২ কিমি ভটিয়াই জীয়া ভৰলী ৰে'ল ষ্টেচনৰ পূবত ৰে'ল পথ পাৰ হয়। ৰে'লপথৰপৰা দক্ষিণমুৱা হৈ নৈখনে গুম্ফিত



পথেৰে ৪ কিমি আহি দৌলৰ ঘাটৰ দক্ষিণে বৈ মৰা নৈক বাঁওপাৰে লগ কৰে।

বৈমৰাক লোৱাৰ ওচৰতে ভৰলীৰ ২ টামান শাখা সোঁপাৰৰপৰা ফাটি পশ্চিমলৈ আহে। ইয়াৰে একেবাৰে পশ্চিমৰটোত দোলাবাৰী নামৰ ঠাইত মানছাৰি নৈ পৰে। পাছত এই শাখাটো বৈমৰাৰ মোহনাতকৈ ৩ কিমি ভটিয়নিত ভৰলীৰ লগত যোগ হয়হি। এসময়ত ভৰলী নৈখন দোলাবাৰীৰ ওচৰৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ এক সৰ্পিল পথেৰে বৈ আহিছিল। বৰ্তমান এই পুৰণা নৈখনক মৰা ভৰলী বোলে। কোনো কাৰণত ভৰলীখনে ঊনবিংশ শতিকাৰ আদি ভাগত দক্ষিণ-পূবলৈ গতি কৰি বৰ্তমান নতুন পথেৰে বৈ অহা বাবে এইখনৰ নাম হ'ল জীয়া ভৰলী নৈ।

মানচাৰি নৈক লগত লৈ জীয়া ভৰলীৰ এক সৰু শাখা ভৰলী নামেৰে পশ্চিমলৈ ফাটি গৈ কৰৈবাৰী, দিকৰাইজান আদি ঠাই হৈ দক্ষিণলৈ ৬ কিমি বৈ মৌখোৱা চাপৰিত জীয়া ভৰলীৰ লগ হয়হি। মূল ভৰলী নৈখন জীয়াভৰলী নামেৰে ৩ কিমি দক্ষিণলৈ আহি গটাইমাৰিত ঘাইপথ পাৰ হৈ আৰু ২ কিমি ভটিয়াই মৌখোৱা চাপৰিত পূৰ্বতে ফাটি যোৱা শাখাটোক লগত লয়। মৌখোৱা চাপৰিৰপৰা নৈখন ৩ কিমি আহি টেঙাবস্তি পায়। ইয়াতে জীয়া-ভৰলীৰ এক সৰু শাখা ফাটি দক্ষিণমুৱা হৈ ৫ কিমি আহি ভোমোৰা-গুৰি পাহাৰৰ পূবৰ শিৰোৱানীত ব্ৰহ্মপুত্ৰত পৰেহি। টেঙাবস্তিত এসময়ত টেঙাবিল নামৰ এখন ডাঙৰ বিল আছিল। টেঙাবস্তিৰপৰা মূল নৈখন দক্ষিণ-পূবমুৱা হৈ চাৰে চাৰি কিমি বৈ আহি ভোমোৰাগুৰি পাহাৰৰ ৩ কিমি পূবৰ শিমলুবাৰীত ব্ৰহ্মপুত্ৰত পৰে। জীয়াভৰলী নৈৰ মোহনাৰ নামনিত ব্ৰহ্মপুত্ৰৰ বুকুত বৃহৎ আকাৰৰ অনেক চাপৰি আছে। ইয়াৰে বহুতত মানুহে বসবাস কৰে।

ভৰলী নৈৰ অৱবাহিকাৰ কালি ১৪৪:০ বৰ্গ কিল'মিটাৰ। নৈখনৰ দীঘ তিব্বত আৰু অৰুণাচলত ১৯৫ কিমি আৰু অসমত ৫৬ কিমি। চিলনীঘাটত নৈখনৰ বিপদ সীমা ৭৯·৫৯ মিটাৰ। ইয়াতে লোৱা জোখমতে নৈখনেদি প্ৰবাহিত হোৱা পানীৰ সৰ্বোচ্চ পৰিমাণ ১৯৬৪, ৬৫, ৬৬, ৬৭ আৰু ৬৮ চনত যথাক্ৰমে প্ৰতি ছেকেণ্ডত ৩৩৩০, ৩১০৪, ৫৩১৫, ৫১১২ আৰু ৭৬৮৪ ঘনমিটাৰ। নৈখনে বছৰি গড়ে ১৭০৯৬ হেক্টৰ মিটাৰ উটি ভাহি যোৱা গেদ কঢ়িয়াই নিয়ে।

## ভৰলীৰ প্ৰধান উপনৈ

**৭০.১. ওপৰ দিকৰাই ঃ** বালিপাৰা সংৰক্ষিত বনৰ উত্তৰ ভাগৰ পাহাৰত ওপৰ দিকৰাই নৈখন ওলাই উত্তৰ-পূবমুৱা হৈ আঢ়ৈ কিমি আহি পূবমুৱা হয়। এনেকৈ ৬ কিমি আহি চাৰদুৱাৰ-ভালুকপুং পথ পাৰ হৈ নৈখনে নিজৰ দক্ষিণৰ নাম সোণাই নৈক সোঁপাৰে লগত লয়। ই তাৰপৰা ২ কিমি আহি চোটাই নৈক সোঁপাৰে লয়। পাছত আৰু কেইখনমান জান সোঁপাৰে লৈ মুঠ ৪ কিমি ভটিয়াই আহি চটাইগাঁৱৰ উত্তৰ-পূবত ভৰলীত পৰে।

**৭০.২. খাৰী দকৃৰাই ঃ** অৰুণাচলৰ পাদদেশৰ টাৱিকটা নৈ আৰু লালিং নৈ লগ লাগি দক্ষিণ-পশ্চিম দিশত আহি ১৪৩ নং সীমান্ত খুটাত অসমত সোমায়। গুম্ফিত আৰু বালিময় নৈখন এক বহল সুঁতিৰে সীমান্তৰপৰা ৭ কিমি বাট নদুৱাৰ বনৰ মাজেদি বৈ আহি ভৰলীত পৰে।

**৭০.৩. বৰ দিকৃৰাই ঃ** অৰুণাচলৰ দিক্ৰাই নৈ পাহাৰৰ মাজৰ এক ঠেক উপত্যকাইদি দক্ষিণ–পশ্চিম দিশত বৈ আহি দানলঙত সীমান্ত খুটা ১৪৬ আৰু ১৪৭ৰ মাজেদি অসমত সোমায়। সীমান্তৰপৰা নদুৱাৰ বনৰ মাজেদি ৯ কিমি আহি ই বনৰ দক্ষিণ সীমা পায়হি। এই বাটত কেইবাখনো সৰু জান উত্তৰৰ পাহৰৰপৰা আহি বৰ দিকৰাইত পৰে। তদুপৰি বৈ মৰা নামৰ নৈখনে বৰ দিকৰাইৰ তেনেই কাষ চাপে।

এইছোৱাত বৰ দিকৰাইখন বালি আৰু শিলেৰে ভৰা ১ কিমি পৰ্য্যন্ত বহল হৈছে। বনৰ দক্ষিণ সীমাৰ ৩ কিমি পূবমুৱা হৈ আহি নৈখন কিছু ঠেক হয় আৰু তাৰপৰা দক্ষিণমুৱা হৈ ডেৰ কিমি আহি দুভাগ হয়। পশ্চিমৰ ভাগটোত উত্তৰৰ পাহাৰৰপৰা নদুৱাৰ বনৰ মাজেদি অহা কলীয়াজুলি বা ৰাইডাংজুলি পৰেহি। পূবফালৰ ভাগটোত ৰথেভেলি নামৰ এখন বৰ সপিল পথেৰে অহা নৈ পৰেহি। ৰথেভেলিখন বৈ মৰা নৈৰপৰা ফাটি মৰিকুটি আৰু বৰ দিকৰাই হৈ বৈ আহিছে। বৰ দিকৰাই নৈৰ দুয়োটাশাখা মুঠ চাৰে তিনি কিমি বাট প্ৰায় দক্ষিণ দিশলৈ বৈ আহি চিলনীঘাটত একেলগ হৈ ভৰলী নৈত পৰে।

**৭০.৪. বৈ মৰা ঃ** এই নৈখন বৰ দিক্ৰাই নৈৰ দক্ষিণেদি অসমৰ সীমাৰ বাহিৰৰপৰা কিছুদূৰ অহাৰ পাছত অসমৰ নদুৱাৰ বনৰ মাজেদি



বৈ আহে। বনৰ দক্ষিণ সীমাৰ মৰিকুটিত এটা শাখা ফাটি পশ্চিমলৈ গৈ ৰথেভেলি হৈ হৈ বৰ দিক্ৰাইত পৰেগৈ। আনটো শাখা দক্ষিণ পশ্চিমলৈ আহি বাটত বগীজানক লৈ টৌভঙাত ৰে'লপথ পাৰ হৈ ভৰলীত পৰে। অসমৰ ভিতৰত নৈখনৰ দীঘ প্ৰায় ২১ কিল'মিটাৰ।

**৭০.৫. মানছাৰি নৈ ঃ** এখন প্ৰাচীন নৈ। ভৰলীৰ পশ্চিমপাৰৰ সৰ্বৃহৎ উপনৈ। নৈখন বালিপাৰা বনৰ উত্তৰত অসম সীমান্তৰপৰা ২ কিমি উত্তৰত মনাবাৰী নৈ নামেৰে ওলাই উক্ত বনৰ মাজেদি কেইবাখনো জান-জুৰি লৈ দক্ষিণ-পূবমুৱা হৈ বৈ আহে। সপিল পথৰ নৈখন পোন জোখেৰে ১৩ কিমি আহি কলীয়াজুলিক বাঁওপাৰে লৈ মানচাৰি নৈ নাম লয়। কলীয়াজুলিখন বালিপাৰা বনৰ মাজৰ পাহাৰত ওলাইছে। ইয়াৰ অসংখ্য উপনৈৰ ভিতৰত যোগীপোতা জুলিখন প্ৰধান। মানছাৰি নামেৰে ৪ কিমি আহি নৈখনে পূবমুৱা হৈ বগাজুলিত গলাজুলি জানখনক বাঁওপাৰে লয়। একে দিশত আৰু ২ কিমি আহি নৈখন উক্ত বন পাৰ হয়। তাৰপৰা পূব দিশত আৰু ৩ কিমি আহি চাৰদুৱাৰ চহৰৰ উত্তৰৰ মৰিসুঁতিত নৈখনে উত্তৰৰপৰা অহা এখন ডাঙৰ জান বাঁওপাৰে লয়।

মৰিসুঁতিৰপৰা মানছাৰি নৈ দক্ষিণ-পূবমুৱা হৈ ২ কিমি আহি চাৰদুৱাৰ পায়। ইয়াতে নৈখনে এখন জান বাঁওপাৰে লৈ একেদিশত আৰু ৩ কিমি আহি লখৰা পায় আৰু ইয়াৰপৰা ৩ কিমি ভটিয়াই বামগাঁৱৰ ওচৰত ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ৫ কিমি আহি সৰুপতি গাঁৱত জোৰাছাৰ নৈক সোঁপাৰে লয়। জোৰাছাৰক লোৱাৰ পাছত নৈখন বহল হয় আৰু দক্ষিণমুৱা হৈ ২ কিমি আহি বৈথাভঙাত উত্তৰ-পূবমুৱা হয়। এই-দৰে নৈখন ৪ কিমি আহি পাছত দক্ষিণ-পূবমুৱা হয় আৰু এই দিশত ৪ কিমি আহি দোলাবাৰীত ভৰলী নৈৰ এটা শাখাত পৰে। সেই শাখাইদি মনছাৰি নামেৰে আঢ়ৈ কিমি ভটিয়াই কলাবাৰীত মূল ভৰলীত পৰে।

**৭০.৫.১. মানছাৰিৰ উপনৈ— জোৰাছাৰনৈ ঃ** নৈখন মানছাৰিৰ সামান্য পশ্চিমে অসম সীমান্তৰ ওচৰত ওলাইছে। প্ৰথমে শুকাজুলি নামেৰে দক্ষিণ-পুব দিশত আহি বালিপাৰা বনৰ দক্ষিণ সীমাত কলনি চাহ–বাগিচাৰ ওচৰত জোৰাচাৰ নৈ নাম লয়। ইয়াৰপৰা নৈখনে ভটিয়াই বালিপাৰা চহৰৰ পুবেদি ৰে'লপথ পাৰ হয় আৰু দক্ষিণলৈ

আহি আদাবাৰী গাঁৱৰ পূবত কলনি নৈক সোঁপাৰে লয়। কলনি নৈক লৈয়েই জোৰাচাব নৈ মানছাবিত পৰে।

উক্ত কলনি নৈখন কলনি, পানীপোতা, আমাৰিবাৰী আৰু আদাবাৰী আদি ৰে'লপথৰ আশে-পাশে থকা চাহ-বাগিছাবোৰৰপৰা যোৱা জানবোৰ মিলি হৈছে। বৰ্তমান চাৰদুৱাৰৰ ওচৰত জোৰাচাব নৈৰপৰা এটা খাল কাটি কলনিনৈক সংযোগ কৰা হৈছে। এই নলাটোক দক্ষিণলৈকো অনা হৈছে।

## ৭১. মৰাভৰলী নৈ ঃ

উনবিংশ শতিকাৰ পূৰ্বে ভৰলীখন দোলাবাৰীৰ ওচৰৰপৰা বৰ্তমানৰ দৰে দক্ষিণ-পূবলৈ যোৱাৰ পৰিবৰ্তে দক্ষিণ-পশ্চিমলৈ আহিছিল। তেতিয়া ই এক সপিল পথেৰে ৰাজগড়, মালিজান চাহ-বাগিছা, বৰঘাট, গৰুমাৰী বনাঞ্চল, উদমাৰী, বৰঝাৰ, আমোলাপাম, দোলাবাৰী, ভোজখোৱা আদি ঠাইৰ কাষেদি বৈ আহি তেজপুৰ নগৰৰ পূবৰ কালিবাৰীত ব্ৰহ্মপুত্ৰত পৰিছিল। এইছোৱা পথত নৈখনৰ মুঠ দৈৰ্ঘ্য প্ৰায় ২৬ কিল'মিটাৰ। বৰ্তমান মৰা ভৰলীখন প্ৰায় শুকাই গৈছে যদিও পূৰ্বৰ সুঁতিটো পৰিস্কাৰ হৈ আছে। তেজপুৰৰ উত্তৰ-পূবৰ পদুম পুখুৰীৰ দৰে (ই প্ৰকৃততে খনা পুখুৰী নহয়) মৰা ভৰলীত দ অংশবোৰ এতিয়াও ঠায়ে ঠায়ে বৰ্তি আছে।

## ৭২ দিপুটা নৈ

নৈখন তেজপুৰ মহকুমাৰ ৰাঙাপাৰা জংচনৰ কাষেদি আহি মৰা ভৰলীৰ পাছত ব্ৰহ্মপুত্ৰত পৰিছে দিপুটা নৈক গঠন কৰা মূল নৈ দুখন হ'ল মনসাজুলি আৰু বৰ জুলি।

চাৰদুৱাৰ সংৰক্ষিত বনৰ মাজৰ কছাৰি গাঁৱৰ কিছু উত্তৰত মনসা জুলিখন উৎপত্তি হৈছে। তাৰপৰা ই দক্ষিণ-পূবমুৱা ৮ কিমি আহি বনৰ দক্ষিণৰ কলবাৰী পায়। ইয়াৰপৰা নৈখন ঢোলকোবোৱা চাহ-বাগিছাৰ পূবেদি ৫ কিমি ভটিয়াই আহি ৰাঙাপাৰা জংচনৰ পশ্চিমে দুপাৰে দুখন জান লৈ ৰে'লপথ পাৰ হয়। ইয়াৰ পৰা নৈখন দিপুটা নামেৰে সৰ্পলি পথেৰে ৰাঙাপাৰা-তেজপুৰ শাখাৰ ৰে'লপথৰ সমান্তৰালকৈ ৰে'লপথৰ কাষেদি দক্ষিণ-পূবমুৱা হৈ বৈ আহে। এইছোৱা পথত পশ্চিমফালৰ ৰাঙাপাৰা চাহ বাগিছাৰপৰা বহুত জান আহি দিপুটাত পৰিছে। এইদৰে নৈখন ৮ কিমি আহি চেঁচা ৰে'ল ষ্টেচনৰ ওচৰত ৰে'লপথৰ পূবেদি সমান্তৰালকৈ উত্তৰৰপৰা



অহা চেঁচা নৈক বাঁওপাৰে লয়। ইয়াৰপৰাই ১ কিমি ভটিয়াই ৰূপাজুলি চাহ বাগিচাত বৰজুলি নৈক সোঁপাৰে লয়।

বৰজুলি নৈখন দিপুটাৰ সমানেই ডাঙৰ। ই চাৰদুৱাৰ সংৰক্ষিত বনৰ দক্ষিণত ওলাই ধেনদৈ আৰু সোণাজুলি চাহ বাগিছাৰ মাজেদি দক্ষিণ-পূব দিশত আহি ৰে'লপথ পাৰ হৈ বৰজুলি, ঘৰালী আৰু কঠালগুৰি চাহ বাগিছাৰ মাজেদি সপিল পথেৰে (পোন জোখেৰে) ৩০ কিমি বাট বৈ আহিছে। এইছোৱা বাটত বৰ জুলিত বাঁও পাৰেহে জান-জুৰি পৰিছেহি, সোঁপাৰে নাই বুলিলেই হয়।

ৰূপাজুলিত বৰজুলিক লগত লৈ নৈখন বাগিছাৰ পশ্চিমেদি তেজপুৰ শাখাৰ ৰে'লপথৰ সমান্তৰালকৈ ৪ কিমি দক্ষিণলৈ আহি বিন্দুকুৰি পায়। ইয়াতে ই ঘাগ্ৰা নৈক সোঁপাৰে লগত লয়। ঘাগ্ৰা নৈখন ৰেল পথৰ সামান্য দক্ষিণে থকা ঘৰালি চাহ বাগিছত ওলাই দক্ষিণমুৱা হৈ ৭ কিমি আহি দক্ষিন-পূবমুৱা হয়। ই এইদৰে ২ কিমি আহি শামুকীয়া নৈক সোঁপাৰে আৰু ৪ কিমি আহি শুকানি ঘাগ্ৰাক বাঁও পাৰে লৈ পূবমুৱা হৈ আৰু ৩ কিমি ভটিয়াই বিন্দুকুৰিত দিপুটাত পৰে। এই বিন্দুকুৰিৰপৰা দিপুটা নৈখন এসময়ত দক্ষিণলৈ বৈ আহিছিল। এইখনকে এতিয়া মৰা দিপুটা নৈ বোলে।

বৰ্তমান দিপুটা নৈ বিন্দুকুৰিৰপৰা ১½ কিমি বাট দক্ষিণ-পূবমুৱা হৈ আহি উত্তৰৰ বিন্দুকুৰিৰ মাজেদি অহা বিন্দুকুৰি জানক বাঁওপাৰে লয়। তাৰপৰা নৈখন দক্ষিণমুৱা হৈ আৰু ৩ কিমি আহি দিপুটা হাতখোলাত ৰে'লপথৰ সিপাৰৰ গৰৈমাৰি বৰপুখুৰীৰ পূবৰপৰা নিজ হুলেশ্বৰ হৈ অহা বিমলজানক পাঁওপাৰে লয়। ইয়াতে নৈখনে ঘাইপথ পাৰ হৈ বিশাল ভেদেলিমৰা বিলৰ পশ্চিমেদি ৫ কিমি দক্ষিণলৈ আহি লোহিয়া চাপৰিৰপৰা পশ্চিমমুৱা হয়। এই দিশত ৪ কিমি ভটিয়াই দিপুটা নৈখন ব্ৰহ্মপুত্ৰত পৰে।

পূৰ্বতে জাৱানিৰ ওচৰত দিপুটাৰ এটা সুঁতি ফাটি পশ্চিমলৈ আহি গৰগৰীয়া জান হৈছিল আৰু মূল দিপুটা নৈখন দক্ষিণমুৱা হৈ ২½ কিমি আহি ব্ৰহ্মপুত্ৰত পৰিছিল। তাতোতকৈ আগতে দিপুটাখন ভেদেলিমাৰী বিলৰপৰা চিধা ৩ কিমি দক্ষিণলৈ আহি ব্ৰহ্মপুত্ৰত পৰিছিল। তেতিয়া মৰা-দিপুটাখনৰ এক শাখা আহি উক্ত বিলৰ ওচৰত দিপুটা নৈৰ লগ লাগিছিল। যিহেতু দিপুটা নৈখন ১৯১৩ চনতকৈ দক্ষিণলৈ

আহি ব্ৰহ্মপুত্ৰত পৰিছে। গতিকে এই অংশত ব্ৰহ্মপুত্ৰও দক্ষিণমুৱা হৈছে অৰ্থাৎ চৰ পৰি নতুন ঠাই সৃষ্টি হৈছে।

## ৭৩. মৰা দিপুটা নৈ

বিন্দুকুৰিত ফাটি অহা দিপুটাৰ পুৰণা সুঁতিটো ১৯১৩ চনৰ মেপত লগত সংলগ্ন হৈ আছিল। বৰ্তমানে সেই সংযোগ বিছিন্ন হোৱাত দিপুটাৰ পুৰণা সুঁতিটো দুৰ্বল হৈ মৰা দিপুটা হৈছে। মৰা দিপুটা নৈ বিন্দুকুৰিৰপৰা দক্ষিণমুৱা হৈ ২ কিমি আহি শিঙৌয়া চুবুৰীত বান্দৰমাৰিৰপৰা দক্ষিণ-পুবমুৱা হৈ অহা বাঁহবাৰীজানক সোঁপাৰে লয়। তাৰপৰা দক্ষিণলৈ আহি ছাগলীচুবুৰীত ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ নৈখন দক্ষিণমুৱা হয়। এইদৰে আহি আবিমৰা চাপৰিত নৈখন দক্ষিণ-পশ্চিমলৈ ঘূৰি বৰ কটা বিলত পৰে। এই বিলৰপৰা ওলাই দিপুটা নৈৰ পূৰ্বে পৰিত্যক্ত এটা অংশৰপৰা ওলোৱা এখন জান বাঁওপাৰে লৈ নাম লয় গৰগৰীয়া জান। পৰগৰীয়া নামেৰে ৩ কিমি আহি বোৱালগুৰি পথাৰৰ দক্ষিণে গাভৰু পথাৰৰ ওচৰত নৈখন ব্ৰহ্মপুত্ৰত পৰে। মৰা দিপুটাৰ নামনি অংশক এসময়ত বৰ ভঙা নৈও বোলা হৈছিল।

## ৭৪. জীয়াগাভৰু নৈ

নৈখন অৰুণাচলৰ পুব কামেং জিলাৰ দক্ষিণাংশৰ পাহাৰত ওলাই মাত্ৰ ৪ কিমি দক্ষিণলৈ আহি ৰিকামাৰিত অসমৰ শোণিতপুৰ জিলাত সোমায়। অসম সীমান্তৰপৰা ১ কিমি আহি নিজৰ পুবেদি বৈ অহা অঁকাজুলিক বাঁওপাৰে আৰু এবন জান সোঁপাৰে লয়। তাৰ পৰা ১ কিমি আহি সোণাইৰুপাই নৈক সোঁপাৰে গৈ জীয়াগাভৰু নৈখন দক্ষিণ-পুবমুৱা হৈ চাৰদুৱাৰ সংৰক্ষিত বনৰ মাজেদি বৈ আহে। এইদৰে ই ৫ কিমি আহি গুলগুলি নৈক সোঁপাৰে লৈ সোণাইৰূপাই অভয়াৰণ্যৰ পুবেদি সপিল পথেৰে আৰু ৬ কিমি ভটিয়াই উত্তৰৰ পাহাৰৰপৰা অহা দোলশিৰি বা (মৰা দিপুটা) নৈক বাঁওপাৰে লয়। দোলশিৰি নৈৰ উপনৈ হ'ল দিপুটা নলা। এই দুইখন দিপুটা পূৰ্বে আলোচনা কৰা দিপুটা নৈতকৈ বেলেগ।

দোলশিৰি নৈক লোৱা ঠাইতে এসময়ত গাভৰু নৈখন দোলশিৰি নৈ বৈ অহা দিশেদি অৰ্থাৎ দক্ষিণলৈ বৈ আহিছিল। এতিয়া সেই নৈখনৰ অৱশিষ্ট অংশ এখন অতি সৰু নৈ ৰূপে মৰাগাভৰু নৈ নামেৰে বৈ আহি নতুন মিছামাৰি ৰে'ল ষ্টেচনত ৰে'লপথ পাৰ হৈ দীঘলজুলি নামৰ বেলশিৰিৰ উপনৈত পৰিছে।



সেইবাবে বৰ্তমানৰ গাভৰু নৈখনক দোলশিৰিক লোৱাৰ পাছৰ-পৰা জীয়া গাভৰু বোলে। এই নামেৰে নৈখন দক্ষিণ-পুবমুৱা হৈ আঢ়ৈ কিমি আহি চাৰদুৱাৰ বনৰ সীমা পাৰ হয়। তাৰপৰা ই আৰু ৬ কিমি আহি মিছামাৰিৰ মাজেদি ২ কিমি পুবৰ তালশালত ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা দক্ষিণমুৱা হৈ ৩ কিমি ভটিয়াই শিয়ালমাৰিৰ ওচৰত নৈখনে মিছামাৰিৰ মাজেদি অহা জানখন সোঁপাৰে লয়। ইয়াৰপৰা নৈখন ৫ কিমি ভটিয়াই কাঁহিকুচি পায়। কাঁহিকুচিৰ পৰা আঢ়ৈ কিমি আহি নৈখনে উত্তৰৰ কলাকুচি চাৰদুৱাৰ চাহবাগিছাৰ মাজেদি অহা কলাকুচি নৈক সোঁপাৰে লগত লৈ সামান্য দক্ষিণ-পুবমুৱা হয়। এনেকৈ নৈখন ৪ কিমি ভটিয়াই আহি গাভৰুপাৰ গাঁৱত এটা পশ্চিমমুৱা ভাঁজত এখন জান সোঁপাৰে লৈ গাভৰুঘাট পায়। ইয়াৰপৰা নৈখন দক্ষিণমুৱা হৈ ৪ কিমি আহি বাপুভেটি পায়। বাপুভেটিৰপৰা চাৰে তিনি কিমি আহি জীয়াগাভৰু নৈখন নবিলত ব্ৰহ্মপুত্ৰত পৰে। জীয়াগাভৰু নৈৰ মোহনাৰ দক্ষিণে ব্ৰহ্মপুত্ৰৰ মাজত বটলা চাপৰি, থানু চাপৰি, কোচমৰা চাপৰি আদি বৃহৎ আকাৰৰ চাপৰি দেখা যায়।

গাভৰু নৈৰ অৱবাহিকাৰ কালি ৫৮৭ বৰ্গ কিল'মিটাৰ। নৈখনৰ দীঘ অসমত ৩৮ কিল'মিটাৰ। নদীখনৰ ঢাল প্ৰতি কিল'মিটাৰত ৯৫ চেণ্টিমিটাৰ। সমভূমিৰ উপত্যকাখন আন নৈৰ তুলনাত চাপৰ আৰু নদীৰ তলিখন বাম। নৈখনেদি প্ৰবাহিত পানীৰ সৰ্বোচ্চ পৰি-মাণ ১৯৫৬, ৬৪, ৬৫, ৬৬, ৬৭ আৰু ৬৮ চনত প্ৰতিছেকেণ্ডত যথাক্ৰমে ৪৫৯, ৫৩৬, ২৪৭, ১০৬, ১৫৪ আৰু ৯৩ ঘনমিটাৰ। কলাকুচিত নৈখনৰ বিপদসীমা ৭৪·৬৪ মিটাৰ। নৈখনে বছৰি গড়ে ১০২ হেক্টাৰ মিটাৰ উটি ভাহি ফুৰা গেদ কঢ়িয়াই নিয়ে।

## ৭৫. ঠেলামৰা নৈ

জীয়াগাভৰুৰ পশ্চিমত এখন সৰু নৈ। নৈখন বেলশিৰি নৈৰ পুবত ওলাই থলহবাৰী, নাহৰবাৰী হৈ ৬ কিমি আহি এৰাবাৰীৰ ওচৰৰ ঠেলামৰা নামৰ থাই পায়। ইয়াৰপৰা ঠেলামৰা নৈ নামেৰে ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ কিছু দক্ষিণ-পুবমুৱা হয়। এনেকৈ আঢ়ৈ কিমি আহি বৰগাঁও চাপৰিৰ পশ্চিমৰ এৰাসুঁতি জংঘল নামৰ ঠাইত নৈখন দুভাগ হয়। এভাগ দক্ষিণ-পশ্চিমলৈ গৈ বোকা পথাৰত পুনৰ ঠেলা-মৰাৰ ঘাই সুঁতিৰে লগ হয়গৈ। মূল ঠেলামৰা নৈখন এৰাসুঁতি জংঘলৰপৰা দক্ষিণমুৱা হৈ বৰপুখুৰী, ঔবাৰী হৈ ৪ কিমি আহি পুবলৈ

ঘূৰে। ই এনেকৈ ২ কিমি আহি হোজাইগাঁৱৰ দক্ষিণত পশ্চিমলৈ ঘূৰে আৰু প্ৰায় ১ কিমি আহি আগতে ফাটি যোৱা সুঁতিটোক লগত লয়। দুয়ো সুঁতি মিলি মাত্ৰ দেৰ কিমি ভটিয়াই তেলীয়া গাঁৱৰ দক্ষিণ-পূবত ব্ৰহ্মপুত্ৰত পৰে। নৈখনৰ দৈৰ্ঘ্য প্ৰায় ২০ কিল'মিটাৰ।

## ৭৬. বেলশিৰি নৈ

অৰুণাচলৰ পশ্চিম কামেং জিলাৰ দক্ষিণ-পশ্চিমভাগৰ পাংকমালা নামৰ ঠাইত (২৭°৪´, ৯২°২০´) পাহাৰৰপৰা ওলোৱা দমনখো নৈ ভটিয়াই আহি দৈমৰাৰ কাষৰপৰা বিছৰীখো নামেৰে আহি ফুট হিল্‌ছ নামৰ ঠাইত অসমৰ তেজপুৰ মহকুমাত প্ৰবেশ কৰে। অসম সীমান্তৰপৰা নৈখন দক্ষিণ-পুবমুৱা হৈ সোণাই-ৰূপাই অভয়াৰণ্যৰ মাজেদি বেলশিৰি নামেৰে বৈ আহে। প্ৰায় পোন দিশত ১৫ কিমি বাট এক সপিল পথেৰে আহি বেলশিৰি ৰে'লষ্টেচনৰ পুবত এখন সৰু জান সোঁপাৰে লগত লৈয়েই নৈখন ৰে'লপথ পাৰ হয়।

ৰে'লপথৰপৰা নৈখন সামান্য পুবমুৱা হৈ ২ কিমি ভটিয়াই উজনিত বেলশিৰিৰপৰাই ফাটি সমান্তৰালকৈ বৈ অহা মেজেংজুলিক বাঁওপাৰে লয়। ইয়াৰপাছত বাঁওপাৰে এখন জান লৈ বেলশিৰিখন দক্ষিণমুৱা হৈ আহি বেলশিৰি চহৰৰ উত্তৰেদি বৈ অহা জানখন সোঁপাৰে লয়। ইয়াৰপৰা নৈখন দক্ষিণ-পুবমুৱা হৈ ২ কিমি ভটিয়াই ঘোঁৰামাৰীৰ বিপৰীত পাৰে অৰ্থাৎ বাঁওপাৰে দীঘলজুলিক লগত লয়।

ঘোঁৰামাৰীৰপৰা নৈখনে দুয়োপাৰে দুখনমান সৰু জান লৈ আঢ়ৈ কিমি ভটিয়াই এৰাবাৰী পায়। এৰাবাৰীৰপৰা বেলশিৰি নৈ দক্ষিণ-পশ্চিমমুৱা হৈ চাৰে তিনি কিমি আহি বৰডুবিত ৰেখাজুলিক সোঁপাৰে লয়। বৰডুবিৰপৰা নৈখন ১ কিমি ভটিয়াই গড়জুলি বা ঢেঁকীয়াজুলিক সোঁপাৰে লৈ দক্ষিণমুৱা হয়। এনেকৈ ই ডেৰ কিমি আহি কেহেৰুখন্দাত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ইয়াৰপৰা দক্ষিণৰ ৩ কিমি বাটত দুয়োপাৰে কেইবাটাও পুৰণা সুঁতি এৰি শেষত আদা বিলৰ মাজেদি অহা এখন জান বাঁওপাৰে লৈ বেলশিৰিখন দক্ষিণ-পশ্চিমমুৱা হয়। এই দিশত নৈখনে ৩ কিমি আহি লোলোকাই নামৰ ঠাইৰ পুবৰ ৰঙাগড়া বিলৰ কাষেদি বৈ অহা গোধাজুলিক সোঁপাৰে লয়। একেদিশতে নৈখন আৰু ডেৰ কিমি ভটিয়াই পিৰাকটাইদি অহ গোধাজুলিৰে এক শাখাক সোঁপাৰে লৈ দক্ষিণ-পুবলৈ ঘূৰে। নৈখন এনেকৈ ২ কিমি আহি ঘাগৰ নৈক বাঁওপাৰে



লয়। এই ঘাগৰ নৈখন খাগৰিজান গাঁৱৰ নলিনীডুবা বিলৰপৰা আহিছে।

ঘাগৰ নৈক লৈ বেলশিৰিখন দক্ষিণমুৱা হৈ বুঢ়া গৰুডোবাৰ পশ্চিমেদি মুঠ ৫ কিমি বাট সপিল পথেৰে মাজত পুৰণা সুঁতি এৰি আহি সতীপথাৰৰ মন্দিৰৰ পশ্চিমে থিবৈ নৈক সোঁপাৰে লয়। ইয়াৰপৰা ২ কিমি বাট কিছু দক্ষিণ-পশ্চিমমুৱা হৈ আহি নৈখন ধেৰীয়ামুখত ব্ৰহ্মপুত্ৰত পৰে। বেলশিৰি নৈৰ মুঠ দৈৰ্ঘ্য প্ৰায় ৮০ কিল'মিটাৰ। ঘাইপথৰ কাষত নৈখনৰ বিপদসীমা ৭৩·১৫ মিটাৰ। নৈখনেদি প্ৰৱাহিত পানীৰ পৰিমাণ ১৯৬৭ আৰু ১৯৬৮ চনত যথাক্ৰমে প্ৰতি ছেকেণ্ডত ১২১ আৰু ৩৬৩ ঘনমিটাৰ আছিল। নৈখনেদি বছৰি গড়ে ৮১ হেক্টাৰ মিটাৰ উটি-ভাহি ফুৰা গেদ পৰিবাহিত হয়।

## বেলশিৰিৰ উপনৈ

**৭৬.১. দীঘলজুলি :** এইখন নৈ সোণাই-ৰূপাই অভয়াৰণ্যৰ পুব-ভাগত উৎপত্তি হৈ দক্ষিণ-পুব দিশত বৈ আহিছে। নৈখনে দীঘলজুলি, কলাবাৰী, নেপালী বস্তি হৈ ভটিয়াই আহি বেলশিৰি চাহবাগিছাৰ পুবত উত্তৰ-পশ্চিমৰ ধানখনাৰ মাজেদি অহা এখন ডাঙৰ জান সোঁপাৰে লয়। তাৰপাছত নৈখনে বাগিছাৰ দক্ষিণত ৰে'লপথ পাৰ হৈ ১ কিমি ভটিয়াই পাটিদৈ ভেৰেলাৰ ওচৰত উত্তৰ-পুবৰপৰা অহা মৰা গাভৰু নৈক বাঁওপাৰে লয়। ইয়াৰপৰা দীঘলজুলিখন দক্ষিণ-পশ্চিমমুৱা হৈ চাৰে তিনি কিমি পথ বাহমাৰী আৰু গৰুবন্ধাৰ মাজেদি আহি ঘোঁৰামাৰীৰ বিপৰীত পাৰে বেলশিৰিত পৰে।

**৭৬.২. ৰেখাজুলি :** এই জানখন বেলশিৰি নৈৰ দক্ষিণে চাৰদুৱাৰ বনৰ মাজত ওলাই দক্ষিণ-পুবমুৱা হৈ আহি শান্তিপুৰৰ ওচৰত ৰে'লপথ পাৰ হৈ ৰেখাজুলি নাম লয়। তাৰপৰা একেদিশত এক সপিলপথেৰে (পোন জোখেৰে) ২০ কিমি বৈ আহি বৰডুবিত বেলশিৰিত পৰে।

**৭৬.৩. গড়জুলি :** এইজানখন চাৰদুৱাৰ বনৰ মাজত ওলাই অসংখ্য জানজুৰিৰে এক বৃক্ষৰূপী জলপ্ৰবাহ সৃষ্টি কৰি প্ৰায় দক্ষিণ-পুবমুৱা হৈ ঢেঁকীয়াজুলি নামেৰে বৈ আহিছে। জানখন ঢেঁকীয়াজুলি ৰোড ৰে'লষ্টেচনত ৰে'লপথ পাৰ হৈ মনমোহিনী পুৰ আৰু পানবাৰী চাহ-বাগিছাৰ মাজেদি আহি গড়জুলি নামৰ ঠাই পাই গড়জুলি নাম লয়। এই নামেৰে জানখন ৫ কিমি ভটিয়াই বেলশিৰিত পৰে। গড়জুলি-

ব্ৰহ্মপুত্ৰৰ বুকুত সোমালত নৈখন ব্ৰহ্মপুত্ৰৰ এটা সুঁতিৰ দৰে হৈ পৰিল। সিফালে নামনিত ধনশিৰি মোহনাৰ ওচৰতো খহনীয়া হোৱাত ধনশিৰি আৰু বেলশিৰি পৃথক হৈ পৰিল।

বৰ্তমান বেলশিৰি নৈ নামৰ ব্ৰহ্মপুত্ৰৰ সুঁতিটো শিঙৰী পাহাৰৰ মন্দিৰৰ কাষৰপৰা মৰা বেলশিৰি, গৰৈমাৰি আদি ঠাই হৈ পশ্চিমলৈ আহি বেলশিৰিমুখ নামৰ ঠাইত পুনৰ ব্ৰহ্মপুত্ৰত যোগ হৈছে।

## ৭৭. মৰা পাঁচনৈ/শিঙৌমাৰী জান ঃ

বেলশিৰি সুঁতি পৰাৰপৰা সামান্য ভটিয়াই মৰা পাঁচনৈ বা জোৰাদিয়া নৈ আহি ব্ৰহ্মপুত্ৰত পৰিছে। প্ৰকৃততে মৰা পাঁচনৈখন পাঁচনৈৰ এখন উপনৈৰে অংশহে। পাঁচনৈ নামৰ ঠাইত ওলোৱা পাঁচনৈৰ উপনৈ হুগ্ৰাজুলিৰ এক শাখা হুগ্ৰাজুলি চাহবাগিছাৰ পশ্চিমৰ কুশাৰ্তলাত ফাটি দক্ষিণলৈ আহে। শাখাটো উক্ত চাহবাগিছাৰ পশ্চিমেদি ভটিয়াই মাজ ৰৌমাৰিৰ কাষেদি আহি মৰা পাঁচনৈ নাম লয়। ই আৰু দক্ষিণলৈ আহি কাৰপুখুৰীৰ উত্তৰত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। বৰ্তমান এই ঠাইতে এটা খাল কাটি নৈখনৰ পানী ৫ কিমি দক্ষিণৰ ডুমডুমালৈ অনা হৈছে। ডুমডুমাৰপৰা নৈখনক শিঙৌমাৰী জান বোলে। জানখন ডুমডুমাৰপৰা ৫ কিমি দক্ষিণলৈ আহি গৰীয়া পথাৰত জোৰাদিয়া নৈক সোঁপাৰে লয়।

জোৰাদিয়া নৈখন উত্তৰৰ লাহাবাৰীৰপৰা ওলাই মৰাপাঁচনৈৰ সমান্তৰালকৈ দক্ষিণলৈ আহি শান্তিপুৰত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ জোৰাদিয়া নৈ নাম লয়। তাৰপৰা নৈখন চেঙেলীমৰা হৈ ভটিয়াই আহি শিঙৌমাৰী জানত (মৰা পাঁচনৈ) পৰে। জোৰাদিয়াক লোৱাৰ পাছত শিঙৌমাৰী জানখন দক্ষিণ-পুবমুৱা হৈ ৫ কিমি বাট দলবাৰী, নিচলামাৰি হৈ আহি ব্ৰহ্মপুত্ৰত পৰে।

## ৭৮. পাঁচ নৈ

এসময়ত ধনশিৰি (উত্তৰ) নৈৰ উপনৈ হিচাপে অসমৰ দৰং আৰু শোণিতপুৰ জিলাৰ সীমাৰূপে বোৱা নৈ। অৰুণাচলৰ পশ্চিম কামেং জিলাৰ দক্ষিণ-পশ্চিম কোণত পৰ্বতৰ মাজত নৈখনৰ উৎপত্তি হৈছে। অৰুণাচলৰ মাজেদি নৈখন ১৫ কিমি বাট আহি ৰৌতা সংৰক্ষিত বনৰ উত্তৰত অসমত সোমায়। পাঁচ নৈ নামেৰে সীমান্তৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ ৬ কিমি আহি উত্তৰ-পশ্চিমৰপৰা অহা দেওচিনি নৈ আৰু এখন জান লগত লয়। তাৰপৰা নৈখন প্ৰায়



দক্ষিণমুৱা হৈ ৪ কিমি আহি দেওচিনিৰ ওচৰত এখন জান সোঁপাৰে লয়। একে দিশতে নৈখন আৰু ৫ কিমি আহি পাচনি কুঠিৰ ওচৰত ৰে'লপথ পাৰ হৈ আগতকৈ ঠেক হৈ পৰে আৰু সৰ্পিল পথটো অধিক প্ৰকট হয়।

ৰে'লপথৰপৰা নৈখন ৪ কিমি ভটিয়াই আহি হুগ্ৰাজুলি জানক বাঁওপাৰে লয়। হুগ্ৰাজুলিখন উত্তৰৰ ভোটপাৰাৰপৰা ৰে'লপথ পাৰ হৈ আহিছে। হুগ্ৰাজুলিক লোৱাৰপৰা পাঁচ নৈখন ১ কিমি ভটিয়াই মইনাজুলিক সোঁপাৰে লয়। তাৰপৰা ওৰাং চাহবাগিছাৰ পুবেদি ৬ কিমি বাট আহি নৈখনে ওৰাঙত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ইয়াৰ পাছত পাঁচনৈখন এখন গুম্ফিত নৈ ৰূপে প্ৰায় পোন পথেৰে দক্ষিণমুৱা হৈ ৮ কিমি আহি চুতীয়া বস্তিত উত্তৰৰ ওৰাং চাহ-বাগিছাৰপৰা বৈ অহা নিছলামাৰী নামৰ এখন সৰু জানক সোঁপাৰে লয়। ইয়াৰপৰা নৈখন ৩ কিমি ভটিয়াই কছাৰী টুপ নামৰ ঠাইত পগলা নৈক (বা ভুটীয়ামাৰী/ৰঙাগড়া নৈ) সোঁপাৰে লয়। এই পগলা নৈখনেই এসময়ৰ ধনশিৰি নৈৰ (উত্তৰপাৰৰ) নামনিভাগ আছিল। বৰ্তমান ধনশিৰি নৈখন পশ্চিমফালে গতি কৰিলত এইখন এৰা পৰিল। গতিকে পগলা নৈক লোৱাৰ পাছত বা প্ৰকৃতাৰ্থত পাঁচনৈ আহি পগলা নৈত পৰাৰ পাছত পগলাৰ পূৰ্বৰ নাম অনুসৰি নৈখনক ধনশিৰি নৈ বোলা হয়। পগলা নৈৰ লগ লগাৰপৰা নৈখন আৰু ২ কিমি দক্ষিণলৈ আহি কছাৰী টুপ নামৰ আন এখন ঠাইত দক্ষিণ-পুবমুৱা হয়। ইয়াৰপৰা নৈখন ওৰাং অভয়াৰণ্যৰ দক্ষিণেদি আৰু ওৰাং সংৰক্ষিত বনৰ মাজৰ ৰৌমাৰী বিলৰ উত্তৰেদি ৮ কিমি ভটিয়াই আহি ধনশিৰিমুখত ব্ৰহ্মপুত্ৰত পৰে। পাঁচনৈৰ দৈৰ্ঘ্য প্ৰায় ৭০ কিল'মিটাৰ। নৈখনেদি বছৰি গড়ে ৯১ হেক্টৰ মিটাৰ গেদ পৰিবাহিত হয়।

### পাঁচনৈৰ উপনৈ ঃ

**৭৮.১. মইনাজুলি ঃ** জানখন উত্তৰৰ দেওচিনি নৈৰপৰা ফাটি সীমান্তৰ ওচৰৰপৰা ৰৌতা বনৰ মাজেদি দক্ষিণলৈ আহে। বাটত হাতীটপা, লোকামপুৰ আদি ঠাই পাৰ হৈ আহি বৈগাপাৰাৰ ওচৰত ৰে'লপথ পাৰ হৈ নৈখনে কুকুৰাখাটি নৈ লগত লয়। তাৰপৰা মইনাজুলি জান দক্ষিণলৈ আহি হাতীমৰা বিলৰ কাষত দক্ষিণ-পুবমুৱা হৈ পাঁচনৈ পৰে।

**৭৮.২. ভুটীয়ামাৰী / ৰঙাগৰা / পগলা নৈ ঃ** ভূটান পাহাৰত উৎপত্তি হোৱা লালপানী ভুটীয়ামাৰী নৈ দক্ষিণ-পূব দিশত বৈ আহি ২২১ নং সীমান্ত খুটাত অসমৰ দৰং জিলাত সোমায়। তাৰপৰা নৈখন একে দিশতে ৰৌতা সংৰক্ষিত বনৰ মাজেদি আহি দইবৰ নৈক বাঁওপাৰে লয়। বালিময় আৰু শুম্ফিকৃতভাৱে আহি কদাবিল নামৰ ঠাইৰপৰা মাত্ৰ ভুটীয়ামাৰী নামেৰে বৈ আহে। এইদৰে সীমান্তৰপৰা উক্ত বনৰ মাজেদি ১৩ কিমি আহি নৈখন মাজবাট চহৰ পায়। ইয়াতে নৈখনে ৰে'লপথ পাৰ হৈ এখন সৰু ঠেক নৈ হৈ পৰে আৰু নাম লয় ৰঙাগৰা নৈ।

ৰঙাগৰা নামেৰে ৰে'লপথৰপৰা আঠৈ কিমি ভটিয়াই ই বিলাই-দিমা নৈক সোঁপাৰে লয়। এই বিলাইদিমা নৈখন বাঁহীপুখুৰী বাগিছাৰপৰা আহি মাজবাট চহৰৰ মাজেদি বৈ আহিছে। বিলাই-দিমাক লৈ ৰঙাগৰা নৈ আঠৈ কিমি ভটিয়াই নানকে মহলীয়াত দক্ষিণ-পশ্চিমমুৱা হৈ পগলা নাম লয়। নৈখন এইদৰে ৪ কিমি ভটিয়াই, অৱনাজুলিক (গিলাদং নৈ) সোঁপাৰে লয়। এসময়ত অৱনা জুলিখন আৰু দক্ষিণলৈ বৈ গৈছিল। পগলা নৈখন দক্ষিণ-পশ্চিমলৈ বৈ আহি অৱনা জুলিক মাজতে গ্ৰাস কৰে বাবে অৱনা জুলিখন দুডোখৰ হয়। অৱনা জুলিক লৈ আৰু ২ কিমি আহি নৈখন জামুগুৰি পায়। ইয়াতে আৰু এখন জান সোঁপাৰে লৈ নৈখন দক্ষিণলৈ ঘূৰে। এনেকৈ ১ কিমি আহি পগলা নৈখন ওৱাং-ৰৌতা পথ পাৰ হয়। তাৰপৰা নৈখন ৩ কিমি দক্ষিণলৈ আহি দক্ষিণ-পূবমুৱা হয়। দক্ষি-পূবমুৱা পথ ছোৱাইদি এসময়ত জীয়া ধনশিৰি নৈখন বৈ আহিছিল। বৰ্তমান ধনশিৰি নৈখন ৰৌতাৰ ওচৰৰপৰা দক্ষিণলৈ ফালৰি কাটি যোৱা বাবে নৈখনৰ পৰিত্যক্ত পথেদি এতিয়া পগলা নৈখন বৈ আহিছে। পাগলা নৈ এই পথেদি ৬ কিমি আহি ধূপগুৰিত উপৰোক্ত অৱনা জুলিৰ নামনি অংশক বাঁওপাৰে লয়। প্ৰকৃততে অতীজত অৱনা জুলিখন এই ঠাইতহে (ধনশিৰিত) পৰিছিল। ধূপগুৰিৰপৰা পগলা নৈখন দক্ষিণ-পূবমুৱা হৈ ৪ কিমি আহি কছাৰীটুপত পাঁচ নৈত পৰে।

## ৭৯. ধনশিৰি নৈ (উত্তৰ পাৰৰ)

ভূটান ৰাজ্যৰ দক্ষিণ-পূব ভাগৰ এটা ৪৫[illegible]৩ মিটাৰ ওখ শৃংগৰ ওচৰত এইখন নৈৰ উৎপত্তি স্থান। তাৰপৰা নৈখন এক পোন পথেৰে দক্ষিণ-পূবমুৱা হৈ ৪০ কিমি বৈ আহি পশ্চিম কামেং জিলাৰ একেবাৰে দক্ষিণ-পশ্চিম চুকটোৰেদি অসমৰ দৰং জিলাৰ ওদালগুৰি মহকুমাত



সোমায়। ভূটানৰ ভিতৰত নৈখনৰ নাম হ'ল জোমো নৈ। অসমৰ ভিতৰত সোমোৱাৰ আগতে নৈখনক জানপানী বুলিও জনা যায়। নৈখন প্ৰায় দক্ষিণমুৱা দিশত আহি পৱিত্ৰ আৰু সুপ্ৰসিদ্ধ ভৈৰৱকুণ্ডৰ ওচৰত অসমত প্ৰবেশ কৰে। পূৰ্বতে ধনশিৰি নৈক ধনশ্ৰী নামেৰে জনা গৈছিল। কথিত আছে যে পাণ্ডৱসকলে স্বৰ্গযাত্ৰাৰ সময়ত এই ভৈৰৱকুণ্ডত স্নান কৰিছিল। একালত ধনশ্ৰী নৈৰ পানী এই কুণ্ড প্ৰদক্ষিণ কৰি বাহিৰ হৈছিল। এই ঠাইতে অৰুণাচলৰপৰা অহা ভৈৰৱকুণ্ড নৈ আহি ধনশিৰিৰ বাঁওপাৰে পৰে। ভৈৰৱকুণ্ড নৈক উজনিলৈ আমা নৈ বোলে। কুণ্ডৰ ওচৰত ধনশিৰি নৈখন বহলে ৫০০ মিটাৰ।

ভৈৰৱকুণ্ডৰপৰা ধনশিৰি নৈ ১ কিমি দক্ষিণলৈ আহি ক্ৰমান্বয়ে ডাঙৰ হৈ ৩ কিমি পৰ্য্যন্ত বহল হৈ পৰে। ইয়াৰপৰা নৈখন দক্ষিণ-পূবমুৱা হৈ শুম্ফিত পথেৰে বোৱাৰ বাবে নদীৰ মাজত দীঘৰ সমান্তৰালকৈ দীঘলীয়া বালিচৰ পৰা দেখা যায়। ভৈৰৱকুণ্ডৰপৰা নৈখন ৬ কিমি ভটিয়াই দলনিবস্তি পায়। ইয়াতে নৈখনে উত্তৰৰ পৰ্বতৰপৰা অহা মনাই নৈক বাঁওপাৰে লয়। তাৰপাছত নৈখনে আৰু ২ কিমি আহি ধনশিৰি চাহবাগিছাৰ পশ্চিমেদি অহা ৰঙাপানী নৈক লগত লয়। ৰঙাপানীক লোৱাৰ পাছত নৈখন ৩ কিমি ভটিয়াই মনাইৰ ওচৰত উত্তৰৰ পাহাৰৰপৰা নামি ধনশিৰি চাহবাগিছাৰ মাজেদি বৈ আহি দিমাচাং নৈক বাওঁপাৰে লয়। মনাইৰপৰা ৩ কিমি ভটিয়াই ধনশিৰি নৈ দক্ষিণমুৱা হয়। ধনশিৰিৰ উক্ত দক্ষিণমুৱা পথছোৱাত— কলামণি পাৰা, বৰিগাঁও আৰু কুকুৰ ভুকীয়াৰ মাজেদি উত্তৰা-দক্ষিণাকৈ বৈ অহা এখন জান ধনশিৰিৰ বাঁওপাৰে পৰে। তদুপৰি মাছখুটিৰ ওচৰত ধনশিৰৰ সোঁপাৰৰপৰা মৰা ধনশিৰি নৈ ফাটি দক্ষিণলৈ আহিছে। এই ঠাইৰপৰা নৈখনে ৪ কিমি ভটিয়াই ৰৌতা নৈক বাঁওপাৰে লয়। তাৰপৰা দক্ষিণ-পূবমুৱা হৈ আহি ৰৌতা ৰে'ল ষ্টেচনৰপৰা নৈখন যথেষ্ট ঠেক হৈ পৰে।

ৰৌতাত ৰে'লপথ পাৰ হৈ নৈখন ৩ কিমি ভটিয়াই আহি কুকুৰাবাহীত ৰঙানৈক বাঁওপাৰে লয়। ৰঙা নৈখন ৰৌতা চহৰৰ পূবৰ লামাবাৰী চাহবাগিছাত ওলাই দক্ষিণলৈ আহি বেটালি চাহ-বাগিছাৰ দক্ষিণে অজগৰ নৈক বাঁওপাৰে লয়। অজগৰ নৈৰ উপনৈ চাৰমিটজাম।

ৰঙা নৈক লৈ ধনশিৰি নৈ আঢ়ৈ কিমি বাট দক্ষিণ-পূবমুৱা হৈ আহি বলিশিলাত ওৱাং-ৰৌতা পথ পাৰ হৈ একেবাৰে দক্ষিণমুৱা হয়। এনেকৈ নৈখনে ৯ কিমি বাট আহি চলকটাত দক্ষিণ-পূবলৈ ঘূৰি আৰু আঢ়ৈ কিমি আহি ঘিলাধাৰী নামৰ ঠাই পায়। এইছোৱা পথত ধনশিৰি নৈক নতুন ধনশিৰি বোলে। কাৰণ পূৰ্বতে ধনশিৰি নৈখন বলিশিলাৰপৰা দক্ষিণ-পূবমুৱা হৈ ১০ কিমি বৈ গৈ কছাৰী-টুপত পাঁচ নৈৰ লগ লাগিছিলগৈ।

পূৰ্বতে উপৰোক্ত বলিশিলাৰপৰা সামান্য দক্ষিণৰ শিমলুগুৰিয়েদি পোন বাটেৰে দক্ষিণলৈ বৈ যোৱা নলাচিছা নামৰ এখন সৰু নৈ আছিল। নলাচিছা নৈ মৰা ধনশিৰিত পৰি, দুয়ো মিলি পাছত ব্ৰহ্মপুত্ৰত পাৰিছিল। কালক্ৰমত ধনশিৰি নৈখন বলিশিলাৰপৰা দক্ষিণলৈ গতি কৰি পূৰ্বৰ নলাচিছা নৈৰ পথেদিয়েই বৈ আহিছে বাবে এইছোৱাত নৈখনক নতুন ধনশিৰি নৈ বোলে।

ঘিলাধাৰীৰপৰা নতুন ধনশিৰি নৈ দক্ষিণমুৱা হৈ ওৱাং সংৰক্ষিত বনৰ পশ্চিমেদি ৫ কিমি আহি ৰঙাগৰা পুখুৰীৰ দক্ষিণৰ ৰহিমান-পুৰৰ ওচৰতে নৈখন দুটা শাখাত বিভক্ত হয়। মাজত সামান্য ব্যৱধান ৰাখি দুয়োটা শাখা মৰা ধনশিৰি নামেৰে দক্ষিণ-পশ্চিমমুৱা হৈ বৈ আহে। দক্ষিণৰ শাখাটো ৮ কিমি ভটিয়াই ব্ৰহ্মপুত্ৰৰ অন্য সুঁতিৰ লগত মিলি যায়। কিন্তু উত্তৰৰ শাখাটো তাৰপৰা একেদিশতে ৮ কিমি ভটিয়াই খাকজানি পায়। ইয়াতে সুখাজানি (দৈফাং) নৈ আহি মৰা ধনশিৰিৰ সোঁপাৰে পৰে। খাকজানিৰপৰা নৈখন আৰু ২ কিমি ভটিয়াই আহি ধৰণীপুৰত ব্ৰহ্মপুত্ৰৰ এটা সুঁতিত পৰে। উল্লেখযোগ্য যে ব্ৰহ্মপুত্ৰৰ এই সুঁতিটোতে ইয়াৰপৰা ৪ কিমি পশ্চিমৰ খাৰুপেটীয়াত মৰা ধৰশিৰি নামৰ ধনশিৰি নৈৰ এক সুপ্ৰাচীন সুঁতিত পৰিছে। এইখনৰ বিষয়ে পাছলৈ লিখা হৈছে।

ৰেডৰ টোকামতে ধনশিৰি নৈ তেতিয়া ডফলা পাহাৰৰপৰা বৈ আহি শিঙৰী পাহাৰৰ উজনিত ব্ৰহ্মপুত্ৰত পৰিছিল। ১৯১৩ চনত ইয়াক শিঙৰীৰপৰা ১৫ কিমি নামনিত ব্ৰহ্মপুত্ৰত পৰা দেখা গৈছিল। এতিয়া ই তাতকৈ আৰু ১০ কিমি পশ্চিমলৈ আহি ব্ৰহ্মপুত্ৰত পৰিছে। তদুপৰি মৰা ধনশিৰি নৈও দুখন। এইবোৰ কথাই সূচায় যে ধনশিৰিৰ গতিপথ সদা পৰিবৰ্তনশীল। ধনশিৰি নৈৰ গতিপথলৈ (১৯১৩) লক্ষ্য কৰিলে দেখা যায় যে নৈখন ভূটানৰপৰাই এক অতি পোন পথেৰে দক্ষিণ-পূবদিশত সমগ্ৰ পথ বৈ আহি ব্ৰহ্মপুত্ৰত



পৰিছে। এই দিশতে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰলৈ মন কৰিলে দেখা দেখা যায় যে কপিলী নৈখনো কামপুৰৰপৰা দৈয়াংমুখলৈকে একেটা পোন দিশতে পৰিছে। একাধিক নৈৰ এনে সৰলৰৈখিক অৱস্থানে এইদিশত ভূতক্ষ গভীৰ স্থানত এক বিৰাট চ্যুতি থকা কথাটো সূচায়। এই চ্যুতিৰ বাবে হোৱা যিকোনো নব বিবৰ্তননিক কাৰণতো নৈৰ অৱস্থান সালসলনি হৈ থাকে। ধনশিৰি নৈৰ দৈৰ্ঘ্য ৮০ কিল'মিটাৰ। নৈখনৰ বিপদসীমা জোখ-মাখ কেন্দ্ৰত ৮৪'২ মিটাৰ। নৈখনেদি বাৰ্ষিক গড়ে ১৮০ হেক্টাৰ মিটাৰ গেদ উটি ভাহি যায়।

## ধনশিৰিৰ উপনৈ

**৭৯.১. ৰৌতা নৈঃ** ৰৌতাৰ পুৰণি নাম ৰতা। বিষ্ণু ভক্তিত গদ গদ হৈ বলি ৰত হোৱাৰ বাবে ৰতা নাম হয়। ৫০০ বছৰ আগতে এই ঠাইখনত ভূঞাসকলৰ মনোহৰ নগৰ আছিল।[৯] ৰৌতা নৈখন পাহাৰৰপৰা আহি ৰৌতা সংৰক্ষিত বনৰ উত্তৰৰ অসম সীমাৰ ১১৯-১২০ নং সীমান্ত খুটাৰ মাজেদি অসমত সোমাই উক্ত বনৰ মাজেদি দক্ষিণলৈ আহে। এনেকৈ ৬ কিমি আহি নৈখন মাজুলী নামৰ ঠাই পায়। ইয়াতে ই পাহাৰৰপৰা অহা বেটালি নৈক সোঁপাৰে লয়। ইয়াৰপৰা নৈখন দক্ষিণ দিশত ২ কিমি ভটিয়াই লামাবাৰী পায়। লামাবাৰীৰপৰা ৮ কিমি আহি খাগৰা বিলৰ দক্ষিণৰ ছিলঙীয়া খুটিৰ ওচৰত ৰৌতা নৈ ধনশিৰিত পৰে।

**৭৯.২. মৰা ধনশিৰি নৈ (১):** ধনশিৰিৰ পশ্চিমৰ নৈখন হ'ল মৰা ধনশিৰি। আগতে লিখা হৈছে যে মৰাধনশিৰি দুখন। ইহঁত দুয়োৰে মাজৰ সুখাজানি বা দৈফং নৈয়ে দুয়োকে পৃথক কৰিছে। সুখাজানিৰ পশ্চিমৰখন পূবৰখনতকৈ বেছি প্ৰাচীন। সুখাজানিৰ পূবৰ মৰা-ধনশিৰিখনৰ বৰ্ণনা এনে—

এসময়ত ধনশিৰি নৈখন ওদালগুৰি চহৰৰ উত্তৰ-পূব দিশত ধনশিৰি নৈৰ পাৰৰ মাছখুটিৰপৰা এতিয়াৰ দৰে দক্ষিণ-পূবলৈ বৈ অহাৰ পৰিবৰ্তে দক্ষিণলৈ বৈছিল। এই দক্ষিণমুৱা নৈখনেই পাছলৈ উজনি অংশৰ লগত সংযোগ হেৰুৱাই মৰাধনশিৰি নৈ হয়।[১০] নৈখনে বৰ্তমানে মাছখুটিৰ ওচৰত জীয়া ধনশিৰিৰপৰা ফাটি অহা দেখা যায়।

নৈখন মাছখুটিৰপৰা এক সপিল পথেৰে দক্ষিণ দিশত ৭ কিমি আহি ফুহুৰাবাৰীত ৰে'লপথ আৰু ওদালগুৰি-ৰৌতা পথ পাৰ হৈ আৰু দক্ষিণলৈ আহে। এইদৰে ৪ কিমি ভটিয়াই ইকৰাবাৰীত নৈখনে এখন জান সোঁপাৰে লৈ আৰু ৩ কিমি ভটিয়াই পানীখেতি

পায়। পানীখেতিৰপৰা আঢ়ৈ কিমি আহি মধুপুৰত দলগাঁও-ৰৌতা পথ পাৰ হৈ নৈখন পুবমুৱা হয়। এইদৰে ৪ কিমি ভটিয়াই নদীৰ কাম নামৰ ঠাইৰপৰা নৈখন অতি সপিল পথেৰে দক্ষিণমুৱা হয়। এনেকৈ বৰগৰা আৰু চিকনমাটি চাহবাগিছাৰ মাজেদি আৰু এবা সুঁতিৰপৰা হোৱা তাকেমাৰী বিলৰ উত্তৰেদি নৈখন দক্ষিণ-পুবমুৱা হৈ আহি কৌপাতি চাহবাগিছাৰ পুবত ওলায়। ইয়াৰপৰা পুবমুৱা হৈ আহি ৰঙাগড়া পুখুৰীৰ (জিনজিৰি পুখুৰী?) দক্ষিণৰ ৰহিমানপুৰত নতুন ধনশিৰিত পৰে। মধুপুৰৰপৰা নৈখনৰ এইছোৱা পথৰ দৈৰ্ঘ্য হ'ল ৩২ কিল'মিটাৰ আৰু মৰা ধনশিৰিৰ মুঠ দৈৰ্ঘ্য হ'ল ৪৬ কিল'মিটাৰ।

আগতে ৰৌতাৰ কামৰপৰা অহা ৰৌতা নৈ দক্ষিণলৈ নলাচিছা নাম লৈ উপৰোক্ত ৰঙাগড়া পুখুৰীৰ ওচৰত মৰা ধনশিৰিত পৰিছিল। মৰাধনশিৰি নৈ তাৰপাছত দক্ষিণ-পশ্চিমমুৱা হৈ ৬ কিমি ভটিয়াই ওৰাং সংৰক্ষিত বনৰ মাজত ব্ৰহ্মপুত্ৰত পৰিছিল। এতিয়া নতুন ধনশিৰি নৈখন উক্ত নলাচিছা নৈয়েদি বৈ আহি ৰহিমানপুৰৰপৰা মৰা ধনশিৰিৰ পুৰণা সুঁতিয়েদি ব'বলৈ লৈছে।

## ৮০. দৈফাম/দৈফং/শাকজানি

ভুটানৰ পাহাৰত চুৰ্কাপ নৈ নামেৰে ওলাই উত্তৰ-পুবমুৱা হৈ ১০ কিমি বৈ আহি দৈফামৰ ওচৰত অসমৰ দৰং জিলাত সোমায়। ইয়াৰপৰা নৈখনে দৈফাম নাম লয়। দৈফামৰ ওচৰৰপৰা নৈখন ধনশিৰি নৈৰ পশ্চিম পাৰৰ কাষেদি বৈ আহে। নৈখন বালিময় আৰু শুকান ধৰণৰ। এইদৰে ই বান্দৰগুৰি, খোমাবাৰী আদি ঠাইৰ মাজেদি বৈ আহি বাটাবাৰী পায়। এই ঠাইতে নৈখনৰ এটা শাখা ফাটি দক্ষিণলৈ গৈ ছুকাহালি নৈ হয় আৰু ই গবৈবাৰীৰ কাষেদি বৈ চেৰফুঙৰ পুবত পুনৰ দৈফামৰ মূল সুঁতিৰ লগ লাগে।

দৈফাম নৈ অসম সীমান্তৰপৰা ১৬ কিমি দক্ষিণলৈ আহি দৈফামখুটিত ওদালগুৰি-ওৰাং পথ পাৰ হয়। তাৰপৰা ৪ কিমি ভটিয়াই ওদালগুৰিৰপৰা ৬ কিমি পুবৰ বালিগাঁৱত নৈখনে ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা ১২ কিমি দক্ষিণলৈ আহি নৈখন মধুপুৰ পায়। ইয়াৰপৰা নৈখন ৰৌতা-দলগাঁও পথৰ পশ্চিম পাৰে পথৰ সমান্তৰালকৈ ৬ কিমি বৈ আহি নাম লয় শাকজানি নৈ।

এসময়ত দৈফাম (দৈফং) নৈখন মধুপুৰৰ ওচৰৰপৰা প্ৰায় দক্ষিণ-পশ্চিমমুৱা হৈ মেধিপাবাৰ কাষেদি দক্ষিণলৈ আহি ভাত পুখুৰীৰ



পুবেদি বৈ গৈ পশ্চিমৰ গালন্দি নৈত পৰিছিল। তেতিয়া মেধিপাবাৰ ওচৰতে গালন্দি নৈৰ এটা শাখা ৰংপানী জান নামেৰে বৈ আহি মেধিপাবাৰ দক্ষিণত দৈফাং নৈৰ লগ হৈছিল। সেই বাবেই হয়তো গালন্দি নৈখনে পাছলৈ নিজৰ দক্ষিণমুৱা সুঁতিটো এৰি ৰংপানী জানেৰে বৈ আহি দৈফাঙৰ সুঁতিয়েদি ব'বলৈ ল'লে। গতিকে গালন্দি নৈখনৰ মজেৰে এছোৱাক এতিয়া দৈফং বোলে।

মধুপুৰৰ দক্ষিণত আগতে এক জলাহ অঞ্চল আছিল ইয়াতে শাকজানি নামৰ এখন বিল আছিল। কালক্ৰমত দৈফাম নৈখনে আগৰ দক্ষিণ-পশ্চিমমুৱা সুঁতি এৰি বৰ্তমান দক্ষিণমুৱা হৈ সেই জলাহ অঞ্চলৰ মাজেদি ব'বলৈ লয়। গতিকে এতিয়া নৈখনে শাকজানি বিলৰ নামেৰে শাকজানি নৈ নাম লৈ উপৰোক্ত পথৰ কাষেদি মধুপুৰৰ পৰা দক্ষিণলৈ বৈ আহিছে। মধুপুৰৰপৰা আহি ককালভাঙী যোগী গাঁৱত নৈখন পুবমুৱা হৈ উক্ত পথ পাৰ হয়। এই দিশত ৩ কিমি ভটিয়াই কৌপাতি চাহবাগিছাৰ পশ্চিমত ওলায়। ইয়াৰপৰা নৈখন আকৌ দক্ষিণমুৱা হৈ ৫ কিমি ভটিয়াই দলগাঁৱৰ ৩ কিমি দক্ষিণ-পুবৰ শাকজানিত ব্ৰহ্মপুত্ৰৰ এটা সুঁতিত পৰে।

## ৮১. মৰা ধনশিৰি নৈ (২)

দৈফামৰ পশ্চিমৰ নৈ মৰা ধনশিৰি (২)। প্ৰাচীন কালত ১ নং মৰা ধনশিৰিখন বিছিমাৰিৰ কিছু উত্তৰৰ মধুপুৰৰপৰা দক্ষিণ-পুবলৈ যোৱাৰ সলনি দক্ষিণলৈ আহি বিছিমাৰিৰ মাজেদি বৈছিল। ধনশিৰি নৈৰ সেই সুপ্ৰাচীন সুঁতিটো বৰ্তমান বিছিমাৰিৰপৰা দাক্ষণলৈ বতি থকা দেখা যায়। এই নৈখনৰ নামো মৰা ধনশিৰি (২)। এই মৰা নৈখন এক সপিল পথেৰে বিছিমাৰিৰ দক্ষিণৰপৰা বৰুৱাঝাৰ, দুংপৰা, দুৱাপাৰা, নিজ গোদাইজাৰ আৰু মণ্ডলপাৰা হৈ খাৰুপেটীয়াৰ পুবেদি আহি ব্ৰহ্মপুত্ৰৰ এটা সুঁতিত পৰে। মৰা ধনশিৰিৰ (২) মুঠ দৈৰ্ঘ্য প্ৰায় ২১ কিল'মিটাৰ।

## ৮২ গালন্দি নৈ

মৰাধনশিৰি (২) নৈৰ পশ্চিমে গালন্দি নৈ। এ নৈখনে অসমৰ ওদালগুৰি মহকুমাৰ বিভিন্ন ঠাইত কেইবাবাৰো নাম সলাই বৈ আহিছে। তদুপৰি এই অঞ্চলত নৈবোৰৰ পথ প্ৰায়ে সঘনাই পৰিবৰ্তন হৈ থাকে বাবে নৈবোৰৰ বুৰঞ্জীও বেচ জটিল।

ভুটানৰ দক্ষিণ ভাগৰ লেইছিং নৈখন দক্ষিণ-পূবমুৱা হৈ ১০ কিমি পথ আহি অসম সীমান্তৰ ওচৰৰ ফুহুৰাবাৰীত অংগৰা নৈ নাম লয়। তাৰপৰা ই দক্ষিণমুৱা হৈ ২ কিমি আহি কালাঝাৰৰ ওচৰত ১১১ নং সীমান্ত খুটাত অসমত সোমায়। খৌবাং নামৰ আন এখন নৈ ভুটানৰ পৰা দক্ষিণ-পূব দিশতে ১২ কিমি আহি অসমত সোমায় আৰু ২ কিমি ভটিয়াই অংগৰাৰ লগ লাগে। দুয়ো নৈ মিলি ভাউৰা বিল নাম লয়। ভাউৰা বিল নৈখন সামান্য ভটিয়াই দুভাগত বিভক্ত হয়। ইয়াৰে এভাগ দক্ষিণলৈ আহি গালন্দি নৈখন হয় আৰু আনটো ভাগ ভাউৰা বিল নামেৰে দক্ষিণ-পশ্চিমলৈ গৈ অন্য নৈৰ লগ লাগি অৱশেষত বেগা নৈ হৈ মংগলদৈ নৈত পৰেগৈ।

উক্ত গালন্দি নৈখন বিভক্ত হোৱা ঠাইৰপৰা ৩ কিমি ভটিয়াই আহি হাবিগাঁৱৰ ওচৰত দক্ষিণ-পূবমুৱা হয়। তেনেকৈ কচুৰাবাৰী, ফুহৰাবাৰী, থানা ওদালগুৰি আদি ঠাইৰ মাজেদি ৮ কিমি বৈ আহি ওদালগুৰি চহৰৰ পশ্চিমৰ ১নং কাঁহীবাৰীত নৈখনে ৰে'লপথ পাৰ হয়। ৰেল'পথৰপৰা নৈখন দক্ষিণমুৱা হৈ ৪ কিমি আহি চলা বা বেঁকী নৈক বাঁওপাৰে লয়। বেঁকীক লোৱাৰপৰা নৈখন ৬ কিমি ভটিয়াই মেধিপাৰা পায়। ইয়াৰপৰা নৈখনক দৈফং নৈ নামেৰে জনা যায়। (ইয়াৰ কাৰণটো দৈফাম নৈৰ ক্ষেত্ৰত বৰ্ণোৱা হৈছে)।

মেধিপাৰাৰপৰা নৈখন ৩ কিমি আহি দৈফামপাৰাত ৰঙাপানী-জানক বাঁওপাৰে লয়। তাৰপৰা ২ কিমি ভটিয়াই নৈখন নমাটি পায়। নমাটিৰপৰা দৈফং নৈক টঙানিঝাৰা বোলে। ইয়াৰপৰা নৈখন দুলয়া পাৰৰ পূবেদি মুঠ ৮ কিমি ভটিয়াই আহি প্ৰাচীন ভাতপুখুৰীৰ কাষ পায়। ভাতপুখুৰীৰপৰা ৩ কিমি আহি নৈখনে মৰাবেগা নৈক (পূৰ্বৰ গালন্দি) সোঁপাৰে লয়। ইয়াৰপৰা ১ কিমি ভটিয়াই নৈখন নিজৰ নামেৰে নামকৰণ হোৱা টঙানি চাহ বাগিছাৰ পূবেদি ৩ কিমি আহি টঙানিঝাৰ নামৰ ঠাইত ব্ৰহ্মপুত্ৰৰ এটা সুঁতিত পৰে।

ব্ৰহ্মপুত্ৰৰ এই সুঁতিটো উজনি মৰা ধনশিৰি (১) নৈ আহি ব্ৰহ্মপুত্ৰত পৰাৰ ওচৰৰপৰা ফাটি পশ্চিমলৈ আহি বাটত শুকাজানি আৰু মৰা ধনশিৰি (২) নৈক লৈ ধৰণীপুৰ আৰু খাৰুপেটীয়া হৈ বৈ আহিছে।

পূৰ্বতে গালন্দি নৈৰ মাজছোৱাক লাইলৰি নৈ আৰু গড়মৰা নৈ বুলিছিল। পূৰ্বৰ গালন্দি নৈৰ নামনি অংশক এতিয়া মৰা বেগা নৈ বোলে।



**৮৩.১ চন্দনা বা মংগলদৈ নৈ ঃ** বৰ্তমান মংগলদৈ বা চন্দনা নৈখন প্ৰকৃততে নোৱা নৈৰ এখন প্ৰধান উপনৈ। ৰেডৰ টোকাত মংগলদৈখনক এখন ডাঙৰ নৈ বুলি উল্লেখ কৰা হৈছে। তদুপৰি নৈখন তেতিয়া স্বাধীনভাৱে মংগলদৈৰ কাষতে ব্ৰহ্মপুত্ৰত পৰিছিল।

ভুটানৰ দক্ষিণভাগৰ পাহাৰত ওলোৱা দেছাম নৈখন দক্ষিণ-পূব দিশত নামি আহি অসমৰ দৰং জিলাৰ উত্তৰ সীমাৰ আমজুলিৰ পৰা কিছু উত্তৰত ১০৯ নং সীমান্ত খুটাত অসমত সোমায়। তাৰপৰা নৈখন আমজুলিৰ উত্তৰেদি মংগলদৈ আৰু ওদালগুৰি মহকুমাৰ মাজৰ সীমাৰূপে বৈ আহে। সীমান্তৰপৰা ৪ কিমি সেইদৰে আহি কুকুৰা-কটাৰ ওচৰত নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। তাৰপৰা ৫ কিমি ভটিয়াই বৰিগাঁৱৰ ওচৰৰপৰা ই দক্ষিণমুৱা হয়। এইছোৱা পথত নৈখন গুল্মিকত আৰু বালিময়। এই বাটত উলুবাৰী আৰু খৈৰাবাৰী গাঁৱৰ ভিতৰত দুখনমান জান নৈখনৰ সোঁপাৰে লগ হৈছে। তদুপৰি খৈৰাবাৰীৰ বিপৰীত পাৰে নৈখনৰ এটা শাখা দক্ষিণ-পশ্চিমলৈ ফাটি পাছলৈ চৰণা বা মৰা চন্দনা নৈ হৈছেগৈ। মূল শাখাটোৱে বৰিগাঁৱৰ পৰা ২ কিমি দক্ষিণৰ হৰিবগাঁও পাই উত্তৰ-পূবৰপৰা অহা খাউৰং নৈক বাঁওপাৰে লগত লয়। ইয়াৰপৰাই এই সন্মিলিত নৈখনক চন্দনা নৈ বোলে। চন্দনাখন এক সপিল পথেৰে ৩ কিমি দক্ষিণলৈ আহি বাটাবাৰীত ৰে'লপথ পাৰ হয়। নৈখন তাৰপৰা ৭ কিমি ভটিয়াই আহি কানামুখা, আৰু ডেৰ কিমি আহি নলখামাৰা, তাৰপৰা আৰু ২ কিমি আহি সৰু বেঙেনা চুবুৰীত উত্তৰৰ ভুৰাচুবুৰীৰপৰা অহা খগাদং নৈক সোঁপাৰে লৈ সম্পূৰ্ণকৈ মংগলদৈ মহকুমাত সোমায়। সৰু বেঙেনা চুবুৰীৰপৰা চন্দনা নৈখন পশ্চিমমুৱা হৈ ১ কিমি আহি মৰা চন্দনা নৈক লগত লয়। মৰা চন্দনাক উজনিলৈ চৰণা বোলে। তাৰপৰা চন্দনা নৈ দক্ষিণমুৱা হৈ ২ কিমি আহি কৈৰালী গাঁও পায়। ইয়াৰপৰা ৭ কিমি ভটিয়াই পুঠি আখাটৰ ওচৰত চন্দনাই কাৱাদাঙা নৈক বাঁওপাৰে লয়। কাৱাদাঙা নৈখন উত্তৰ-পূব দিশৰপৰা বৈ অহা এসময়ৰ কাকৰা খাইটি জানৰ নামনি অংশ। ইয়াৰ উপনৈ হ'ল বাঁওপাৰে লগ হোৱা জয়সাগৰ নৈ।

কাৱাদাঙাক লৈ চন্দনা নৈ ৩ কিমি দক্ষিণলৈ আহি জিলিকাপাৰ পায়। তাৰপৰা ই আৰু ৩ কিমি ভটিয়াই ঝাৰগাঁৱৰ বিপৰীতে বটীয়ামাৰী বা মৰা নৈক (পুৰণা নাম টেকছো নৈ) সোঁপাৰে লগত লৈ

নাম লয় মংগলদৈ নৈ। ইয়াৰপৰা দক্ষিণমুৱা হৈ ৩ কিমি ভটিয়াই নৈখনে কলাইগাঁও-মংগলদৈ পথ পাৰ হয়। এই পথ পাৰ হৈ আৰু ৮ কিমি ভটিয়াই আহি নৈখন মংগলদৈ নগৰ পায়। মংগলদৈ পাৰ হৈ নৈখন পশ্চিমমুৱা হয় আৰু নগৰৰ সমীপৰ বান্দৰ চুবাত মংগলদৈ নগৰৰ মাজেদি বৈ অহা বেগা নৈক বাঁও পাৰে লগত লয়। ইয়াৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ৪ কিমি ভটিয়াই কমাৰপাৰাৰ দক্ষিণে নোৱা নৈৰ বাঁও পাৰে পৰে।

## মংগলদৈৰ উপনৈ

**৮৩.১.১. মৰানৈ** ঃ নোৱা নৈৰ উজনি অংশত লক্ষী নৈ নামৰ এখন উপনৈ আছে। এই লক্ষী নৈৰ এটা সুঁতি ৰে'লপথৰপৰা ১ কিমি দক্ষিণত নৈখনৰপৰা ফাটি দক্ষিণমুৱা হৈ আহি বাটত বৰদং নৈৰ লগ লাগে। এই বৰদংখন দক্ষিণলৈ আহি মৰা চন্দনা নাম লয়। ইয়াৰ লয়ত জিলিকাখাটত ভুটীয়া নৈ নামৰ সৰু নৈ বাঁওপাৰে লগ হয়। জিলিকাখাটৰপৰা নৈখনে ভুটীয়া নৈ নামেৰে বৈ আহি বটীয়ামাৰী নামৰ ঠাই পাই নাম সলাই বটীয়ামাৰী নৈ নাম লয়। পূৰ্বৰ টেকছো নৈখনেই হয়তো এই বটীয়ামাৰী নৈ। ইয়াৰ পাছত নৈখন দক্ষিণ-পুবমুৱা হৈ কলিতাপাৰা আৰু জাবৰিকুচিয়েদি ভটিয়াই আহি বল পাৰাত মৰা নৈ নাম লৈ মংগলদৈ নৈত পৰে।

**৮৩.১.২ বেগা নৈ** ঃ নৈখন ওদালগুৰি চহৰৰ ৩ কিমি দক্ষিণৰ শান্তি-পুৰৰ ওচৰত বেগা নৈ নামেৰে ওলোৱা দেখা যায়। ইয়াৰপৰা নৈখনে দক্ষিণমুৱা হৈ বালাগাঁও, পাঠাকাটা আদি ঠাইৰ মাজেদি ৫ কিমি ভটিয়াই আহি মোহনপুৰত গোমঠা নৈ নামৰ সৰু জান এখন বাঁওপাৰে লয়। তাৰ পাছত নৈখন ৩ কিমি আহি লাউদঙত লাউদুৱাৰ নৈক বাঁও পাৰে লৈ দক্ষিণ-পুবমুৱা হৈ আৰু ডেৰ কিমি আহি লাউদুৱাৰৰ পাঁচ-কোণী পুখুৰীৰ পুব পাৰত লালঝৰা জানক (গড়মৰা) বাঁও পাৰে লৈ নাম লয় অংছাঝৰা। অংছাঝৰাখন দক্ষিণমুৱা হৈ চাৰে চাৰি কিমি আহি দুলয়াপাৰাত বহল হৈ পৰি নাম লয় কোটোহালি নৈ। এই দুলয়াপাৰতে নৈখনৰপৰা এটা সৰু শাখা ফাটি দক্ষিণলৈ গৈ মৰা বেগা নৈ হয়। মূল নৈখন দক্ষিণ-পশ্চিমলৈ ৩ কিমি আহি তেতেলি-গুৰিত ভেগাইজুৰিক সোঁপাৰে লৈ দক্ষিণলৈ ঘুৰে। তেতেলিগুৰিৰ পৰা নৈখনক বেগা নৈ নামেৰে জনা যায়। ইয়াৰপৰা নৈখন ৩ কিমি দক্ষিণলৈ আহি ভকতপাৰা পায়। ইয়াৰপৰা নৈখন কলাইগাঁও-মংগলদৈ



পথৰ পুব কাষেদি দক্ষিণপুৱা হৈ ৬ কিমি ভটিয়াই আহি মংগলদৈ নগৰৰ সোঁমাজেদি বৈ পশ্চিমমুৱা হয় আৰু নগৰৰ দক্ষিণ-পশ্চিমৰ বান্দৰ চুবাত মংগলদৈ নৈত পৰে।

## কোটাহালি / বেগানৈৰ উপনৈ

**৮৩.১.২.১. ভাউৰা বিল / সাপকাটি / ভেগাইজুৰি** ঃ ভুটানৰ টংচা জিলাৰপৰা অহা খাউৰং নৈ দক্ষিণ-পুবমুৱা হৈ ১২ কিমি আহি ১১১ নং সীমান্ত খুটাৰ ওচৰৰ খাউৰঙত অসমৰ ওদালগুৰি মহকুমাত সোমায়। সীমাৰপৰা ১ কিমি আহি ফুহুৰাবাৰীত নৈখন দুভাগ হয়। এভাগ দক্ষিণ-পুবলৈ আহি অংগৰা নৈৰ লগ লাগি গালন্দি নৈ হয়। মূল ভাগটো ভাউৰা বিল নৈ নামেৰে দক্ষিণলৈ আহে। ভাউৰাবিল নৈখন কৈৰাবাৰী, বৰিগাঁও হৈ ৫ কিমি আহি খোৰাং বজাৰ পায়। ইয়াৰপৰা ৫ কিমি ভটিয়াই এখন শুকান বালিময় নৈৰ ৰূপত সাপ-কাটিৰ পশ্চিমত বা চন্দনা চাহ-বাগিছাৰ পুবত ওলায়। এই সাপকাটিৰ পৰাই ভাউৰাবিল নৈখনে সাপকাটি নৈ নাম লয়। এনেকৈ আৰু ২ কিমি আহি সাপকাটি নৈখন ওদালগুৰিৰ পশ্চিমেদি ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা নৈখন ৫ কিমি দক্ষিণলৈ আহি দেউলগুৰিত কাক্ৰখাতী নৈক সোঁপাৰে লয়। নৈখন তাৰপৰা চাৰে তিনি কিমি আহি চলকাটাৰ দক্ষিণত কাৱাদাঙা দং নৈক সোঁপাৰে লয়। ইয়াৰ পাছত নৈখন কপতিমাৰি হৈ আঢ়ৈ কিমি ভটিয়াই কদমতোলা পায় আৰু ইয়াত সাপকাটি নৈয়ে নাম সলাই হৈ পৰে ভেগাইজুৰি। ভেগাইজুৰি নৈখন ৰাজ হাউলীৰ পুবেদি ৬ কিমি দক্ষিণলৈ আহি তেতেলিগুৰিত কোটোহালি নৈৰ সোঁপাৰে পৰে।

## ৮৩. নোৱানদী ঃ

মংগলদৈ নৈৰ পশ্চিমৰ নৈখনৰ নাম নোৱানদী। নোৱা নৈখন বেচ প্ৰাচীন নৈ। ঋক বেদৰ আনুজাচি নৈ খনকে নোৱা বুলিও উল্লেখ কৰা পোৱা হৈছে। কোনো কোনোৱে অৱশ্যে দীপিলা মৌজাৰ আহিনী গাঁৱৰ মৰা নৈ এখনকহে আনুজাছি বুলি ক'ব খোজে।

ভুটানৰ খাম্‌পাজুলি নৈৰ এক শাখা দক্ষিণ-পশ্চিম দিশত বৈ অসমত সোমাই ইয়াৰ পশ্চিমৰ মৰাভোলা নৈৰ এক শাখাৰ লগত খৈৰাবাৰীৰ ওচৰত লগ হৈ ভোলা নৈ নাম লয়। তাৰপৰা খৈৰাবাৰী চাহ-বাগিছাৰ পুবেদি প্ৰায় ১২ কিমি ভটিয়াই আহি বেংবাৰী পায়। ইয়াৰপৰা নৈখন ২ কিমি বাট ভটিয়াই হৰিশিঙাত ৰে'লপথ পাৰ হয়।

ৰে'লপথৰপৰা নৈখনে ২ কিমি ভটিয়াই চমুৱাপাৰাত ক্ৰমে বিখাইতি আৰু লক্ষ্মীনৈক সামান্য ব্যৱধানত বাঁওপাৰে লয়।

বিখাইতি নৈখনকো উজনিলৈ লক্ষ্মী নৈ বোলে। এইখন নৈ ভূটানৰ খাম্‌পা জুলিৰে এক শাখা। মূল খাম্‌পাজুলি নৈখন ১০৬ নং সীমান্ত খুটাত অসম সোমাই সীমাৰ কাষতে দুভাগত বিভক্ত হয়। তাৰে এভাগ উপৰোক্ত মৰা ভোলা নৈখনৰ লগ লাগে আৰু আন ভাগ এখন বহল নৈ ৰূপে দক্ষিণ-পূবমুৱা হৈ প্ৰায় ১৭ কিমি আহি হৰিশিঙাত ঠেক হৈ পৰি ৰে'লপথ পাৰ হয়। হৰিশিঙাৰপৰা এই নৈখনক বিখাইটি নৈ বোলে; নৈখন ইয়াৰপৰা ২ কিমি ভটিয়াই ভোলা নৈত পৰে।

লক্ষ্মী নৈক লোৱাৰ পাছত ভোলা নৈখন দক্ষিণমুৱা হৈ ৫ কিমি আহি ঢালকটাৰ ওচৰত বটীয়ামাৰী নৈক সোঁপাৰে লয়। বটীয়ামাৰী নৈখন হৰিশিঙাৰ উত্তৰৰ বেংবাৰীৰ মাজেদি আহি ৰে'লপথ পাৰ হৈ টেকেলিচুবাৰপৰা দক্ষিণমুৱা হৈ আহিছে। ঢালকটাৰ ওচৰৰপৰা ভোলানৈক নোৱা নদী বোলে।

নোৱা নৈখন এক সপিল পথেৰে বৰলৈ লয়। ঢালকটাৰপৰা পোন জোখেৰে ৬ কিমি আহি ৰূপাতল চাহ-বাগিছাত নৈখনে এখন জান সোঁপাৰে লয়। তাৰপৰা ৪ কিমি ভটিয়াই আহি নোৱা নৈ কলাইগাঁও চহৰ পায়। কলাইগাঁৱৰপৰা দক্ষিণলৈ ৪ কিমি অহি নৈখন গৰুবন্ধা পায়। ইয়াতে নোৱাৰপৰা এটা খাল কাটি দক্ষিণলৈ নিয়া হৈছে। তাৰপৰা নোৱা নৈ দুই মথাউৰিৰ মাজেদি বৰমপুৰ হৈ সপিল পথেৰে ৬ কিমি আহি অধিকাৰী গাঁও পায়। অধিকাৰী গাঁৱৰপৰা ৪ কিমি আহি নৈখন গাখীৰখোৱা আৰু তাৰপৰা ৩ কিমি ভটিয়াই আহি ঘাইপথ পাৰ হয়। ইয়াৰপৰা দক্ষিণ-পুবমুৱা হৈ ২ কিমি ভটিয়াই কমাৰপাৰৰ ওচৰত নোৱা নৈয়ে মংগলদৈ নৈক বাঁওপাৰে লগত লয়।

মংগলদৈ নৈক লৈ নোৱা নৈ দক্ষিণমুৱা হয়। এইদৰে ডেৰ কিমি আহি মোৱামাৰি চাপৰিৰ ওচৰত দক্ষিণ-পশ্চিমলৈ ঘূৰি দীঘলী বিলৰপৰা অহা এখন সৰুজান বাঁওপাৰে লয়। দক্ষিণ-পশ্চিমমুৱা দিশতে নৈখন মুঠ ৪ কিমি আহি দশটকিত ব্ৰহ্মপুত্ৰ সোঁতা নামৰ এক সুঁতিত পৰে।

নোৱানৈ দশটকিত ব্ৰহ্মপুত্ৰ সোঁতাত পৰা ঠাইতে সেই সুঁতিটোৰ এক শাখা ফাটি নোৱা নদী নামেৰে পশ্চিমলৈ আহে। এনেকৈ ২ কিমি আহি দৰীয়াপাৰাত সুঁতিটোৰে কুইয়াপানী নৈক সোঁপাৰে



লয়। তাৰপৰা ই ৩ কিমি আহি কছাৰীপাৰাত শাকতোলা নৈক সোঁপাৰে লয়। তাৰপৰা আৰু ডেৰ কিমি আহি সুঁতিটো উপৰোক্ত ব্ৰহ্মপুত্ৰ সোঁতাৰ লগ লাগি দুয়ো মিলি দক্ষিণ-পশ্চিমলৈ ৬ কিমি আহি গৰুখুটিত ব্ৰহ্মপুত্ৰত পৰে। উল্লেখযোগ্য যে ব্ৰহ্মপুত্ৰ সোঁতা নামৰ উপৰোক্ত সুঁতিটো মংগলদৈ চহৰৰপৰা ৭ কিমি দক্ষিণৰ বৰমুৰত ব্ৰহ্মপুত্ৰৰপৰা ফাটি পশ্চিমলৈ নোৱা আদি নৈবোৰক লৈ গৰুখুটীত পুনৰ ব্ৰহ্মপুত্ৰত মিলিছে।

নোৱা নৈৰ দৈৰ্ঘ্য প্ৰায় ৭২ কিল'মিটাৰ। ইয়াৰ বিপদসীমা ৫৪·৪ মিটাৰ। নোৱা নৈয়েদি বছৰি গড়ে ৩৫ হেক্টাৰ মিটাৰ উটি ভাহি ফুৰা গেদ পৰিবাহিত হয়।

## নোৱা নৈৰ উপনৈ

**৮৩.২ কুইয়া পানী :** জলজলি নামৰ ঠাইৰ উত্তৰত ওলোৱা এখন জান দক্ষিণলৈ আহি কুইয়া পানী নাম লয়। তাৰপৰা নৈখন নহাউলী কুইয়া পানীপাৰা, বঙলাগড় বজাৰ, দোৰিপাৰা আদি ঠাইৰ মাজেদি দক্ষিণলৈ আহি দৰিয়া পাৰাত নোৱানদী নামৰ ব্ৰহ্মপুত্ৰৰ সুঁতিটোত পৰে।

**৮৩.৩ শাকতোলা নৈ :** ননৈ নৈৰ উপনৈ কুলসী (পৃঃ ৩৬০ চাওক) নৈৰপৰা নাহৰবাৰীত দক্ষিণ-পূবলৈ এটা শাখা ফাটি আহিছে। এই শাখাটো যোগীপাৰা, জলজলি, জোনাৰাম চৌকা হৈ কলাইগাঁৱলৈ যোৱা পথৰ কাষেদি বৈ আহি শাকতোলা নৈ নাম লয়। নৈখন ইয়াৰপৰা পাতাল শিংপাৰাত ঘাইপথ পাৰ হৈ কিছুদূৰ দক্ষিণলৈ আহি কছাৰীপাৰাত নোৱা নৈত পৰে। নৈখনৰ দৈৰ্ঘ্য প্ৰায় ২০ কিল'মিটাৰ।

**৮৪. বেং নদী :** চিপাঝাৰ চহৰৰ ৫ কিমি দক্ষিণে বাথা বিল নামৰ এখন ১০ বৰ্গ কিল'মিটাৰ এলেকা জুৰি থকা বিয়াগোম বিল আছে। এই বিলত বেং নদী নামৰ সৰু নৈ এখন পৰিছে। বেং নৈখন চিপাঝাৰৰ উত্তৰ-পূবৰ দীঘিৰপাৰ নামৰ ঠাইৰপৰা পশ্চিমলৈ আহি পাথৰি ঘাটৰ পূবত দক্ষিণ-পশ্চিমমুৱা হয়। ইয়াৰপৰা নৈখনে মুছলিমঘোপা ব্যাসপাৰা হৈ চিপাঝাৰৰ পশ্চিমৰ বলদেৱ পুখুৰীৰ উত্তৰেদি পশ্চিমমুৱা হৈ আহি দক্ষিণলৈ ঘূৰে। এইদৰে আহি নৈখন পুণিয়াৰ ওচৰত এখন বিলত সোমায়। ইয়াৰপৰা ওলাই খন্দাজান নামৰ ঠাইৰ পুবেদি চিপাঝাৰলৈ অহা পথ পাৰ হৈ দক্ষিণৰ বাথা-

বিলত পৰে। বাথা বিলৰ উত্তৰে মহৰীয়াৰ দল নামৰ এখন দলনি আছে। এই দলনিখনত বাথা নলা নামৰ সৰু জান এখন পৰিছে।

## ৮৫. ননৈ নৈ

নামটোৰপৰা অনুমান কৰিব পাৰি যে এই নৈখন আনবোৰতকৈ নতুন বা পাছৰ সময়ৰ; ননৈখন মঙলদৈ মহকুমাৰ সোঁমাজেদি বৈ আহিছে।

ননৈখন ভূটানৰ দক্ষিণাংশৰ টংছাৰ (১২২০ মিটাৰ) কাষত ওলাই দক্ষিণলৈ আহি ১০৩ নং সীমান্ত খুটাত অসমত সোমায়। সীমাৰপৰা ভটিয়নীৰ ১৩ কিমি বাটত নৈখনে দুটা শাখাক দক্ষিণ-পূব দিশলৈ এৰি ভূটীয়াচাং চাহবাগিছাৰ পশ্চিমত ওলায়হি। ইয়াৰপৰা দক্ষিণ-পশ্চিম দিশত ৬ কিমি আহি ডিমাকুছি চাহবাগিছাৰ পূবত ননৈয়ে উত্তৰৰপৰা অহা ডিমাকুছম আৰু ওৰাংজুলি বাগিছাৰ পূবেদি অহা ওৰাঙা নামৰ দুখন নৈক সোঁপাৰে লয়। ডিমাকুছমখন বেচ ডাঙৰ নৈ, এইখনক উজনিত কালাপানী নৈ বোলে। এই অঞ্চলৰ নৈবোৰ বালিময় গুম্ফিত আৰু আধা কিল'মিটাৰ পৰ্য্যন্ত বহল।

ডিমাকুছিৰপৰা ননৈখন দক্ষিণ-পূবমুৱা হৈ ৩ কিমি আহি বটীয়াচাং পায়। ইয়াতে নৈখনৰ সোঁপাৰৰপৰা এটা শাখা ফাটি দক্ষিণলৈ যায়। মূল নৈখন তাৰপৰা ৬ কিমি আহি কুকুৰাকটাত ইতিপূৰ্বে এৰা শাখাটোক লগত লয়। ইয়াৰ বিপৰীত পাৰে পানেৰী চাহবাগিছাৰপৰা অহা দীঘল নৈ, ঘোঁৰামৰা নৈ আৰু নবান্ধা নৈ একেলগ হৈ ননৈত পৰে। সেই ঠাইৰপৰা ননৈখন ২ কিমি আহি টংলা নগৰৰ পশ্চিমত ৰে'লপথ পাৰ হয়। ৰে'লপথ পাৰ হোৱাৰপৰা নৈখন কিছু ঠেক হয়।

টংলাৰপৰা নৈখন ৩ কিমি ভটিয়াই টোকোনকাটা পায়। ইয়াতে উত্তৰৰ পানেৰী আৰু টংলাৰ মাজেদি অহা সোণাজিলি নৈ ননৈৰ সোঁপাৰে পৰে। তদুপৰি পানেৰীৰপৰা অহা চাকি নৈ আৰু হাদুৰ্মা নৈ মিলি এই ঠাইতে ননৈৰ সোঁপাৰে পৰে। টোকোনকটাৰপৰা নৈখন এক সৰ্পিল পথেৰে ৬ কিমি দক্ষিণলৈ আহি খৈৰাবাৰীত নিজৰ পশ্চিমৰ ননাইচৰা নৈৰ এক শাখাক সোঁপাৰে লয়। ইয়াৰপৰা ডেৰ কিমি ভটিয়াই নৈখন দলংঘাট পায়। দলংঘাটৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। এনেকৈ নৈখন বুঢ়ীনগৰৰ উত্তৰেদি আৰু খাটদলৰ দক্ষিণেদি ৮ কিমি আহি নেপতিপাৰা পায়।



নেপতিপাৰাৰপৰা নৈখন দক্ষিণমুৱা হৈ বাটত বাঁওপাৰে শিঙীয়া বিলক এৰি ৫ কিমি আহি খাতৰা পায়। খাতৰাৰপৰা আঢ়ৈ কিমি আহি ননৈয়ে দ্বিগজ নৈক বাঁওপাৰে লয়। ইয়াৰ পাছত প্ৰায় দক্ষিণমুৱা হৈ ৯ কিমি আহি খন্দাজানত ঘাইপথ পাৰ হয়। পথটো পাৰ হোৱাৰ পূৰ্বে নদীৰ সোঁপাৰে বটীয়াসিছা বিল। ঘাই পথৰপৰা ২ কিমি দক্ষিণলৈ আহি (চিপাঝাৰৰ দক্ষিণৰ) সুবৃহৎ বাথা বিলৰ পশ্চিমপাৰ পায়। তাৰপৰা নৈখন আৰু ৩ কিমি ভটিয়াই অন্যতম ডাঙৰ বিল— বৰবিলৰ পূবত ওলায়। বৰবিলৰ ওচৰৰপৰা ননৈখন ২ কিমি ভটিয়াই মেধি পুখুৰী পায়। ইয়াৰপৰা ৩ কিমি ভটিয়াই বিৰিঙাগুৰিত ননৈখন ব্ৰহ্মপুত্ৰত পৰে।

ননৈখনৰ দৈৰ্ঘ্য ১০৪ কিল'মিটাৰ। ইয়াৰ অৱবাহিকাই ৫০৪ বৰ্গ কিল'মিটাৰ এলেকা আগুৰি আছে। নদীখনৰ বিপদ সীমা ৫২'১২ মিটাৰ। ননৈখনেদি বছৰি গড়ে ৪১ হেক্টৰ মিটাৰ উটি-ভাহি ফুৰা গেদ পৰিবাহিত হয়।

## ননৈৰ উপনৈ

**৮৫.১. কুলসী/দ্বিগজ নৈ:** নৈখন ঠেক অথচ ই ভূটানৰপৰা উত্তৰা-দক্ষিণাকৈ এক পোনপথেৰে টংলা চহৰৰ পূবেদি বৈ আহিছে। ভূটানৰ দক্ষিণসীমাৰ ওচৰত ওলোৱা দেওচুঙা নৈ কলিংদুৱাৰ সংৰক্ষিত বনৰ মাজেদি দক্ষিণ-পশ্চিমমুৱা হৈ চাৰে পাঁচ কিমি আহি ননৈৰ এটা শাখাৰ লগ লাগে। দুয়ো মিলি আগৰ দিশতে ১০ কিমি ভটিয়াই আহি ভূটীয়াচাং চাহবাগিছা পায়। ইয়াৰপৰাই নৈখনক কুলসী নৈ বোলে। তাৰপৰা নৈখন দক্ষিণ-পূবমুৱা হৈ ৭ কিমি আহি পানেৰী চহৰৰ পূবত পানেৰী-ওদালগুৰি পথ পাৰ হয়। এইছোৱা পথত নৈখনৰ বুকু বালিময় আৰু সততে শুকান।

পানেৰীৰপৰা নৈখন চাৰেপাঁচ কিমি আহি চেনীপাৰাত ৰে'লপথ পাৰ হৈ ঠাইতে লান নৈক বাঁওপাৰে লয়। লালনৈখন কুলসীৰ সমান্তৰালকৈ উত্তৰৰপৰা আহিছে। লাল নৈৰ উপনৈ বৰগলা নৈ। লাল নৈক লৈ কুলসীখন ২ কিমি ভটিয়াই টংলাৰ ঠিক আঢ়ৈ কিমি পূবৰ জংঘল পাৰাত দুভাগত বিভক্ত হয়। তাৰে এভাগ কাচিতল হৈ দক্ষিণলৈ আহে। আনভাগে লেপাখাট আৰু ভোকেলিখন্দা হৈ এটা দক্ষিণ-পূবমুৱা পাক মাৰি ৬ কিমি আহি আগৰটো ভাগক পুনৰ লগত লয়। দুয়োমিলি দক্ষিণমুৱা হৈ ৪ কিমি আহি গণকপাৰাত

কলাইগাঁও-টংলা পথ পাব হৈ আৰু ৪ কিমি আহি উত্তৰ বোক্ৰাঝাৰ পায়। ইয়াতে কুলসীনৈখনে উত্তৰৰ শিঙৰামাৰি চাহ বাগিছাৰপৰা অহা এখন জান বাঁওপাৰে লৈ দক্ষিণমুৱা হৈ ৰণথলি, গৰীয়াপাৰা হৈ ৫ কিমি ভটিয়াই প্ৰাচীন ভূৰাবগড়ৰ (ভুঞাৰ গড় ?) পূবৰ পেৰীয়া পাৰা পায়। ইয়াৰপৰা নৈখন দক্ষিণ দিশতে ৪ কিমি ভটিয়াই নাহৰবাৰী পায়। নাহৰবাৰীত নৈখনৰ এটা সুঁতি ফাটি দক্ষিণ-পূবলৈ গৈ শাকতোলা নৈ হৈ নোৱা নৈত পৰেগৈ। মূল নৈখন নাহৰবাৰীৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ ২ কিমি আহি তামুলীপাৰাৰ ওচৰত পশ্চিমমুৱা হয়। এইদৰে নৈখনে ৪ কিমি আহি পাথৰি ঘাটত খাৰখোৱাৰ পৰা অহা বোলন্দি নৈক সোঁপাৰে লয়। বোলন্দিৰ উপনৈ দেওমোৰ নৈ। কুলসী নৈয়ে পাহাৰি ঘাটতে কেন্দুগুৰি-মংগলদৈ পথ পাৰ হৈ নাম লয় দ্বিগজ নৈ। এই নামেৰে ভটিয়াই আহি তুৰাই নামৰ ঠাইৰ বিপৰীতে দ্বিগজ নৈ ননৈত পৰে।

**৮৬. বৰ নদী ঃ** বৰ নদীয়ে বহুসময়ত অসমৰ পশ্চিম সীমাৰূপে থাকি অসম বুৰঞ্জীত এক গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিছে। এতিয়াও এই নৈখন অসমৰ কামৰূপ আৰু দৰং জিলাৰ মাজৰ সীমা। নৈখন অতি প্ৰাচীন। ঋকবেদত উল্লেখিত ছিফা, আনজাচি, কুলশী, বীৰপতনী নদীবোৰ মংগলদৈত আছিল। ইয়াৰে আনজাচি আৰু কুলশীৰ বিষয়ে আগতে লিখা হৈছে। বীৰ পতনীৰপৰা অপভ্ৰংশ বৰনদী হ'ব পাৰে বুলি উল্লেখ পোৱা যায়। তদুপৰি বৰনদীৰ প্ৰাচীন নাম মংগলা নৈ আছিল বুলিও পোৱা যায়। মংগলা নদীৰ নাম মতেই অঞ্চলটোৰ নাম মতেই অঞ্চলটোৰ নাম মংগলদৈ হৈছে বুলি কোনোলোকে ক'ব খোজে যদিও বহুতে এই নাম মংগলদৈ কুঁৱৰীৰপৰা হোৱা বুলি কয়। পাছে বৰনদী নামটোৱে নৈখন এখন ডাঙৰ নৈ বুলি সুচায়, যদিও বৰ্তমান নৈখন আকাৰত যথেষ্ট সৰু। অৱশ্যে নৈখন যে এসময়ত বেচ ডাঙৰ আছিল তাৰ প্ৰমাণ বৰ্তমানৰ ক্ষীণকায় নৈখনৰ গতিপথৰপৰা পাব পাৰি। বৰনদীখন এখন বিসদৃশ নৈৰ উৎকৃষ্ট উদাহৰণ। এনে হোৱাৰ অন্তৰালৰ ঘটনাটোও পৰিষ্কাৰ।

বৰনদীৰ উৎস আছিল ভূটানৰপৰা অহা মৰচলা নৈ, বা দীঘলী নৈ। বৰ্তমানেও ইয়াক বৰ নৈ বুলিয়ে জনা যায়। ইয়াৰ লগত দক্ষিণত শুক্লা নৈ যোগ হৈ শকত হৈ কামৰূপ আৰু দৰং জিলাৰ সীমাৰূপে পোনে পোনে দক্ষিণলৈ বৈ আহিছিল। বৰ্তমান উক্ত বৰনৈখনে দিশ



সলনি কৰি পুঠিমাৰী আৰু বৰলীয়া নামৰ দুখন সুকীয়া নৈ সৃষ্টি কৰিছে। উজনিত পানীৰ উৎসৰপৰা বিছিন্ন হৈ পৰাত নামনিলৈ বৰনৈখন এতিয়া শুকাই ক্ষীণাই চেৰেলা হ'ল। যেই কি নহওক, বৰ নৈৰ নাম কিন্তু লুপ্ত হোৱা নাই। বৰনদীৰ বৰ্তমানৰ গতিপথৰ বিৱৰণ এনে—

দৰং জিলাৰ উত্তৰ-পশ্চিম ভাগৰ ডিমাকুছিৰ পশ্চিমৰ বৰঙাজুলি চাহবাগিছাৰ মাজত আৰু তাৰ পশ্চিমফালে ওলোৱা দুখন জান লগ হৈ ৰঙা নৈ নামৰ এখন ডাঙৰ জান হৈছে। এই ৰঙা নৈখন উক্ত বাগিছাৰপৰা ২ কিমি দক্ষিণলৈ আহি সোণাজুলি পায়। ইয়াৰপৰা ই দক্ষিণ-পশ্চিমমুৱা হৈ ৪ কিমি আহি শিঙৰীবাৰীত শুক্লা নৈৰ কাষ চাপে যদিও তাত নপৰি দুটা সুঁতিত বিভক্ত হৈ দক্ষিণলৈ বৈ আহে। এইদৰে দুয়ো সুঁতি ৫ কিমি ভটিয়াই চৈবাৰী পায়। ইয়াৰপৰা ৰঙা নৈৰ পশ্চিমৰ সুঁতিটো দক্ষিণ-পশ্চিমলৈ আহি বৰ্তমানৰ বৰ নদীখন হৈছে। সিটো শাখাও দক্ষিণমুৱাহৈ ৮ কিমি বৈ গৈ অম্বিকা বাগানৰ পশ্চিমে বৰ নৈতে পৰেগৈ।

চৈবাৰীৰপৰা বৰ নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ২ কিমি আহি মাকনবাৰী পায়। ইয়াৰপৰা নৈখন কামৰূপ আৰু দৰং জিলাৰ সীমা হিচাপে সপিল পথেৰে কিন্তু এক বৃহৎ সপিল উপত্যকাৰ মাজেদি, অৰ্থাৎ পূৰ্বৰ বৰ নদীখনৰ বুকুৰেদি শুৱাগপুৰ-গোৰেশ্বৰ পথৰ পূবেদি সমান্তৰালকৈ দক্ষিণমুৱা হৈ বৈ আহে। এইদৰে ই ১৬ কিমি বাট এখন বিসদৃশ নৈৰূপে আহি ৰামগাঁৱৰ কাষ পায়। ইয়াৰপৰা নৈখন দক্ষিণ-পূবমুৱা হয়। এনেকৈ ই ৫ কিমি আহি অম্বিকা চাহবাগিছাৰ পশ্চিমে পূৰ্বতে উল্লেখ কৰা ৰঙা নৈৰ শাখাটো আৰু ইয়াৰ পূবেদি অহা এখন ডাঙৰ জান বাঁওপাৰে ওচৰা-উচৰিকৈ লগত লয়। তাৰপৰা একে দিশতে আৰু চাৰেচাৰি কিমি আহি শুকিলা নৈক বাঁওপাৰে লয়। শুকিলা নৈখন উত্তৰৰ সোণাজুলিৰ কাষৰপৰা অন্য জানৰ শাখাৰ লগ হৈ দক্ষিণলৈ বৈ আহিছে। দৰাঙৰিৰপৰা ইয়াক মৰা শুকিলা নামেৰে জনাযায় যদিও পাছত ই অম্বিকা বাগিছাৰ পূব সীমাইদি শুকিলা নামেৰে দক্ষিণ-পশ্চিমমুৱাহৈ আহি বৰনৈত পৰে।

শুকিলাক লৈ বৰনদীয়ে ১ কিমি ভটিয়াই আহি গোৰেশ্বৰ নগৰৰপৰা চাৰেপাঁচ কিমি পূবৰ দক্ষিণ কেৰপাবিথাত ৰে'লপথ পাৰ হয়। তাৰপৰা নৈখন দক্ষিণ-পূবমুৱাহৈ সপিল পথেৰে ৯১ কিমি আহি বৈনাৰা সত্ৰ পায়। এই ঠাইতে নৈখনৰ এৰাসুঁতিৰপৰা হোৱা চাৰেণ আদি

চাৰিখন বিল নৈৰ সোঁপাৰে দেখা যায়। এইদৰে বেঁকা পথ সৰল কৰাৰ বাবে নৈখন এতিয়া এক পোন পথেৰে ২ কিমি ভটিয়াই আহি মাহতলি পায়। ইয়াৰপৰা নৈখন দক্ষিণমুৱা হৈ ৭ কিমি ভটিয়াই শালিকাঝাৰ পায়। তাৰপৰা নৈখন একেদিশতে তুলমাতী হৈ ৫ কিমি পথ আহি জয়ন্তীপুৰ পায়। ইয়াৰপৰা ৪ কিমি ভটিয়াই মইজলিত নৈখনে ডিমলাই নৈক বাঁওপাৰে লয়। ডিমলাইক লৈ বৰনদীখন বহল হয় আৰু তাৰপৰা চাৰেতিনি কিমি আহি ডুমুণীচকি পায়। এই ডুমুণী চকি নামটোৱে কোনো বিশেষ সম্প্ৰদায়ক বুজোৱা নাই। প্ৰকৃততে নামটো হব লাগে 'দুমুনি চকী' অৰ্থাৎ দুই সীমাৰ মূৰৰ চকী বা দুৱাৰ। অতীজত বৰনদীক সীমা কৰি আহোম ৰাজ্য আৰু মুছলমান ৰাজ্যৰ সীমা নিৰ্ধাৰণ কৰি ইয়াতে পৰস্পৰ ৰাজ্যৰ দ্বাৰ ৰখীয়া কৰ্মচাৰী ৰখা হৈছিল।

ডুমুনী চকিত বৰনদীখন ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। পথৰপৰা ৫ কিমি দক্ষিণলৈ আহি নৈখন বাঁহগড়া পায়। এই ঠাইতে নৈৰ বাঁওপাৰে গাইখোজা বিল, কুলাচলা বিল, বাঁহগড়া আৰু তেতেলিয়া পৰ্বত। বাঁহগড়াতে নৈখন পশ্চিমলৈ ঘূৰে। এনেকৈ ৩ কিমি ভটিয়াই নৈখন মান্দাকাটা পায় আৰু ইয়াতে আকৌ দক্ষিণমুৱা হয়। এইদৰে নৈখন ৪ কিমি ভটিয়াই শুকতাগুৰিত গোদা বিল নামৰ এক নলা বাঁওপাৰে লয়। ইয়াৰপৰা নৈখন আঢ়ৈ কিমি ভটিয়াই গড়পুৰি নলাক বাঁওপাৰে লয়। তাৰপৰা নৈখন সামান্য দক্ষিণ-পশ্চিমলৈ ঘূৰি ৪ কিমি আহি উত্তৰ গুৱাহাটীৰ ওচৰৰ ৰোহিনীমুখত ব্ৰহ্মপুত্ৰত পৰে। ৰেডৰ টোকাত নৈখনক দৰং ৰাজ্যৰ পশ্চিম সীমা বুলিছে। তেতিয়া নৈখন গুৱাহাটীৰ লতাশিল চকীৰ বিপৰীত পাৰে কানাই বৰশীবোৱা শিলটো থকা পাহাৰৰ উজনিত ব্ৰহ্মপুত্ৰত পৰিছিল। বৰনদীয়েদি বছৰি গড়ে ৯৪ হেক্টাৰ মিটাৰ উটি ভাহি ফুৰা গেদ পৰিবাহিত হয়। বিভিন্ন বছৰত নৈখনেদি প্ৰবাহিত হোৱা পানীৰ সৰ্বোচ্চ আৰু সৰ্ব-নিম্ন পৰিমাণ প্ৰতি ছেকেণ্ডত যথাক্ৰমে ৮৭ ৰপৰা ১৪৪ ঘনমিটাৰ আৰু ০·২৫ ৰপৰা ৩·৩ ঘনমিটাৰ।

## বৰনদীৰ উপনৈ

**৮৬.১ ডিমলাই নৈঃ** দৰং জিলাৰ বৰগাজুলি চাহবাগিচাৰ দক্ষিণে দুখন জান ওলাইছে। ইহঁত দুয়ো সোণাজুলি চহৰৰ পুব আৰু পশ্চিমফালেদি বৈ ১৪ কিমি দক্ষিণলৈ আহি খৈৰাবাৰীৰ কিছু উত্তৰত



লগ হৈ ডিমলাই নাম লয়। ডিমলাই নৈখনে খৈৰাবাৰীৰ সামান্য পুবত ৰে'লপথ পাৰ হৈ দক্ষিণমুৱা হয়। এনেকৈ ৫ কিমি আহি দেহান পাৰাত নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে ৪ কিমি আহি বস্তৰীবাৰীত নৈখন দক্ষিণমুৱা হয়। তাৰপৰা ডেৰ কিমি আহি বাৰমূলা গাঁৱত নৈখনে লটাই বা কালাপানী নামৰ এখন জান বাঁওপাৰে লয়। তাৰপাছত চাৰে তিনি কিমি আহি ডিমলাই নৈ বুঢ়ী পুখুৰীৰ পুবত ওলায়। ইয়াৰপৰা ২ কিমি ভটিয়াই বৰগীয়াবাৰীত নৈখনে উত্তৰৰ ৰে'লপথৰ কাষৰপৰা বৈ অহা কুঠি নৈক সোঁপাৰে লয়। নৈখন তাৰপৰা দক্ষিণমুৱা হৈ আৰু ৩ কিমি আহি বৰবাৰী পায়। ডিমলাই নৈখন বৰবাৰীৰপৰা দক্ষিণ-পুবমুৱা হৈ ৩ কিমি আহি আমলখি পুখুৰীৰ ওচৰত ক'লাপানী নামৰ আন এখন জান নৈক বাঁওপাৰে লয়। ইয়াৰ পাছত নৈখন ৪ কিমি ভটিয়াই নেকুন্দ নৈক সোঁপাৰে লয়। ইয়াৰ পাছত নৈখন ডেৰ কিমি ভটিয়াই উত্তৰ-পুবৰ খাটৰাৰপৰা অহা কালাপানী নামৰ আন এখন সুকীয়া জান বাঁওপাৰে লয়। এই ঠাইৰপৰা ২ কিমি ভটিয়াই ডিমলাই নৈ বৰনদীৰ বাঁওপাৰে পৰে।

## ডিমলাইৰ উপনৈ

**৮৬.১.১ ক'লাপানী নৈঃ** ডিমাকুছি চাহবাগিচাৰ ৬ কিমি উত্তৰত ওলোৱা ক'লা নামৰ নৈ এখন দক্ষিণমুৱা হৈ বৈ আহিছে। নৈখন ডিমাকুছিৰপৰা ৫ কিমি আহি ইটাখোলা নৈক বাঁওপাৰে লৈ হৰচাপাৰাত ৰে'লপথ পাৰ হয়। ইয়াৰপৰা নৈখনে ঘোঁৰামৰা নৈ নামেৰে দক্ষিণমুৱা হৈ ৭ কিমি ভটিয়াই ঝাৰগাঁৱত পুবৰ ননৈৰপৰা ফাটি কুকুৰাকটাৰ পশ্চিমেদি বৈ অহা সপিল পথৰ ননাইচৰা জানক বাঁওপাৰে আৰু উত্তৰৰ চিনি গাঁৱৰপৰা অহা শুখনা নৈক সোঁপাৰে লগত লয়। ঝাৰগাঁৱৰপৰা ঘোঁৰামৰা নৈখন পশ্চিমমুৱা হৈ ১ কিমি আহি বাৰলী পায়। ইয়াতে নৈখনে উত্তৰৰ ডিমাকুছিৰপৰা অহা লতাই বা কালাপানী নৈৰ এটা শাখাক সোঁপাৰে লগত লৈ নাম সলাই ক'লাপানী নৈ হয়। এই নামেৰে এক সপিল পথেৰে দক্ষিণ-পশ্চিমমুৱা হৈ নৈখন ৫ কিমি আহি আঠিয়াবাৰীত দক্ষিণলৈ ঘূৰে। এইদৰে নৈখন গংগাপুখুৰীৰ পশ্চিমেদি ৮ কিমি আহি দুনী পায়। দুনীৰপৰা ক'লা-পানী নৈখন ২ কিমি ভটিয়াই আমলখি পুখুৰীৰ ওচৰত ডিমলাইত পৰে।

## বৰনদীৰ পশ্চিমৰ নৈ

বৰনদীৰ পশ্চিমে চেঁচা বা হাজো সোঁতা নৈ। ইহঁত দুয়োৰে মাজত ব্ৰহ্মপুত্ৰৰ সমীপত থকা নৈ-নলাবোৰ এনেধৰণ—

১। আমিনগাঁৱৰ সামান্য উত্তৰে ৰে'লপথৰ পশ্চিমে নুমলী জলাহ বিল আৰু পুবে বঙাগৰা বিল। এই দুই বিলৰ পানী এখন জানেৰে আহি আমিনগাঁৱৰ পুবত ব্ৰহ্মপুত্ৰত পৰিছে। উক্ত বঙাগৰা বিলৰ উত্তৰে চাংসাৰিৰ দক্ষিণ-পুবত জলাহ নামৰ এক বৃহৎ বিল আছে। এই বিলখন এখন জানেৰে উত্তৰগুৱাহাটীৰ উত্তৰৰ ফুলুং বিলৈলৈ সংযোজিত হৈ থকা দেখা যায়।

২। এসময়ত ব্ৰহ্মপুত্ৰৰ এটা সুঁতি আমিনগাঁৱৰ পশ্চিমৰ আগীয়াঠুৰি পাহাৰৰ পশ্চিমেদি ওলাই আগীয়াঠুৰি, দলিবাৰী, শিঙীমাৰী, নিজগন্ধমৌ হৈ এতিয়াতকৈ ৫ কিমি উত্তৰলৈ বৈ গৈ পুনৰ দক্ষিণলৈ ঘূৰি বঙালঘুলি হৈ শুৱালকুছিৰ পুবত ব্ৰহ্মপুত্ৰত পৰিছিল। এতিয়া এই সুঁতিটোৰ সৰহভাগ পোত খালে যদিও আগৰ সুঁতিৰ চিনস্বৰূপে এখন অৰ্ধবৃত্তাকাৰ নৈ উক্ত ঠাইবোৰৰ কাষেৰে আহি আগীয়াৰ ওচৰত ব্ৰহ্মপুত্ৰত পৰা দেখা যায়।

৩। শুৱালকুছিৰ পশ্চিমৰ শ্ৰীহাটীৰ কাষত কাৰখানা জান নামৰ এখন সৰু জান ব্ৰহ্মপুত্ৰত পৰিছে।

## ৮৭. চেঁচা নৈ

চেঁচা নৈখন এখন প্ৰাচীন নৈ। চেঁচা নৈৰ মুখতে অম্বৰাধিপতি ৰামসিংহই ১৬৬৯ চনৰ চ'তৰপৰা এবছৰ দিন বাহৰ পাতি বহিছিল। ৰেডৰ টোকা মতে চেঁচা নৈখন ভূটানৰপৰা আহি কামৰূপৰ মাজেদি বৈ হাজোৰ নামনিত ব্ৰহ্মপুত্ৰত পৰিছিল।

বৰ্তমান চেঁচা নৈখনক বিভিন্ন ঠাইত সুকীয়া নামেৰে জনা যায়। তদুপৰি নৈখন ভূটানৰপৰা অহাৰ পৰিবৰ্তে সমতলৰপৰাই ওলোৱা দেখা যায়। কামৰূপ জিলাৰ পুবভাগৰ মহৰিপাৰাৰ ২ কিমি উত্তৰৰ দীঘলীপাৰ নামৰ ঠাইৰ এখন বিলৰপৰা চেঁচা নৈৰ আগলি ভাগ ওলাইছে। বিলৰপৰা নৈখন দক্ষিণমুৱা হৈ ৮ কিমি আহি গোবেশ্বৰত ৰে'লপথ পাৰ হৈ আন এখন জানৰ (জান নৈ?) লগত লগ হৈ গেৰুৱা নৈ হয়। গোবেশ্বৰৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ৫ কিমি আহি পুৰণা পুঠিমাৰী নৈক সোঁপাৰে লগত লৈ দক্ষিণ-পূবমুৱা হয়। এই দিশত এক সপিল পথেৰে ৫ কিমি আহি নৈখন চলীয়া-



দিয়া পায়। এই বাটত নৈখনে দুপাৰে দুটা বৰ ডাঙৰ পুৰণা সুঁতি এৰি আহিছে। এই সুঁতিবোৰৰ আকাৰে প্ৰমাণ দিয়ে যে নৈখন এসময়ত বেচ ডাঙৰ আছিল। অতীজত হয়তো চেঁচা নৈখন দক্ষিণ-পূবমুৱা হৈ লোচ আৰু বৰগাঁও হৈ দক্ষিণলৈ আহিছিল; ইয়াৰে এটা অংশক মুক্তাপুৰত পুনাই নৈ নামেৰে জনা যায়।

চলীয়াদিয়াৰপৰাই গেৰুৱা নৈখনক চেঁচা নৈ নামেৰে জনা যায়। ইয়াৰপৰা নৈখন এক বৃহৎ সপিল উপত্যকাইদি নিজেও সপিল পথেৰে দক্ষিণলৈ বৈ আহি বাটত তিতাকুৰি, কাচিকটা, বৰপানৰা আদি ঠাইৰ মাজেদি আহি মদাৰতলাত ৰে'লপথ পাৰ হয়। ৰে'ল-পথৰ দক্ষিণৰপৰা নৈখনক ক'লাজল নৈ বোলে। ৰে'লপথৰপৰা ২ কিমি ভটিয়াই নৈখনে খেলুৱাজানক সোঁপাৰে লয়। খেলুৱা নৈখন চেঁচা নৈৰে এটা পুৰণা শাখা। এই শাখাটো কুলাইৰ ওচৰৰপৰা দক্ষিণলৈ আহি কমলপুৰত ৰে'লপথ পাৰ হৈ বৰকা বিল আৰু বুঢ়াডোবা বিলৰপৰা অহা দুখন জান লগত লৈ ক'লাজল নৈত পৰেহি।

খেলুৱা নৈক লৈ ক'লাজল নৈ দক্ষিণ-পূবমুৱা হৈ ৩ কিমি আহি বৰগাঁৱত মুদুনকুৰি নৈক বাঁওপাৰে লয়। মুদুনকুৰি নৈখন খেহেনিপাৰাত ওলাই তাৰপৰা দক্ষিণ-পশ্চিমলৈ ১০ কিমি ভটিয়াই ৰে'লপথ পাৰ হৈ ক'লাজল নৈত পৰিছে।

মুদুনকুৰিক লৈ ক'লাজল নৈ দক্ষিণ-পশ্চিমমুৱা হয় আৰু এনেকৈ ৭ কিমি আহি মালাঙৰ ওচৰত পুবৰ দীঘলী বিলৰপৰা অহা মালাং জানক বাঁওপাৰে লৈ উত্তৰ-পশ্চিমমুৱা হয়। এই দিশত ঘূৰি নৈখনে নাম লয় কুঁজীৰাণী নৈ। এই নামেৰে ৪ কিমি আহি নৈখন ওৰগাল পায়। এইছোৱা পথত নৈৰ সোঁপাৰে থকা মুৰজাখৰা আৰু দঙা বিলৰপৰা অহা এখন জান আৰু এখন সুকীয়া জান কুঁজীৰাণীত পৰে।

কুঁজীৰাণী নৈ ওৰগালৰপৰা দক্ষিণ-পশ্চিমমুৱা হয় আৰু এনেকৈ ৪ কিমি ভটিয়াই কুলাহাটীৰ পুবৰ পাহাৰৰ ওচৰৰপৰা নৈখন দক্ষিণ-মুৱা হয়। এনেকৈ ২ কিমি আহি নৈখন পশ্চিমলৈ ঘূৰে। পশ্চিম-মুৱা হৈ ২ কিমি অহাৰ পাছত কুঁজীৰাণী নৈখন হৈ পৰে হাজো সোঁতা নৈ। হাজোসোঁতা প্ৰকৃততে ব্ৰহ্মপুত্ৰৰ প্ৰাচীন সুঁতি বুলি আগতে লিখা হৈছে।

হাজোসোঁতা নৈখন উত্তৰ-পশ্চিমমুৱা হৈ ৬ কিমি আহি হাজো চহৰৰ দক্ষিণত ওলায়। হাজোৰপৰা নৈখন দক্ষিণ-পশ্চিমলৈ ঘূৰি

কিছুদূৰ আহি মাজাবকুৰিৰ পূবত আকৌ উত্তৰ-পশ্চিমলৈ ঘূৰি এটা পাক লৈ মুঠ ৮ কিমি বাট সপিল পথেৰে আহি তপাবাৰী পায়। ইয়াতে নৈখন পশ্চিমৰ পুঠিমাৰী নৈৰপৰা ফাটি অহা এটা শাখাৰ লগ হয়। ইয়াৰ পাছত নৈখন দক্ষিণমুৱা হৈ ৩ কিমি ভটিয়াই দুভাগত বিভক্ত হয়। এভাগ দক্ষিণমুৱা হৈ ৫ কিমি আহি বামুন্দিৰ হাতীমুৰা পাহাৰৰ পশ্চিমে ব্ৰহ্মপুত্ৰত পৰে আৰু সিটো ভাগ উত্তৰ-পশ্চিমমুৱা হৈ গৈ চিলামাৰিত ব্ৰহ্মপুত্ৰত পৰে।

হাজো সোঁতা নৈৰ দক্ষিণে আৰু ভূংগেশ্বৰী পাহাৰৰ পশ্চিমে উত্তৰৰ সৰুদামপুৰৰপৰা দক্ষিণৰ শ্ৰীহাটীলৈকে নিতে নামৰ এখন বিশাল বিল আছে।

## ৮৮· পুঠিমাৰী নৈ

পুঠিমাৰী নৈখন চেঁচা নৈৰ পশ্চিমেদি উজনিৰ এছোৱা নলবাৰী আৰু কামৰূপ জিলাৰ সীমা ৰূপে আৰু আনছোৱা কামৰূপ জিলাৰ মাজেদি আহি দুভাগ হৈছে। ইয়াৰে এভাগ হাজো সোঁতাৰ লগ লাগি ব্ৰহ্মপুত্ৰত পৰিছে আৰু সিভাগ গৈ পগলাদিয়া নৈত পৰিছে। সেয়েহে নৈখন হাজোসোঁতা (চেঁচা) আৰু পগলাদিয়া দুয়োৰে উপনৈ। গতিকে ইয়াৰ বিবৰণ চেঁচাৰ পাছতে দিয়া হৈছে।

ভূটানৰ মৰচলা আৰু দীঘলাই নৈ মিলি বৰনদী নামেৰে দক্ষিণলৈ আহি ৯৮ নং সীমান্ত খুটাত অসমত সোমায়। সীমাৰপৰা নৈখন বাঁওপাৰৰ দেওচুঙা আৰু সোঁপাৰৰ বৰনদী সংৰক্ষিত বনৰ মাজেদি দক্ষিণ দিশত ৯ কিমি আহি নাগ্ৰিজুলি চাহবাগিছাৰ পূবত ওলায়। এই পথছোৱাত নৈখন বালিময় শুষ্কিত আৰু প্ৰায়ঃ শুকান। নৈখনৰ এই অংশক বৰ্তমান জীয়া বৰনৈ বোলে, কাৰণ পূৰ্বতে এইছোৱা বৰনদীৰ আগলি অংশ আছিল। নাগ্ৰিজুলি বাগিছাৰপৰা নৈখন পিপলনিয়েদি ৪ কিমি ভটিয়াই আহি শুৱাগপুৰ পায়। ইয়াতে পাহাৰৰ নামনিৰপৰা প্ৰাচীন ধৰমজুলি গড়ৰ কাষেদি বৈ অহা দেও-চুঙা নৈখন বৰনৈৰ বাঁওপাৰে পৰে। অবশ্যে শুৱাগপুৰৰপৰাই জীয়া বৰনৈখনক পুঠিমাৰী নৈ নামেৰে জনা যায়।

পুঠিমাৰী নৈখন শুৱাগপুৰৰপৰা ৮ কিমি আহি শিমলুবাৰীৰ দক্ষিণত পূৰ্বৰ ভাঁজ এটাত দুভাগ হয়। ইয়াৰে এটা শাখা দক্ষিণ-পশ্চিমলৈ গৈ বৰলীয়া নৈত পৰেগৈ। পুঠিমাৰীৰ মূল শাখাটো ৩ কিমি দক্ষিণলৈ আহি নিজ কচুলা গাঁৱত শুক্লানৈক বাঁওপাৰে লৈ শকত হৈ পৰে। তাৰপৰা নৈখন পুঠিমাৰী নামেৰেই দক্ষিণমুৱাহৈ এক



সপিল পথেৰে ৮ কিমি আহি হলংবাৰী পায়। ইয়াৰপৰা নৈখন ৭ কিমি ভটিয়াই ৰঙিয়া চহৰৰপৰা ৭ কিমি দূৰৰ ধূলাবাৰীত ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা এক সামান্যভাৱৰ একাবেঁকা পথৰে ১১ কিমি আহি নৈখন মাধুকুচি পায়। এছোৱা পথত পুঠিমাৰীৰ বাঁওপাৰে মোহল বিল আৰু সোঁপাৰে বৰল বিল; এই বৰল বিলৰপৰা এখন জান পুঠিমাৰীত পৰিছে।

মাধুকুচিৰপৰা পুঠিমাৰীখন পশ্চিমমুৱা হৈ ৩ কিমি আহি নকুল পায়। এইছোৱা পথৰ কাষত দীপেতশ্বৰীত কটৰপুখুৰী বিল আৰু মৈঙ্কিদোবা খিল নামৰ দুখন বিল আছে। নকুলৰপৰা পুঠিমাৰী নৈখন দক্ষিণমুৱা হয়। এইদৰে দুটামান মেছ ঘূৰি মৈপাল পুখুৰীৰ পশ্চিমেদি মুঠ ৯ কিমি আহি কেন্দুকনা ৰে'লষ্টেচনৰ পূবত (ৰঙিয়া-গুৱাহাটী) ৰে'লপথ পাৰ হয়। উক্তপথত নৈৰ সোঁপাৰে ডোমপৰা আৰু কাঁকৰি খোলা নামৰ দুখন বিল আছে। পুঠিমাৰীয়ে ৰে'লপথ পাৰ হৈ চাৰণ বিলৰ পূবেদি দক্ষিণমুৱাহৈ ৮ কিমি আহি আঠগাঁও পায়। এই-ছোৱা পথতো নৈখনৰ বাঁওপাৰে বুঢ়াডোবা, চেঙেলীমাৰী, ৰৰকা আৰু সোঁপাৰে হিংগীল আদি কেইবাখনো বিল আছে।

আঠগাঁৱৰপৰা পুঠিমাৰী নৈখন পশ্চিমমুৱা হয়। এনেকৈ নৈখন মনাকুচিৰ উত্তৰৰ টিলাটোৰ উত্তৰেদি ৮ কিমি ভটিয়াই কুলহাটীলৈ যোৱা পথ পাৰ হৈ বাগতা পায়। বাগতাৰপৰা নৈখন ঠাইতে পশ্চিমলৈ ঘূৰি নাম সলাই লখাইতৰা নৈ হয়। লখাইতৰা সেই দিশত ৩ কিমি আহি খাটদল পাই এটা পাক ঘূৰি আকৌ পশ্চিমমুৱা হয়। ইয়াৰপৰা নৈখন হাজো চহৰৰ উত্তৰেদি ২ কিমি ভটিয়াই কুলেলি বিলৰপৰা অহা এখন জান সোঁপাৰে লৈ নলবাৰী-হাজো পথ পাৰ হয়। হাজোৰ কিছু উত্তৰৰ কুলেলি বিলৰ ওচৰৰ ঠাইডোখৰ এক বৃহৎ জলাহ অঞ্চল। ইয়াতে ভালেমান বিল আছে। এইবোৰৰ ভিতৰত উত্তৰৰ-পৰা বৌমাৰী, ভেদ, দিগজুৱাৰ, ভুল্যা, হালিপটি, নাওজহা, কৰিজানী, খেৰখেৰি, জাৰাখ, কুৰেলী আৰু গৰুজানী আদি বিলৰ নাম উল্লেখযোগ্য।

উপৰোক্ত পথটো পাৰহৈ লখাইতৰা নৈ পশ্চিম দিশতে ৬ কিমি আহি ৰত্নপুৰ পায়। ইয়াতে দক্ষিণমুৱা ভাঁজ এটাত নৈখনৰ এটা সুঁতি লখাইতৰাৰ ফাটি দক্ষিণলৈ ১ কিমি ভটিয়াই হাজো সোঁতা নৈত পৰেগৈ। ঘাই সুঁতিটো ফাটি দক্ষিণলৈ ৯ কিমি ভটিয়াই হাজো সোঁতা নৈত পৰেগৈ। লখাইতৰাৰ ঘাই সুঁতিটো ৰত্নপুৰৰপৰা উত্তৰমুৱা হয়। সুঁতিটোৱে উত্তৰলৈ আহি শলমাৰিত দেওৰাৰ ওচৰৰ নৌজহা বিলৰ-

পৰা অহা এখন জান সোঁপাৰে লয়। ইয়াৰপৰা নখাইতৰাখনৰ সুঁতিটো পশ্চিমমুৱা হৈ ৪ কিমি ভটিয়াই লাউপাৰাত পগলাদিয়া নৈত পৰে। এইখিনিতে নৈখনৰ দক্ষিণত ৰৌমাৰী আৰু পপতামাৰী নামৰ দুখন ডাঙৰ বিল আছে।

পুঠিমাৰী নৈৰ মুঠ দৈৰ্ঘ্য ১৭৫ কিল'মিটাৰ আৰু অৱবাহিকাৰকালি ১৭৮৭ বৰ্গ কিল'মিটাৰ। প্ৰাপ্ত তথ্যমতে নৈখনেদি প্ৰৱাহিত পানীৰ সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ প্ৰতিছেকেণ্ডত যথাক্ৰমে ২৮৯ আৰু ১০ ঘনমিটাৰ আৰু পাৰ ওপচা অৱস্থাত প্ৰতিচেকেণ্ডত ২৮৭ ঘনমিটাৰ। নৈখনৰ বাৰ্ষিক গেদ পৰিবহনৰ পৰিমাণ ১৫৯৪ হেক্টাৰ মিটাৰ। নৈখনত হোৱা বানপানীবোৰৰ ভিতৰত ১৯৭১ চনত অহাটোৱেই সৰ্ববৃহৎ।

## পুঠিমাৰীৰ উপনৈ

**৮৮.১. শুক্লা নৈঃ** ভুটানত ওলাই ১০০ নং সীমান্ত খুটাৰ কাষেদি খৌৰাং নামৰ নৈ এখন অসমৰ দৰং জিলাত সোমাইছে। এই নৈখন সীমান্তৰপৰা দক্ষিণ-পূবমুৱা হৈ ২ কিমি আহি নেউলীয়া নৈক বাঁওপাৰে লগ কৰি দক্ষিণমুৱা হয়। নৈখন সেইদিশত ১ কিমি আহি চামৰাং পায়। ইয়াতে নৈখনে সীমান্তৰ ১০১ নং খুটাৰ কাষেদি বৈ অহা চামৰং নামৰ এখন ডাঙৰ নৈক বাঁওপাৰে লগ কৰি শুক্লা নৈ নাম লয়। তাৰপৰা শুক্লা নৈ দক্ষিণ-পশ্চিমমুৱা হৈ ৮ কিমি আহি বৰঙাজুলি চাহবাগিছাত ভুটানৰপৰা অহা নলাপাৰা নামৰ নৈ এখন সোঁপাৰে লয়। এইছোৱা পথত শুক্লাখনৰ বুকু বালিময় আৰু গুম্ফিত আৰু ৪০০-৫০০ মিটাৰ বহল। তাৰপৰা নৈখন একেদিশত ৫ কিমি আহি বগ্ৰীদঙাত পশ্চিমলৈ ঘূৰি শুৱলা চাহবাগিছাৰ দক্ষিণেদি আৰু ৩ কিমি আহি ঠেক হৈ পৰে। ইয়াৰ পাছত নৈখন পুনৰ দক্ষিণ-পশ্চিমমুৱা হৈ ৩ কিমি ভটিয়াই কনাইকন্দা বিলৰ কাষত ওলায়। ইয়াতে উত্তৰৰ ঔবাৰীৰ কাষৰ নাৰায়ণজুলি বিলৰপৰা অহা দুখনমান জান শুক্লাত পৰেহি। ইয়াৰ পাছত নৈখন দক্ষিণ-পশ্চিম দিশত ছুখেলি, ভালুকবাৰী হৈ ১২ কিমি ভটিয়াই নিজ কছুলাগাঁৱত পুঠিমাৰীত পৰে। পূৰ্বতে শুক্লা নৈখন বৰনদীত পৰিছিল বাবে বৰনদীয়ে ইয়াৰপৰা যথেষ্ট পৰিমাণৰ পানীৰ যোগান পাইছিল।

**৮৯.১. বৰলীয়া নৈঃ** পুঠিমাৰীৰ পশ্চিমে বৰলীয়া নৈ। বৰলীয়া নৈ নলবাৰী আৰু কামৰূপ জিলাৰ মাজেদি বৈ বৰ্তমান পগলাদিয়া



নৈত পৰিছে। বৰলীয়া এখন প্ৰাচীন নৈ। অতীজৰপৰা নৈখন স্বাধীনভাবে বৈ আহি ব্ৰহ্মপুত্ৰত পৰিছিল বাবে পুঠিমাৰীৰ পাছতে এইখনক বৰ্ণনা কৰা হৈছে।

বালদি নামৰ এখন নৈ ভুটানৰপৰা আহি ৯৬ নং সীমান্ত খুটাৰ সামান্য পশ্চিমে অসমৰ নলবাৰী জিলাত সোমাই দৰঙা সংৰক্ষিত বনৰ মাজেদি দক্ষিণ-পূবমুৱা হৈ বৈ আহে। নৈখন এইদৰে ৫ কিমি আহি খন্দাজান আৰু ফুৰকাজানক সামান্য ব্যৱধানত বাঁওপাৰে লগত লৈ ক্ৰমান্বয়ে ঠেক হৈ দক্ষিণমুৱা হয়। এনেকৈ নৈখন সীমান্তৰপৰা ১৪ কিমি আহি বালদি নামৰ ঠাই পায়। বালদিৰপৰা নৈখন ৩ কিমি আহি দুৱামাখা পায়। ইয়াতে বৰলীয়া নামৰ সৰু নৈ এখন আহি বালদিৰ বাঁওপাৰে লগ হয় আৰু তাৰপৰা নৈখনে বৰলীয়া নৈ নাম লয়।

উক্ত বৰলীয়া নৈখন বালদিৰ পূবৰ নাগ্ৰীজুলি চাহবাগিছাৰ দক্ষিণৰ এক জলাহ ঠাইৰপৰা ওলাইছে। ইয়াৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ ৭ কিমি আহি বালদিত বালদি নৈৰ লগ লাগি বৰলীয়া নামেৰেই দক্ষিণমুৱা হৈ ব'বলৈ ধৰে। বালদিৰপৰা বৰলীয়া নৈখন বলিয়াচৰণ বিলৰ পূবেদি ২ কিমি আহি পশ্চিমমুৱা হয়। এইদৰে ২ কিমি আহি বৰবলিশিয়াত ই দক্ষিণমুৱা হয়। এই দিশত নৈখনে এক সপিল পথেৰে ৬ কিমি ভটিয়াই আহি ছনতলাত পুঠিমাৰী নৈৰপৰা শিমলুবাৰীৰ ওচৰত ফাটি অহা শাখাটোক বাঁওপাৰে লয়। ইয়াৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ৫ কিমি আহি কামৰূপ জিলাৰ ভিতৰৰ বাঘবাৰীত খমৰূম নৈক সোঁপাৰে লয়। তাৰপৰা নৈখন পুনৰ দক্ষিণমুৱা হৈ ৫ কিমি আহি হাতীমুৰাত প্ৰাচীন বৈদৰ গড়ৰ ভিতৰত সোমায়। এই গড়ৰ ভিতৰেদি ২ কিমি আহি নৈখন জয়ন্তীপুৰ পায়। তাৰপৰা নৈখন এক অতি সপিল পথেৰে ১২ কিমি আৰু পোন জোখেৰে ৪ কিমি আহি উক্ত গড়ৰ দক্ষিণ সীমাৰ চিৰাখুন্দিৰ উত্তৰত কুহমা নৈক বাঁওপাৰে লয়।

কুহমা নৈক লোৱাৰপৰা বৰলীয়া নৈখন ৩ কিমি ভটিয়াই ৰঙিয়াৰ ২ কিমি পূবত ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা নৈখন ২ কিমি দক্ষিণলৈ আহি শলমাৰি পাই পশ্চিমলৈ ঘূৰে। ইয়াৰপৰা নৈখন ১ কিমি আহি ৰঙিয়াৰ আধা কিমি দক্ষিণে ৰঙিয়া-গুৱাহাটী ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা পশ্চিমমুৱা হৈ ডেৰ কিমি আহি

শ'লমাৰিলৈ যোৱা এটা পথৰ কাষৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে বৰলীয়া নৈখন উক্ত দিশেৰে আৰু প্ৰায় পোন পথেৰে ১০ কিমি আহি ধুনীৰ কিছু পুবত ঘাগ্ৰা বা নোনা নৈক সোঁপাৰে লয়।

ঘাগ্ৰাক লোৱাৰ পৰা বৰলীয়া নৈখন প্ৰায় দক্ষিণমুৱা হৈ দেহাৰকুচি আৰু গৰমচুঙৰ পুবেদি চাৰে পাঁচ কিমি আহি বৰগচ্ছাত পশ্চিমলৈ ঘূৰে আৰু নাম সলাই চাউলখোৱা নৈ নাম লয়। পশ্চিমলৈ ঘূৰিয়েই নৈখনে দক্ষিণৰ নৈজহা আদি বিলৰপৰা অহা এখন ডাঙৰ জান বাঁওপাৰে লয়। তাৰপৰা নৈখন বৰিল বিলৰ দক্ষিণেদি চাৰে চাৰি কিমি পশ্চিমলৈ আহি নখেতি নামৰ ঠাইত পাগলাদিয়াত পৰে।

বৰলীয়া নৈৰ পুবত, ৰঙিয়াৰ ৫ কিমি দক্ষিণৰপৰা ৰৌমাৰী আৰু ভেদ বিল নামৰ দুখন ডাঙৰ আৰু অনেক সৰু সুৰা বিল আছে। এই বিলবোৰৰ মাজত উত্তৰ ভাগত মানকুৰ জান আৰু দক্ষিণভাগত মেৰো জান নামৰ দুখন জান থকা দেখা যায়।

বৰলীয়া নৈকে যোগিনীতন্ত্ৰ আৰু কালিকাপুৰাণে বল্লভা নদী বুলিছে। কামৰূপৰ বুৰঞ্জীৰ (১২৪ পৃঃ) মতে বৰলীয়া নদী পশ্চিম-বাহিনী হৈ মানাহত পৰিছে। তাত তাক বিজনী আৰু চাউলখোৱাও বোলে। এসময়ত বৰলীয়া নৈখন দক্ষিণমুৱা দিশতে বৈ গৈ ব্ৰহ্মপুত্ৰত পৰিছিল। ৰেভৰ টোকামতেও নৈখন ভুটানৰপৰা আহি বৰভাগ জিলাৰ মাজেদি বৈ হাতীমুৰা পাহাৰৰপৰা ৬ কিমি ভটিয়াই ব্ৰহ্মপুত্ৰত পৰিছিল। সেই সময়ত নৈখন ডিচেম্বৰ মাহলৈকে নৌপৰিবহনৰ উপযোগীকৈ দ আছিল। বৰ্তমান নৈখনৰ পাৰ ওপচা অৱস্থাত জল-প্ৰবাহৰ পৰিমাণ প্ৰতি ছেকেণ্ডত ২০৪ ঘনমিটাৰ। নৈখনে বাৰ্ষিক গড়ে ১৪৬ হেক্টাৰ মিটাৰ গেদ পৰিবহণ কৰে।

## বৰলীয়াৰ উপনৈ

**৮৯.১.১ মুটঙা/ নোনা/ ঘাগ্ৰা নৈঃ** ভুটানৰপৰা অহা বগাজুলি নৈ ৯৪ নং সীমান্তখুটাৰ ওচৰত অসমৰ নলবাৰী জিলাত সোমাই দক্ষিণ পশ্চিমমুৱা হৈ ৪ কিমি আহি ৯৫ নং সীমান্তখুটাৰ ওচৰৰপৰা দক্ষিণ-পশ্চিম দিশত বৈ অহা ডিমাবৰ নৈক বাঁওপাৰে লগত লয়। দুয়ো নৈ মিলি মুটঙা নামেৰে দক্ষিণ-পুবমুৱা হৈ ৬ কিমি আহি কুসুমজুলি পায়। ইয়াতে উত্তৰৰ বিষ্ণুপুৰৰপৰা অহা এখন জান নৈখনৰ বাঁওপাৰে পৰে। কুসুমজুলিৰপৰা নৈখন পশ্চিম-দক্ষিণ দিশত দয়মাবাৰী হৈ ৬ কিমি আহি হাউলীৰ বিপৰীত পাৰে গয়ালদং নামৰ ভুটানৰপৰা



অহা এখন জান সোঁপাৰে লয়। ইয়াৰপৰা নৈখন চাৰে তিনি কিমি আহি পুব হাউলীৰ ওচৰ পায়। এই ঠাইৰপৰা নৈখন দক্ষিণমুৱা হৈ ৫ কিমি ভটিয়াই তামোলপুৰৰ ওচৰত বহুত উত্তৰৰ কুমৰীকাটাৰ ওচৰৰপৰা তামোলপুৰৰ মাজেদি অহা দিমলা নৈক সোঁপাৰে লয়।

দিমলাক লৈ মুটঙা নৈ নামেৰেই দক্ষিণমুৱা হৈ আৰু ৪ কিমি আহি নমাটিৰ ওচৰৰপৰা নৈখনে নোনা নাম পায়। নোনা নামেৰে ৯ কিমি ভটিয়াই ভিঠামহলৰ দক্ষিণে ইয়াৰ উত্তৰ-পুবৰ বৈদৰ গড়ৰ উত্তৰেদি অহা এখন জান বাঁওপাৰে লয়। ইয়াৰপৰা চাৰে চাৰি কিমি ভটিয়াই কেকাহাটীত (ৰঙিয়াৰ ৫ কিমি পশ্চিমে) ৰে'লপথ পাৰ হয়। ৰে'লপথ পাৰ হৈ নৈখন ১০ কিমি দক্ষিণলৈ আহি নোনাপাৰাত ঘোগা নৈক বাঁওপাৰে লয়। ইয়াৰপৰা ১ কিমি ভটিয়াই বৰাম্বা পুখুৰীৰ পুব পাৰত নোনা নৈয়ে ঘাগ্ৰা নৈক বাঁওপাৰে লৈ নাম সলাই ঘাগ্ৰা নৈ নাম লয়। ঘাগ্ৰা নৈখন উত্তৰৰ বৰজোলৰ কাষেদি ঘাগ্ৰাপাৰ ৰে'লষ্টেচন হৈ দক্ষিণ দিশত বৈ আহিছে। ঘাগ্ৰা (নোনা) নৈখন বাৰম্বা পুখুৰীৰপৰা দক্ষিণমুৱা হৈ গোঁসাই পুখুৰীৰ পশ্চিমেদি ৪ কিমি আহি বৰলীয়াত পৰে। নোনা নৈয়ে পাৰ ওপচা অৱস্থাত প্ৰতি ছেকেণ্ডত ৩২.৫ ঘনমিটাৰ পানী কঢ়িয়ায়। নৈখনে বছৰি ১৪ হেক্টাৰ মিটাৰ গেদ পৰিবহন কৰে। নৈখনৰ মুটঙা নামটো মাতংগ নামৰ অপভ্ৰংশ। অতীজত বৰলীয়া আৰু মাতংগ নামে নদী মিলা ঠাইতে মাতংগ মুনিৰ আশ্ৰম আছিল বুলি জনা যায়।

## ৮৯. পাগলাদিয়া নৈঃ

অনিশ্চিতভাৱে দিশ সলনি কৰি সঘনে যেনি তেনি বৈ থকা বাবে অসমৰ কেইবাখনো নৈক পাগল নৈ নাম দিয়া হৈছে। পাছে ইহঁতৰ ভিতৰত সবাতোকৈ প্ৰখ্যাত পাগল হ'ল পাগলাদিয়া নৈ। নৈখনৰ আগলি অংশ ভুটানৰ দক্ষিণ ভাগৰ টুংকালা নামৰ ঠাইত (২৬°৫৫', ৯১°২০') দিয়া নৈ নামেৰে ওলাই দক্ষিণ-পুবমুৱা হৈ ১২ কিমি আহি নলবাৰী জিলাৰ সুবনখাটাৰ উত্তৰৰ এক বৃহৎ পলস ত্ৰিভুজৰ শীৰ্ষইদি অসমত সোমায়। এই পলস ত্ৰিভুজটোৰ উপৰিভাগৰ ঢাল অধিক হোৱা হেতুকে এনে ঠাইত নৈৰ সুঁতি ত্ৰিভুজৰ নামনিলৈ যেনি তেনি অনায়াসে বৈ যাব পাৰে। উদাহৰণস্বৰূপে বিহাৰৰ কুশী নৈয়ে এনে পৰিস্থিতিত সুঁতি সলনি কৰি ২৫০ বছৰত ১২০ কিল'মিটাৰ প্ৰব্ৰজন কৰিছে।

অসম সীমান্তৰপৰা পাগলাদিয়া নামেৰে মৰা পাগলাদিয়া সংৰক্ষিত বনৰ পূবেদি দক্ষিণ-পূব দিশত ১৪ কিমি পথ বৈ আহি খৈৰানীত ওলায়। এইছোৱাত নৈখন বালিময় আৰু শুকান। খৈৰানীত নৈখনৰ এটা পাৰঘাট আছে। ইয়াৰ পৰা নৈখন একে দিশতে ৬ কিমি ভটিয়াই গেৰুৱা নামৰ ঠাইৰ বিপৰীত পাৰে গেৰুৱা নৈক বাঁওপাৰে লয়। গেৰুৱাখন এখন সৰু নৈ : ইয়াৰ উপনৈ হ'ল লেৱা নৈ আৰু লেৱাৰ উপনৈ সাতভনী নৈ।

গেৰুৱাৰপৰা পাগলাদিয়া নৈখন 8 কিমি আহি পাগলহাটাত মুটঙা নৈক বাঁওপাৰে লয়। তাৰপৰা নৈখনে এটা মেছ ঘূৰি ২ কিমি আহি গেৰুৱা নামৰ আন এখন জান সোঁপাৰে লয়। ইয়াৰপৰা নৈখনে ১ কিমি ভটিয়াই কদমতোলাইদি এটা পাক মাৰি দক্ষিণ-পূবমুৱা হৈ কালিবাৰী, গোৱালবিল হৈ আৰু ৮ কিমি আহি গোৰাকুচি পায়। ইয়াতে ডিমলা নৈ আহি পাগলাদিয়াৰ বাঁওপাৰে পৰে।

পাগলাদিয়া নৈখন গোৰাকুচিৰপৰা দক্ষিণমুৱা হৈ ১ কিমি আহি কোটাইমাৰিত এটা ঘাট পাৰ হৈ আৰু ৫ কিমি ভটিয়াই কোটাইকুচিৰ পশ্চিমৰ মজুহিৰাল পায়। ইয়াৰপৰা নৈখন পশ্চিমমুৱা হৈ এক দ অঞ্চলৰ মাজেদি বৈ আহি চেংনৈ নামৰ ঠাইত দুভাগত বিভক্ত হয়। এটা ভাগ পাগলাদিয়া নামেৰে দক্ষিণলৈ আহে; আনটো ভাগ পশ্চিমলৈ গৈ চেংনৈ নামৰ এখন নৈত লগ লাগি চেংনৈ নামেৰে বৰলৈ লয়।

পাগলাদিয়াৰ উক্ত দক্ষিণমুৱা শাখাটো পাগলাদিয়া নামেৰে দক্ষিণ-পশ্চিম দিশত ৬ কিমি আহি নলবাৰী নগৰৰ আঢ়ৈ কিমি পূবে খাটাবাৰীত ৰে'লপথ পাৰ হয়। ৰে'লপথ পোৱাৰ পূৰ্বে পাগলাদিয়াৰ পূবত খোগা নামৰ এখন বিল আছে। এই বিলখনতে বিষ্ণুপুৰৰ কাষেদি মৰা নৈ পৰিছে। ৰে'লপথ পাৰ হৈ পাগলাদিয়াখন প্ৰায় দক্ষিণমুৱা হৈ ৫ কিমি আহি বৰমিৰিকং আৰু ৩কিমি ভটিয়াই সোণকুৰিহা পায়। ইয়াৰপৰা নৈখনে ৬ কিমি ভটিয়াই নখেতিত চাউলখোৱা (বৰলীয়া) নৈক বাঁওপাৰে লয়।

নখেতিৰপৰা পাগলাদিয়া নৈখন পশ্চিমমুৱা হৈ ২ কিমি আহি বিজুলীঘাটত নলবাৰী-হাজো পথ পাৰ হয়। ইয়াৰ পাছত নৈখন একে দিশত আৰু ২ কিমি ভটিয়াই বিহদিয়া পায়। বিহদিয়াৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ চাৰে তিনি কিমি আহি আদ্দাবাৰীত বৰপেটা-হাজো পথ পাৰ হয়। আদ্দাবাৰীৰপৰা নৈখনে ৬ কিমি ভটিয়াই লাউপাৰাত পুঠিমাৰী নৈক বাঁওপাৰে লয়। পুঠিমাৰীক লোৱাৰ



পাছত পাগলাদিয়াই মাত্ৰ ডেৰ কিমি বাট দক্ষিণ-পশ্চিমলৈ আহি ব্ৰহ্মপুত্ৰত পৰে।

পাগলাদিয়া নৈখন বালিময় নৈ। বাৰিষাৰ বাহিৰে অন্যসময়ত নৈখনৰ পানী তাকৰ। নৈখনৰ একা-বেঁকা ভাঁজ তেনেই কম; গতিকে ইয়াত ঘোঁৰা খুজীয়া হ্ৰদৰ দৰে এৰাসুঁতিৰ সংখ্যা অতি নগণ্য। নৈখনৰ দীঘ ১০4 কিল'মিটাৰ আৰু অৱবাহিকাৰ কালি ১৮২০ বৰ্গ কিল'মিটাৰ। পাগলাদিয়াৰ বাৰ্ষিক জল প্ৰৱাহৰ সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ প্ৰতি ছেকেণ্ডত যথাক্ৰমে ৯৮৫ৰ পৰা ৩৬৬ ঘনমিটাৰ আৰু ৬০ৰ পৰা ০.৩৪ ঘনমিটাৰ। নৈখনে বছৰি ২০২ হেক্টাৰ মিটাৰ গেদ পৰিবহণ কৰে।

## পাগলাদিয়াৰ উপনৈ

**৮৯.১. বৰলীয়া নৈ :** পৃষ্ঠা ২৫৬ চাওক।

**৮৯.২. মুটঙা নৈ :** ভুটানৰপৰা আহি মুটঙা নামেৰে ৯4 নং সীমান্ত খুটাৰ উত্তৰত অসম সোমায়। তাৰপৰা দৰঙা মেলাৰ কাষেদি দক্ষিণ দিশত ৮ কিমি আহি কুমৰীকাটা পায়। এইছোৱা পথত নৈখন বৰ বহল আৰু বালিময়। কুমৰীকাটাৰপৰা মুটঙা নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ৭ কিমি আহি বৰ কাজলী গাঁৱৰ ওচৰত দৰঙা নৈক সোঁপাৰে লয়। দৰঙা নৈখন ভুটানৰপৰা আহি দৰঙা মেলাৰ পশ্চিমে অসমত সোমাই দক্ষিণমুৱা হৈ বৈ আহিছে। ইয়াৰ উপনৈ ৰিখে নৈ। দৰঙাক লৈ মুটঙাখন আৰু চাৰে তিনি কিমি ভটিয়াই কোটাবাৰীত পাগলাদিয়াৰ বাঁওপাৰে পৰে।

**৮৯.৩. ডিমলা নৈ :** বৰলীয়া নৈৰ উপনৈ মুটঙা (নোনা) নৈত ডিমলা নামৰ এখন নৈ পৰিছে। সেই ডিমলাখনৰে এটা শাখা সুঁতি কুমৰীকাটাৰ ওচৰত ফাটি দক্ষিণলৈ আহিছে। এই সুঁতিটো ডিমলা নামেৰে আমবাৰী, লেঙুৰীকটা, ডিমলাপাৰ হৈ সপিল পথেৰে ২০ কিমি বৈ আহি গোৰাকুছিত পাগলাদিয়াৰ বাঁওপাৰে পৰে।

## বেঁকী নৈৰ পূবৰ প্ৰধান উপনৈবোৰ

বেঁকী নৈ বা মৰা মানাহ নৈখন মূল মানাহ নৈৰ এক শাখা (পৃঃ ২৭২ চাওক) বেঁকী নৈখন আগতে মানাহ নৈৰ উপনৈ চাউলখোৱা নৈত পৰিছিল। বৰ্তমান ই স্বাধীন পথেৰে গৈ ব্ৰহ্মপুত্ৰত পৰিছে। পাগলাদিয়া নৈৰ শাখা চেং নৈ পাছলৈ নামনিত বুঢ়াদিয়া নৈ হৈছে।

বুঢ়াদিয়াৰ লগত পাগলাদিয়া (এইখন সুকীয়া) টিহু আৰু কালদিয়া এই তিনিখন নৈ লগ হৈ পহুমৰা নৈত পৰে। পহুমৰাই চাউলখোৱা নৈক লৈ বৰপেটাৰ ওচৰত নখন্দা নাম লৈ বেঁকী নৈত পৰে। গতিকে চেং নৈৰপৰা এই নৈবোৰ বৰ্তমান বেঁকী নৈৰ উপনৈ। ইয়াত বৰ্ণনা কৰোঁতে নৈকেইখনক পূবৰপৰা পশ্চিমলৈ একাদিক্ৰমে সজাই লোৱা হৈছে; কাৰণ সদা পৰিবৰ্তনশীল স্বভাৱৰ এই নৈবোৰ আগতে কোনখন কাৰ উপনৈ তাক ঠাৱৰ কৰাটো জটিল।

## ৯০.১.১. চেং/বুঢ়াদিয়া নৈ

বৰ আগৰা নামৰ ঠাইৰ উত্তৰত পাগলাদিয়াৰপৰা ফাটি পশ্চিমলৈ অহা শাখাটো তেনেকৈ ১ কিমি আহি উত্তৰৰপৰা অহা চেং নৈক সোঁপাৰে লৈ চেং নৈ নাম লয়। ১৯১১ চনৰ মেপ মতে চেং নৈখন এখন সৰু জান ৰূপে নলবাৰীৰ ৮ কিমি উত্তৰৰ ঘোগাবিলেদি আহি পাগলাদিয়াত পৰিছিল। তেতিয়া চেং নৈৰ পশ্চিমে পূবনৈ নামৰ এখন ডাঙৰ নৈ উত্তৰৰ আদিয়াৰ ফালে পাগলাদিয়া নৈৰপৰা ফাটি সুকীয়াকৈ দক্ষিণলৈ আহিছিল। এই পূব নৈখনৰ উজনি অংশ এতিয়া কদমতোলা হৈ আহি ধমধমাৰ উত্তৰে আগৰ চেং নৈৰ সোঁপাৰে লগ লাগিছে আৰু দুয়ো মিলি চেং নৈ নামেৰে পাগলাদিয়াৰ সুঁতিত পৰিছে।

উক্ত শাখাটো চেং নৈ নামেৰে ১ কিমি আহি পূবনৈ নামৰ সৰু জান এখন সোঁপাৰে লয়। (এইখন পূৰ্বৰ পূবনৈৰ নামনি অংশ)। পূবনৈক লৈ চেং নৈখনে দক্ষিণ-পশ্চিমমুৱা হৈ ৪ কিমি আহি নলবাৰীৰ ৩ কিমি উত্তৰত বুঢ়াদিয়া বা গেলপেঝাৰ নৈক সোঁপাৰে লয়। ইয়াৰপৰা চেং নৈক বুঢ়াদিয়া নৈ বোলে।

বুঢ়াদিয়া নামেৰে পশ্চিমমুৱা হৈ ২ কিমি আহি বাঁওপাৰে মৰনৈক আৰু ১ কিমি ভটিয়াই বনমাজাত পৰ্বতীয়া বা জাননৈক সোঁপাৰে লয়। তাৰপাছত নৈখন ডেৰ কিমি দক্ষিণ-পশ্চিমমুৱা হৈ আহি নলবাৰী নগৰৰ পূবত ৩১ নং ৰাষ্ট্ৰীয় ঘাই পথ আৰু ২ কিমি ভটিয়াই ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা বুঢ়াদিয়া নৈখন দক্ষিণ-মুৱা হৈ ডেৰ কিমি আহি ফুলগুৰি নৈক বাঁওপাৰে লৈ দক্ষিণ-পশ্চিমমুৱা হয়। নৈখন সেই দিশত ৫ কিমি আহি সাহপুৰ পায়। সাহপুৰৰপৰা বুঢ়াদিয়া নৈ পশ্চিমমুৱা হৈ চাৰে তিনি কিমি আহি নদলাজানক সোঁপাৰে লয়। নদলা জানখন কদমতোলা, আখৰা



হৈ কেঁঠালকুছিৰ উত্তৰেদি বৈ আহিছে। উজনিলৈ ইয়াক জৰুৱা বা জ:ৰি নৈ বোলে; ইয়াৰ উপনৈ হ'ল সাঁকোঝুলা নৈ।

নদলা জানক লৈ বুঢ়াদিয়াই পশ্চিমমুৱা হৈ ১ কিমি আহি পোহৰাৰ বিপৰীত পাৰে পাগলাদিয়া নৈ নামৰ এখন সৰু নৈ সোঁপাৰে লয়। এই ঠাইৰপৰা নৈখন পশ্চিমমুৱা হৈ ৩ কিমি ভটিয়াই কাচকুৰি পথাৰত টিহু নৈক সোঁপাৰে লৈ নাম সলাই টিহু নৈ হয়। টিহু নৈ নামেৰে ই ৮ কিমি আহি এৰাঠাৰিত নিজৰ উত্তৰৰ বৃহৎ আকাৰৰ কৰিলা বিলৰপৰা অহা সিছা নৈক সোঁপাৰে লয়। ইয়াৰপৰা টিহু নৈখন পশ্চিমমুৱা হৈ ৫ কিমি ভটিয়াই কালদিয়া নৈৰ বাঁওপাৰে লগ লাগে। বুঢ়াদিয়া নৈয়েদি গড়ে বছৰি ২৭ হেক্টৰ মিটাৰ উটি-ভাহি ফুৰা গেদ পৰিবাহিত হয়।

**৯০.১.২. মৰা পাগলাদিয়া (উপনৈ):** মৰা পাগলাদিয়া নৈখন পাগলাদিয়াৰ পূৰণি অৱস্থান। পাগলাদিয়াই গতি সলনি কৰি পূবলৈ যোৱাত, ই এখন এৰা নৈ হৈ, বৰ্তমান বুঢ়াদিয়াৰ উপনৈ হৈছে। ভূটানৰপৰা নামি অহা দিৰং নৈ অসমৰ নলবাৰী জিলাত সোমাই দক্ষিণ-পূবমুৱা হৈ ৭ কিমি আহি সুৱনখাটাৰ দক্ষিণৰ সোনাপুৰ পায়। সোণাপুৰৰ-পৰা নৈখন দক্ষিণমুৱা হৈ হস্তিনাপুৰ আৰু ভৱানীপুৰ হৈ ১০ কিমি আহি পাখামৰাত পাগলাদিয়াৰ আন এটা পুৰণা সুঁতিক বাঁওপাৰে লয়। বহল আকাৰৰ আৰু বালিময় ধৰণৰ নৈখন তাৰপৰা ডেৰ কিমি আহি বগুলামাৰী পায়। ইয়াৰপৰা নৈখন কিছু ঠেক হৈ আৰু ৫ কিমি ভটিয়াই বুঢ়ীমাখা পায়। বুঢ়ীমাখাৰপৰা নৈখন ডেৰ কিমি আহি শিলাকুটিত লাকি নৈ বা ৰংলা নৈ নামৰ এসময়ত পাগলাদিয়াৰপৰা ফাটি অহা নৈ এখন লগ কৰাৰপৰাই নৈখনৰ নাম পাগলাদিয়া বা মৰা পাগলাদিয়া হয়।

আগৰ মূল পাগলাদিয়া নদীখন ১৯১০ চনৰ মেপমতে পাখামৰাৰ উত্তৰ-পূবৰ আদিয়াৰ উত্তৰৰপৰা আহি শিলাকুটিত দুভাগ হৈ বৰমাৰ ওচৰৰ কদমতলাত পুনৰ লগ লাগিছিল।

লাকি নৈক লৈ মৰা পাগলাদিয়া দক্ষিণ-পশ্চিমমুৱা হৈ ১০ কিমি আহি নৈখন বৰমা চহৰ পায়। বৰমাৰপৰা নৈখন দক্ষিণমুৱা হৈ চাৰেচাৰি কিমি আহি বকুৱা জাৰিৰপৰা পশ্চিমমুৱা হয়। নৈখনে এনেকৈ দহকোণীয়া বিলৰ দক্ষিণেদি আহি দক্ষিণ-পশ্চিমমুৱা হৈ ৪ কিমি ভটিয়াই ছিলামাৰিত ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা ৬ কিমি আহি ফেচকুচিৰ দক্ষিণে মৰা পাগলাদিয়া নৈখন বুঢ়া-দিয়াত পৰে।

**৯০.১.৩. টিহু নৈঃ** বড়ো ভাষাৰ 'ডিহ' শব্দৰপৰা টিহু হোৱা বুলি ভবা হয়। 'ডি' মানে পানী আৰু 'হু' মানে বোৱা। ভৱানীপুৰৰ ওচৰত ওলোৱা মৰা শিংৰা নৈ, গোৰ্খা নৈ আৰু শিংৰা নৈ দক্ষিণলৈ আহি বৰিমাখাৰ পশ্চিমৰ বানবাৰীত মিলি টিহু নৈ হয়। বানবাৰীৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱাহৈ ৪ কিমি আহি অৰালগুৰি পায়। ইয়াৰপৰা টিহুলৈ অহা পথৰ কাষেদি উক্ত দিশতে ৪ কিমি আহি নৈখন মেদাঘাট পায়। ইয়াতে নৈখনে পশ্চিমলৈ ঘূৰি ১ কিমি আহি গলদিন নৈক (পূৰ্বৰ কল নৈ ?) লগত লয়। তাৰ পাছত আৰু ডেৰ কিমি আহি টিহু নৈখনে মৰা শিংৰা নৈক বাঁওপাৰে আৰু মৰা নৈক সোঁপাৰে লয়। ইয়াৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ আধা কিমি আহি বৰমচাৰী পায়। তাৰপৰা একেদিশতে ৪ কিমি আহি ঠেকাৰা কুচিৰপৰা টিহু নৈখন দক্ষিণলৈ ঘূৰে। এইদৰে ই চাৰেতিনি কিমি আহি গোলাঘাটত পাটাছাৰকুছি-বৰমা পথ পাৰ হয়। এই পথৰপৰা ৪ কিমি দক্ষিণলৈ আহি নৈখন টিহু চহৰ পায়। ইয়াতে লাউদং নৈ আহি টিহুৰ বাঁওপাৰে পৰে। লাউদঙক উজনিত মৰা ছিংৰা নৈ বোলে (এসময়ত ইয়াৰ এটা শাখা মাদাঘাটত ছিংৰা নৈত পৰিছিলগৈ) মৰা ছিংৰাৰ উপনৈ উজনিত খৰা নৈ আৰু নামনিত মাধপুৰেদি অহা ছলচিলু নৈ বা মৰাজান।

টিহুৰপৰা টিহু নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ৫ কিমি আহি বাপদিঘা পায়। বাপদিঘাৰপৰা ৫ কিমি ভটিয়াই কাচকুৰি পথাৰত টিহু নৈ বুঢ়াদিয়াত পৰে। ইয়াৰপৰা বুঢ়াদিয়া নৈখনকো অৱশ্যে টিহু নৈ বোলে। এই টিহু নৈ ইয়াৰপৰা আৰু ১৭ কিমি ভটিয়াই কলদিয়া নৈত পৰেগৈ।

পাৰ ওপচা অৱস্থাত টিহু নৈয়ে প্ৰতি ছেকেণ্ডত ৯০ ঘন মিটাৰ পানী কঢ়িয়াই আনে। নৈখনে বছৰি গড়ে ৮১ হেক্টৰ মিটাৰ পৰিমাণৰ উটিভাহি ফুৰা গেদ কঢ়িয়াই নিয়ে।

**৯০.১.৪. কালদিয়া নৈঃ** এই নৈখনৰ এছোৱা নলবাৰী আৰু বৰপেটা জিলাৰ সীমা। নৈখন ভূটানৰ দেকচাই নামৰ ঠাইৰপৰা বাঁহবাৰী নৈ নামেৰে দক্ষিণমুৱা হৈ আহি পাদদেশত অসমত সোমায়। সীমান্তৰপৰা নৈখন বৰপেটা জিলাৰ উত্তৰ-পুব ভাগৰ বাটাবাৰী সংৰক্ষিত বনৰ পুবেদি ৪ কিমি বাট দক্ষিণ-পশ্চিমমুৱা হৈ আহি উৰ্ণিবিল পায়। ইয়াতে নৈখনে বগা নৈ আৰু দুখনমান জান বাঁওপাৰে লৈ কালদিয়া নৈ নাম লয়।



কালদিয়া নামেৰে নৈখন বাটাবাৰী বনৰ দক্ষিণেদি আৰু ডুম্‌নী চাহ বাগিছাৰ উত্তৰেদি ৫ কিমি আহি ধানবিল পায়। এই বাটত উত্তৰৰপৰা অহা দুখন জান লগত লয় আৰু ধান বিলতে উত্তৰৰ পাহাৰৰপৰা অহা দেজিমা নৈক সোঁপাৰে লয়। ধানবিলৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ৩ কিমি আহি গোলাগাঁৱত দক্ষিণমুৱা হয়। এই দিশত বাঁওপাৰে দুখনমান জান লৈ দক্ষিণ ডুবাগাঁও আৰু গধুলিগাঁও হৈ আহি বকুৱাগাঁৱত নৈখনে মৰাদিয়া নৈক বাঁওপাৰে লয়।

মৰাদিয়াখন এখন ডাঙৰ নৈ। নৈখন উজনিত ডেকা দং নামেৰে উত্তৰ নিকাচিৰ ওচৰৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ ডুম্‌নী চাহ বাগিছাৰ দক্ষিণেদি আহে। এইদৰে নৈখন সোৱণশিৰি নামৰ ঠাই হৈ আহি বাটত গেৰুৱা নৈ আৰু অনেক জান-জুৰি লৈ পুব বকুৱাত মৰাদিয়া নাম লৈ বকুৱা গাঁৱত কালদিয়াত পৰে।

মৰাদিয়াক লৈ কালদিয়া নৈখন ৪ কিমি দক্ষিণলৈ আহি ভেবেলা পায়। ইয়াতে ই মৰা বুঢ়াদিয়া নৈক বাঁওপাৰে লয়। মৰা বুঢ়াদিয়া নৈখন মৰাদিয়াৰ দক্ষিণেদি সিখনৰ সমান্তৰালকৈ দক্ষিণ-পশ্চিমমুৱা হৈ বৈ আহিছে। ভেবেলাৰপৰা কালদিয়া নৈ দক্ষিণ-পশ্চিমমুৱা হৈ ৩ কিমি আহি পুব বিহাবাৰীত দক্ষিণমুৱা হয়। নৈখন উক্ত দিশত এক সপিল পথেৰে (পোনে পোনে) ৩ কিমি আহি পিপ্‌লাৰ ওচৰত চেতিমা নৈক বাঁওপাৰে লয়। পিপ্‌লাৰপৰা নৈখন দক্ষিণমুৱা হৈ ৩ কিমি আহি পাথাৰ ওচৰৰ কপিলীমৰা বিলৰ পশ্চিম পাৰ পায়। ইয়াৰপৰা নৈখন দক্ষিণ-পুবমুৱা হৈ চাৰেচয় কিমি আহি পাটাচাৰকুছি নগৰৰ উত্তৰত দেওজৰা নৈক বাঁওপাৰে লয়।

দেওজৰাখন এখন ডাঙৰ নৈ। এইখন নলবাৰী জিলাৰ উত্তৰ-পশ্চিমভাগৰ মছলপুৰৰ কাষৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ আহি কোটোবাৰীত নিচলামাৰী জানক বাঁওপাৰে আৰু কটানিপৰাত মৰা দেওজৰা জানক সোঁপাৰে লৈ চেতিমা পায়। ইয়াৰপৰা দক্ষিণলৈ আহি ভোজকুচিপাৰাত কলহা নৈক সোঁপাৰে আৰু গন্দৰাজানক বাঁওপাৰে লৈ পাটাছাৰকুছিৰ উত্তৰত কালদিয়াত পৰে।

পাটাছাৰকুছিৰপৰা কালদিয়া নৈখন ৩ কিমি ভটিয়াই আহি ভালুকীৰ উত্তৰে ৰে'লপথ পাৰ হৈ দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে নৈখন ভালুকী, বনগাঁও, কাওঁমাৰী, বালাপাৰা হৈ ১২ কিমি ভটিয়াই হিলাদল আৰু কৰিলা বিল লগ হৈ হোৱা এক বৃহৎ জলাহ ঠাই পায়।

বৰপেটাৰ ১০ কিমি উত্তৰ-পুব আৰু সৰ্থেবাৰীৰ ৫ কিমি উত্তৰ-পশ্চিমে এসময়ত গোমি, ৰহুৱা, বৰডুবা আদি যিবোৰ বিল আছিল এতিয়া সেইবোৰ পোতখাই পৰি কৰিলা আৰু হিলাদল নামৰ বিল দুখন হৈছে। এই হিলাদল বিলতে এতিয়া উনিৰ জান পৰিছেহি। উনিৰ জানখন পুব আৰু পশ্চিমৰ টুবিকুনি নামৰ দুখন সৰু জান মিলি হৈছে। পূৰ্ব্বকালৰ টুবিকুনিখন প্ৰথমে পাঠশালাৰ মাজেদি বালান (বিচান) নৈ নামেৰে দক্ষিণ-পশ্চিম দিশত আহি নিজ চালদহ পায়। ইয়াতে ই পাঠশালাৰ পশ্চিমৰ টুবিকুনি নামৰ ঠাইৰ কাষেদি দক্ষিণলৈ অহা আনখন টুবিকুনি জানৰ লগ হৈ উনিৰ জান হৈছে। উক্ত হিলাদল বিলৰপৰা এখন জান আহি কালদিয়াত পৰিছেহি।

কালদিয়া নৈখন উক্ত হিলাদল বিলৰ পুবেদি আৰু কৰিলা বিলৰ পশ্চিমেদি দক্ষিণ দিশত ৫ কিমি আহি নালিপথাৰ পায়। ইয়াৰপৰা নৈখন পশ্চিমমুৱা হয়। এনেকৈ ৪ কিমি আহি নৈখনে থেকা গাঁৱৰ ওচৰত টিহু (বুঢ়াদিয়া) নৈক বাঁওপাৰে লগত লয়। টিহু নৈক লোৱাৰ পাছত নৈখন আশ্চৰ্য্যজনক ভাৱে ঠেক হৈ পৰে আৰু ই বাটত কাপাতাৰী আৰু জল পাকাৰা নামৰ জানদ্বয় সোঁপাৰে লৈ ৪ কিমি আহি থেকা কলনিত পহুমৰা নৈত পৰে।

পাৰ ওপচা অৱস্থাত কালদিয়া নৈয়ে প্ৰতি ছেকেণ্ডত ১৪২ ঘন-মিটাৰ পানী কঢ়িয়াই আনে। নৈখনেদি বছৰি ৬৭ হেক্টৰ মিটাৰ উটি-ভাহি যোৱা গেদ পৰিবাহিত হয়।

**৯০.১.৫ পহু মৰা নৈ ঃ** ভুটান পাহাৰৰ পাদদেশৰপৰা ওলোৱা গৰুমৰা পটা, থেবৰ আৰু আঙুলীচিঙা নৈ, বৰপেটা জিলাৰ উত্তৰভাগৰ হাৰুৱাৰ আশেপাশে মিলি পহুমৰা নৈখন সৃষ্টি কৰিছে। এই নৈকেইখনৰ ভিতৰত পটা নৈখন প্ৰধান নৈ।

ভুটানৰ দক্ষিণাংশৰপৰা অহা দেওধৰা বা আগৰবাৰী নৈখন অসমৰ ভিতৰৰ ককিলাবাৰী সংৰক্ষিত বনৰ মাজেদি ৭ কিমি বৈ আহি পকৰিগুৰিত পটা নৈ নাম লয়। তাৰপৰা নৈখন দক্ষিণ-পশ্চিম মুৱা হৈ ৪ কিমি আহি হজুৱাত থেবৰ নৈক বাঁওপাৰে লয়। থেবৰ নৈখন পটা নৈৰ পুবেদি ভুটানৰ পাদদেশৰপৰা আহি বাটত ভুমাকি নৈ আৰু দেৱাং নৈ মিলি সৃষ্টি হোৱা নৈখন বাঁওপাৰে লৈ দক্ষিণ-পশ্চিম দিশত লাউখাটা আৰু বনিয়াকুচি হৈ আহিছে।

হজুৱাৰপৰা পটা নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ১ কিমি আহি গৰুমৰা নৈক সোঁপাৰে লয়। গৰুমৰা নৈখন এলাবাৰী নৈ নামেৰে



ভুটানৰ নামনিৰপৰা আহিছে। গৰুমৰাক লৈ পটা নৈখনে ১ কিমি দক্ষিণলৈ আহি আঙুলীছিঙা নৈক সোঁপাৰে লয়।

আঙুলীছিঙাৰ আগৰ নাম আছিল সতৰ্পা নৈ। নৈখন বৰ্তমান দৈমাৰী বা সতৰ্পা নামেৰে ভুটানৰ নামনিৰ পাহাৰৰপৰা উত্তৰ কামৰূপ সংৰক্ষিত বনৰ মাজেদি দক্ষিণ-পুবমুৱা হৈ আহি বাটত গেলুং নৈ, চেমাঝৰা, আগুনমাৰি, শম্ভু আদি নৈক বাঁওপাৰে লৈ আহি ফুলনগুৰিত মৰা নৈক সোঁপাৰে লৈ পটা নৈত পৰে।

আঙুলীছিঙাক লোৱাৰপৰা, বিশেষকৈ বেতবাৰীৰপৰা পটা নৈক পহুমৰা নৈ বোলা হয়। ইয়াৰপৰা পহুমৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ৩ কিমি আহি ভোগপুৰৰ ওচৰত উত্তৰৰপৰা অহা অগৰং নৈক সোঁপাৰে লয়। তাৰপৰা একে দিশত আৰু ৩ কিমি আহি পশ্চিম পোকলাগীত নৈখন দক্ষিণমুৱা হয়। এইদিশতে নৈখন ২ কিমি ভটিয়াই মৰাপোতা নৈক বাঁওপাৰে আৰু মুকিদা (মৰাসুঁতি) নৈক সোঁপাৰে লয়। ইয়াৰপৰা নৈখন ১ কিমি ভটিয়াই হলংবাৰী পায় আৰু ইয়াতে ৰূপছী নৈক সোঁপাৰে লয়।

হলংবাৰীৰপৰা পহুমৰা নৈ দক্ষিণমুৱা হৈ ৪ কিমি আহি ডুমৰুগুৰিত দিগিজিৰা নৈক সোঁপাৰে লয়। দিগিজিৰা নৈখন উত্তৰ-পশ্চিমৰ পকৰিগুৰিৰপৰা অহা ফুটকা নৈ আৰু ভাতগেলি নৈ (আগৰ কাৰেখোৱা নৈৰ উজনি অংশ?) মিলি সৃষ্টি হৈছে। এইখন নৈ হুদুখটাইদি দক্ষিণ-পুব দিশত কনাচৰা, গোৰামাৰী, বামুন কুলুনি আদি বিলৰ কাষেদি বৈ আহিছে।

ডুমৰুগুৰিৰ কাষতে পহুমৰা নৈখনৰ বাঁওপাৰে মহাৰাণী বিল। ইয়াৰপৰা ভটিয়নিলৈ সোঁপাৰে থকা বৰকুকৰা, কণাকুৰা, চিলামাৰী বিল আৰু বাঁওপাৰৰ বৰচৰা বিলৰ কাষেদি চাৰে চাৰি কিমি বাট ভটিয়াই পহুমৰা নৈ পুঠিমাৰী নামৰ ঠাই পায়। এই ঠাইৰ বিপৰীতে গলিপথাৰ নৈ আহি পহুমৰাৰ বাঁওপাৰে পৰে। ইয়াৰপৰা নৈখন ৩ কিমি ভটিয়াই বামণখটা চহৰৰ ওচৰত দক্ষিণ-পশ্চিমমুৱা হয়। এই ঠাইতে নৈৰ সোঁপাৰে কচুৱা বিল। বামণখাটাৰপৰা উক্ত দিশত ৩ কিমি আহি পহুমৰা বৰকুৰ পায়। ইয়াতে ই মইনাৰ জানখনক (আগৰ কাৰেখোৱা?) সোঁপাৰে লয়। বৰকুৰৰপৰা ২ কিমি আহি সৰুপেটাৰ ৩ কিমি পুবৰ ডেকাভিটাত নৈখনে ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা নৈখন ২ কিমি আহি টংলাত ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ঘাইপথৰপৰা নৈখন দক্ষিণ-পশ্চিম দিশত ৬ কিমি আহি

ভৱানীপুৰ পায়। ইয়াতে পহুমৰা নৈয়ে এখন মৰা নৈক সোঁপাৰে গৈ দক্ষিণ-পূবলৈ ঘূৰে। এইদৰে নৈখন এক সপিল পথেৰে ৫ কিমি আহি কমৰাত পুনৰ দক্ষিণ-পশ্চিমমুৱা হয়। এনেকৈ পহুমৰা নৈখন কল্লাকুচিৰ পূবেদি ৮ কিমি আহি (বৰপেটাৰ ৬ কিমি উত্তৰ-পূবৰ) থেকা কলনিত কালদিয়া নৈক বাঁওপাৰে লয়। কলদিয়াক লৈ মাত্ৰ ১ কিমি আহি পহুমৰা নৈখনে চাউলখোৱা নৈক বাঁওপাৰে লয়। ইয়াৰ পাছৰপৰা পহুমৰা নৈখনক চাউলখোৱা নৈ নামেৰে জনা যায়।

থেকা কলনিৰ ওচৰৰপৰা পহুমৰাই চাউলখোৱা নৈ নামেৰে দক্ষিণ-পশ্চিমমুৱা হৈ ৩ কিমি আহি সুন্দৰীদিয়া পায়। ইয়াতে নৈখনে এখন জান সোঁপাৰে লয়। তাৰপৰা নৈখনে ১ কিমি আহি বৰপেটা নগৰৰ পূবত মানাহ নৈ নামৰ এখন জান সোঁপাৰে লয়। ইয়াৰপৰা আধা কিমি আহি সৰ্থেবাৰী-বৰপেটা পথ পাৰ হৈ বৰপেটা পাই নৈখনে নাম লয় নখন্দা নৈ।। একেটা দিশতে নখন্দা নৈখন ৪ কিমি ভটিয়াই মৰা মানাহ বা পল্লা নৈক সোঁপাৰে লয়। তাৰপৰা নখন্দা নামেৰে নৈখন আৰু ৬ কিমি বাট গন্নি বিলৰ উত্তৰেদি একেমুৱা হৈ আহি ভাতকুচিত পশ্চিমমুৱা হয় আৰু নাম সলাই ভেলেঙী নৈ নাম লয়। পূৰ্বতে চাউলখোৱা নৈৰ উপনৈ ভেলেঙী নৈখন ভাতকুচিয়েদি পশ্চিমলৈ বৈ আহিছিল। বৰ্তমান পহুমৰা নৈয়ে ভেলেঙীৰ সুঁতিয়েদি বৈ অহাত ইয়াৰ নাম ভেলেঙী হৈছে।

ভাতকুচিৰপৰা নৈখন ভেলেঙী নামেৰে ৮ কিমি পশ্চিমলৈ আহি মান্দিয়া পথাৰ পায়। তাৰপৰা নৈখন আঢ়ৈ কিমি উত্তৰ-পশ্চিমলৈ আহি পথলিকুচিত দক্ষিণ-পশ্চিমলৈ ঘূৰে। এই দিশত নৈখন ৫ কিমি আহি গোবিন্দপুৰৰপৰা পুনৰ পশ্চিমমুৱা হয়।। তাৰপৰা এলেঙী বিলৰ উত্তৰেদি নৈখন ৬ কিমি আহি বাঘবৰ পাহাৰৰপৰা ৩ কিমি উত্তৰৰ চাওৰাচৰা পথাৰত বেঁকী নৈত পৰে।

## পহুমৰাৰ উপনৈ

**১.৫.১ ৰূপছী নৈঃ** উত্তৰ কামৰূপ সংৰক্ষিত বনৰ মাজত ওলোৱা উচ্চলা নৈখনে দক্ষিণ-পূবমুৱা হৈ ৬ কিমি আহি প্ৰাচীন বামনকথা গড়ৰ পূবত ডিপা নৈক বাঁওপাৰে লৈ ৰূপছী নৈ নাম লয়। ৰূপছী নৈখনে একে দিশতে আঢ়ৈ কিমি আহি উক্ত বনৰ দক্ষিণ সীমাত গৌচমবিল নৈক বাঁওপাৰে লয়। ইয়াৰপৰা নৈখনে ডেৰ কিমি আহি ভুমুক নৈক বাঁওপাৰে লয়। ভুমুক নৈখনৰ উজনিলৈ নাৰায়ণগুৰি দং বোলে; এইখন সীমান্তৰপৰা ১২ কিমি আহি বনৰ দক্ষিণৰ



ভুঞাপাৰাত নাম লয় ভুমুক নৈ। ভুঞাপাৰাৰপৰা ই ৩ কিমি আহি ৰূপছীত পৰে।

ভুমুক নৈক লৈ ৰূপছী নৈ দক্ষিণ-পূবমুৱা হৈ ১ কিমি আহি ৰূপছী বজাৰত বামণ কথাৰ দক্ষিণেদি অহা পহুমৰা নামৰ এখন জান লগত লৈ পূবমুৱা হয়। এইদৰে চাৰে তিনি কিমি আহি আঠিয়াবাৰীত নৈখন দক্ষিণলৈ ঘূৰে। এইদৰে ৬ কিমি বাট হলংবাৰী হৈ আহি ৰূপছী নৈ পহুমৰা নৈত পৰে।

**১.৫.২ ভাতগেলি আৰু মইনাৰ জানঃ** বৰপেটা আৰু সৰ্থেবাৰীৰ মাজৰ বৰডুবা আদি বিললৈ আগতে কাৰেখোৱা নামৰ নৈ এখন বৈ আহিছিল। এই নৈখন বামণখাটাৰ উত্তৰৰপৰা ভাতগেলি নৈ নামেৰে প্ৰায় দক্ষিণ দিশত কমলাবাৰী, হুদুখাটা হৈ আহি সৰুপেটাৰ পূবত ৰেলপথ পাৰ হৈ ঢালি নৈ নামেৰে গোমি বিলত পৰিছিল। এতিয়া আগৰ কাৰেখোৱাখন বিভক্ত হৈয়েই হয়তো নাম সলাই ভাতগেলি নৈ আৰু মইনাৰ জান হৈ বেলেগে বেলেগে দুঠাইত পহুমৰা নৈত পৰিছে।

**১.৫.৩ চাউলখোৱা নৈঃ** চাউলখোৱা নৈখন এসময়ত স্বাধীনভাৱে বৈ মানাহ নৈত পৰিছিল। বৰ্তমান এই নৈখত উজনিত পহুমৰা আৰু নামনিত বেঁকী নৈ মিলি যোৱাৰ বাবে নৈখনৰ অশেষ পৰিবৰ্তন ঘটিল।

চাউলখোৱাখন এখন প্ৰাচীন নৈ। চাউলখোৱা নামটোৰ অন্তৰালত এটা কাহিনী আছে। "১৩৫৭ খৃঃ চিকন্দৰ শ্বাহে কামৰূপ জয় কৰিছিল। তেওঁৰ সৈসেন্যে হাদিৰাচকীৰপৰা নাৱেদি হাজোৰ ফালে আহোঁতে বাটত তেওঁৰ চাউল টুকাইছিল। কিন্তু যিখন নৈয়েদি তেওঁ বৰপেটাৰপৰা হাজোলৈ আহিছিল সেই নৈৰ দুয়োপাৰৰ গাঁও বিলাকত বিস্তৰ চাউল পাই আৰু অনেক ধাননি পথাৰ দেখা পাই কামৰূপৰ নাম 'চাউলিস্থান' আৰু নৈখনৰ নাম 'চাউল খাওৱা' ৰাখিছিল। কালক্ৰমত চাউলিস্থান নামটো লোপ পালেও নৈখনৰ চাউলখোৱা নামটো বৈ গ'ল। এই চাউলখোৱা নৈখন আচলতে বল্লভা বা বৰলীয়া নৈৰ এটা সোঁতা।"[২]

বৰ্তমানৰ চাউলখোৱা নৈখনৰ আগলি অংশ নলবাৰী চহৰৰ ৫ কিমি দক্ষিণ-পশ্চিমৰ পূব বনগাঁৱৰ ওচৰত ওলাই ছতিৰকুৰ জান নামেৰে দক্ষিণলৈ বৈ আহিছে। নৈখন ফুলবাৰী, মোহলিপাৰ আদি ঠাইৰ কাষেদি ৬ কিমি ভটিয়াই কলাকুচিৰ ওচৰৰ সাতপকা বিলৰ

কাষৰপৰা বৰলীয়া নৈ নাম লয়। কলাকুচিবপৰা বৰলীয়া নৈখন ৪ কিমি দক্ষিণলৈ আহি বৈঠালভঙা পায়। ইয়াতে নৈখনৰ এটা শাখা পশ্চিমলৈ বৈ আহি চাউলখোৱা নৈখন হৈছে আৰু মূল নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ গৈ গোবৰ্খামাৰিত ব্ৰহ্মপুত্ৰত পৰেগৈ।

বৈঠালভঙাবপৰা বৰলীয়াৰ সুঁতি— চাউলখোৱা নৈখন এতিয়া এখন বহল আৰু শুকান নৈ ৰূপত ৬ কিমি বৈ আহি নাকুৱা পায়। ইয়াৰপৰা নৈখন উত্তৰ-পশ্চিমমুৱা হৈ ৪ কিমি ভটিয়াই টপাত বটুৱা বিলৰ কাষ পায়। টপাৰপৰা নৈখন উত্তৰৰ বটুৱা, চিলা আৰু কপলা নামৰ তিনিখন বিল আৰু দক্ষিণৰ পইগদা আৰু বৰঘোপা বিলৰ কাষেদি ৬ কিমি আহি দক্ষিণমুৱা হয়। ইয়াৰপাছত নৈখন মথাউৰিৰ মাজেদি ৩ কিমি ভটিয়াই গাদেছালিৰ ওচৰৰ কুৰকুৰা বিলৰ উত্তৰেদি পশ্চিমলৈ ঘূৰি দুভাগ হয়। এভাগ কুৰকুৰা জান নামেৰে কুৰকুৰা বিলেদি দক্ষিণলৈ গৈ বৰভিটাৰ দক্ষিণত ব্ৰহ্মপুত্ৰত পৰে। আনটো ভাগ চাউলখোৱা নামেৰে পশ্চিমমুৱা দিশতে আৰু ২ কিমি আহি ব্যাসকুচি-চেঙা পথ পাৰ হয়। এই পথটো পাৰ হৈ ২ কিমি আহি নৈখন বৈৰা বিলৰ উত্তৰ পাৰ পায়। ইয়াৰপৰা নৈখন ৩ কিমি পশ্চিমলৈ আহি ভাত গাঁৱত ধনদা বিলৰ কাষেদি বৈ উত্তৰ-পশ্চিমমুৱা হয়। এই দিশত চাউলখোৱা নৈখন চিকাৰ ভিথা হৈ ৯ কিমি বাট আহি থেকা কলনিত পহুমৰা নৈৰ সোঁপাৰে লগ হয়। ইয়াৰপৰা পহুমৰা নৈখনক চাউলখোৱা নামেৰে জনা যায়। এসময়ত পহুমৰা নৈ চাউলখোৱা নৈখনৰহে উপনৈ আছিল। ৱেডৰ টোকাত বৰলীয়া আৰু চাউলখোৱা দুখন পৃথক নৈ বুলি উল্লেখ কৰিছে। তেওঁৰ মতে চাউলখোৱা নৈখন ভূটানৰপৰা আহি কামৰূপৰ মাজেদি বৈ মানাহত পৰিছিল। কামৰূপৰ বুৰঞ্জীত লিখাৰ দৰে চাউলখোৱাৰ আগলিভাগ বৰলীয়া বুলি বৰ্তমান অৱস্থাতো পোৱা গৈছে। চাউল-খোৱা নৈখনৰ অন্য পৰিবৰ্তনৰ সম্পৰ্কে পাছলৈ লিখা হৈছে।

**৯.১.১.৬. পল্লা নৈ ঃ** এসময়ত ভূটানৰপৰা চেমঝৰা, ৰিচাংগ্ৰা, চোৰ-ফুলি আদি জান উত্তৰ কামৰূপ সংৰক্ষিত বনৰ মাজত পহুমৰা নৈত পৰিছিল। বৰ্তমান এই নৈবোৰ উক্ত বনৰ মাজত হেৰাই যোৱাটো পৰিলক্ষিত হৈছে। এতিয়া উক্ত নৈবোৰৰ দক্ষিণে সমতলত ওলোৱা গিয়াতি নামৰ এখন নৈ দক্ষিণ-পশ্চিম দিশত ৬ কিমি বৈ আহি সেই বনৰ দক্ষিণৰ বৰঙাবাৰীত মাদলিঝৰা নাম লয়। বৰঙাবাৰীৰ-পৰা নৈখনে ২ কিমি আহি আউহাটা বা ফটিকা নৈক বাঁওপাৰে লয়।



ইয়াৰপৰা নৈখনে নাম সলাই কুন্তীৰ নৈ হয়। এই নামেৰে ১ কিমি দক্ষিণ-পশ্চিমলৈ আহি মায়ংপাৰাত নৈখনে কুৱাবাহা বিলৰপৰা অহা নৈ এখন সোঁপাৰে লয়। মায়ংপাৰাৰপৰা নৈখন ৪ কিমি দক্ষিণলৈ আহি গিয়েতি নামৰ এখন সুকীয়া নৈক সোঁপাৰে লয়। এইখন গিয়েতি নৈ হ'ল উত্তৰ কামৰূপ বনৰ মাজেদি নাৰায়ণগুৰি হৈ অহা নাৰায়ণগুৰি নৈ বা বিষপানী নৈৰ নামনি অংশ, ফাটিমাবাদ চাহ বাগিছাৰ মাজেদি অহা আইখাৰী নৈ ইয়াৰ উপনৈ।

গিয়েতি নৈক লৈ কুন্তীৰ নৈখন দক্ষিণমুৱা হৈ ডেব কিমি আহি হুদ্দা নৈক সোঁপাৰে লয়। হুদ্দাৰ উপনৈ হ'ল কালাপানীৰ কাষৰ কালাপানী নৈ। হুদ্দা নৈক লোৱাৰ পাছত নৈখন ১ কিমি আহি খুছাৰাবাৰীত পূবমুৱা হয়। এনেকৈ ৩ কিমি আহি পথলা কেম্প নামৰ ঠাইত পথলা নৈক লগত লৈ নৈখন দক্ষিণমুৱা হয়। কুন্তীৰ নৈখন এই দিশত ৩ কিমি আহি দক্ষিণ বৰটাৰিত নাম সলাই পল্লা নৈ নাম লয়। ইয়াতে নৈখন পশ্চিমমুৱা হয় আৰু ২ কিমি আহি ঢেঁকীয়াজানিৰপৰা পুনৰ দক্ষিণমুৱা হয়। উল্লেখযোগ্য যে এইছোৱা পথত লগ পোৱা উপনৈ আৰু মূল নদীখনৰ দিশ ১৯১৩ চনৰপৰা বিশেষ পৰিবৰ্তন হোৱা নাই।

পল্লা নৈখন ঢেঁকীয়াজানিৰপৰা উক্ত দিশত ৩ কিমি আহি তিতা-কুছি পায়। তাৰপৰা চাৰেতিনি কিমি আহি সৰুপেটাৰপৰা চাৰেচাৰি কিমি পশ্চিমৰ ৰৌমাৰিত ৰে'লপথ পাৰ হয়। পূৰ্বতে এইছোৱা পথত নৈখন ৫০০ মিটাৰ মান বহল আছিল। ৰে'লপথ পাৰ হৈ পল্লা নৈ দক্ষিণ-পশ্চিমমুৱা হৈ ৪ কিমি আহি মাজগাঁৱৰ পশ্চিমে পনছুল খালক বাঁওপাৰে লয়। তাৰপৰা নৈখন আকৌ দক্ষিণমুৱা হৈ চাৰেপাঁচ কিমি আহি কাউৰপাৰাত মৰা মানাহ নৈক সোঁপাৰে লয়। একে দিশতে পল্লা নৈখন আৰু ডেব কিমি আহি হাউলীৰ পৰা ৪ কিমি পূবত ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ঘাইপথৰ-পৰা নৈখনে আঢ়ৈ কিমি পশ্চিমলৈ আহি হাউলীৰ দক্ষিণ-পূবৰ ইটাৰ ভাটা পায়। ইয়াৰপৰা নৈখন ঠেক হৈ এক সপিল পথেৰে বৰলৈ লয়। এইদৰে নৈখন ১০ কিমি দক্ষিণলৈ আহি ধনাকুচি পায়। ধনাকুচিৰপৰা পল্লা নৈক মৰা মানাহ নৈ নামেৰে জনা যায়। ধনা-কুচিৰপৰা মৰা মানাহ নৈখন দক্ষিণ-পূব দিশত ৮ কিমি বাট বৰ-পেটা নগৰৰ উত্তৰেদি আহি নখন্দা নৈত পৰে।

## ৯০. মানাহ নৈ

ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে বহুবছৰ ধৰি অসম ৰাজ্যৰ পশ্চিম সীমাৰূপে ব্যৱহৃত হোৱা এইখন এখন অতি প্ৰাচীন নৈ। অতীজত ইয়াক মানসা নদী বোলা হৈছিল। তৃণবিন্দু ঋষিয়ে মানস সৰোবৰৰপৰা এই নৈক ভৈয়ামলৈ নমাই আনিছিল বাবেই হেনো নৈ নাম মানসা আৰু পাছলৈ মানস বা মানাহ হৈছে। মানাহখন বৰ ডাঙৰ নৈ, নৈখনৰ উজনি অংশৰ বিবৰণৰপৰা নৈখনৰ বিশালতাৰ বিষয়ে ধাৰণা কৰিব পাৰি।

মানাহৰ ঘাই আগমিৰ নৈখন হ'ল কুৰু চু। কুৰু চু নৈখন তিব্বতৰ কুলা কাংৰি শৃংগৰ (৭৫৩৩ মিটাৰ) উত্তৰ ঢালৰ (২৮°১৫', ৯০°৩৫') এক হিমবাহৰপৰা উৎপত্তি হৈছে। কুৰু চুৰ কিছু উত্তৰত দালং নামৰ ঠাইত এক বিশাল সৰোবৰ আছে। সেয়েহে হয়তো মানাহখন মানস সৰোবৰৰপৰা অহা বুলি ধাৰণা পোষণ কৰা হৈছে। উৎসৰপৰা নৈখনে ক্ৰমে উত্তৰ-পূব আৰু দক্ষিণ-পূব দিশত ৮০ কিমি বৈ আহি লংখুংজঙত নিজৰ সমান এখন নৈক বাঁওপাৰে লৈ ১০ কিমি দক্ষিণলৈ আহি ভূটানত সোমায়। ভূটানৰ মাজেদি ৪০ কিমি আহি নৈখন লুংছি জং পায়। ইয়াৰপৰা নৈখনক কৰ নৈ বোলে। কৰ নামেৰে ৭০ কিমি দক্ষিণলৈ আহি দাংমা নামৰ এখন ডাঙৰ নৈক বাঁওপাৰে লয়।

দাংমাখন তিব্বত হিমালয়ৰ হোৰ শৃংগৰ (৫৩৮৯ মিটাৰ) পৰা অহা ন্যমজং নৈ আৰু তিব্বতৰপৰা আহি অৰুণাচলৰ টোৱাং জিলাৰ মাজেদি অহা টোৱাং নৈ মিলি হৈছে। কৰ আৰু দাংমা মিলি ২০ কিমি ভটিয়াই ইমুটং আৰু টংছা নৈ মিলি হোৱা এখন বৰ ডাঙৰ নৈক সোঁপাৰে লয়। ইমুটংখন ভূটানৰ উত্তৰ সীমাৰ গণকেৰ পুনজুম (৭৫০০ মি) শৃংগৰপৰা ওলাই বুমটাং নগৰৰ কাষেদি ১৪০ কিমি আহি নিজৰ সমান টংছা চু ক সোঁপাৰে লৈ কৰ আৰু দাংমা মিলি হোৱা কৰ চু নৈত পৰিছে। উক্ত ঠাইৰপৰা কৰ চু নৈখন মাত্ৰ ৬ কিমি দক্ষিণলৈ আহি ভৈয়ামৰ মথনাগুৰিৰ কাষৰ ২৯৫ নং সীমান্ত খুটাত অসমত প্ৰৱেশ কৰে। অসমত সোমোৱা ঠাইতে চিৰতুষাৰ ক্ষেত্ৰৰপৰা অহা এই বিশাল নৈখন দেখ দেখকৈ দুভাগত বিভক্ত হোৱা দেখা যায়। এভাগ দক্ষিণমুৱা হৈ মৰা মানাহ বা বেঁকী নৈ নামেৰে মানস অভয়াৰণ্যৰ মাজেদি বৈ আহিছে। আনভাগ দক্ষিণ-পশ্চিমমুৱা হৈ সেই অভয়াৰণ্যৰ মাজেৰে মানাহ নৈ নামেৰে বৈ আছে।



## ৯১. বেঁকী নৈ

অসম-ভূটান সীমাৰ মথনগুৰিৰ ২৯৫ নং সীমান্ত খুটাৰ ওচৰেদি বেঁকী বা মৰা মানাহ নৈখন দক্ষিণমুৱা হৈ ১২ কিমি বাট ক্ৰমে মানস অভয়াৰণ্য আৰু উত্তৰ কামৰূপ সংৰক্ষিত বনৰ মাজেদি বৈ আহি নাৰায়ণগুৰি (নাৰেং কুৰি) পায়। ইয়াৰ পাছত এখন এক-ডেৰ কিমি বহল গুল্মিফত নৈ ৰূপেৰে ৪ কিমি আহি নৈখন বিষপানী পায়। বিষপানীৰপৰা সামান্য দক্ষিণ-পশ্চিমমুৱা হৈ ৪ কিমি ভটিয়াই গমৰিগুৰিত নৈখন ২ কিমি পৰ্য্যন্ত বহল হয়। অৱশ্যে নদীখনৰ সৰহভাগ ঠাই বালিৰে ভৰা, পানীৰ সুঁতি নিচেই সৰু।

গমৰিগুৰিৰপৰা বেঁকী নৈখন ৩ কিমি আহি কাটাঝাৰত ঠেক হৈ এখন সাধাৰণ নৈৰ সমান হয়। ইয়াতে বেঁকীৰ ওপৰত নাৱৰ ওপৰেদি তৈয়াৰ কৰা এখন দলং আছে (১৯৭০ চন)। এই ঘাটটোৰপৰা বেঁকী নৈখন পশ্চিমমুৱা হৈ আঢ়ৈ কিমি ভটিয়াই হকুৱা বা মানাহ নৈৰ এক ক্ষুদ্ৰ শাখাক সোঁপাৰে লয়। হকুৱাক লৈ নৈখন আঢ়ৈ কিমি আহি খুন্দনাবাৰী গাঁৱৰ দক্ষিণে নলিঝৰা নামৰ মানাহ নৈৰ অন্য এটা শাখাক সোঁপাৰে লয়। ইয়াৰপৰা বুকুত বালিচৰ পেলাই নৈখন দক্ষিণমুৱা হৈ আঢ়ৈ কিমি আহি সৰভোগৰ ২ কিমি পূবত ৰে'লপথ আৰু সামান্য ভটিয়াই ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ঘাইপথ পাৰ হৈ নৈখন পুনৰ ক্ৰমান্বয়ে বহল হৈ ৪ কিমি দক্ষিণলৈ আহি আমগুৰি পাৰঘাটৰ ওচৰত ২ কিমিতকৈও বেছি বহল হৈ পৰে। বেঁকী নৈখন একেদিশতে আৰু ৩ কিমি আহি কমাৰ পাৰাৰ কাষ পায়। ইয়াৰ উত্তৰত উল্টা খুন্দা নামৰ বেঁকীৰ এক শাখা সোঁপাৰৰপৰা ফাটি দক্ষিণ-পশ্চিমলৈ যায়। এই উল্টাখুন্দা নৈয়ে বাটত বিৰিং নৈ আৰু মৰা মানাহ নামৰ এক সৰু নৈক সোঁপাৰে লৈ ককিলা নৈ নামেৰে বৈ পোকালগা (মানাহ) নৈত পৰেগৈ। পূৰ্বতে গোৱালপাৰা আৰু (বৰ্তমানৰ) বৰপেটা জিলাৰ সীমাতে ককিলা নামৰ এখন সৰু নৈ বৈ আহি মানাহ নৈত পৰিছিল। বৰ্তমান উল্টাখুন্দাই পূৰ্বৰ ককিলা নৈৰ লগ লাগিছে বাবে সেই ককিলা নামটো বৰ্তি আছে।

কমাৰ পাৰাৰ ওচৰৰপৰা বেঁকী নৈখন প্ৰায় দক্ষিণমুৱা হৈ ৫ কিমি আহি মোৱামাৰি পায়। ইয়াত নৈখন বহলে ১ কিমি মান হয় আৰু ই সোঁপাৰৰ প্ৰাচীন লচঙা বিলৰপৰা অহা জান এখনক

সোঁপাৰে লয়। তাৰপৰা পুনৰ একেদিশতে ৪ কিমি আহি ছনপুৰৰ ওচৰৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। এইদিশত নৈখন ২ টা মেছ লৈ চাৰে চাৰি কিমি বৈ আহি চান্দপুৰত দুটা ভাগত বিভক্ত হয়। এই বাটছোৱাত কলগছীয়াৰ দক্ষিণে থকা বেঁকীৰ এবা সুঁতিৰপৰা হোৱা কলগছীয়া বিল।

চান্দপুৰৰপৰা নৈখনৰ দুয়োটা শাখাই বেঁকী নামেৰে এটা দক্ষিণ আৰু আনটো দক্ষিণ-পশ্চিম দিশত বৰলৈ ধৰে। দক্ষিণ-পশ্চিমৰ শাখাটোৱে এক সপিল পথেৰে ২৮ কিমি বাট (কিন্তু পোন জোখেৰে ১০ কিমি) চান্দপুৰ, বালিকুৰি, বনঘুগি হৈ সাতমুখীত পুনৰ বেঁকীৰ সিটো শাখাৰ লগ হয়।

ইফালে বেঁকীৰ দক্ষিণলে অহা শাখাটোৱে চাৰে পাঁচ কিমি ভটিয়াই আলিপুৰত পশ্চিমলৈ ঘুৰি চাউলখোৱা নৈক বাঁওপাৰে লয়। ইয়াৰ পাছত বেঁকী নৈখন ৩ কিমি ভটিয়াই ভেলেঙী নৈক বাঁওপাৰে লয়। একেদিশতে নৈখন আৰু ৩ কিমি আহি দক্ষিণমুৱা হয় আৰু সাতমুখীত বেঁকী নৈৰ আনটো শাখাক সোঁপাৰে লগ কৰে।

এই সাতমুখীৰপৰা আগৰ চাউলখোৱা নৈখন এতিয়া মৰা চাউলখোৱা নৈ নামেৰে পশ্চিমলৈ বৈ যোৱা দেখা যায়। বেঁকী নৈ সাতমুখীৰপৰা দক্ষিণ-পশ্চিম দিশত ৭ কিমি আহি বাঘবৰৰ কাষৰ পশ্চিম দেৱলদিত বাঁওপাৰৰ জাহানা বিলৰ লগলাগি ব্ৰহ্মপুত্ৰত পৰে। বেঁকী নৈক লগত লোৱাৰপৰা ব্ৰহ্মপুত্ৰৰ উত্তৰ ভাগৰ সুঁতি এটাক বেঁকী নৈ নামেৰেই জনা যায়। এই সুঁতিটোতে আৰু ১০ কিমি নামনিলৈ মানাহ নৈ পৰিছে।

বেঁকী নৈখন দীঘে ১১২ কিল'মিটাৰ। প্ৰাপ্ত তথ্যমতে বিভিন্ন বছৰত নৈখনেদি প্ৰৱাহিত পানীৰ সৰ্বোচ্চ আৰু সৰ্বনিম্ন পৰিমাণ প্ৰতিছেকেণ্ডত যথাক্ৰমে ৩১০৯ ৰপৰা ৪৬০১ ঘনমিটাৰ আৰু ১৭৮ ৰপৰা ৩১২ ঘনমিটাৰ। পাৰ ওপচা অৱস্থাত উক্ত পৰিমাণ হয় ছেকেণ্ডত ৫৬৬ ঘনমিটাৰ। নৈখনে কঢ়িয়াই অনা গেদৰ পৰিমাণ বাৰ্ষিক ১৭৫৪০ হেক্টাৰ মিটাৰ।

## চাউলখোৱা তথা বেঁকীনৈৰ গতিপথ পৰিবৰ্তনৰ বিৱৰণ ঃ

১৯১৩ চনৰ মেপত হাউলী চহৰৰ ৫ কিমি দক্ষিণে গৰৈমৰা বিল আৰু আৰি বিল আৰু ইহঁত দুয়োৰে পশ্চিমত লচঙা, চিকনচৰা, আৰু গৰা নামৰ তিনিখন বিল লগ লাগি হোৱা ১২ কিমি দীঘল এক বিশালকায় বিল বহাৰ আঢ়ৈ কিমি দক্ষিণৰপৰা দক্ষিণ দিশলৈ বিস্তৃত



হৈ আছিল। সেই সময়ত বেঁকী নৈখন এই বিলবোৰৰ মাজেদি বেঁকী আৰু সৰু বেঁকী নামে ২ টা সৰু শাখাত বিভক্ত হৈ এই বিলবোৰৰ দক্ষিণেদি বৈ যোৱা চাউলখোৱা নৈত পৰিছিল। চাউলখোৱা নৈখন তেতিয়া বৰপেটাৰ উত্তৰেদি আহি বৰপেটা-হাউলী পথ পাৰ হৈ দক্ষিণ-পশ্চিম দিশত বৈছিল। চাউলখোৱা নৈখন উক্ত দিশেৰে বৈ আহি উপৰোক্ত বিলবোৰৰ দক্ষিণত বেঁকী নৈৰ সুঁতিদ্বয়ক সোঁপাৰে আৰু ভেলেঙী নৈক বাঁওপাৰে লৈ পশ্চিমমুৱা হৈ আহি খুতৰাখোৱাত মানাহ নৈত পৰিছিল। ভেলেঙী নৈখন এখন বিলৰপৰা আহি ভাটকুচিৰ দক্ষিণ পাৰেদি বৈ মজিদ ভিঠাত চাউলখোৱা নৈত পৰিছিল।

বৰ্তমান এই অঞ্চলৰ ভূ-আকৃতিৰ প্ৰভূত পৰিবৰ্তন ঘটিছে। এতিয়া ক্ষুদ্ৰকায় লচঙা বিলখনৰ বাদে উপৰোক্ত বিলবোৰৰ একো চিনচাপ নাই। মাত্ৰ গৰৈমাৰি পথাৰ আৰু গৰৈমাৰি গাঁৱে আগৰ গৰৈমাৰী বিলৰ স্মৃতি জীয়াই ৰাখিছে। ১৯১৩ চনৰ পাছৰ কোনো সময়ত বেঁকী নৈয়েদি অহা পানীৰ পৰিমাণ বৃদ্ধি হোৱা বাবে নৈখন আগৰ বিলবোৰৰ মাজেদি বৈ আহি চাউলখোৱা নৈৰ ওপৰেদি পাৰ হৈ বাঘবৰ পাহাৰৰ ৩ কিমি পশ্চিমেদি পোণে পোণে দক্ষিণলৈ আহি ব্ৰহ্মপুত্ৰত পৰেহি।

তেতিয়াৰপৰা চাউলখোৱা নৈৰ আয়ুসত চাউল টুটিল। নৈখনৰ উজনিঅংশ নখন্দা নৈয়ে গ্ৰাস কৰিলে আৰু নামনিত বেঁকী নৈয়ে চাউলখোৱা আৰু ভেলেঙী দুয়োকে অপহৰণ কৰা বাবে আগৰ সুবিখ্যাত চাউলখোৱা নৈখন এতিয়া মানাহৰ উপনৈ ক্ষুদ্ৰকায় মৰা চাউলখোৱা নৈ ৰূপত বতি ৰৈছে।

## ৯২. মানাহ নৈ ঃ

মানাহ নৈৰ পশ্চিমৰ শাখাটো মথনগুৰিৰ ওচৰৰপৰা মানাহ নৈ নামেৰে মানস অভয়াৰণ্যৰ মাজেদি এখন ৩ কিমি বহল গুল্মিফত আৰু বালিময় নৈ ৰূপত কোকৰাঝাৰ আৰু বৰপেটা জিলাৰ মাজৰ সীমাৰূপে প্ৰায় দক্ষিণ-পশ্চিম দিশত কেইবা ঠাইতো নাম সলনি কৰি বৈ আহিছে। মথনাগুৰিৰ ২৯৫ নং সীমান্ত খুটাৰপৰা বিভক্ত হৈ মানাহ (Manas) নৈখনে প্ৰথমে পশ্চিমমুৱা হৈ ডেৰ কিমি আহি সীমান্তৰ কাষতে নুমাটি নৈ আৰু আধা কিমি আহি চুলডেঁনাৰ নৈ নামৰ দুখন সৰুনৈক সোঁপাৰে লৈ নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। এনেকৈ ২ কিমি আহি নৈখন ক্ৰমান্বয়ে বহল হয় আৰু গাইলঙা নৈক

সোঁপাৰে লয়। ইয়াৰ পাছত মানাহ নৈখন ২ কিমি ভটিয়াই গোবৰ-খুন্দা নৈ (উপনৈ বগদুৱাৰ নৈ) আৰু ইয়াৰপৰা ৪ কিমি ভটিয়াই পিংগোলা নৈ— দুয়োকে সোঁপাৰে লয়। তাৰপাছত নৈখনে আৰু চাৰেতিনি কিমি আহি পূবৰ বেঁকী নৈৰপৰা ফাটি অহা এটা শাখাক বাঁওপাৰে লয়। ইয়াৰপৰা চাৰি কিমি ভটিয়াই নিজৰ পূবৰ কহিতামা সংৰক্ষিত বনৰ দক্ষিণ সীমাৰ কহিতামা পায়। ইয়াতে মানাহ নৈৰ পশ্চিমপাৰে পানবাৰী সংৰক্ষিত বন। কহিতামাৰপৰা নৈখন ৪ কিমি আহি নিজ ডাকুৱা পায়। ইয়াতে মানাহৰপৰা এটা শাখা ফাটি দক্ষিণ-পূবলৈ বৈ গৈ হকুৱা নৈ হয়। এই হকুৱা নৈখন বাঁশপাৰা, পৰাগাঁও হৈ চাৰেসাত কিমি গৈ বেঁকী নৈত পৰে।

মানাহ নৈখন নিজ ডাকুৱাৰপৰা ৪ কিমি ভটিয়াই বুঢ়ীখমাৰ নামৰ ঠাইত আকৌ দুভাগ হয়। এভাগ নীলঝৰা নামেৰে ৬ কিমি দক্ষিণ-পূবলৈ বৈ গৈ খুন্দাবাৰী গাৱঁত বেঁকীত পৰেগৈ। আনটো ভাগে উল্টাখুন্দা বা ধীৰ নৈ নামেৰে দক্ষিণ–পশ্চিমমুৱা হৈ বৈ আহে। উল্টা-খুন্দা নৈখন উক্ত দিশেৰে ১ কিমি আহি মৰা মানাহ নামৰ এখন জান সোঁপাৰে লয়। এই মৰা মানাহ জানৰ উজনি অংশৰ নাম চৰা নৈ; নৈখন পানবাৰী বনৰ মাজেদি মানাহ নৈৰ সমান্তৰালকৈ বৈ আহিছে।

মৰা মানাহক লৈ উল্টাখুন্দা নৈখন ২ কিমি ভটিয়াই পেৰাগাঁৱত এটা পাৰঘাট অতিক্ৰম কৰি সম্পূৰ্ণকৈ দক্ষিণ-পশ্চিমমুৱা হয়। এনেকৈ ৫ কিমি বৈ আহি কলবাৰীত এখন জান সোঁপাৰে লয়। নৈখন কল-বাৰীৰপৰা ২ কিমি আহি ভলুকাডোবাত ওচৰা-উচৰিকৈ ৰে'লপথ আৰু ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ভলুকাডোবাৰপৰা উল্টা-খুন্দা (মানাহ) নৈখনক ভলুকাডোবা বা পোকালগা নৈ বোলে।

ভলুকাডোবাৰপৰা উক্ত দুই নামেৰে নৈখন দক্ষিণমুৱা হৈ চাৰি কিমি আহি বগুলামাৰিত এটা পূবমুৱা মোচৰ লৈ সামান্য দক্ষিণ-পশ্চিমমুৱা হয়। নৈখনে এইদৰে আঢ়ৈ কিমি ভটিয়াই ৰহা পায়। ৰহাৰপৰা ৫ কিমি আহি চকলা আৰু তাৰপৰা ৪ কিমি আহি গোলা-পাৰাত নৈখনে মানাহ নৈ নামৰ নিজৰ পশ্চিমেদি বৈ অহা এখন (উপ) নৈক সোঁপাৰে লয়। ইয়াৰপৰা পোকালগা নৈক আকৌ মানাহ নৈ নামেৰে জনা যায়।

গোৱালপাৰাৰপৰা মানাহ নৈখন দক্ষিণমুৱা হৈ ডেৰ কিমি আহি দাবোনদিয়াত ককিলা নৈক বাঁওপাৰে লয়। ইয়াৰপৰা নৈখন পুনৰ



দক্ষিণ–পশ্চিমমুৱা হৈ লাংলাৰ উত্তৰেদি ৮ কিমি আহি ৰভাপানীৰ পশ্চিমৰ বৰতাৰি পায়। বৰতাৰিপৰা মানাহ নৈখন ঘূৰি উত্তৰ-পশ্চিমমুৱা হৈ চাৰেতিনি কিমি আহি চলাগাচাত আই নৈক সোঁপাৰে লয়।

চলাগাচাৰপৰা মানাহ নৈখন প্ৰায় সপিল পথেৰে দক্ষিণ-পশ্চিম-মুৱা হৈ ৪ কিমি আহি লেংটিচিঙা পায়। ইয়াৰপৰা নৈখন দক্ষিণ-মুৱা হৈ ৫ কিমি আহি চকলিয়াপাৰাত মৰা চাউলখোৱা নৈক বাঁওপাৰে লয়। ইয়াৰপৰা নৈখন ৩ কিমি আহি চিটাতৰি পায়। চিটাতৰিত নৈখন পশ্চিমলৈ ঘূৰে আৰু এইদৰে ৪ কিমি ভটিয়াই লতিবাৰীত হেলাচৰা নৈক সোঁপাৰে লগত লয়।

লতিবাৰীৰপৰা ২ কিমি আহি নৈখন আমগুৰি পায়। ইয়াতে সাপকাটী একমুখী বিলৰপৰা অভয়াপুৰী নগৰৰ পূবেদি অহা এখন জান মানাহত পৰে। ইয়াৰপৰা নৈখন দক্ষিণ-পশ্চিম দিশত ৩ কিমি আহি মলয় টিলাৰ নামনিত উত্তৰৰ অভয়াপুৰী নগৰৰ মাজেদি অহা পুৰণা কুজীয়া নৈক লৈ দক্ষিণ-পূবমুৱা হয়। এনেকৈ মানাহ নৈখন আৰু ৪ কিমি ভটিয়াই বেঁকী নৈ নামৰ ব্ৰহ্মপুত্ৰৰ সুঁতিত পৰে। দুয়ো নৈ লগ হৈ আৰু ৪ কিমি পশ্চিমলৈ আহি মহাদেৱ টিলাৰ কাষত মূল ব্ৰহ্মপুত্ৰত পৰে। পূৰ্বতে মানাহ নৈখন এই ঠাইৰপৰা বাটত কুজীয়া নৈক লৈ ৮ কিমি দক্ষিণ-পশ্চিমলৈ গৈ যোগীঘোপাৰ পূৱত ব্ৰহ্মপুত্ৰত পৰিছিল।

মানাহ নৈৰ মুঠ দৈৰ্ঘ্য ৩৭৫ কিল'মিটাৰ ইয়াৰ ভিতৰৰ ১৯৪ কিল'মিটাৰ অসমৰ ভিতৰেদি বৈ আহিছে। মানাহ নৈৰ অৱবাহিকাই (বেঁকী নৈক ধৰি) ৩৮১৭৬ বৰ্গকিল'মিটাৰ এলেকা আগুৰি আছে। নৈখনেদি প্ৰবাহিত হোৱা পানীৰ সৰ্বোচ্চ পৰিমাণ প্ৰতি ছেকেণ্ডত ৭৬১৪ ঘনমিটাৰ আৰু সৰ্বনিম্ন পৰিমাণ ২৫০ ঘনমিটাৰ। নৈখনেদি উটি-ভাহি যোৱা গেদৰ পৰিমাণ বাৰ্ষিক গড়ে ২৫৩ হেক্টৰ মিটাৰ।

## মানাহৰ উপনৈ

**৯২.১. মানাহ নৈঃ** পূৰ্বতে মানাহ নৈৰ সোঁপাৰৰ যিবোৰৰ উপনৈ মানাহ নৈত গৈ পৰিছিল সেইবোৰ এতিয়া মানাহৰ পশ্চিমে প্ৰায় সমান্তৰালকৈ বৈ অহা মানাহ নামৰ আন এখন নৈত পৰিছে; এইখনেই মানাহ নৈৰ উপনৈ মানাহ।

ভূটানৰপৰা ২৮৮ নং সীমান্ত খুটাৰ কাষেদি অহা গেৰুৱা নৈখন কোকৰাঝাৰ জিলাৰ মানস অভয়াৰণ্যৰ ভিতৰত উত্তৰৰপৰা অহা

বুঢ়ীসোঁতা নৈক বাঁওপাৰে আৰু কুন্দা নৈক সোঁপাৰে লৈ বুঢ়ীসোঁতা নামেৰে দক্ষিণ-পশ্চিমলৈ আহে। শুল্ক চকীৰ কাষত বুঢ়ীসোঁতাৰ সোঁপাৰে শুকানজান লগ হয়। শুকানজানখন এখন ডাঙৰ নৈ, ই ভূটানৰপৰা ৮ কিমি আহি অসমত সোমাই ৭ কিমি আহি জীয়া-ছুৰাক (উপনৈ মৰাছুৰা) লৈ আৰু ৮ কিমি ভটিয়াই বুঢ়ীসোঁতাত পৰে। বুঢ়ীসোঁতাই জীয়াছুৰাক লৈ কচু বিলৰ পূবেদি ৪ কিমি ভটিয়াই আহি ২ নং চৌৰাঙত জীয়া চৌৰং নৈক সোঁপাৰে লয়। জীয়া চৌৰঙৰ উপনৈ চৌৰং নৈ। ইয়াৰপৰা নৈখন ডেৰ কিমি ভটিয়াই ৪ নং চৌৰঙত মৰা পাগলা নৈক সোঁপাৰে লয়। মৰা পাগ-লাক উজনিত দেওকুমাৰ নৈ বোলে। ইয়াৰপৰা বুঢ়ীসোঁতাখন দক্ষিণ দিশত ৪ কিমি ভটিয়াই ভাটাপাৰৰ পূবৰ পানবাৰী পায়। এসময়ত এই নৈখন ইয়াৰপৰাই উত্তৰ-পূবমুৱা হৈ গৈ ভটাৰমাৰিত মানাহ নৈত পৰিছিলগৈ। সেই চিন স্বৰূপে এতিয়া নৈখনৰ বাঁওপাৰে বৌলাঝৰাত দীঘল আকাৰৰ ঠন্দা বিল।

পানবাৰীৰপৰা বুঢ়ীসোঁতা নামেৰে বাল্লিমাৰি হৈ ডেৰ কিমি আহি বিষদোবাত নিজৰ নাম সলাই নৈখনে মানাহ নৈ নাম লয়। পূৰ্বতে মূল মানাহ নৈখনৰ এটা ভাগ বুঢ়ীমখাৰপৰা আবদাগুৰি হৈ বিষদোবাইদি বৈ গৈছিল। এই ঠাইখনত এতিয়া এক দ ঠাই, মৰা মানস নৈ আৰু এক এৰাসুঁতি থকা দেখা যায়। সেয়েহে হয়তো বুঢ়ীসোঁতাৰ নাম ইয়াৰপৰা মানস নৈ হ'ল।

বাল্লিমাৰিপৰা মানাহ নৈখনে ২ কিমি আহি আন্ধাৰ গাঁৱত ভাণ্ডাৰচালি নৈক সোঁপাৰে লয়। ভাণ্ডাৰ চালিখন বেচ ডাঙৰ নৈ। ইয়াৰ উপনৈও বহুত। এইবোৰৰ ভিতৰত পূবৰপৰা জোনা নৈ, (উপনৈ বৰাণীঝৰা) লক্ষীঝৰা তথা দলেংঝৰা মিলি হোৱা লংঠাই নৈ, আৰু শিখাঝৰাই প্ৰধান। পূৰ্বতে এই নৈবোৰ মিলি মূল মানাহত পৰিছিল।

উপনৈ মানাহখন আন্ধাৰগাঁৱৰপৰা দক্ষিণমুৱা হৈ ৩ কিমি আহি আলুখুন্দাত নিজৰ বাঁওপাৰৰ চুলিকটাৰ ওচৰৰ এৰাসুঁতিৰপৰা হোৱা কলপানী বিলখনৰ কাষেদি পাৰ হয়। ইয়াৰপৰা নৈখন ৩ কিমি ভটিয়াই লাবদাং নৈক সোঁপাৰে লয়। লাবদাঙক লৈ দুটা ভাজ লৈ মুঠ ৭ কিমি আহি হাৱাৰখোলাত মানাহ নৈখনে মাকৰা নৈক সোঁপাৰে লয়। আগতে মাকৰা নৈখন বাগৰ গাঁৱৰ দক্ষিণে মূল মানাহত পৰিছিল।



মাকৰাক লোৱাৰ পাছত উপনৈ মানাহখন ২ কিমি আহি ফাগুনা গাঁৱৰ পূবত ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা নৈখন দক্ষিণ-পূবমুৱা হৈ এটা পাক পাৰ হৈ পুনৰ দক্ষিণ পশ্চিমমুৱা হয়। এনেকৈ বৰবিলা আৰু ভাটীপাৰা হৈ নৈখনে মুঠ ১০ কিমি আহি ৩১ নং ৰাষ্ট্ৰীয় ঘাই পথৰ কাষত দুলানি নৈক সোঁপাৰে লয়। দুলানি নৈখন পূৰ্বতে উত্তৰ ট্ৰাংক ৰোডৰ উত্তৰ পাৰেদি পূবলৈ গৈ মূল মানাহ নৈত পৰিছিলগৈ।

উপনৈ মানাহখনে দুলানি নৈক লৈ ঠাইতে ঘাইপথ পাৰ হৈ প্ৰায় দক্ষিণ দিশত ৭ কিমি আহি বাঁহবাৰী পায়। বাঁহবাৰীৰ ওচৰত নৈৰ বাঁওপাৰৰ মানিকপুৰৰ ওচৰত মৰা মানাহ নৈ নামৰ এটা বৰ দীঘল এৰাসুঁতি আছে। বাঁহবাৰীৰপৰা উপনৈ মানাহখন দক্ষিণ-পূবমুৱা হৈ ১০ কিমি আহি মথুৰাখোলা পায়। ইয়াতে নৈখনে মথুৰাখোলা নৈক সোঁপাৰে লৈ আৰু ১ কিমি ভটিয়াই গোলাপাৰাত পোকালগা বা মানাহ নৈত পৰে।

## উপনৈ মানাহত পৰা নৈ

**৯২.১.১. লাবদাং নৈ:** উত্তৰৰপৰা অহা চিকাঝৰা নৈ বিষ্ণুপুৰ নৈৰ লগ লাগি দক্ষিণলৈ আহি উলুবাৰীৰ পশ্চিমেদি বৈ লাবদাং নৈ হয়।

**১.১.২. মাকৰা নৈ:** মানস সংৰক্ষিত বনৰপৰা অহা দৰঙা নৈ, কু:কালং সংৰক্ষিত বনৰ মাজেদি আহি দক্ষিণ মাকৰাত দুভাগ হৈ এভাগে মৰা মাকৰা নৈ নাম লয়। দুয়ো আকৌ বেচৰগাঁৱত একেলগ হয়। পাছত নৈখন আকৌ ফাটি এভাগ ঝাকৰা নৈ হয় আৰু লাহাটিপাৰাত আকৌ একেলগ হয়। এইদৰে নৈখন দক্ষিণলৈ আহি ছৰাগাঁৱত গিলানি নৈক সোঁপাৰে লৈ দক্ষিণ-পূবমুৱা হয়। এইদৰে আহি হাৱাৰখোলাত সোণাই নৈৰ লগত মিলি মানাহত পৰে। উত্তৰৰ আগৰং নৈ আৰু দোহলাদন্দা নৈ মিলি বাটত পৰা নৈক লৈ সোণাই নৈখন হৈছে।

**৯২.১.২. দুলানি নৈ:** ভূটানৰ ককুলং নৈ দক্ষিণ-পশ্চিম দিশত বৈ আহি ২৮৪ নং সীমান্ত খুটাত অসমৰ কোকৰাঝাৰ জিলাত সোমায়। ই এখন বালিময় আৰু শুকান নৈ ৰূপে মানস বনৰ মাজেদি ৬ কিমি আহি ৰেকাজুলিক (উপনৈ অন্য এখন ককুলং নৈ) আৰু ২ কিমি আহি বাছিগী নৈক সোঁপাৰে লয়। বাছিগী নৈৰ উপনৈবোৰ হ'ল ৰংদং নৈ, দংলং নৈ, বাসুকী খোলা আৰু বাসুকী নৈ।

বাছিগাঁক লোৱাৰ পাছত্ ককুলং নৈখন ৪ কিমি ভটিয়াই দক্ষিণ-মুৱা হয়। এনেকৈ ৫ কিমি আহি নৈখন বনৰ মাজৰপৰা ওলাই দংচিয়াপাৰা পায়। ইয়াৰপৰা ৩ কিমি আহি ককুলং নৈখন দুভাগ হয়। এভাগ দক্ষিণ-পুবলৈ আহি আকৌ বিভক্ত হয়; ইয়াৰে এটা শাখা সিটোভাগৰ লগ লাগে আৰু বাকী শাখাটো খালপৰাত হেৰাই যায়।

ককুলং নৈৰ শাখাদ্বয় একেলগ হৈ ৪ কিমি বাট দক্ষিণলৈ আহি কাট্ৰীবাৰী পায়। ইয়াৰপৰা ই ৩ কিমি আহি উত্তৰ গাৰগাঁৱত দুলানি (উজনিৰ নাম দিমাঝৰা) নৈক সোঁপাৰে লৈ দুলানি নৈ নাম লয়। দুলানি নৈখন ১ কিমি ভটিয়াই ভালাতলত নোৱাপাৰা নৈক সোঁপাৰে লয়। নোৱাপাৰা নৈক উজনীত কুংখুৰাঝৰা বোলে। ইয়াৰ উপনৈ দেচং নৈ আৰু টিলিং নৈ বা সুভাইঝৰা।

নোৱাপৰা নৈক লৈ দুলানি নৈখন বহল হয়। তাৰপৰা নৈখন দক্ষিণ-পুবমুৱা হৈ চাৰে তিনি কিমি আহি কটাবাৰীত পাখাজানী নৈক বাঁওপাৰে লয়। ইয়াৰপৰা ২ কিমি আহি দুলানি নৈ বিজনী নগৰ পায়। নৈখনে বিজনীত ৰে'লপথ পাৰ হৈ নগৰখনৰ পশ্চিম আৰু দক্ষিণেদি ৪ কিমি ভটিয়াই আহি পাখাজানী নৈ নামৰ উপৰোক্ত পাখাজানী নৈখনৰ এক শাখাক লগত লয়। ইয়াৰপৰা আৰু ২ কিমি ভটিয়াই দুলানি নৈখন চুপাৰীগুৰিত উপনৈ মানাহত পৰে।

## ৯২.১.৩. আই নৈ

আই নৈৰ প্ৰাচীন নাম ভদ্ৰা নৈ। ভাদ মাহৰ কৃষ্ণা চতুৰ্দশীত এই নদীত স্নান কৰিলে মানুহ দিব্যলোকলৈ যাব পাৰে বুলি বিশ্বাস কৰা হয়। মানাহৰ প্ৰধান উপনৈ আই নৈখন এখন বৰ ডাঙৰ নৈ। নৈখন ভুটানৰ ব্লেক মাউণ্টেইন নামৰ শৃংগৰপৰা (৪৯১৫ মিটাৰ) (২৭°১৫´, ৯০°২২´) ওলাই মাও নৈ নামেৰে দক্ষিণ-পুবমুৱা হৈ ৩০ কিমি আহি ৰঙা নৈক বাঁওপাৰে লৈ দক্ষিণমুৱা হয়। বাটত থেৱৰ খোলাক বাঁওপাৰে লৈ ১০ কিমি আহি দানবাৰীৰ ৩ কিমি দক্ষিণে ২৭২ নং সীমান্ত খুটাত অসমৰ কোকৰাঝৰ মহকুমাত প্ৰৱেশ কৰে।

অসমত সোমাই নৈখনে আই নৈ নাম লয়। সীমাৰপৰা এখন বালিময়, গুম্ফিত আৰু ৩ কিমি বহল নৈ ৰূপেৰে ২ কিমি আহি তকলৈ খোলাক বাঁওপাৰে লয়। তাৰপৰা নৈখন দক্ষিণ-পশ্চিম দিশত ৫ কিমি আহি আই পাৰৈ নৈক সোঁপাৰে লয়। ইয়াতে নৈখন দুটা সুঁতিত বিভক্ত হৈ দেৱশ্ৰীৰ পুবেদি দক্ষিণলৈ আহে। এনেকৈ



দুয়ো শাখা সুকীয়াকৈ ৫ কিমি ভটিয়াই অহাৰ পাছত পশ্চিমৰ শাখাটোৱে নিজলাগুৰিত নিজলা নৈক নিজৰ সোঁপাৰে লয়। ইয়াৰ-পৰা আৰু ৩ কিমি আহি দুয়োটা শাখা একেলগ হয়। অৱশ্যে পুবফালৰ শাখাটোৰপৰা এটা শাখা ইতিমধ্যে ফাটি পুবলৈ গৈ টেকলাই নৈখন হয়। ইয়াৰপৰা পুবত টেকলাই আৰু ইয়াৰ ১ কিমি পশ্চিমত আই দুয়ো নৈ দুটা সুঁতিৰে শিগুবাৰী সংৰক্ষিত বনৰ মাজেদি ৪ কিমি ভটিয়াই আহি আই ধুবুৰীত দুয়ো একেলগ হয়হি। এই ঠাইৰ সামান্য উজনিত উত্তৰৰ নিজলা নৈৰপৰা ফাটি অহা এটা সৰুজান আইৰ সোঁপাৰে পৰে।

আই ধুবুৰীৰপৰা আই নৈখন এখন গুম্ফিত নৈৰূপে দক্ষিণ-পুবমুৱা হৈ আহি ৰাণীসুন্দৰীত কানীভুৰ নৈৰ এক শাখাক সোঁপাৰে লয়। কাণীভুৰৰ শাখাটোৰ নাম ৰাণীসুন্দৰী নৈ। এই নৈখন উত্তৰৰ নিজলা নৈৰপৰা ফাটি অহা ভোগজুৰি নামৰ নৈ এখনৰপৰা টুকুৰাঝাৰ নামৰ ঠাইত সৃষ্টি হৈছে। কাণীভুৰ নৈখন আই নৈৰ সমান্তৰালকৈ পশ্চিমেদি বৈ আহিছে। অতীজত এই নৈখন স্বাধীনভাৱে দক্ষিণলৈ বৈছিল যদিও এতিয়া বাটত ইয়াৰ কেইবাটাও সৰু শাখা আই নৈত পৰিছেহি। এই অঞ্চলত সৰু সুৰু নৈবোৰে শাখামিলনী চানেকীৰ অৱবাহতন্ত্ৰ দেখুৱায় বাবে নৈবোৰ বৰ জটিল। কাণীভুৰৰ আৰু এটা অন্য শাখা ৰাণীসুন্দৰী নৈ আইত পৰা ঠাইৰপৰা আঢ়ৈ কিমি নামনিত আইৰ সোঁপাৰে লগ হৈছে। এই ঠাইৰ ঠিক বিপৰীত পাৰে দীঘল দং নামৰ এক সৰু জান আই নৈৰ লগ হৈছে। এই ঠাইৰপৰা আই নৈখন ২ কিমি ভটিয়াই চাৰাগাঁও পায়। ইয়াতে ফুলঝৰা নামৰ এক সৰু জান আইৰ বাঁওপাৰে পৰে। চাৰাগাঁৱৰ পৰা ২ কিমি আহি মাণিকপুৰত নৈখনে হুৰহুতি আৰু নাওলভঙা নৈ নামৰ দুখন নৈক একেলগতে বাঁওপাৰে লয়।

আই নৈখন মাণিকপুৰৰপৰা ৩ কিমি দক্ষিণ-পুবমুৱা হৈ আহি তুলসীঝৰাত কানামাকৰা নামৰ এক ডাঙৰ নৈক বাঁওপাৰে লয়। ইয়াৰপৰা ৪ কিমি নামনিৰ কুজৰাপৰাৰীত আইৰ বাঁওপাৰে লুকাই-খুংৰি নৈ (উজনিৰ নাম নক্ষটং) আৰু সোঁপাৰে কাণীভুৰ নৈৰ আন এটা শাখা লগ হয়। কুজৰাপৰাৰীৰ পৰা আই নৈখন ৪ কিমি আহি বিজনী নগৰৰ ৮ কিমি পশ্চিমৰ পগ্ৰা গাঁৱত চাৰাবিল আৰু ইয়াৰ বিপৰীতপাৰে সন্যাসগুৰিত আন এটা পুৰণা সুঁতি এৰে। পূৰ্বতে আই নৈখন উপৰোক্ত তুলসীঝৰাৰপৰা বৰ্তমানতকৈ অধিক সপিল

পথেৰে বৈ আহিছিল, সেইবাবে এই এৰা সুঁতিবোৰ সৃষ্টি হৈছে। সন্যাসগুৰিৰ ওচৰৰ এৰা সুঁতিটোত জিলিং নৈ নামৰ এখন সৰু নৈ পৰিছে।

সন্যাসগুৰিৰপৰা আই নৈখন পুবমুৱা হৈ ৰে'লপথৰ উত্তৰ পাৰেদি ৩ কিমি বৈ আহি দাইছামঝৰা নামৰ এখন জান বাঁওপাৰে লৈ দক্ষিণমুৱা হয়। এই দাইছামঝৰাখন অতীজত দুলানি নৈত পৰিছিলগৈ। দক্ষিণলৈ ঘূৰি বিজনীৰপৰা ৫ কিমি পশ্চিমে আই নৈয়ে ৰে'লপথ আৰু আধা কিমি ভটিয়াই ৩১ নং ঘাইপথ পাৰ হয়। এই ঠাইতে ৰে'লপথৰ দক্ষিণত নয়ণচৰা বিল।

ঘাইপথ পাৰহৈ আই নৈখন দক্ষিণ-পূবমুৱা হৈ ৪ কিমি আহি লক্ষীপুৰ পায়। ইয়াতে আইৰ বাঁওপাৰে নাচনকুৰি বিল আৰু সোঁপাৰে গৰুগাঁৱত আন এখন বিল থকা দেখা যায়। লক্ষীপুৰৰপৰা নৈখন ৮ কিমি ভটিয়াই আহি বাটগুৰিৰ ওচৰৰপৰা দক্ষিণমুৱা হয়। এইদৰে ৫ কিমি আহি আই নৈ মজইৰমুখ পায়। ইয়াৰপৰা আই নৈ ৭ কিমি ভটিয়াই দেমেৰগুৰিত মানাহ নৈৰ সোঁপাৰে পৰে।

## আই নৈৰ উপনৈ

**৯২.১.৩.১ হুৰহুতি আৰু নাঙলভঙা নৈঃ** সীমান্তৰ ওচৰত আইত যোগ হোৱা টকলাই খোলা নামৰ নৈৰপৰা ফাটি দক্ষিণলৈ অহা বিতনি নৈৰ লগত লংখাৰ নামৰ এখন নৈ মানস সংৰক্ষিত বনৰ মাজত লগ হৈছে। লংখাৰ নৈখন ভূটানৰপৰা আহি ২৭৫ নং সীমান্ত খুটাত অসমত সোমাই লংখাৰ নামৰ ঠাইৰ কাষেদি ৯ কিমি দক্ষিণলৈ আহি বিতনিৰ লগ হৈছে। দুয়োখন মিলি ২ কিমি ভটিয়াই আহি দুভাগত বিভক্ত হয়। এভাগ লংখাৰ নৈ নামেৰে দক্ষিণলৈ আহে আৰু আনভাগ পাৰ্বতী নামেৰে দক্ষিণ-পূবলৈ যায়।

লংখাৰ নৈখন ৩ কিমি ভটিয়াই আকৌ দুভাগ হয়। ইয়াৰে এভাগ হয় বিষপানী নৈ আৰু আনভাগ লংখাৰ নৈ নামেৰে ৩ কিমি দক্ষিণ-পূবলৈ বৈ আহি দুয়োভাগ আকৌ লাকুৰিগুৰি নামৰ ঠাইত একেলগ হৈ নাম লয় লংখৰ নৈ। এই ঠাইতে উপৰোক্ত পাৰ্বতী নৈৰ (আগৰ নাম উজনিত আমটিকা নৈ) পৰা ফাটি অহা দাউমেচাৰ নৈ আহি লংখৰৰ বাঁওপাৰে পৰে। দাউমেচাৰক লোৱাৰ কিছু পাছৰ পৰা নৈখনে নাম সলাই নাম লয় হুৰহুতি নৈ। ইয়াৰপৰা নৈখন দক্ষিণমুৱা হৈ ঔগুৰি আকুচিগুৰি হৈ ৯ কিমি ভটিয়াই হুৰহুতি নামৰ ঠাইত উপৰোক্ত পাৰ্বতী নৈৰ লগ লাগে।



উজনিত লংখৰৰপৰা ফাটি অহা পাৰ্বতী নৈখন বিভক্ত হোৱা ঠাইৰপৰা ৪ কিমি আহি পাৰ্বতীপুৰ পায়। ইয়াতে উত্তৰৰ সীমাৰ কাষৰপৰা অহা আমটিকা নৈক বাঁওপাৰে লয়। পাৰ্বতীপুৰৰপৰা নৈখন ৫ কিমি আহি এলেংমাৰিৰ ওচৰত নৰটং নৈক বাঁওপাৰে লয়। তাৰপৰা আৰু ৩ কিমি ভটিয়াই আমগুৰি বজাৰৰ পশ্চিমৰ শিশু-বাৰী পায়। ইয়াতে উপৰোক্ত নৰটং নৈৰ এক শাখাক বাঁওপাৰে লৈ পাৰ্বতী নৈখনে নাম সলাই হৈ পৰে নাঙলভঙা নৈ। নাঙলভঙা নৈ নামেৰে ভটিয়াই বাটত উত্তৰৰ শুকান টেকলাই নৈ আৰু আন নৈৰপৰা ফাটি অহা দুটামান শাখা লগত লৈ ভৱানীপুৰ হৈ ৪ কিমি আহি নৈখন হুৰহুতি নৈৰ লগ লাগে। দুয়ো মিলি মাত্ৰ ১ কিমি বৈ আহি খৈৰাবাৰীৰ দক্ষিণে আই নৈত পৰে।

**৯২.১.৩.২. কানামাকৰা নৈ ঃ** ভুটানৰ নৰথাং নৈখন দক্ষিণমুৱা হৈ আহি ২৮১ নং সীমান্ত খুটাত অসমৰ কোকৰাঝাৰ জিলাত সোমায়। সীমান্তৰ ওচৰৰপৰা নৈখন এখন বালিময় আৰু অতি বহল নৈ ৰূপে দক্ষিণ-পশ্চিমমুৱা হৈ মানস বনৰ মাজেদি কানা-মাকৰা নামেৰে বৈ আছে। এই বনৰ মাজেদি অহা ১৩ কিমি বাটত নৈখনে জৰয়ো খোলা, খৰখোলা আৰু ৰজাখোলা নামৰ ৩ খন দক্ষিণ-মুৱা জান সোঁপাৰে লৈ আমগুৰি বজাৰ পায়। ইয়াতে শুকান টেকলাই নামৰ এখন বেচ ডাঙৰ নৈ কানামাকৰাৰ সোঁপাৰে পৰেহি।

শুকান টেকলাই নৈখন ভুটানৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ আহি চেংৰা নামৰ ঠাইত ২৭৭ নং সীমান্ত খুটাত অসমত প্ৰবেশ কৰি দক্ষিণ দিশত মানস বনৰ মাজেদি বৈ আহে। নৈখন এনেকৈ ১ কিমি আহি হিলেখোলা, ২ কিমি আহি লামপাটীয়াখোলা দুয়ো নৈকে বাঁওপাৰে লয়। ইয়াৰপৰা ৩ কিমি ভটিয়াই নৈখন দুভাগ হয়। ইয়াৰে এভাগ দক্ষিণ-পশ্চিম আৰু আনভাগ দক্ষিণ দিশত বৈ আহে। দক্ষিণমুৱা ভাগটো শুকান টেকলাই নামেৰে ১ কিমি ভটিয়াই চোটা-মাকৰা নৈক বাঁওপাৰে লৈ মানস বনৰ মাজেদি ৫ কিমি আহি শিশু-বাৰীত টেকলাই সংৰক্ষিত বনৰ মাজত সোমায়। এই বনৰ মাজেদি ই দক্ষিণ-পশ্চিমমুৱা হৈ ৫ কিমি আহি আমগুৰি বজাৰত কানামাকৰা নৈত পৰে। ইফালে টেকলাই নৈখনৰ দক্ষিণ-পশ্চিমলৈ ফাটি যোৱা ভাগটো এখন বাম নৈ ৰূপে উত্তৰ গণ্ডা বিলেদি বৈ আহি নৰটং নৈ নাম লয় আৰু এইদৰে ই নাঙলভঙা নৈত পৰেগৈ।

শুকান টেকলাইক লগত লৈ কানামাকৰা নৈখনে বাটত উত্তৰৰ পৰা অহা দুখনমান জান সোঁপাৰে লৈ মাকৰাৰ কাষেদি ৮ কিমি বৈ আহি অদালগুৰিত আই নৈৰ বাঁওপাৰে পৰে। ১১১৩ চনৰপৰা এইছোৱাৰ নৈবোৰৰ বিশেষ পৰিবৰ্তন হোৱা নাই।

**৯২.১.৪ মৰা চাউলখোৱা নৈ :** এসময়ত মানাহৰ উপনৈ হিচাপে থকা চাউলখোৱা নৈখনক কৈয়ামাৰিৰ কাষত বেঁকী নৈয়ে নিজৰ লগত সামৰি লোৱা হেতুকে চাউলখোৱাৰ নামনি অংশ এতিয়া এখন সৰু নৈৰ ৰূপত সাতমুখীৰ ওচৰৰপৰা জাউঁৰিমাৰি, নিজ মইনাবাৰী, শ'লমাৰি, হাতচৰা হৈ ৩ টা মোচৰত ১২ কিমি ভটিয়াই, মুহিয়াৰ দক্ষিণৰ সুন্দৰখোলা বিলৰ পশ্চিমেদি আৰু ৩ কিমি বৈ ধকলিয়া পাৰাত মূল মানাহ নৈত পৰে।

**৯২.১.৫ হৈলাচৰা নৈ :** হৈলাচৰা নৈখন বহু উত্তৰৰ কাকৈজান সংৰক্ষিত বনৰ পুবত ওলাই চিদলসুঁতিৰ ওচৰৰপৰা প্ৰথমে সোণাখুলি নৈ নামেৰে ৬ কিমি আহি কদমতোলাত ৩১ নং ঘাইপথ পাৰ হয়। নৈখন ইয়াৰপৰা দক্ষিণ-পুব দিশত ৪ কিমি আহি কলবাৰী পায়। ইয়াতে নৈখনে বামুণগাঁও সংৰক্ষিত বনৰপৰা যোৱা শক্তি (শকেই) নৈক সোঁপাৰে লয়। তাৰপৰা নৈখন আঢ়ৈ কিমি ভটিয়াই লেংটি-চিঙা পাৰাত মজাই নৈক বাঁওপাৰে লৈ নাম লয় চেটকাই নৈ। এইবাৰ নৈখন দক্ষিণমুৱা হৈ ৪ কিমি আহি পোৱা লুংগাই টিলাৰ উত্তৰেদি বৈ আহি বেচুলাপাৰাত নাম সলাই হৈলাচৰা নৈ নাম লয়। এই নামেৰে ই আৰু ৮ কিমি দক্ষিণলৈ আহি লতিবাৰীত মূল মানাহ নৈত পৰে।

## ৯৩. কাণীভুৰ / কুঁজীয়া / হাৰিপানী নৈ

আই নৈৰ পশ্চিমেদি বৈ অহা এইখন এখন ব্ৰহ্মপুত্ৰৰ সৰু উপনৈ। আই নৈৰ পশ্চিমপাৰৰ নিজলাগুৰিত আইৰ উপনৈ নিজলা নৈৰপৰা এটা শাখা ফাটি পশ্চিমলৈ আহি ভোগজুৰি নৈ নাম লয়। নৈখনে তাৰপা বিৰিঞ্চি সংৰক্ষিত বনৰ পুবেদি দক্ষিণমুৱা হৈ ৮ কিমি আহি তুকৰাঝাৰত দুভাগত বিভক্ত হয়। ইয়াৰ পুবৰ ভাগ ৰাণীসুন্দৰী নৈ নামে বৈ আই নৈত পৰে আৰু পশ্চিমৰ ভাগ কাণীভুৰ নৈ নামেৰে দক্ষিণ দিশত বৈ আহে। কাণীভুৰ নৈখনে এইদৰে ৫ কিমি আহি কিছু দক্ষিণ-পুবমুৱা হৈ বেংলৰ পুবত আই নৈৰ সমান্তৰালকৈ



ৰবলৈ ধৰে। তেনেদৰে নৈখনে চোটা নীলিবাৰা আৰু ভিৰণগাঁৱৰ মাজেদি মুঠ ১৮ কিমি আহি বঙাইগাঁও নগৰৰ ৫ কিমি উত্তৰ-পুবৰ দৌখা নগৰত নিজৰ সমান্তৰালকৈ বৈ অহা অনজানি দং নামেৰে এখন জান সোঁপাৰে লৈ নাম সলাই বৌমাৰী নৈ নাম লয়। তাৰপৰা নৈখন দক্ষিণ-মুৱা হৈ ৩ কিমি আহি লতাদং নৈ আৰু একজানী নৈক বাঁও-পাৰে ওচৰা–উচৰিকৈ লৈ বঙাইগাঁৱৰ ২ কিমি পুবত ৰে'লপথ পাৰ হয়।

ৰে'লপথৰপৰা বৌমাৰী নৈখন বিৰঝৰা চাহ বাগিছাৰ পুবেদি ২ কিমি দক্ষিণলৈ আহি বঙাইগাঁৱৰ পুবেদি বৈ অহা টেকুনঝৰাক সোঁপাৰে লগত লৈ নাম সলাই কুঁজীয়া নৈ হয়। ইয়াৰপৰা নৈখন দক্ষিণ-পুবমুৱাহৈ চাৰে চাৰি কিমি ভটিয়াই কাকৈজান সংৰক্ষিত বনৰ মাজেদি বৈ অহা দুকিয়াজানক (?) বাঁওপাৰে লৈ দক্ষিণমুৱা হয়। এইদৰে নৈখন ৩ কিমি আহি পশ্চিমৰ নাকাটি বনত ওলাই হাতীমুৱা বিল আৰু বাখ্ৰাপাৰাৰ মাজেদি অহা হাতীউতৰা নৈক সোঁপাৰে লৈ পুবমুৱা হয়।

তাৰপাছত কুঁজীয়া নৈখন আঢ়ৈ কিমি আহি ছিৰন শিলাত চাপ্ৰাকাটা নৈক বাঁওপাৰে লৈ দক্ষিণলৈ ঘূৰে। এনেদৰে নৈখন ছিৰনশিলা পাহাৰৰ পশ্চিমেদি ৬ কিমি আহি উত্তৰ শালমৰা চহৰ পায়। ইয়াতে নৈখনে ২ খন সৰুজান বাঁওপাৰে লৈ বঙাইগাঁও — অভয়াপুৰী শাখাৰ ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা নৈখন ৩১ (খ) নং ঘাইপথৰ পশ্চিম পাৰেদি আৰু বীনাবজা, শিয়ালমৰা, ভেৰপুৰি আদি বিলৰ কাষেদি দক্ষিণ-পশ্চিমমুৱা হৈ আহে। এনেদৰে ১১ কিমি ভটিয়াই কুঁজীয়া নৈখন কটছবাৰীত কনৰা নামৰ এখন ডাঙৰ বিলত পৰে।

কনৰা বিলৰ লগতে লাগি বিষ্টুপুৰত তামৰঙা বিল। এই বিষ্টুপুৰতে শ্ৰীমন্ত শংকৰদেৱৰ নাতি চতুৰ্ভুজ ঠাকুৰে খিষ্ণুপুৰ সত্ৰ প্ৰতিষ্ঠা কৰে। এই তামৰঙা বিলত উত্তৰত নাকাটি বনৰপৰা অহা কুকুৰীয়া নৈ পৰিছেহি। নাকাটি নামটো হেনো প্ৰকৃততে নাককাটীহে হ'ব লাগে।

উক্ত কনৰা বিলৰ দক্ষিণ পাৰৰপৰা এখন নৈ ওলাই হাৰিপানী নৈ নামেৰে দক্ষিণলৈ বয়। নৈখনে বিলৰপৰা ২ কিমি আহি উক্ত ৰে'লপথ আৰু ঘাইপথ একেঠাইতে পাৰ হয়। তাৰপৰা নৈখন চীনাবাৰী বিলৰ পুবেদি ৩ কিমি দক্ষিণলৈ আহি কবৈটাৰি পায়। ইয়াতে ই মানাহ খাল নামৰ মানাহ নৈৰ এক সুপ্ৰাচীন সোঁতক বাঁওপাৰে

লগত লয়। তাৰপাছত হাৰিপানী নৈখন ঘাইপথৰ পূব পাৰৰ সমান্তৰালকৈ আঢ়ৈ কিমি আহি যোগীঘোপাত ব্ৰহ্মপুত্ৰত পৰে।

কাণীভুৰৰপৰা হাৰিপানীলৈকে এই অঞ্চলৰ বিভিন্ন জানবোৰৰ গতিপথ ১৯১৩ চনৰপৰা বৰ বেছি পৰিবৰ্তন ঘটা নাই। আনকি, তামৰঙা, কনৰা আদি বিলবোৰো পোতখোৱা নাই। ইয়াৰ কাৰণ হ'ল কুঁজীয়া নৈৰ উপনৈসমূহৰ উৎস হ'ল ভৈয়াম অঞ্চল; গতিকে ইহঁতে কঢ়িয়াই অনা পানী তথা পলসৰ পৰিমাণো তাকৰ।

## কুঁজীয়া/হাৰিপানীৰ পশ্চিমৰ নৈ-বিল

যোগীঘোপা চহৰৰ ডেৰ কিমি উত্তৰ-পশ্চিমত চক্ৰশিলা পাহাৰ। এই পাহাৰৰ নামনিত হাৰিপানী নামৰ আন এখন সৰু জান ওলাইছে; এই জানখন ৰে'লপথৰ কাষৰপৰা ৩ কিমি পশ্চিমলৈ গৈ ব্ৰহ্মপুত্ৰত পৰিছে।

চক্ৰশিলা পাহাৰৰ ২ কিমি উত্তৰ-পশ্চিমে হৰিণচতুৰা নামৰ এখন মজলীয়া আকাৰৰ বিল আছে। এইখনৰ ডেৰ কিমি উত্তৰত দলানি নামৰ এক বিয়াগোম বিল আৰু চক্ৰশিলা পাহাৰৰ উত্তৰফালেও বহুত সৰু-সুৰা বিল আছে। এই সমগ্ৰ অঞ্চলটো এক বিস্তীৰ্ণ জলাহ ঠাই।

## ৯৪. চম্পাৱতী/চম্পামতী নৈ

আই নৈৰ পশ্চিমে চম্পাৱতী নৈ। চম্পাৱতী নৈখন ভুটানৰপৰা অহা ভুৰ নৈ, মৰাভুৰ নৈ তথা লোপানী আৰু ঢোল পানীৰ সন্মিলিত নৈখন মিলি সৃষ্টি হৈছে। ইহঁতৰ ভিতৰত ভুৰ নৈখন সৰ্ববৃহৎ।

ভুৰ নৈখন ভুটানৰ গুৰুংদান্দো নামৰ ঠাইত (২৭°০',৯০°২১') ওলাই দক্ষিণ-পূব দিশত ১৪ কিমি আহি ভুৰগাঁৱত ২৬৭ নং সীমান্ত খুটাৰ ওচৰত অসমৰ কোকৰাঝাৰ মহকুমাত সোমাই দক্ষিণমুৱা হৈ বৈ আহে। এইদৰে নৈখন ২ কিমি আহি পটীয়াখোলা নামৰ এখন জান বাঁওপাৰে লয়। ইয়াৰপৰা নৈখন এক ঠেক আৰু বালিময় নৈ ৰূপে মানস সংৰক্ষিত বনৰ মাজেদি ১৩ কিমি ভটিয়াই শান্তিপুৰ পায়। শান্তিপুৰৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ৪ কিমি আহি হণ্টুপৰাত খুংৰুং নৈক সোঁপাৰে লৈ বেংতল সংৰক্ষিত বনৰ মাজত সোমায়। এই বনৰ মাজেদি ভুৰ নৈখন ২ কিমি অহাৰ পাছত ইয়াৰ এটা শাখা বাঁওপাৰৰপৰা ফাটি বাঁহবাৰী নৈ নামেৰে দক্ষিণলৈ যায়। উক্ত ঠাইৰপৰা আৰু ১ কিমি ভটিয়নিত ভুৰ নৈৰ আৰু এটা শাখা ফাটি দক্ষিণলৈ বৈ যায়। ইয়াৰপৰা ভুৰ নৈখন ১ কিমি আহি বাঁহবাৰী বনৰ দক্ষিণ সীমাৰ শালবাৰী ভুৰপাৰ পায়। ইয়াৰপৰা আঢ়ৈ কিমি ভটিয়াই নৈখনে উত্তৰৰ ফুলকুমাৰী নৈৰপৰা ফাটি অহা দুটা শাখা ওচৰাউচৰিকৈ সোঁপাৰে লয়। এই ঠাইৰপৰা ভুৰ নৈখন ২ কিমি ভটিয়াই মধ্যম ৰাণীখাটাৰ পশ্চিমে ঢোলপানী (চম্পাৱতী?) নৈক সোঁপাৰে লৈ নাম লয় চম্পাৱতী নৈ।



ঢোলপানী নৈখন চম্পাৱতী নৈৰ অন্যতম প্ৰধান উপনৈ। ঢোলপানী নৈখন ভুটানত উৎপত্তি হৈ ৯ কিমি দক্ষিণলৈ আহি ২৬৪ নং সীমান্ত খুটাত ভুৰ নৈৰ পশ্চিমে অসমৰ সীমাৰ কাষ পায়। তাৰপৰা ভুটান আৰু অসমৰ মাজৰ সীমাৰূপে দক্ষিণ-পশ্চিমমুৱা হৈ ৩ কিমি বৈ আহি ২৬৩ নং সীমান্ত খুটাই দি নৈখন অসমত সোমায়। সীমাৰ কাষতে ঢোলপানীয়ে অৰ্ণে খোলা নৈখনক সোঁপাৰে লয়। তাৰপৰা নৈখন ৪ কিমি দক্ষিণলৈ আহি তিনবাধিআ নৈক সোঁপাৰে লৈ দক্ষিণ-পূবমুৱা হয়। এই দিশৰে নৈখন চিৰাং সংৰক্ষিত বনৰ মাজেদি ১২ কিমি আহি উক্তবনৰ মাজত ওলোৱা চম্পাৱতী নামৰ ক্ষুদ্ৰকায় নৈ এখনৰ সোঁপাৰে লগ হয়। তাৰপৰা নৈখন ১ কিমি আহি চিৰাং বনৰ পূবসীমাৰ কালীখোলা বা পতলচনল নৈক সোঁপাৰে লগত লৈ দক্ষিণ-পশ্চিমমুৱা হৈ আৰু ১ কিমি আহি চৰাগুৰি পায়। তাৰপৰা ঢোলপানী নৈখন এখন গুম্ফিত আৰু বালিময় নৈ ৰূপে ৭ কিমি ভটিয়াই লোপানী নৈক সোঁপাৰে লগত লয়।

উক্ত লোপানী নৈখনো এখন ডাঙৰ নৈ। লোপানীখন ঢোলপানীৰ পশ্চিমৰ নৈ। ২৬১ নং সীমান্ত খুটাত অসমত সোমোৱা খাৰপানী নামৰ নৈ এখন দক্ষিণ-পূবমুৱা হৈ ১ কিমি আহি কফলে খোলা নামৰ নৈক বাঁওপাৰে লৈ লোপানী নৈ নাম লয়। নৈখন একে দিশতে চিৰাং বনৰ মাজেদি ৯ কিমি বৈ আহি টাৱপাৰা ঝৰা নামৰ এক ডাঙৰ বিলৰপৰা অহা এসোঁতা পানী সোঁপাৰে লৈ আৰু ১২ কিমি ভটিয়াই ঢোলপানী নৈত পৰে।

ঢোলপানী আৰু লোপানী একেলগ হৈ চম্পাৱতী নৈ নাম লয়। এইখন দক্ষিণ-পূবমুৱাহৈ মাত্ৰ ৩ কিমি আহি মধ্যম ৰাণীখাটাত ভুৰ নৈৰ সোঁপাৰে পৰে আৰু তাৰপৰা চম্পাৱতী নৈ নামেৰে ভটিয়াই আহে। মধ্যম ৰাণীখাটাৰপৰা চম্পাৱতী নৈ দক্ষিণমুৱা হৈ ২ কিমি অহাৰ পাছত সোঁপাৰৰপৰা এটা শাখা ফাট খায়। এই শাখাটো দেম-দেমা নৈ নামেৰে পশ্চিমলৈ যায় আৰু ২ কিমি বাট ঘুৰি পকি

আমনি পাৰাত আকৌ চম্পাৱতীতে পৰেহি। তাৰপৰা চম্পাৱতী নৈখনে আৰু ২ কিমি আহি ৰামপতি নৈক বাঁওপাৰে লয়। ইয়াৰপৰা নৈখন ৪ কিমি ভটিয়াই ছিমলাগুৰিত উত্তৰ-পূব দিশৰপৰা অহা সম্প্ৰতি আৰু বাঁহবাৰী নৈ দুখনৰ মিলিত নৈখন বাঁওপাৰে লয়। তাৰপৰা নৈখন কাঁড়ী গাঁৱেদি আৰু ৩ কিমি দক্ষিণলৈ আহি শালবাৰীত মৰাভুৰ নৈক বাঁওপাৰে লয়।

শালবাৰীত চম্পাৱতীয়ে ৩১ (গ)নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ দুভাগত বিভক্ত হয়। মূল ভাগটো চম্পাৱতী নামেৰে দক্ষিণ-পূবলৈ আহে আৰু আনটো ভাগে এই ঠাইতে থকা পূৰ্বৰ তাৰাং নৈখনৰ উজনি ভাগক (বলাজান বা লংছুংনৈ) গ্ৰাস কৰি তাৰাং নৈৰ পথেদি দক্ষিণ-পশ্চিমমুৰা হৈ বৰলৈ লয়। সেই কাৰণে তাৰাং নৈখন বৰ্তমান আগতকৈ বহুত গুণে বহল হৈ পৰিল। মূল চম্পাৱতী নৈখন শালবাৰীৰপৰা প্ৰায় দক্ষিণমুৰা হৈ এক সপিল পথেৰে কাষত পুৰণা সুঁতি এৰি ৫ কিমি আহি তিৰীমাৰিত গুক্তি নৈক বাঁওপাৰে লয়। তিৰীমাৰিৰপৰা নৈখন প্ৰায় দক্ষিণ-পূব দিশত ৩ কিমি আহি শকতি নৈক বাঁওপাৰে লয়। শকতি নৈখনৰ আগলি অংশৰ নাম মৰা ঘোঁৰাবন্ধা নৈ। চম্পাৱতীনৈখন তাৰপৰা ডেৰ কিমি আহি কাকৰমাৰী দং নৈক বাঁওপাৰে লৈ আৰু ১ কিমি ভটিয়াই বাসুগাঁও ৰে'ল ষ্টেচনৰ ২ কিমি পশ্চিমে ৰে'লপথ পাৰ হয়।

ৰে'লপথ পাৰ হৈ চম্পাৱতী নৈখন দক্ষিণ-পূবমুৰা হৈ সপিল পথেৰে ১০ কিমি, কিন্তু পোন জোখেৰে ৪ কিমি আহি তিলকগাঁও পায়। ইয়াতে ই বাসুগাঁৱৰ পূবেদি অহা ডুবামাৰী নৈক বাঁওপাৰে লয়। এইছোৱা পথত চম্পাৱতীৰ দুয়োপাৰে পুৰণা এৰাসুঁতিৰপৰা হোৱা হলহলি, খোবা, ছিস্তি আদি বিল থকা দেখা যায়। তিলকগাঁৱৰপৰা বাটৰ বাঁওপাৰৰ ছাতিচৰা বিলৰ কাষেদি ২ কিমি আহি ভাদ্ৰাগাঁৱত চম্পাৱতীয়ে কাণীভুৰ নৈক বাঁওপাৰে লয়। ইয়াৰপৰা সামান্য দূৰ ভটিয়াই বিদ্যাপুৰৰ কাষৰ লথুৰি টিলাৰ উত্তৰে নৈখনে কুঁজীয়া নৈক বাঁওপাৰে লয়।

তাৰপাছত চম্পাৱতী নৈখন লথুৰি টিলাৰ পশ্চিমেদি একে দিশতে আঢ়ৈ কিমি আহি নলডোবা পায়। ইয়াতে এটা পুৰণা সুঁতিক সোঁপাৰে এৰি নৈখন দুভাগ হয়। মূল ভাগটোৱে দক্ষিণ-পূবমুৰা হৈ বাটৰ বামুণী টিলা বিলৰ কাষেদি ৫ কিমি আহি ঘোগা নৈক বাঁওপাৰে লয়। ঘোগা নৈখন ভুমেশ্বৰ পাহাৰৰ পূবেদি দক্ষিণ-পশ্চিমলৈ বৈ



আহিছে। ঘোগা নৈক লৈ চম্পাৱতী নৈখনে ২ কিমি আহি মৰা চম্পাৱতী নৈ নামৰ এক পুৰণা সুঁতিক বাঁওপাৰে এৰি ৰাখাল ঠাকুৰ সংৰক্ষিত বনৰ কাষত উজনিৰ নলডোবাত ফাটি যোৱা সিটো শাখাক সোঁপাৰে লগত লয়। ইফালে আনটো শাখাই নলডোবাৰপৰা দক্ষিণ-পশ্চিমলৈ ১ কিমি আহি গাৰোখুটাত ভাণ্ডাৰণী নৈক সোঁপাৰে লৈ দক্ষিণ-পূবলৈ ঘূৰে। এইদৰে ই ৭ কিমি আহি বহলপুৰ টিলাৰ কাষত আকৌ চম্পাৱতীত পৰেহি। উল্লেখযোগ্য যে ১৯১৩ চনৰ তথ্যতো চম্পাৱতীখন উক্ত শাখা দুটাত বিভক্ত হৈ থকা দেখা যায়।

বৰ্তমান উক্ত শাখা দুটা মিল হোৱাৰ পাছৰপৰা চম্পাৱতী নৈখন ১ কিমি ভটিয়াই দলবাৰী বিলৰ কাষৰ পাতালপুৰ ঘাটত ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ইয়াৰপৰা দক্ষিণ-পূব দিশত ৩ কিমি ভটিয়াই জালিকুৰাৰ বিপৰীত পাৰে চম্পাৱতীয়ে টুনীয়া নৈক বাঁওপাৰে লয়। তাৰপাছত নৈখন দক্ষিণ-পশ্চিমলৈ ঘূৰে। নৈখন এইদৰে ৩ কিমি আহি উত্তৰৰ হাঁহডুবা (চুতাৰা ?) বিলৰপৰা অহা গাৰোঝৰাক সোঁপাৰে লয়। তাৰপৰা আৰু ২ কিমি আহি চম্পাৱতী নৈ চাপৰ চহৰ পায়। চাপৰৰপৰা চম্পাৱতী নৈখন ১ কিমি দক্ষিণলৈ আহি ঝাউকুৰাত ব্ৰহ্মপুত্ৰত পৰে।

চাপৰ চহৰৰ বিপৰীত পাৰে চম্পাৱতীৰ পুৰণা এৰা সুঁতিৰপৰা বামুণী আৰু ঘূণীমাৰী আদি বিল হৈছে। ১৯২৮ চনত ব্ৰহ্মপুত্ৰ নদীখন চাপৰৰপৰা ৬ কিমি দক্ষিণত আছিল। তেতিয়া চাপৰৰ আৰু ব্ৰহ্মপুত্ৰৰ মাজতে থকা নৌভাঙী বা দলানী নামৰ নৈ এখন চম্পাৱতীৰ বাঁওপাৰে পৰিছিল। সেই সময়ত চম্পাৱতী নৈখন চাপৰৰপৰা এক সপিল পথেৰে চাৰেচৈধ্য কিমি আৰু পোন জোখেৰে ৮ কিমি দক্ষিণ-পশ্চিমলৈ বৈ ব্ৰহ্মপুত্ৰত পৰিছিল। গতিকে এইছোৱাত এতিয়া ভালেমান ঠাই ব্ৰহ্মপুত্ৰৰ মাজত সোমাল।

## চম্পাৱতীৰ উপনৈ

**৯৪.১ কাণীভুৰ নৈঃ** ভুৰ নৈৰ পুবত আৰু আই নৈৰ উপনৈ নিজলা নৈৰ পশ্চিমে মানস বনৰ মাজত কাণীভুৰ নৈখন ওলাইছে। এই অঞ্চলৰ মাটিৰ এক সমান দক্ষিণমুৰা ঢালৰ বাবে সকলোবোৰ নৈ পোনে পোনে দক্ষিণলৈ আহিছে আৰু বাটত একাধিক সুঁতি ভাগ হৈ ইখনৰ সুঁতি সিখনৰ লগ লাগি এক জটিল প্ৰণালীৰে বৈ আহিছে।

কাণীভূৰ নৈখনৰো কেইবাটাও শাখা ফাটি দক্ষিণলৈ আহিছে। ইয়াৰে এটা শাখা ছিদলী নগৰৰ উত্তৰ দিশৰ বেংতল সংৰক্ষিত বনৰ পুবসীমাৰূপে বৈ আহি ঘোঁৰাবন্ধা নৈ নাম লৈ মুঠ ১৮ কিমি দক্ষিণলৈ আহি উক্ত বনৰ দক্ষিণ সীমাৰ বামণগাঁও পায়। তাৰপৰা নৈখন ২ কিমি আহি উত্তৰৰ নিজলা নৈৰ শাখা বিৰিঞ্চি নামৰ নৈৰ এক শাখাক বাঁওপাৰে লৈ নিজে তিনি ভাগত বিভক্ত হয়। ইয়াৰে মাজৰটো ভাগ বাক্লা নৈ নামেৰে দক্ষিণমুৱা হৈ ৪ কিমি আহি ছিদলী পায়। ছিদলীৰপৰা ৪ কিমি দক্ষিণৰ ৰামছাইধামৰ ওচৰত উক্ত তিনিওটা শাখা পুনৰ লগ হয়। ইয়াৰপৰা বাক্লা নৈ নামেৰেই আৰু ৪ কিমি ভটিয়াই বাসুগাঁৱৰ ডেৰ কিমি পুবত ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা নৈখনক আকৌ কাণীভূৰ বোলে। ইয়াৰপৰা নৈখন এক সপিল পথেৰে ৩ কিমি ভটিয়াই দিগৰাই সংৰক্ষিত বনত সোমায়। সেই বনৰ মাজেৰে ৩ কিমি আহি ভাদ্ৰা গাঁৱৰ পশ্চিমে কাণীভূৰ নৈখন চম্পাৱতীৰ বাঁওপাৰে পৰে। ১৯১৩ চনৰ মতে কাণীভূৰৰ এসোঁতা পানী দক্ষিণ-পুবলৈ গৈ বঙাইগাঁও ৰে'লষ্টেচনৰ ওচৰত কুঁজীয়া (হাঁৰিপানী) নৈত পৰিছিল।

**৯৪.২ কুঁজীয়া নৈ ঃ** কাণীভূৰ নৈৰ এটা শাখা বেংতল বনৰ পুবৰ ডোমগাঁৱৰপৰা টাঙাই নৈ নামেৰে দক্ষিণ দিশত বৈ আহিছে। নৈখন এইদৰে ১০ কিমি ভটিয়াই আহি কাজল গাঁৱত ছিদলী-চাপাগুৰি পথ পাৰ হয়। তাৰপৰা ৩ কিমি দক্ষিণলৈ আহি মংলা গাঁৱত দাংগা নৈক বাঁওপাৰে লয়। ইয়াৰপৰা নৈখন মাত্ৰ আধা কিমি ভটিয়াই এই ঠাইৰ উত্তৰ-পুবৰ শালমৰা আৰু বৈথন গাঁৱৰ কাষেদি বৈ অহা কুঁজীয়া নৈক বাঁওপাৰে লৈ টঙাইখনে কুঁজীয়া নৈ নাম লয়। কুঁজীয়া নৈখন ২ কিমি ভটিয়াই মলনডুবি নৈ নামৰ উত্তৰৰ বিৰিঞ্চি নৈৰ এটা শাখাক সোঁপাৰে লয়। তাৰপৰা ১ কিমি আহি দাংতল ৰে'ল ষ্টেচনৰ ওচৰত এখন জান বাঁওপাৰে লৈ ৰে'লপথ পাৰ হয়। ৰে'ল-পথৰপৰা নৈখন ২ কিমি ভটিয়াই বাঁওপাৰে লোহাজান আৰু সোঁপাৰে বিৰিঞ্চি নৈক লয়। ইয়াৰপৰা দক্ষিণ-পশ্চিম দিশত ভুমেশ্বৰ পাহাৰৰ পশ্চিমেদি ৬ কিমি বাট সপিল পথেৰে আহি (ৰাভাপাৰা) বিদ্যাপুৰ পায়। ইয়াতে কুঁজীয়া নৈখন পশ্চিমলৈ ঘূৰে। এনেকৈ ২ কিমি আহি লাথুৰি টিলাৰ উত্তৰে চম্পাৱতীৰ বাঁওপাৰে পৰে।

বিৰিঞ্চি নৈখন নিজলা নৈৰপৰা ফাটি মানস বনৰ মাজেদি ৬ কিমি দক্ষিণলৈ আহি বিৰিঞ্চি সংৰক্ষিত বনত সোমায়। বনৰ



মাজেদি কাণীভূৰ নৈৰ আধা কিমি পুবেদি টুক্ৰাঝাৰ আৰু বেংতল হৈ নৈখন ১৮ কিমি অহাৰ পাছত এটা শাখা ফাটি ঘোঁৰাবন্ধা নৈত পৰে। তাৰপৰা নৈখন ৬ কিমি আহি সুন্দৰীত ছিদলী-চাপাগুৰি পথ পাৰহৈ এটা সুঁতি বাঁওপাৰে এৰে। তাৰপৰা ৭ কিমি আহি টিলাপাতাত ৰে'লপথ পাৰ হৈ আৰু ১ কিমি ভটিয়াই ডিমাকুমুৰীত কুঁজীয়া নৈত পৰে।

## ৯৪.৩. টুনীয়া

বঙাইগাঁৱৰ ৫ কিমি উত্তৰ-পুবৰ চালিগাঁৱৰ ভেৰভেৰি বিলৰপৰা টুনীয়া নৈখন ওলাইছে। বিলৰপৰা ওলায়েই নৈখনে ঠাইতে ছিদ্লীলৈ অহা পথ পাৰ হৈ দক্ষিণ দিশত ৪ কিমি আহি নিউ বঙাইগাঁও ৰে'ল ষ্টেচন পাৰ হয়। তাৰপৰা নৈখন চাৰে তিনি কিমি দক্ষিণ-পুবলৈ আহি দখীয়াপাৰাৰ ওচৰৰপৰা দক্ষিণ-পশ্চিমলৈ ঘূৰে। এইদৰে নাকাটি বনৰ পশ্চিম সীমাইদি মুঠ ১৫ কিমি আহি মেচ পাৰাত নৈখনে ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। তাৰপৰা নৈখন ঘাইপথৰ দক্ষিণ কাষেদি দক্ষিণ-পশ্চিমমুৱা হৈ ৫ কিমি বৈ আহি শিলাৰাৰীত পথৰপৰা আঁতৰি দক্ষিণমুৱা হয়। এইদৰে ৪ কিমি আহি চাম্পিপাৰৰ ওচৰত টুনীয়া নৈ চম্পাৱতীৰ বাঁওপাৰে পৰে।

টুনীয়া নৈৰ পানীৰ বৰণ ৰঙচুৱা। প্ৰবাদ মতে ইয়াৰ ৰজা-ঠাকুৰে তেওঁৰ ৰাণীৰ লগত অবৈধ সম্পৰ্ক ঘটা ভায়েকক কাটি তেজলগা তৰোৱাল আৰু হাত ধোৱা বাবে হেনো পানী ৰঙা হ'ল। প্ৰকৃততে নাককটা পাহাৰৰ ৰঙচুৱা মাটিৰ বাবেহে নৈখনৰ পানী বাৰিষা ৰঙচুৱা হয়। টুনীয়া হেনো গংগাৰ ভনীয়েক, সেয়েহে অশোকাষ্টমীৰ দিনা বঙাইগাঁৱৰ ওচৰত ইয়াত গাধোৱা যাত্ৰীৰ সমাগম হয়।

## চম্পাৱতীৰ পশ্চিমে ব্ৰহ্মপুত্ৰত পৰা সৰু নৈ

**৯৫. ধিৰ নৈ ঃ** কোকৰাঝাৰ মহকুমাৰ বাসুগাঁৱৰ দক্ষিণ-পশ্চিম দিশত নন্দনগিৰি সংৰক্ষিত বন। এই বনৰ পশ্চিমভাগত জৰই (জন্‌বি) নামৰ নৈ এখন ওলাইছে। নৈখন দক্ষিণমুৱা হৈ ৮ কিমি বৈ আহি প্ৰায় একে ঠাইৰপৰা অহা গেলাঝৰা আৰু উক্ত বনৰ পুবভাগৰপৰা অহা শুকান ঝৰাক ওচৰা-উচৰিকৈ বাঁওপাৰে লয়। তাৰপৰা নৈখন ধুবুৰী জিলাৰ বাকছামৰা সংৰক্ষিত বনৰ পশ্চিমে আৰু চক্ৰশিলা সংৰক্ষিত বনৰ পুবেদি দক্ষিণ দিশত আঢ়ৈ কিমি আহি কালঝৰা

নৈক বাঁওপাৰে লয়। কালঝৰাৰ উপনৈ কটিঙাঝৰা, শিলজান আৰু খালঝৰা। কালঝৰাক লৈ ধিৰ নৈ আৰু ৪ কিমি আহি চাপৰ নগৰৰপৰা ৫ কিমি পশ্চিমৰ ধিৰ বিল নামৰ এখন ডাঙৰ বিলত পৰে।

চাৰে তিনি কিমি দীঘল ধিৰ বিলখনৰ দক্ষিণ অংশৰপৰা ধিৰ নৈখন আকৌ ওলাই দক্ষিণলৈ বৈ আহে। ধিৰ বিলৰপৰা নৈখন ২ কিমি আহি ধিৰ ঘাটত ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। তাৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ ৫ কিমি আহি চান্দৰদিঙা পাহাৰৰ পূবত ওলায়। ইয়াতে ধিৰ নৈখন চম্পাৱতী নৈ নামৰ ব্ৰহ্মপুত্ৰৰ এটা সুঁতিত পৰে। এই ঠাইতে ধিৰ নৈৰ সোঁপাৰে শিলদঙা বিল।

## ৯৬. ছুটি নৈ

ধুবুৰী জিলাৰ পূবভাগৰ শালকোচা চহৰৰ ৫ কিমি উত্তৰত দিপলবিল নামৰ এখন ডাঙৰ বিল আছে। ইয়াৰ উত্তৰৰ চক্ৰশিলা সংৰক্ষিত বনৰ দিবিল ঠাকুৰ পাহাৰৰপৰা সিন্দুৰ ঝৰা, বৰঝৰা, বামুণীঝৰা আৰু মানছেমঝৰা নামৰ চাৰিখন জান আহি উক্ত দিপল বিলত পৰিছে। দিপল বিলৰ দক্ষিণ-পূব কোণৰপৰা ছুটি নৈ নামৰ এখন সৰু নৈ ওলাইছে। নৈখন দক্ষিণ-পূবমুৱা হৈ ৩ কিমি আহি শালকোচাৰ পূবৰ দকৰা বিলৰ আৰু চকচকি বিলৰ মাজেদি বৈ ৩১ নং ঘাইপথ পাৰ হয়। তাৰপাছত শালকোচাৰ দক্ষিণৰ ঘূৰণীয়া আকৃতিৰ বেণী বিলৰপৰা অহা এখন জান সোঁপাৰে লৈ ছুটি নৈখন কমাৰদিত ব্ৰহ্মপুত্ৰত পৰে।

## ৯৭. সৰলভাঙা (গৌৰাং) নৈ

চম্পাৱতী নৈৰ পশ্চিমৰ প্ৰধান নৈখন গৌৰাং। সৰলভাঙা, শৌমুখা আৰু গৌৰাং নৈ মিলি গৌৰাং নৈখন সৃষ্টি হৈছে আৰু ভটিয়নীত তাৰাং নৈক লৈ নৈখন ব্ৰহ্মপুত্ৰত পৰিছে। নৈখনক সাধাৰণতে সৰলভাঙা বুলি জনা যায়, প্ৰকৃততে সৰলভাঙা নৈখনেই ইহঁতৰ ভিতৰত ঘাই নৈ।

সৰলভাঙা নৈখনৰ আগলিভাগ ভূটানৰ দক্ষিণ অংশত (২৭°১৫´, ৯০°৫৯´) ওলাই ছাৰভাংছিৰ খোলা নামেৰে দক্ষিণমুৱা হৈ আহি ভূটানৰ দক্ষিণ সীমাৰ ছাৰভাং চহৰৰ কাষৰ ২৫৯ সীমান্ত খুটাত অসমৰ কোকৰাঝাৰ মহকুমাত প্ৰবেশ কৰে। অসমৰ মাজেদি নৈখনে দক্ষিণ-পশ্চিমমুৱা হৈ ২ কিমি আহি ছিপ্তিখোলা নৈক সোঁপাৰে লয়। তাৰপৰা ই আঢ়ৈ কিমি আহি সৰলপাৰাত বালাটুং আৰু চামাটুং



নৈৰ মিলিত নৈখন সোঁপাৰে লয়। ইয়াৰ পাছত নৈখন পূবৰ চিৰং আৰু পশ্চিমৰ ৰিপু সংৰক্ষিত বনদ্বয়ৰ মাজৰ সীমাৰূপে দক্ষিণমুৱা হৈ ৭ কিমি আহি পাম্পা নৈক সোঁপাৰে লয়। এইদৰে এখন গুম্ফিত, বালিময় আৰু প্ৰায় শুকান নৈৰূপে আৰু ৮ কিমি ভটিয়াই সৰল-ভাঙা নৈখন সামান্য দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে ৬ কিমি অহাৰ পাছত খালাছী নামৰ ঠাইত নৈখনৰ এটা শাখা সোঁপাৰৰপৰা ফাটি গৈ সাপকটা নৈৰ লগ লাগেগৈ। মূল সৰলভাঙা নৈখন আৰু ৫ কিমি ভটিয়াই আহি বঙালীমৰাত ছিকিৰ নৈক বাঁওপাৰে লয়। তাৰ পাছত নৈখনে ৩ কিমি ভটিয়াই পাটগাঁৱত ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ঘাইপথৰপৰা ১ কিমি অহাৰ পাছত উলুবাৰীত সৰলভাঙাখনৰ বাঁওপাৰৰপৰা এটা শাখা ফাটি দক্ষিণলৈ গৈ দাদৰা নৈ হয়। মূল নৈখন প্ৰায় দক্ষিণমুৱা হৈ ৪ কিমি ভটিয়াই নৈগাঁৱত নিজৰ সমান্তৰালকৈ বৈ অহা সাপকটা নৈক সোঁপাৰে লয়। এই ঠাইতে উপৰোক্ত দাদৰা আৰু কাকৰমাৰী নৈৰ একোটাকৈ শাখাও সৰলভাঙাৰ বাঁওপাৰে পৰে। কাকৰমাৰী নৈখন উত্তৰৰ চিক্ৰি নৈৰ শাখা, ই চিৰং বনৰ পশ্চিম সীমাৰূপেও কিছুদূৰ বৈ আহিছে।

নৈগাঁৱৰপৰা সৰলভাঙা নৈখন দক্ষিণ-পূবমুৱা হয়, আৰু এইদৰে চাৰে ছয় কিমি আহি বানৰগাঁৱৰ বিপৰীতে ঘোঁৰাঝৰাক বাঁওপাৰে লয়। ঘোঁৰঝৰা নৈখন উত্তৰৰ কাকৰমাৰী নৈৰ এক দক্ষিণমুৱা শাখা। ইয়াৰ পাছত নৈখন ডেৰ কিমি ভটিয়াই আহি দুটা ভাগত বিভক্ত হয়। এভাগে উত্তৰ-পূবমুৱা চেংঝৰাক বাঁওপাৰে লৈ মুঠ ২ কিমি আহি শৌমুখা নৈক বাঁওপাৰে লৈ দক্ষিণমুৱা হৈ গৌৰাং নৈত পৰে। আন ভাগও দক্ষিণ-পূবমুৱা হৈ আধা কিমি আহি গৌৰাঙতে পৰে।

পূৰ্বতে গৌৰাং নৈখন সৰলভঙাত পৰা ঠাইতে শৌমুখা নৈৰ পোনে পোনে গৌৰাঙত পৰিছিল। অৱশ্যে ১৯২৮-২৯ চনত সৰল-ভাঙা আৰু শৌমুখৰ মাজৰ ব্যৱধান আছিল মাত্ৰ ২০০ মিটাৰ। উল্লেখযোগ্য যে ষষ্ঠদশ শতিকাৰপৰা এই তিনিখ নৈ প্ৰায় একে ঠাইতে মিলিত হৈ আহিছে। স্থানীয় বিশ্বাস মতে এই ত্ৰিবেণী সংগমতে মহাপুৰুষ মাধৱদেৱে সত্ৰ পাতি থাকোতে ভূটীয়া ৰজাই তেওঁক নাও-নাৱৰীয়া দি সৰলভাঙা নৈয়েদি ভোট পৰ্বতৰ নামনিৰ সৰভাঙলৈ নিছিল।

শৌমুখা নৈখন সৰলভাঙা নৈৰ উজনিৰ সৰলপাৰাৰ দক্ষিণে ওলাইছে। এক অৰণ্যৰ মাজেদি ৬ কিমি আহি নৈখন বান্দাৰবধা

নামৰ এক ডাঙৰ বিলত সোমায়। বিলৰপৰা ওলাই চিৰাং বনৰ মাজেদি ৮ কিমি দক্ষিণলৈ আহি নৈখন দুভাগ হয়। এভাগ দক্ষিণ-পূবলৈ গৈ ডেকাদমৰা নৈ হয় আৰু গৌৰাঙত পৰেগৈ। আনভাগ শৌমুখা নৈ নামেৰে ৯ কিমি দক্ষিণলৈ আহি মহেন্দ্ৰপুৰ পায়। ইয়াতে ভুমকি নামৰ দুখন জান মিলি হোৱা নৈ এখন সোঁপাৰে লৈ শৌমুখা নৈখন আকৌ দুভাগত বিভক্ত হয়। ইয়াৰে পশ্চিমৰ ভাগটো শৌমুখা নামেৰে ১১ কিমি দক্ষিণলৈ আহি চেতনাগুৰিত কাছিগুৰি নৈক সোঁপাৰে লগত লয়। তাৰপৰা নৈখন দক্ষিণ-পূবমুৱা হৈ ১ কিমি আহি নিজৰ পূব ফালৰ ভাগটোৰ লগত যোগ হয়। দুয়োভাগ লগ হৈ ১ কিমি ভটিয়াই ছিমবৰ-গাঁৱত ছিমবৰ নৈক সোঁপাৰে লৈ আৰু আঢ়ৈ কিমি আহি আইতু গাঁৱত সৰলভাঙা নৈত পৰে।

ইফালে গৌৰাং নৈখন কোকৰাঝাৰ মহকুমাৰ চিৰং বনৰ ভিতৰত (২৬°৩৯´, ৯৫°১৮´) ওলাই গৌৰাং নামেৰে প্ৰথমে দক্ষিণ-পূব দিশত ৬ কিমি আহি লুংছুং নামৰ এখন ডাঙৰ নৈক বাঁওপাৰে লয়। লুংছুং-খন শৌমুখাৰপৰা ফাটি গৌৰাং নৈৰ উত্তৰেদি দক্ষিণ-পূবমুৱা হৈ ১৪ কিমি বৈ আহিছে। বাটতে ইয়াৰ এটা শাখা ফাটি বালাজান নামেৰে দক্ষিণলৈ গৈ তাৰাং নৈত পৰেগৈ।

লুংছুং নৈক লৈ গৌৰাং নৈখন ৭ কিমি আহি ৩১(গ) নং ঘাইপথ পাৰ হয়। তাৰপৰা ২ কিমি আহি ভোগ আমগুৰিত নৈখনে ডেকা-দমৰা নৈক সোঁপাৰে লয়। তাৰপৰা নৈখন দক্ষিণ-পশ্চিম দিশত ২ কিমি আহি বিছমুৰিৰ মাজেদি অহা বিছমুৰি নৈক সোঁপাৰে লৈ নৈখন বহল হয়। এই বিছমুৰিখন ১৪ কিমি উত্তৰত ফাটি অহা শৌমুখা নৈৰ এক শাখা। বিছমুৰিক লৈ গৌৰাং নৈখন দক্ষিণ দিশত ডেৰ কিমি ভটিয়াই বালাজানক বাঁওপাৰে লয়। তাৰ পাছত নৈখন দক্ষিণ-পশ্চিমমুৱাহৈ চিৰং বনৰ দক্ষিণ সীমাৰ হলতুগাঁও পায়। তাৰ-পৰা একেদিশতে ৫ কিমি আহি তিতাগুৰিত গৌৰাং নৈ সৰলভাঙাত লগ হয়।

সৰলভাঙা আৰু গৌৰাং মিলিত হোৱাৰ পাছত নৈখনৰ নাম গৌৰাং নৈয়েই থাকে। তিতাগুৰিৰপৰা গৌৰাং নৈখন দক্ষিণ দিশত সপিল পথেৰে ৭ কিমি আহি কোক্ৰাঝাৰ নগৰ পায়। ইয়াতে নৈখনে ৰে'লপথ পাৰ হয় আৰু সামান্য ভটিয়াই ধুবুৰী জিলাত সোমায়। এইদৰে নৈখন ৰে'লপথৰপৰা দক্ষিণ-পশ্চিম দিশত পাৰউৱা সংৰক্ষিত বনৰ পুবেদি ৭ কিমি আহি ফকিৰাগ্ৰাম নগৰৰ ৩ কিমি



পূবৰ তিলপৰ সংৰক্ষিত বনত সোমায়। এই বনৰ ভিতৰত নৈখন দক্ষিণলৈ ঘূৰে। নৈখনে এইদিশত সপিল পথেৰে ১০ কিমি, কিন্তু পোনকৈ ৫ কিমি, আহি তাৰাংগাঁৱত তাৰাং নৈক বাঁওপাৰে লয়। তাৰাং গাঁৱৰপৰা নৈখন দক্ষিণ-পূবমুৱা হৈ ৬ কিমি আহি খুদিগাঁৱত গিলধৰা (গাবোধৰা) নৈক বাঁওপাৰে লয়। এই ঠাইৰ কাষৰ বৰ-খাছৰ ওচৰৰপৰা এসময়ত গৌৰাং নৈখন দক্ষিণ-পূবমুৱা হৈ ৭ কিমি আহি শালকোচা পাইছিলহি আৰু ইয়াৰপৰা দক্ষিণ-পশ্চিমলৈ ঘূৰি ৫ কিমি ভটিয়াই তিলপৰত এতিয়াৰ ৩১ নং ঘাইপথ পাৰহৈ চান্দমাৰী বিলৰ কাষত, দুধনাথ পাহাৰৰ পুবত ব্ৰহ্মপুত্ৰত পৰিছিল। নৈখন এতিয়া বৰখাছৰ ওচৰৰপৰা দক্ষিণলৈ যোৱাত উক্ত পুৰণা পথছোৱা এখন মৃতপ্ৰায় নৈৰ দৰে বৰ্তি আছে।

বৰ্তমান খুদি গাঁৱৰ কাষৰপৰা মূল গৌৰাং নৈখন দক্ষিণমুৱা হৈ ৩ কিমি আহি যমদুৱাৰ তিলপাৰা নামৰ ঠাইৰ উত্তৰে ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। তাৰপৰা নৈখনে চাৰে তিনি কিমি বাট এটা পাক মাৰি আহি শ'লমৰা বিলৰপৰা অহা শ'লমৰা নৈক বাঁওপাৰে লয়। শ'লমৰা নৈক লৈ গৌৰাং নৈখন আৰু ডেৰ কিমি দক্ষিণ-পশ্চিমলৈ আহি ব্ৰহ্মপুত্ৰ নৈৰ এক সৰু সুঁতিত পৰে। ইয়াৰপৰা ব্ৰহ্মপুত্ৰৰ সেই সুঁতিটো গৌৰাং নৈ নামেৰে ৩ কিমি ভটিয়াই বিলাসীপাৰা নগৰ পায়।

ব্ৰহ্মপুত্ৰৰ উক্ত গৌৰাং নামৰ সুঁতিটো মূল ব্ৰহ্মপুত্ৰতকৈ ভালেমান উত্তৰত। এই সুঁতিটো গৌৰাং নৈ নামেৰে দক্ষিণ-পশ্চিমমুৱা হৈ বিলাসীপাৰাৰপৰা ৫ কিমি আহি সোণকোষ নৈ, তাৰপৰা ৬ কিমি টিপকাই নৈক লগত লয়। টিপকাইক লৈ সুঁতিটো গৌৰাং বা টিপ-কাই নৈ নামেৰে আৰু ২২ কিমি ভটিয়াই চলাকুৰা চৰত মূল ব্ৰহ্ম-পুত্ৰত পৰে। এই সুঁতিটো আৰু ব্ৰহ্মপুত্ৰৰ ঘাই সুঁতিৰ মাজত বিস্তৰ পৰিমাণৰ চৰ-চাপৰি আৰু সৰু-সুৰা সুঁতি আছে।

## গৌৰাঙৰ প্ৰধান উপনৈ

**৯৭.১. তাৰাং নৈ ঃ** পূৰ্বতে লুংছুং নৈৰ শাখা বলাজানৰপৰা ফাটি দক্ষিণলৈ অহা এটা শাখা গাবোভাসা চহৰৰ ওচৰত উত্তৰ সঁদৰ পথ পাৰ হৈ তাৰাং নৈ নাম লৈছিল। বৰ্তমান বাচনা গাঁৱত চম্পাৱতী নৈৰপৰা ফাটি পশ্চিমলৈ অহা এটা শাখা গাবোভাসাৰ দক্ষিণ-পূবফালে তাৰাং নৈৰ লগ লাগি তাৰাং নৈ নাম লৈ দক্ষিণ-পশ্চিম দিশত বৈ আহিছে। এনেকৈ নৈখনে ডেৰ কিমি আহি বলাজানৰ এক শাখাক সোঁপাৰে লৈ দক্ষিণমুৱা হৈ আৰু ৪ কিমি আমি দুৱাগাঁও থায়।

ইয়াৰপৰা নৈখন দক্ষিণ-পশ্চিম দিশত ডেৰ কিমি আমি শালগুৰি পায়। তাৰপাছত নৈখন দুপাৰে দুখনমান জান লৈ ৭ কিমি আহি কোকৰাঝাৰ নগৰৰ ৬ কিমি পূবত ৰে'লপথ পাৰ হয়। একে দিশতে সপিল পথেৰে ৬ কিমি ভটিয়াই নৈখন চৰাইখোলা পায়। তাৰপৰা নৈখন চাৰে আঠ কিমি আহি ঘোঁৰামৰাত এলেংমাৰী নৈক সোঁপাৰে লয়। ঘোঁৰামৰাৰপৰা আধা কিমি আহি তৰাং নৈয়ে ৰৰডোবা নৈক সোঁপাৰে লয়। তাৰপৰা ডেৰ কিমি আহি নৈখন তাৰাংগাঁৱত গৌৰাং নৈৰ বাঁওপাৰে পৰে।

## গৌৰাঙৰ পশ্চিমৰ ব্ৰহ্মপুত্ৰৰ ক্ষুদ্ৰ উপনৈ

### ৯৮. দিফু নৈ

ফকিৰাগ্ৰাম চহৰৰ উত্তৰ-পূবৰ মাগুৰমাৰিৰ ওচৰত কাজলী নামৰ নৈ এখন ওলাইছে। তাৰপৰা নৈখনে ৰে'লপথ পাৰ হৈ দক্ষিণলৈ আহি বুঢ়ামাৰী জানক বাঁওপাৰে লগত লৈ ৰৰঝৰা নাম লয়। ইয়াৰপৰা ভটিয়াই ছাহাৰ গাঁৱৰ উত্তৰত বিলাসীপাৰা-ফকিৰাগ্ৰাম পথ পাৰ হৈ নৈখন দক্ষিণলৈ আহে। বাটত ই কোদালধোৱা নৈক সোঁপাৰে লৈ নাম লয় দিফু নৈ। দিফু নৈখন দক্ষিণলৈ আহি ফুলিমাৰীত ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথৰ কাষ চাপে। এই ঠাইতে নৈখনে পশ্চিমৰ ধেমধেমাৰপৰা অহা সোণকোষ নৈৰ এক প্ৰাচীন সুঁতিক সোঁপাৰে লৈ ঘোগা বিলত সোমায়। তাৰপাছত দিফু বা সোণকোষ নৈ নামেৰে ঠাইতে ৩১ নং ঘাইপথ পাৰ হৈ শগুণমাৰিত গৌৰাং নৈ নামৰ ব্ৰহ্মপুত্ৰৰ সুঁতিত পৰে।

### ৯৯. সোণকোষ নৈ

সৰলভাঙা নৈৰ পশ্চিমৰ প্ৰধান নৈ হ'ল সোণকোষ নৈ। নৈখন কোকৰাঝাৰ জিলাত হে'ল, লঙা আৰু গুৰুপলা বা জইমা নৈ মিলি হৈছে আৰু ধুবুৰী জিলাত টিপকাই নৈক লৈ ব্ৰহ্মপুত্ৰত পৰিছে। সোণকোষ নৈৰ প্ৰাচীন নাম সুবৰ্ণ মানস।

সোণকোষ নৈখন গঢ়া নৈকেইখনৰ ভিতৰত হে'ল নৈখনেই ঘাই। হে'ল নৈখনৰ উৎস ভূটানত। ভূটানৰ চেহলুঙা নৈ আৰু ছুকুন লঙা নৈ মিলি লঙা নৈ নামেৰে উৎস স্থানৰপৰা (২৬°৫১´,৯০°৬´) ১০ কিমি দক্ষিণলৈ আহি ১৩৮ (নতুন) বা ২৫১ (পুৰণা) সীমান্ত খুটাত অসমত সোমায়। ইয়াৰপৰা নৈখন গোসাইগাঁও আৰু কোকৰাঝাৰ মহকুমাৰ সীমাৰূপে বৈ আহিব ধৰে। সীমাৰপৰা নৈখন



দক্ষিণমুৱা হৈ ১ কিমি আহি ফিছু নৈক সোঁপাৰে লগত লৈ হে'ল নৈ নাম লয়। ইয়াৰপৰা নৈখন ৰিপু সংৰক্ষিত বনৰ মাজেদি ৫ কিমি দক্ষিণ-পূবলৈ আহি শিঙীমাজলী নৈক বাঁওপাৰে লয়। শিঙীমাজলী নৈখন ভূটানৰপৰা আহি আন্তঃৰাষ্ট্ৰীয় সীমাইদি কিছুদূৰ বৈ ১৪৯ নং সীমান্ত খুটাত অসমত সোমায় আৰু বাটত বাগে আৰু দংদং নৈক লৈ সীমাৰপৰা ৬ কিমি আহি হে'ল নৈত পৰে।

শিঙীমাজলীক লৈ হে'ল নৈখন ২ কিমি আহি বাম্বাত এটা পাৰঘাট অতিক্ৰম কৰে। তাৰপৰা আঢ়ৈ কিমি আহি উক্ত ৰিপু বনৰ মাজেদি দক্ষিণ-পশ্চিমমুৱা হয় আৰু তেনেকৈ ১৪ কিমি আহি বনৰ দক্ষিণ সীমা পায়। ইয়াতে হে'ল নৈ সোঁপাৰে টঙীয়া নৈত পৰে আৰু বাঁওপাৰে এটা শাখা ফাটি দক্ষিণলৈ যায়। ইয়াৰপৰা হে'ল নৈ ডেৰ কিমি ভটিয়াই মইনাগুৰিত বেছুনচৰা নৈক সোঁপাৰে লয়। তাৰপৰা ৪ কিমি আহি ছাৰফানগুৰি চহৰৰ আঢ়ৈ কিমি পশ্চিমে কচুগাঁও সংৰক্ষিত বনৰ মাজত নৈখনে ৩১ (গ) নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ঘাইপথৰপৰা নৈখন পশ্চিমমুৱা হৈ বাটত তেলকুপা নৈৰ ২ টা শাখাক ডেৰ কিমি ব্যৱধানত লগত লৈ পশ্চিম কলাবাৰীত বনবিভাগৰ ট্ৰামপথ পাৰ হয়। ট্ৰামপথৰপৰা দক্ষিণমুৱা হৈ ডেৰ কিমি আহি হে'ল নৈয়ে মলভং নৈক সোঁপাৰে লগত লৈ নাম লয়— গাঙীয়া নৈ। অতীজত উক্ত ট্ৰামপথৰপৰা মাত্ৰ আধা কিমি নামনিত ভূটানৰপৰা অহা প'ল' বা গাঙীয়া নামৰ নৈ এখন হে'ল নৈৰ সোঁপাৰে পৰিছিলহি। গতিকেই ইয়াৰ মোহনাৰ নামনিত হে'লৰ নাম গাঙীয়া হ'ল।

গাঙীয়া নামেৰে নৈখন ৩ কিমি ভটিয়াই উত্তৰত হে'ল নৈৰপৰা ফাটি অহা দুখন জান বাঁওপাৰে লয়। তাৰপাছত ই আঢ়ৈ কিমি আহি দক্ষিণ চিকাদানিত চিকাদানি নৈক সোঁপাৰে লয়। তাৰপাছত দক্ষিণমুৱা ৪ কিমি বাটত গাঙীয়া নৈখনে কেইবাটাও পুৰণা সুঁতি এৰি থৈ আহি আওতীহৰা গাঁৱৰ ওচৰত বুঢ়ী নদীক সোঁপাৰে লয়। বুঢ়ী নদীক লৈ নৈখনে আৰু ৩ কিমি আহি নয়াচৰাত লঙা নৈক বাঁওপাৰে আৰু ঠাইতে কমলসিং দং নৈক সোঁপাৰে লয়।

নয়াচৰাৰপৰা গাঙীয়া নৈখন দক্ষিণমুৱা হৈ এক সপিল পথেৰে বাটত ৩ টা পুৰণা সুঁতি এৰি আহি ৰিমিঝিমিত উত্তৰ-পূবসীমান্ত ৰে'লপথ পাৰ হয়। তাৰপৰা ২ কিমি আহি নৈখন দুভাগত বিভক্ত হয়। এভাগে অতি সপিল পথেৰে প্ৰায় দক্ষিণ দিশত মুঠ ১৫ কিমি

বাট আহি চপটগ্ৰাম নগৰৰ উত্তৰৰ ধৰণীৰামপুৰত জইমা নৈক সোঁপাৰে লয়। আনভাগে হাড়ভঙা নৈ নামেৰে দক্ষিণ-পশ্চিমমুৱা হৈ খুদীয়াবাৰীয়েদি মুঠ ৪ কিমি ভটিয়াই পশ্চিমৰ জইমা নৈত পৰে। জইমা এখন ডাঙৰ নৈ। উজনিলৈ ইয়াক গুৰুপলা নৈ বোলে।

গাঙীয়া নৈয়ে জইমাক লগত লৈ নাম লয় সোণকোষ নৈ। এই নামেৰে ডেৰ কিমি দক্ষিণলৈ আহি ই গোলোকগঞ্জ শাখাৰ ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা নৈখন ২ কিমি আহি চাপটগ্ৰামৰ দক্ষিণে লস্কা নৈক বাঁওপাৰে লৈ ধুবুৰী জিলাত সোমায়। ইয়াৰ পাছত দুদুৰা বিলক বাঁওপাৰে এৰি দক্ষিণ-পুবমুৱা হৈ এক সপিল পথেৰে ১২ কিমি ভটিয়াই ধেমধেমাত হে'ল নৈ নামৰ এখন সৰু নৈক বাঁওপাৰে লয়। এইখন হে'ল নৈ ফকিৰাগ্ৰামৰপৰা ১০ কিমি উত্তৰৰ বংশী গাঁৱৰ কাষৰপৰা সুখী গাঁও, শক্তি আশ্ৰম, ফকিৰাগ্ৰাম, মহমদপুৰ হৈ এক সপিল পথেৰে দক্ষিণমুৱা হৈ বৈ আহিছে।

ধেমধেমাৰপৰা সোণকোষ নৈখন পশ্চিমমুৱা হৈ ৩ কিমি আহি দুভাগ হয়। তাৰে এভাগে পশ্চিম দিশতে আঢ়ৈ কিমি আহি জলাবিলত টিপকাই নৈক সোঁপাৰে লয় আৰু ইয়াৰপৰা দক্ষিণ-পুবলৈ ঘূৰি আঢ়ৈ কিমি আহি ফালাকাটাত আনটো ভাগৰ লগ লাগেহি। টিপকাইক লোৱাৰ পাছত সোণকোষখনৰ নামো টিপকাই নৈ হয়। ফালাকাটাৰ পৰা ৪ কিমি আহি নৈখনে বামনি নামৰ এক পুৰণা সুঁতি বাঁওপাৰে এৰে আৰু এই ঠাইতে ফালাকাটা নৈ আৰু চিনখাই নৈ দুয়োকে সোঁপাৰে লৈ জয়পুৰত ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ঘাইপথৰ পৰা চাৰে চাৰি কিমি ভটিয়াই টিপকাই নৈখন গৌৰাং নামৰ ব্ৰহ্মপুত্ৰৰ সুঁতিত পৰে।

## সোণকোষৰ প্ৰধান উপনৈ

**৯৯.১ লঙা নৈঃ** হে'ল নৈ আৰু সৰলভাঙা নৈৰ সোঁমাজতে ৰিপু সংৰক্ষিত বনৰ ভিতৰত লঙা নৈখন উৎপত্তি হৈছে। উৎসৰপৰা দক্ষিণ দিশত আহি নৈখন দুভাগ হয়। তাৰে এভাগ পশ্চিমলৈ আহি খৰমুজা নৈ হয় আৰু আনভাগ লঙা নৈ নামেৰে দক্ষিণ-পশ্চিমলৈ আহি ছাৰফানগুৰিৰ পুবত ৩১ (গ) নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ দক্ষিণমুৱা হয়। উৎসৰপৰা ঘাইপথলৈকে এইছোৱা পথত নৈখনৰ দীঘ ১৯ কিমি। ঘাইপথৰপৰা নৈখনে বাঁওপাৰে ৰবাকাওৰা নৈ আৰু দুখনমান জান লগত লৈ ৫ কিমি আহি টেঙাগাঁও পায়। ইয়াৰপৰা নৈখন কিছু বহল হৈ দক্ষিণ-পশ্চিম দিশত এক সপিল পথেৰে দাতমাৰ



মাজেদি আহি লেপৰা দং নৈক সোঁপাৰে লৈ নয়াচৰাত গাঙীয়া নৈত পৰে। টেঙা গাঁৱৰপৰা নৈখনৰ শেষছোৱা পথৰ দীঘ ১৬ কিল'মিটাৰ।

## ৯৯২. জইমা/গুৰুপলা

এইখন নৈৰ আগলি নৈখনৰ নাম পেকুৱা অথবা পেংখোৱা খোলা। পেকুৱা নৈখন ভুটানৰ ভিতৰত উৎপত্তি হৈ ১০ কিমি দক্ষিণলৈ আহি পেকুৱা নামৰ ঠাইত অসমৰ কোকৰাঝাৰ জিলাৰ গোসাঁইগাঁও মহকুমাত সোমায়। সীমাৰপৰা এক শুকান আৰু বালিময় নৈ ৰূপে ৰিপু সংৰক্ষিত বনৰ মাজেদি দক্ষিণমুৱা হৈ বৈ আহে। এনেকৈ নৈখন (সীমাৰপৰা) ১৮ কিমি ভটিয়াই জাকাটি নৈক সোঁপাৰে লয় আৰু নাম সলাই জাকাটি নৈ হয়। উপনৈ জাকাটিখন ভুটানৰ পৰা বৈ বাটত বালঝৰা বা ছোটি খোলা আৰু লালমাটি জানক লগত লৈ দক্ষিণলৈ আহিছে।

জাকাটি লৈ পেকুৱা নৈয়ে জাকাটি নৈ নামেৰে ডেৰ কিমি ভটিয়াই জনালী নৈক বাঁওপাৰে লয়। জনালী নৈখন ৰিপু বনৰ মাজত ওলাই দক্ষিণ-পুব দিশত ১৬ কিমি আহি চৰাইবিল নামৰ ঠাই পায়। ইয়াৰপৰা ১ কিমি আহি পোকলাগী নৈক বাঁওপাৰে লৈ পোকলাগী নামৰ ঠাই পায় আৰু তাৰপৰা দক্ষিণলৈ ঘূৰি ৩ কিমি আহি জাকাটি নৈত পৰে।

জাকাটি নৈ আৰু জনালী নৈ মিলি কচুগাঁও সংৰক্ষিত বনত সোমাই নাম লয় গুৰুপলা নৈ। এই নামেৰে ৪ কিমি আহি পেকুৱা নৈৰপৰা ফাটি অহা মৰা পেকুৱা নৈক বাঁওপাৰে লৈ গুৰুপলা বজাৰত ৩১ (গ) ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ইয়াৰপৰা নৈখন দক্ষিণ-পুবমুৱা হৈ ৪ কিমি ভটিয়াই কচুগাঁৱৰ পশ্চিমেদি বৈ অহা ধৰধৰা নৈক বাঁওপাৰে লয়।

ধৰধৰাখন এখন ডাঙৰ নৈ। ভুটানৰ বালুখোলা নৈখন উপৰোক্ত অসমৰ ৰিপু বনৰ মাজেদি দক্ষিণলৈ আহি বনৰ দক্ষিণ সীমাৰ ভাৰত নগৰত ধৰধৰা নাম লয়। ই তাৰপৰা কচুগাঁও চহৰৰ পশ্চিমেদি আহি ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ ভৰলী নৈক বাঁওপাৰে লৈ এখন বিলত সোমায়। পাছত বিলৰপৰা ওলাই ধৰধৰা নৈ বেলগুৰিৰ দক্ষিণত গুৰুপলাৰ বাঁওপাৰে পৰে। ১৯২৮ চনৰ মেপ মতে ভুটানৰ বালুখোলা নৈখন অসমত সোমাই প্ৰথম প'ল' নৈ নামেৰে দক্ষিণলৈ আহি কচুগাঁৱৰ পুবেদি গাঙীয়া নৈ নামেৰে বৈ হে'ল নৈত পৰিছিল।

ভবলীখন তেতিয়া গাঙীয়াৰ উপনৈ আছিল। কালক্ৰমত বালুখোলা নৈখনে সুঁতি পৰিবৰ্তন কৰি এতিয়া ধৰধৰা নৈ হৈছে আৰু পূৰ্বৰ গাঙীয়াৰ নামনি ভাগ শুকাই-ক্ষীণাই এতিয়া মলভং নৈ নামেৰে হে'ল নৈত পৰিছে।

ধৰধৰা নৈক লৈ শুকুপলা নৈখন থৰিয়া বিলৰ পশ্চিমেদি দক্ষিণমুৱা হৈ ৬ কিমি আহি থুৰিবাবীত আঙটীহৰা নৈক সোঁপাৰে লয়। এই ঠাইতে শুকুপলাৰ এটা শাখা ফাটি মৰা শুকুপলা নামেৰে দক্ষিণলৈ গৈ ভেৰভেৰি বিলত সোমাই পাছত গাঙীয়াত পৰেগৈ।

থুৰিবাবীৰপৰা শুকুপলা নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ ৪ কিমি আহি চোলপাৰাত মুখ্য ৰে'লপথ পাৰ হয়। গকুপলা নৈয়ে এই ঠাইতে ছটলাই নৈ আৰু ইয়াৰ নিচেই কাষৰ আহমেদপুৰত পশ্চিমৰ গুৱাবাৰী ষ্টেচনৰ পুবেদি অহা এখন সৰু নৈক (জইমা নৈ ?) সোঁপাৰে লগ কৰি নাম সলাই জইমা নৈ হয়।

জইমা নামেৰে নৈখন ২ কিমি দক্ষিণলৈ আহি মৰা জইমা বা মাদাতি নৈক সোঁপাৰে লয়। ইয়াৰপৰা জইমা নৈখন ৩ কিমি ভটি-য়াই পানীজানি পায়। পানীজানিতে চাকমা নৈ জমাইৰ সোঁপাৰে পৰে। পানীজানিৰপৰা জইমা নৈ দক্ষিণ-পুবমুৱা হৈ ৪ কিমি আহি হাড়-ভাঙাত হাড়ভাঙা নৈক বাঁওপাৰে লয়। ইয়াৰপৰা ৬ কিমি ভটিয়াই আহি চাপটগ্ৰামৰ উত্তৰ-পশ্চিমত জইমা নৈ গাঙীয়া নৈত পৰে।

## জইমাৰ উপনৈ

**৯৯.২.১. মৰা জইমা বা মাদাতি ঃ** জইমা নৈৰ এক পুৰণা সুঁতি উত্তৰৰ আছিমগুৰিৰপৰা আমহাইবাৰী, গুৱাবাৰী আদি ঠাইৰ কাষেদি আহি গুলীয়াবস্তিত পশ্চিমৰ মাদাতি নৈৰ এটা শাখাক সোঁপাৰে লৈ মাদাতি নামেৰে ৰে'লপথ পাৰ হৈ জইমা নৈত পৰে।

**৯৯. ২. ২. চাকমা নৈ ঃ** অসম-ভুটান সীমাৰ সমীপত উৎপত্তি হোৱা সুন্দৰী নৈ, গিঠল নৈ আৰু পশ্চিমৰ গংগাধৰ (সোণকোষ) নৈৰ শাখা— দৈনিমাৰী নৈ, তিনিও প্ৰত্যেকেই প্ৰায় ১৩ কিমি কৈ বাট দক্ষিণ দিশত বৈ আহি ৰিপু বনৰ দক্ষিণৰ শ্ৰীৰামপুৰত মিলি কচুগাঁও বনৰ মাজেদি দক্ষিণ-পুব দিশত বৈ আহে। এনেকৈ চাৰেপাঁচ কিমি আহি নৈখনে উক্ত বনৰ মাজৰ চৰাইবিল নামৰ ঠাইৰ দক্ষিণে বেংটি-ঝৰাক বাঁওপাৰে লৈ মাজাতি নৈ নাম লয়। মাজাতি নামেৰে ৯ কিমি ভটিয়াই কলাজৰা নামৰ ঠাই পাই নাম সলাই সোণকোষ



নৈ নাম লয় আৰু দক্ষিণলৈ ঘূৰে। এনেকৈ ৬ কিমি আহি কদম-গুৰিত আকৌ নাম সলাই হাতীগড়া নৈ নাম লয়। ইয়াৰপৰা নৈখন গোসাইগাঁও চহৰৰ উত্তৰেদি ২ কিমি বাট পশ্চিমলৈ আহি মাদাতি নামৰ এখন জান সোঁপাৰে লয়। মাদাতিক লৈ নৈখন দক্ষিণমুৱা হৈ ২ কিমি আহি গোসাইগাঁৱৰ দক্ষিণ–পশ্চিমে ৰে'লপথ পাৰ হৈ পুনৰ নাম সলাই চাকমা নৈ নাম লয়। এই নামেৰে নৈখন দক্ষিণ-পুবমুৱা হৈ পদ্মা পুখুৰীৰ দক্ষিণেদি ৩ কিমি আহি চাকমা বিলত সোমায়। ইয়াৰ পাছত চাকমা নৈখন মাদাতি নৈৰ (মৰা জইমা) দক্ষিণেদি ৩ কিমি ভটিয়াই ভুমুকা বিলত সোমায়। ইয়াৰপৰা চাকমা-খন দক্ষিণ-পুবমুৱা হৈ ভুমুকা নামৰ ঠায়েদি ৩ কিমি ভটিয়াই আহি পানীজানিত জইমা নৈত পৰে।

**৯৯. ৩. লস্কা ঃ** ছাৰফানগুৰিৰ পুবৰ ছৰাগাঁৱৰ ওচৰত চোটা কাওৰা নৈৰ এটা শাখা দক্ষিণলৈ আহি লাউদঙাত লস্কা নৈ হয়। প্ৰায় দক্ষিণ দিশত নৈখনে ঘিলাগুৰি, শিমলুপুটা হৈ আহি দুৰাহাটীত ৰে'লপথ পাৰ হয় আৰু চাপটগ্ৰামৰ দক্ষিণ-পুবত সোণকোষত পৰে। সপিল পথৰ লস্কা নৈখনৰ দীঘ পোন জোখেৰে ২২ কিল'মিটাৰ।

**৯৯. ৪. টিপকাই নৈ ঃ** এইখন নৈ ধুবুৰী জিলাৰ উত্তৰ ভাগত ওৱালোৱা সোণকোষৰ এখন ডাঙৰ উপনৈ। গুমা সংৰক্ষিত বনৰ মাজৰ বৰবিল নামৰ ঠাইত টিপকাই নৈখন উৎপত্তি হৈছে। বৰা বিলৰপৰা নৈখন দক্ষিণ দিশত চাৰেচাৰি কিমি আহি দিবাছাই নৈক সোঁপাৰে লয়। তাৰপৰা দক্ষিণ-পুবমুৱা হৈ এক সপিল পথেৰে ১০ কিমি আহি টিপ-কাই নৈ ফুলকুমাৰী সংৰক্ষিত বনত সোমায়। ইয়াৰ মাজেদি ৫ কিমি বৈ আহি নৈখন নিজৰ নামেৰে নামকৰণ হোৱা টিপকাই ৰে'লষ্টেচনৰ পুবত গোলোকগঞ্জ শাখাৰ ৰে'লপথ পাৰ হয়। তাৰপৰা নৈখনে দক্ষিণ-পুব দিশতে বাটত সোঁপাৰে আৰু বাঁওপাৰে ২ খন জান লৈ মুঠ ৭ কিমি আহি জালাবিলাত সোণকোষ নৈৰ সোঁপাৰে পৰে। ইয়াৰ পাছত সোণকোষৰ নামো টিপকাই হয়। তদুপৰি আগতে উল্লেখ কৰা হৈছে যে টিপকাই (সোণকোষ) নৈ ব্ৰহ্মপুত্ৰৰ সুঁতিত পৰাৰ পাছত সেই সুঁতিক টিপকাই বা গৌৰাং নৈও বোলে।

## সোণকোষ (টিপকাই) নৈৰ পশ্চিমত ব্ৰহ্মপুত্ৰৰ সুঁতিত পৰা সৰু নৈ

টিপকাই নৈৰ মুখৰপৰা ৩ কিমি দক্ষিণ-পশ্চিমত কচুকটা বিল নামৰ এখন সৰু জান টিপকাই বা গৌৰাং সুঁতিত পৰিছেহি। এই

ঠাইৰপৰা আৰু ৫ কিমি নামনিত ছটাকুৰি নামৰ আন এখন সৰু নৈ উক্ত সুঁতিত পৰিছে। ছটাকুৰি নৈখন ধুপকাটা নৈ আৰু বিছাঝৰা নৈ মিলি হৈছে। ধুপকাটা নৈখন মাকিঝৰা, শুকানঝৰা আৰু ভালুকঝৰা নামৰ তিনিখন জান মিলি হৈছে। ছটাকুৰিৰ মুখৰপৰা ৪ কিমি নামনিত ব্ৰহ্মপুত্ৰৰ উক্ত সুঁতিত কান্তাঝৰা নামৰ এখন জান পৰিছেহি।

## ১০০. গদাধৰ নৈ

সোণকোষ নৈৰ পশ্চিমে আৰু গংগাধৰ নৈৰ পুৰত ধুবুৰী মহকুমাৰ পশ্চিমভাগৰ মাজেদি বৈ যোৱা এখন মজলীয়া আকাৰৰ নৈখনেই হ'ল গদাধৰ নৈ। বৰ্তমান নৈখন বৰুণডাংগা, ৰূপচী আৰু গৌৰীপুৰৰ কাষেদি বৈ ধুবুৰীৰ ওচৰত ব্ৰহ্মপুত্ৰত পৰিছে। গদাধৰ নৈৰ প্ৰধান উপনৈ হ'ল বাম্‌ণীঝৰা আৰু ছিলাই নৈ।

গদাধৰ নৈখনক বৰ্তমান তামাৰহাট চহৰৰ ৬ কিমি পশ্চিমৰপৰা বৈ অহা দেখা যায়। নৈখনে বাটত শিলথোকা নৈক বাঁওপাৰে লৈ দক্ষিণমুৱা হৈ সপিল পথেৰে ৩ কিমি আহি কাছখানা পায়। কাছখানাৰপৰা নৈখনৰ ১ কিমি ভটিয়াই বাঁওপাৰে ভাকতি আৰু সোঁপাৰে হৰিণচৰা বিল। তাৰপৰা নৈখন বৰুণডাংগাৰ পুবেদি ২ টামান মোচৰ লৈ পোনজোখেৰে ৩ কিমি আহি বৰুণডাংগা বিলৰ পুব পাৰ পায়। ইয়াৰপৰা নৈখন ৩ কিমি ভটিয়াই কমলৰঝাৰত ৰে'লপথ (গোলকগঞ্জ শাখা) পাৰ হয়। নৈখনৰ এইছোৱা পথৰ মাজৰ দুখী-সুখীৰ ওচৰত দুখীসুখী বিল। এই বিলতে পাগলীঝৰা নামৰ এখন জান পৰিছে।

গদাধৰ নৈখন ৰে'লপথৰপৰা ২ কিমি, দক্ষিণলৈ আহি লালকুৰা গাঁৱত পুবমুৱা হয়। এইদৰে নৈখন ৰূপচী চাহ বাগিছাৰ দক্ষিণেদি ৫ কিমি আহি ৰূপচী চহৰ পায়। ৰূপচী চহৰৰ উত্তৰত ছাৰেশ্বৰ বিল। এই বিলতে বামণীঝৰা নামৰ এখন লেখৰ নৈ পৰিছে আৰু বিলখনৰপৰা এখন নৈ ওলাই আহি ৰূপচী চহৰৰ পুবত গদাধৰৰ বাঁওপাৰে পৰিছে। এই নৈখনক লৈ গদাধৰ নৈখন দক্ষিণ-পুবমুৱা হৈ বাটত নলৈয়া বিলক বাঁওপাৰে এৰি ৬ কিমি আহি ছিলাই নৈক বাঁওপাৰে লয়। তাৰপাছত নৈখনে এটা দক্ষিণমুৱা মেছ লৈ ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ মুঠ ৪ কিমি আহি গৌৰীপুৰ চহৰ পায়। গৌৰীপুৰৰপৰা গদাধৰ নৈখন দক্ষিণমুৱা হৈ ৬ কিমি ভটিয়াই ধুবুৰী নগৰত উত্তৰত ব্ৰহ্মপুত্ৰত পৰে।



### গদাধৰৰ উপনৈ

**১০০.১ বামণীঝৰা নৈঃ** গোসাইগাঁও মহকুমাৰ গুমা সংৰক্ষিত বনৰ উত্তৰে অসমৰ সৰ্বপশ্চিম ৰে'লষ্টেচন শ্ৰীৰামপুৰৰ পুবত নৈখন বামনৈ বা বামণী নামে ওলাই সপিল পথেৰে দক্ষিণ-পশ্চিমমুৱা হৈ উক্ত বনৰ সীমাৰূপে বৈ আহিছে। নৈখনে এইদৰে ৬ কিমি আহি ৰৰঝৰা জানক বাঁওপাৰে লয়। তাৰপৰা চাৰে চাৰি কিমি আহি দিংদিঙাত মৰ নৈক সোঁপাৰে লয়। মৰ নৈৰ উপনৈ কলিংপুৰ নৈ। দিংদিঙাৰপৰা নৈখন ৩ কিমি আহি মেচপাৰাত উক্ত বনৰ মাজতে বুঢ়ীঝৰাক বাওঁপাৰে লয়। তাৰপৰা বামণী নৈখন ৭ কিমি ভটিয়াই আহি কুৰাচাকাটিৰ পশ্চিমত খনা বা কুৰাবাছা নৈক বাঁওপাৰে লয়। এই খন নৈৰ উপনৈ হ'ল ছুৰীয়া নৈ বা চেচাঁপানী নৈ। তাৰ পাছত নৈখনে বাটত ফকুৱাঝৰা আৰু মণ্ডলাঝৰাক লগত লৈ প্ৰায় ১৫ কিমি আহি ৰূপচীৰ উত্তৰৰ পন্দাৰা গাঁৱৰ দক্ষিণৰ ছাৰেশ্বৰ বিলত পৰে। পাছত এই বিলৰপৰা এখন নৈ হিচাপে ওলাই ৰূপচী চহৰৰ পুবত গদাধৰ নৈৰ বাঁওপাৰে পৰে।

**১০০.২ ছিলাই নৈঃ** এই নৈখন গুমা সংৰক্ষিত বনৰ মাজত প্ৰথমে ছিলাইমাথা নৈ নামেৰে ওলাইছে। উৎস স্থানৰপৰা ই দক্ষিণমুৱা হৈ ৩ কিমি আহি উক্ত বনৰ ভিতৰৰ ছিলাইমাথা পায়। ইয়াতে নৈখনে ছিলাই নৈ নাম লৈ পৰ্বতজোৱাৰ সংৰক্ষিত বনৰ মাজেদি ৩ কিমি ভটিয়াই আহি বেঙাইঝৰাক বাঁওপাৰে লৈ দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে ই ২ কিমি আহি হৰকম নৈক সোঁপাৰে লৈ দক্ষিণমুৱা হয়। নৈখন এই দিশেদি ২ কিমি আহি বাঁওপাৰে বেংদুবা আৰু আধা কিমি আহি দুলানি নৈক লগত লৈ মহামায়া সংৰক্ষিত বনৰ মাজত গোলোকগঞ্জ শাখাৰ ৰে'লপথ পাৰ হয়। ৰেল'পথ পাৰ হৈ ১ কিমি আহি নৈখনে বাঁওপাৰে হাৰঝৰাক লয়। তাৰপৰা নৈখন দক্ষিণ দিশত এক সপিল পথেৰে বাটত ছিপ্তিঝৰাক লৈ ১০ কিমি (পোনজোখেৰে) ভটিয়াই গৌৰীপুৰ নগৰৰ ৮ কিমি উত্তৰৰ শিঙৰা বিলৰ পুব পাৰ পায়। ছিপ্তিঝৰাৰ উপনৈ হ'ল মৌৰিয়াঝৰা আৰু ৰৰঝৰা। ছিলাই নৈখন উক্ত বিলখনৰ পুবেদি এটা পাক ঘুৰি ৬ কিমি আহি গৌৰীপুৰৰ উত্তৰ-পুবৰ গোৱালগাঁৱত গদাধৰ নৈত পৰে।

### গদাধৰ নৈৰ পশ্চিমে ব্ৰহ্মপুত্ৰত পৰা সৰু নৈ

**১০১. চুলিভাঙী নৈঃ**

ধুবুৰী মহকুমাৰ গোলোকগঞ্জ চহৰৰ দক্ষিণ-পুবত এডোখৰ ডাঙৰ

জলাহ অঞ্চল আছে। চহৰখনৰ ২ কিমি দক্ষিণ-পূবত ওটাৰ বিল; এইখনৰ পূবৰ ৰাইপুৰত নন্দনী বিল আৰু ইয়াৰ উত্তৰত ৰে'লপথৰ সিপাৰে উচিতা বিল। উক্ত নন্দনী বিলৰপৰা চুলিভাঙী নামৰ এখন নৈ ওলাই দক্ষিণ-পূব দিশত এক সৰ্পিল পথেৰে বৈ আহিছে। নৈখনে পোন জোখেৰে ৫ কিমি আহি ডুমৰদহা গাঁৱৰ দক্ষিণৰ বিলৰ ঢাকা বিলৰ পশ্চিম পাৰ পায়। তাৰপৰা ঢাকা বিলৰ পশ্চিমেদি আহি নৈখন কিছুমত হাছদহা পায়। ইয়াৰপৰা নৈখনে দক্ষিণ-পশ্চিম দিশত ৬ কিমি ভটিয়াই ধৰমশালাৰ দক্ষিণে ঘন্দাখোল নৈক বাঁওপাৰে লয়। ঘন্দাখোল নৈৰ উপনৈ গৰৈঝৰা বা দোমৰদেও নৈ আৰু গৌৰী-পুৰৰ দক্ষিণ-পশ্চিমৰ চকচন্দা বিলৰপৰা বৈ অহা এখন জান। ঘন্দাখোলক লোৱাৰ পাছত চুলিভাঙী নৈখন দক্ষিণমুৱা হৈ আহি ব্ৰহ্মপুত্ৰত পৰে।

## ১০২. সোণকোষ/গংগাধৰ নৈ

এইখনেই অসমৰ একেবাৰে পশ্চিমৰ ব্ৰহ্মপুত্ৰৰ উপনৈ। অসম আৰু পশ্চিমবংগ আৰু বাংলাদেশৰ মাজৰ এছোৱা সীমা এই নৈৰ দ্বাৰা নিৰূপিত হৈছে। নদীখনক কোকৰাঝাৰ জিলাত সোণকোষ আৰু ধুবুৰী জিলাত গংগাধৰ নৈ নামেৰে জনা যায়। ভুটান আৰু পশ্চিমবংগৰ মাজেদি বৈ অহা ৰাইডাক নৈখন সোণকোষৰ প্ৰধান উপনৈ।

ভুটান ৰাজ্যৰ উত্তৰ সীমাৰ ওচৰৰ গণকেৰ পুনজুম বা কাৰো শৃংগৰ (৭৫০০ মিটাৰ) পশ্চিমে (২৮°৫৫´, ৯০°১০´) নৈখন উৎপত্তি হৈ মো চু নামেৰে দক্ষিণ-পশ্চিমমুৱা হৈ ৮৫ কিমি বৈ আহি ভুটানৰ উত্তৰ সীমাৰ কাষৰ মাছা কাং শৃংগৰ (৭২০০ মি) পৰা দক্ষিণমুৱা হৈ ৭০ কিমি বাট বৈ অহা ছমা নৈক সোঁপাৰে লগ কৰি দক্ষিণমুৱা হৈ মো চু নামেৰে বৈ আহে। নৈখন প্ৰথমে দক্ষিণ আৰু পাছত দক্ষিণ-পশ্চিমমুৱা হৈ ৯৫ কিমি আহি সোণকোষ বা লবৰং নৈ নামেৰে অসমৰ কোকৰাঝাৰ জিলাৰ একেবাৰে উত্তৰ-পশ্চিম চুকটোৰ ওচৰত ওলায়হি।

ভুটানৰ লবৰং নৈখন দক্ষিণ-পশ্চিমমুৱাকৈ আহি হাৰাজুৰি নামৰ ঠাইৰ ১১৭ নং সীমান্ত খুটাত যমদুৱাৰ নৈৰ লগ লাগি কোকৰাঝাৰ জিলাৰ উত্তৰ-পশ্চিম কোণেদি দক্ষিণলৈ বৈ আহে। প্ৰথমে নৈখন সোণকোষ নৈ নামেৰে উক্ত ১১৭ নং সীমান্ত খুটাৰপৰা ১১৫ নং সীমান্ত খুটালৈকে দক্ষিণ দিশত ৪ কিমি বাট অসম আৰু ভুটান



ৰাজ্যৰ মাজৰ সীমাৰূপে ভটিয়াই আহে। ইয়াৰ পাছত নৈখন অসম আৰু পশ্চিমবংগৰ মাজৰ সীমাৰূপে বৰলৈ লয়। এই সীমাৰ খুটা-বিলাকৰ ক্ৰমাংক সোণকোষ নৈৰ সোঁপাৰে ক্ৰমান্বয়ে দক্ষিণলৈ বাঢ়ি গৈছে। এইদৰে নৈখন সোঁপাৰৰ পশ্চিমবংগৰ ধুমপৰা আৰু বাঁওপাৰৰ অসমৰ ৰিপু সংৰক্ষিত বনৰ মাজেদি ৫ কিমি বৈ আহি বৰানলা নৈক সোঁপাৰে লয়। ইয়াতে সোণকোষৰ বাঁওপাৰৰপৰা দাইনিমাৰি নৈ নামৰ এটা সৰু শাখা ফাটি দক্ষিণ পূবলৈ যায়। তাৰপৰা ২ কিমি আহি নৈখনে নিজৰ নামেৰে নামকৰণ হোৱা সোণকোষ নামৰ ঠাইখন পায়।

উক্ত সোণকোষত সোণকোষ নৈখন দুভাগ হৈছে। ইয়াৰে পশ্চিম-ভাগ ফাগুদুবা নৈ বোলে। এই ফাগুদুবা নৈখনেদিয়েই অসম আৰু বংগৰ মাজৰ সীমা গৈছে। এসময়ত ফাগুদুবাখন দক্ষিণ-পূবলৈ ঘূৰি পুনৰ সোণকোষৰ লগ হৈছিল, সেইবাবে অসম-বংগৰ মাজৰ সীমাও পূৰ্বৰ ফাগুদুবাৰ সুঁতিয়েদি আহি আকৌ সোণকোষ পাইছেহি। বৰ্তমান ফাগুদুবা নৈখন চিকিয়াঝৰা নামেৰে দক্ষিণলৈ বৈ গৈছে। এই অংশত নৈখন বালিময় আৰু ৩ কিমি পৰ্য্যন্ত বহল। ইয়াৰপৰা নৈখন সোঁপাৰৰ ভলকা সংৰক্ষিত বন আৰু বাঁওপাৰৰ কচুগাঁও সংৰক্ষিত বনৰ মাজেদি ১২ কিমি আহি উপৰোক্ত চিকিয়াঝৰাক সোঁপাৰে লয়।

চিকিয়াঝৰাক লৈ সোণকোষ নৈখন ৩ কিমি ভটিয়াই অতীজৰ দাইলং নৈৰ উজনি ভাগক (বাঁওপাৰে) অপহৰণ কৰে। সেয়েহে তাৰপৰা ১ কিমি নামনিত উক্ত দাইলঙৰ নামনি অংশ বৰ্তমান সোণকোষৰ এটা সৰু শাখাৰ দৰে বাঁওপাৰৰপৰা ফাটি দক্ষিণ-পূবলৈ যোৱা দেখা যায়। এই দাইলং নৈখনে বাটত কিস্তি নৈক লৈ নয়াচৰা নামৰ নৈত পৰেগৈ।

দাইলং নৈক এৰি সোণকোষ নৈখন আঢ়ৈ কিমি আহি গকুল-কাটাৰ দক্ষিণত ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ঘাইপথৰপৰা মাত্ৰ ১ কিমি ভটিয়াই শ্ৰীৰামপুৰৰপৰা ৪ কিমি পশ্চিমে নৈখনে ৰে'লপথ পাৰ হয়। ৰে'লপথৰপৰা নৈখন ৪ কিমি দক্ষিণলৈ আহি উপৰোক্ত নয়াচৰা নৈক বাঁওপাৰে লয়। নয়াচৰাক লৈ দক্ষিণ-পশ্চিম দিশত ৭ কিমি ভটিয়াই সোণকোষে নিজৰ প্ৰধান নৈ ৰাইডাক নৈক সোঁপাৰে লয় আৰু ৰাইডাক-খন বৈ অহা দিশতে দক্ষিণ-পূবমুৱা হৈ ধুবুৰী জিলাত সোমায়। ৰাইডাক নৈখন ভুটান ৰাজ্যৰ ৰাজধানী থিম্পুৰ কাষেদি ৰংচু নামেৰে

আহি পশ্চিমবংগৰ মাজত সোমাই ৰাইডাক নৈ নাম লয় আৰু বংগৰ ভিতৰতে সোণকোষত পৰে।

এইছোৱা পথত সোণকোষখন প্রায় আঢ়ৈ কিমি বহল। এইদৰে ই দক্ষিণ-পূব দিশত ৮ কিমি আহি তামাৰহাটত তামা নৈৰু বাঁওপাৰে লয়। এই ঠাইৰপৰাই সোণকোষ নৈখনক গংগাধৰ নৈ বোলে। তামাৰহাটৰপৰা গংগাধৰ নৈখন দক্ষিণমুৱা হৈ ৭ কিমি আহি মৰা গদাধৰ বা বলৰদুৰ নৈক সোঁপাৰে লয়। তাৰপাছত নৈখন দক্ষিণ-পশ্চিমমুৱা হৈ বাটত সোঁপাৰে চৰা বিলক এৰি আৰু সাত বইনী নৈক লৈ আগমনী চহৰ পায়। উক্ত সাতবইনী নৈখন উত্তৰৰ ৰবকুন্দা নামৰ বিলৰপৰা আহিছে।

আগমনীৰপৰা গংগাধৰ নৈখন দক্ষিণ দিশলৈ ৪ কিমি ভটিয়াই ৰতিয়াদহা পায়। এই ঠাইতে নৈৰ বাঁওপাৰে চৰা বিল। তাৰপৰা নৈখনে ৩ কিমি ভটিয়াই ৰতনকোছা নৈক সোঁপাৰে লয়। ইয়াৰপৰা ১ কিমি ভটিয়াই গোলোকগঞ্জ নগৰৰ পশ্চিমে নৈখনে ৰে'লপথ পাৰ হয়। এই ঠাইতে নৈৰ কাষত গোলোকগঞ্জৰ উত্তৰৰ কানকুৰি বিল আৰু ৰতনকোচা নৈৰ পশ্চিমে গুইপট, নদিনী আৰু ফলিমাৰী আদি বিলবোৰ থকা দেখা যায়।

ৰে'লপথৰপৰা নৈখন দক্ষিণমুৱা হৈ ৪ কিমি আহি গাইখোৱাত এটা পুৰণা সুঁতিক বিল হিচাপে সোঁপাৰে এৰে। এই বিলখনতে টোছা নৈ পৰিছেহি। গাইখোৱাৰপৰা নৈখন ৬ কিমি দক্ষিণলৈ আহি মৰা সোণকোষ নৈক সোঁপাৰে লয়। তাৰপৰা নৈখন ২ কিমি আহি দলিৰামপুৰ পায়। এইছোৱা পথত গংগাধৰৰ বাঁওপাৰে গাইখোৱাৰ পূবত ওটাৰ, নন্দনী, উচিতা আৰু শালমাৰীৰ ওচৰত শালমাৰী, দণ্ডা, ভেলাকুৰা আৰু সোঁপাৰে সাথ, ভেন্দ্ৰী আদি কেইবা-খনো বিল দেখা যায়।

দলিৰামপুৰৰপৰা গংগাধৰ নৈখন ধুবুৰী জিলা আৰু বাংলাদেশৰ সীমাৰূপে আঢ়ৈ কিমি দক্ষিণলৈ আহি অসমৰ পাতামাৰি নামৰ ঠাইৰ উত্তৰত বাংলাদেশৰ ভিতৰত শিয়ালদা নৈ নামৰ ব্রহ্মপুত্রৰ এক সুঁতিত পৰে। এই শিয়ালদা সুঁতিটো ব্রহ্মপুত্রৰপৰা ফাটি ২ কিমি পশ্চিমলৈ আহি ১০৩২ নং সীমান্ত খুটাত বাংলাদেশত সোমায় আৰু তাৰপৰা ডেৰ কিমি আহি গংগাধৰ নৈক লয়। পাছত সুঁতিটোৱে দুধকুমাৰ নৈক লৈ ব্রহ্মপুত্রৰ লগ লাগেগৈ।



## সোণকোষ/গংগাধৰৰ প্রধান উপনৈ

**১০২.১. নয়াচৰা নৈঃ** কচুগাঁও বনৰ উত্তৰ ভাগত উৎপত্তি হোৱা কেইখনমান জান আৰু ৰিপু বনৰ দক্ষিণৰ ধামৰা বিলৰপৰা ওলোৱা এখন জান সকলোবোৰ ৭-৮ কিমি দক্ষিণলৈ আহি গকুচা নামৰ ঠাইত মিলি বুৰাচৰা নৈ নাম লয়। এই নামেৰে ৪ কিমি আহি পলাশগুৰি পাই নৈখন দুভাগ হয়। এভাগ দক্ষিণলৈ আহি গকুলকাটাৰ ওচৰত (সোণকোষৰপৰা ফাটি অহা) দাইলং নৈত পৰে। আনভাগে বুৰাচৰা নামেৰে দক্ষিণ-পূবমুৱা হৈ বাটত বামদেউ নৈক বাঁওপাৰে লৈ ৪ কিমি আহি দক্ষিণ-পশ্চিমমুৱা হয়। এনেকৈ ৬ কিমি আহি হৰৱাফুটাত নৈখনে হৰৱাফুটা নৈক বাঁওপাৰে লয়। হৰৱাফুটা নৈখন উত্তৰৰ মাজাতি নৈৰপৰা ফাটি সাপকটাৰ পূবেদি দক্ষিণলৈ আহিছে; গাউচুলকা নৈ ইয়াৰ উপনৈ।

হৰৱাফুটাৰপৰা বুৰাচৰা নৈক হৰৱাফুটা নৈ বোলে। এই নামেৰে দক্ষিণ-পশ্চিম দিশত ৩ কিমি আহি দমৰাপাৰাত দাইলং নৈক সোঁপাৰে লয়। তাৰপৰা নৈখন ২ কিমি ভটিয়াই শ্রীৰামপুৰ ষ্টেচনৰ ১ কিমি পশ্চিমে ৰে'লপথ পাৰ হৈ পুনৰ দুভাগত বিভক্ত হয়। ইয়াৰে এভাগ দক্ষিণ-পশ্চিমলৈ গৈ সোণকোষত পৰে। আনভাগ নয়াচৰা নামেৰে পূৰ্বচৰা বিলৰ উত্তৰেদি মুঠ ৪ কিমি আহি ইদলঘুটুত সোণকোষ নৈত পৰে।

## ১০২.২. তামা নৈ

কোকৰাঝাৰ জিলাৰ দক্ষিণ পশ্চিম কোণৰ কোকিলাদণ্ডা বিলৰ-পৰা তামা নৈখন ওলাই পলাশকান্দি, অকছিগুৰি আদি ঠাই হৈ ১০ কিমি আহি তামাৰহাটত সোণকোষ নৈত পৰে। তামা আৰু কোণকোষ নৈৰ মাজত থকা কমাদণ্ডা বিল আৰু ঘিৰটিঙা বিল আদি পূৰ্বৰ সোণকোষ নৈৰ এৰাসুঁতিয়ে সোণকোষখন অতীজত বৰ্তমানতকৈ সৰু আৰু সপিল পথৰ নৈ আছিল বুলি প্রমাণ দিয়ে।

## ১০২.৩. টোছা নৈ

আগমনীৰ উত্তৰৰ শিমুলিকুমি বিধৰপৰা কলডোবা নামৰ এখন জান ওলাই দক্ষিণমুৱা হৈ বৈ আহিছে। এই জানখন সেইদৰে ৩ কিমি ভটিয়াই আগমনীলৈ অহা পথ পাৰ হয়। তাৰপৰা চাৰে তিনি কিমি আহি ফুটনিগঞ্জত ৰাইডাক নামৰ নৈক সোঁপাৰে লৈ, বিষখোৱা নৈ নাম লয়। দক্ষিণমুৱা দিশেৰে ঝাছকল, বিষখোৱাগ্ৰাম

হৈ মুঠ ৭ কিমি আহি নৈখন ৰে'লপথ পাৰ হয়। এই ঠাইৰ পুবৰ ক্ষলিমাৰী বিলৰপৰা অহা এখন জান বাঁওপাৰে নৈ নাম সলাই টোছা নৈ নাম লয়। টোছা নামেৰে ৫ কিমি ভটিয়াই গাইখোৱাত গংগাধৰ নৈৰদ্বাৰা পৰিত্যক্ত সুঁতিৰপৰা হোৱা এখন বিলত পৰে।

উপৰোক্ত ৰাইডাক নৈখন ধুবুৰী জিলাৰ ধুবুৰী মহকুমাৰ একেবাৰে পশ্চিমৰ নৈ দুধকুমাৰ বা ৰাইডাক নৈৰ এক শাখা। দুধকুমাৰ নৈৰ কিছু অংশ অসম আৰু পশ্চিমবংগৰ মাজৰ সীমা।

সোণকোষ নৈৰ পশ্চিমে অসমৰ ধুবুৰী জিলাৰ পশ্চিম সীমাত ভালেমান বিল আছে। এইবোৰৰ ভিতৰত তলত দিয়া কেইখন লেখৰ বিল—

খলিচামাৰী, টেংনাৰপট, কৈমাৰি চৰা, পালিমাৰী, সমাগনী, গগা, ৰঘুনাথ কুৰা, বামনী, সাতডুবি, কৰ্পূলদঙা, বিষকুৰা, বলাডোবা, ধোবাচৰা, হালাকুৰা, নৌদঙা, কুকুণদেৱ, পাগলাকুৰা, বেদা, নলডুবা আৰু গোৱালনী।

## ১০৩. মাজুলীৰ নৈ

মাজুলী দ্বীপটো হেনো পৃথিৱীৰ ভিতৰত সবাতোকৈ ডাঙৰ নদী-দ্বীপ। মাজুলী ঠাইখন এসময়ত ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ লগত সংযোজিত আছিল বুলি আগতে লিখা হৈছে। মাজুলীৰ প্ৰায় সোঁমাজেদি বৈ যোৱা নৈখনৰ নাম টুনী নৈ। এই নৈখন মাজুলীৰ উত্তৰ-পূব ভাগৰপৰা দক্ষিণ-পশ্চিমলৈ বৈ গৈছে। মন কৰিব লগা কথা এয়ে যে মাজুলীৰ প্ৰায়বোৰ জান বা সুঁতি অথবা বিলেই উপৰোক্ত দিশত অৱস্থান কৰিছে। সেইবাবে মাজুলী অঞ্চলটো ভালেমান সৰু-বৰ চাপৰিত বিভক্ত হৈ থকা বুলিও বহুতে ধাৰণা কৰে। ৱেডৰ টোকা মতে মাজুলীত তেতিয়া ১৩ টা ডাঙৰ চাপৰি আছিল। ১৯১৯ চনৰ জৰীপ মতে মাজুলীত বিস্তৰ পৰিমাণৰ সৰু-সুৰা জান বা সুঁতি আছিল। ১৯৭০ চনৰ জৰীপৰ তথ্যত উক্ত জান বা সুঁতিবোৰৰ সৰহভাগৰে চিন হেৰাল। এইবোৰ হয় পোতখাই পৰিল, নহয় খেতিৰ পথাৰ হ'ল।

### ১০৩. ১. টুনী নৈ: টুনীৰ উজনি অংশৰ নাম শুকান সুঁতি।

ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ দিখৌ নৈখন নিজৰ সুঁতিৰে বৈ অহা-হেঁতেন মাজুলীৰ যি ঠাইত ওলালহেঁতেন ঠিক সেই ঠাইতে অৰ্থাৎ দিখৌমুখৰপৰা ৮ কিমি উত্তৰ-পশ্চিমৰ মাজুলীৰ মায়েঙীয়া গাঁৱৰ



ওচৰত শুকান সুঁতিৰ মুৰটো দেখা যায়। তাৰপৰা সুঁতিটো চামৰা বিলৰ পশ্চিমেদি উত্তৰ-পশ্চিম দিশত ৫ কিমি আহি বেবেজিয়া বালিগাঁৱৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ অহা এখন জান সোঁপাৰে লৈ নিজেও সেই দিশতে বৰলৈ লয়। সামান্য ভাবে সপিল পথেৰে আহি বাটত বাঁওপাৰে মৰিসুঁতি জান, ভকত বিল, বোকাজান আৰু বোকাজান বিল তথা সোঁপাৰে নলনি, আহুক, হাতীমাৰী বিল আদিৰ লগ হয়। ইয়াৰপাছত শুকানসুঁতিয়ে নিজৰ বাঁওপাৰৰ খোটাই নাহৰণী বিল, শুকানসুঁতি বিল, ধোৱাচলা বিল আদিৰ কাষেদি আৰু ধোৱাচলা মিচিংগাঁৱৰ উত্তৰেদি আহি টুনী নৈ নাম লয় আৰু পটিয়ৰিত দীঘলীজানক বাঁওপাৰে লয়। শুকানসুঁতিৰ উক্ত অংশৰ দীঘ ১৮ কিল'মিটাৰ।

দীঘলীজানখন পুবৰ ৰতনপুৰীয়া আৰু বাহগড় গাঁৱৰপৰা প্ৰথমে ১০ কিমি দক্ষিণ-পশ্চিমলৈ আহি বনগাঁৱত উত্তৰ-পশ্চিমলৈ ঘূৰি বিধাইকটা মিছামৰা, দীঘলীবিলৰ পশ্চিমে আৰু মহাজনডোবাৰ পূবেদি ৫ কিমি আহি টুনী নৈত পৰে।

টুনী নৈখন দীঘলীজানক লোৱাৰ পাছত সামান্য ভটিয়াই পহুমৰা জানক সোঁপাৰে লৈ, সোঁপাৰৰ বাৰনিয়াৰ ডুবি, ভুৰামৰা বিল, টেকেলিয়া বিল, বাটমাৰী বিল আৰু শ'লমাৰী বিলৰ দক্ষিণেদি ৯ কিমি বাট সপিল পথেৰে আহি কমলাবাৰী-বনগাঁও পথ পাৰ হয়। তাৰপৰা নৈখন আঢ়ৈ কিমি আহি বেঙেনাআটী সত্ৰ আৰু তাৰপৰা ওপৰ বটীয়ামাৰী হৈ মৰিটুনী বা হাৰজানক সোঁপাৰে লৈ মুঠ ৫ কিমি আহি কমলাবাৰী চহৰ পায়। কমলাবাৰীৰপৰা নৈখন দক্ষিণ-মুৱা হৈ ৪ কিমি আহি কমলাবাৰী সত্ৰৰ কাষ পায়। ইয়াৰপৰা পশ্চিম দিশত ২ কিমি ভটিয়াই বেৰেকি বিলৰ দক্ষিণে টুনী নৈখন ব্ৰহ্মপুত্ৰত পৰে।

১৯১৯ চনৰ তথ্যমতে শুকান সুঁতিৰ পুবৰ জানবোৰ আছিল পুবৰপৰা ক্ৰমে দীঘলগৰা নৈ, মৰি সুঁতি, খেংনৈ আৰু দাধৰাজান। পহুমৰা জানৰ পশ্চিমে লাহনজান, ঠাকুৰজান, সিদ্ধিজান আদি পশ্চিমলৈ আহি গেলাইজান নামে গড়মুৰ সত্ৰৰ উত্তৰেদি বৈ লোহিত বা সোৱণশিৰি নৈত পৰিছিল। তেনেকৈ তেতিয়া টুনীনৈৰ পশ্চিমে দৰিয়া বিলজান বা ঔগুৰিজান গৈ চাকলি বিলত পৰিছিল। ইয়াৰ দক্ষিণত আচাৰখনা বা মহকাটীজান আৰু পশ্চিমলৈ থকা কাকৰিকটা বিলত কুঠিমৰা আৰু সুন্দৰজান পৰিছিল। এইখন বিলৰ দক্ষিণত

ওলোৱা মুৰতীমৰা নৈ পুৰণা আউনীআটী সত্ৰৰ উত্তৰেদি গৈ গজলা জান নামেৰে পচতীয়া বিলত পৰিছিল। সুন্দৰজানৰ পশ্চিমে মনজান আৰু কাকৰিকটা জান গৈ উক্ত পচতীয়া বিলত পৰিছিল। ইহঁতৰ পশ্চিমে সাঁকোপাৰৰ কাষেদি লেতেৰীজান বৈ গৈছিল। উক্ত লেতেৰীজান, চেঙেলীসুঁতি, পহমৰাজান বা মিৰিসুঁতি আদি কেইখনমান জান তেতিয়া কটাকটা নৈ বা মহাইদোৱাৰ নৈ নামৰ ব্ৰহ্মপুত্ৰৰ এটা ডাঙৰ সুঁতিত পৰিছিল।

বৰ্তমান পুৰণা আউনীআটী, সাঁকোপাৰ আদি ঠাইবোৰ ব্ৰহ্মপুত্ৰৰ বুকুত সোমাল। উল্লেখযোগ্য যে দক্ষিণপাৰৰ দিখৌ নৈখনকে মাজুলীৰ টুনী নৈখন বুলি স্থানীয়লোকবিশ্বাস দৃঢ়হৈ আছে। এই বিষয়ে নানাজনে যুক্তিও দৰ্শাইছে। অতীজত লুইতখনৰ দিখৌমুখৰপৰা জাঁজীমুখলৈকে থকা অংশকো শুকান সুঁতি বোলা হৈছিল। কাৰণ এই লুইতৰ শুকানসুঁতিতে মোমাই তামুলী বৰবৰুৱাই প্ৰজা গোট খুৱাই লোকপিয়ল কৰাইছিল। সেয়া আছিল ১৬৫০ চন মানৰ কথা, অৰ্থাৎ ই মাজুলী সৃষ্টি হোৱাৰ আগৰ ঘটনা। গতিকে টুনী নৈৰ আগলি অংশ শুকানসুঁতি আৰু উপৰোক্ত লুইতৰ শুকান সুঁতি একেটা সুঁতিয়েই নে বেলেগ, সেই বিষয়ে গবেষণা কৰাৰ থল আছে।

## কপিলী নৈৰ উৎসৰ ওচৰত উৎপত্তি হোৱা অন্য নৈ

### ১০৪. ছিমলেং নৈ

উত্তৰ কাছাৰ পাহাৰ জিলাৰ হাফলং মহকুমাৰ দক্ষিণ-পশ্চিম ভাগৰ পশ্চিমলৈ আগবাঢ়ি থকা অংশৰ উত্তৰসীমা ৰূপে এই সৰু নৈখন বৈ গৈছে। উক্ত অঞ্চলৰ ছেৰপাইটাং নামৰ ঠাইত চিমলেং নৈখন উৎপত্তি হৈছে। তাৰপৰা নৈখন বৰাইল পৰ্বতৰ উত্তৰ ঢালেদি পশ্চিমমুৱা হৈ ১২ কিমি বৈ আহি উত্তৰ-পুব দিশৰপৰা অহা অৰ্টান নৈক সোঁপাৰে লগত লয়। অৰ্টান নৈখন মেঘালয়ৰ জয়ন্তীয়া জিলা আৰু অসমৰ উত্তৰ কাছাৰ পাহাৰ জিলাৰ মাজৰ সীমাৰূপে বৈ আহিছে। সেয়েহে অৰ্টান নৈক লোৱাৰ পাছত ছিমলেং নৈখন উক্ত সীমাৰূপে বৰলৈ লয়। এইদৰে নিজৰ পশ্চিমমুৱা দিশতে ১২ কিমি ভটিয়াই আহি মেঘালয়ৰপৰা অহা ভলিছং নৈক সোঁপাৰে লয়। তাৰপৰা নৈখন আৰু ৮ কিমি পশ্চিমলৈ আহি মেঘালয়ৰ নুৰপু সংৰক্ষিত বনৰ পুবত খুৰৈংগ নৈক লগ পোৱাৰ ১ কিমি আগতে মেঘালয়ত



প্ৰবেশ কৰে। ছিমলেং নৈখন মেঘালয়ৰ জয়ন্তীয়া জিলাৰ লুভা নৈত পৰে, আৰু লুভা নৈ গৈ বাংলাদেশত সুৰমা নৈত পৰে।

**১০৫. বৰাক নদী ঃ** দক্ষিণ অসমৰ সৰ্বপ্ৰধান নৈখন হ'ল বৰাক। নদীখন মণিপুৰ ৰাজ্যৰ মাজেদি আহি অসমৰ কাছাৰ জিলাৰ সোঁমাজেদি আৰু হাইলাকান্দি তথা কৰিমগঞ্জ জিলাৰ উত্তৰ সীমাইদি বৈ গৈ বাংলাদেশৰ ভৈৰব বজাৰত মেঘনা নৈত পৰিছেগৈ। উৎসৰপৰা মোহনালৈকে নৈখনৰ দীঘ ৯০০ কিল'মিটাৰ, ইয়াৰ ভিতৰৰ ২২৫ কিল'মিটাৰ অসমৰ ভিতৰত পৰে। বাৰিষা পাহাৰীয়া নৈ-জানজুৰিয়ে যথেষ্ট পৰিমাণৰ পানী একেসময়তে নৈখনৰ বুকুলৈ আনে বাবে ইয়াত ক্ষন্তেক সময়ৰ ভিতৰতে পানী ৬ ৰপৰা ৯ মিটাৰ পৰ্য্যন্ত ওপৰলৈ উঠে। সেইবাবে নৈখন বানপানীৰ বাবে বিখ্যাত। অৱশ্যে খৰালি নৈখন নিচেই তৰাং হয়। বৰাকৰ পৰাবোৰ ওখ আৰু থিয়। ইহঁতৰ উচ্চতা প্ৰায় ১২-১৫ মিটাৰ। বান নিয়ন্ত্ৰণ আৰু জলবিদ্যুৎ আহৰণৰ বাবে বৰ্তমান ব্ৰহ্মপুত্ৰ আয়োগে মণিপুৰৰ টিপাইমুখত বৰাকৰ ওপৰত এটা বান্ধ নিৰ্মাণৰ আঁচনি যুগুত কৰিছে।

থলুৱা ডিমাছাসকলে বৰাক নৈক কলংমাঃ বোলে। মণিপুৰত নৈখনক বোলে টুইলং। বাংলাদেশত নৈখনৰ দুটা শাখাক কুছিয়াৰা আৰু সুৰমা নামেৰে জনা যায়। আনন্দচন্দ্ৰ আগৰৱালাদেৱৰ মতে নৈখন ওলোৱা ঠাইৰপৰা পৰা ঠাই পৰ্য্যন্ত বেঁকাবেঁকি, সেই কাৰণে নৈখনৰ নাম বৰবক্ৰ বা বৰাক[২] (আৱাহন)।

## গতিপথ

বৰাক নৈখনৰ উৎপত্তি স্থান হ'ল মণিপুৰৰ উত্তৰ সীমাৰ কাষৰ মৰাম অঞ্চলৰ এক ওখ পৰ্বতমালাৰ দক্ষিণ ঢাল (২৫°২৭´ ঃ ৯৭°১৫´)। উৎসৰপৰা নৈখন টুলং বা ক্বাই (Kwai) নামেৰে প্ৰথমে দক্ষিণ-পশ্চিম দিশত মণিপুৰৰ মাজেদি ৩০ কিমি আহি উত্তৰ-পুবলৈ ঘূৰে। এনেকৈ ১০ কিমি বৈ পুনৰ উত্তৰ-পশ্চিমলৈ ঘূৰে। নৈখন এইভাগে ২০ কিমি আহি নাগালেণ্ড-মণিপুৰৰ সীমাত উক্ত সীমাইদি উত্তৰৰপৰা অহা টাপুকি বা ঝুকু নৈক সোঁপাৰে লৈ বৰাক বা টুইলং নৈ নামেৰে উক্ত সীমাৰূপে দক্ষিণ-পশ্চিম দিশত বৰলৈ ধৰে। এই দৰে ৩৫ কিমি আহি ছুলেন বা মণ্ডলকি নৈক লগত লৈ ই নাগালেণ্ডৰ সৰ্বদক্ষিণ চুকটোৰেদি মণিপুৰত প্ৰৱেশ কৰে। নৈখন মণিপুৰৰ মাজেদি ১২৫ কিমি পথ মণিপুৰৰ পশ্চিম সীমাৰপৰা ১২

কিমি পূবেদি উক্ত সীমাৰেখাৰ সমান্তৰালকৈ বৈ আহি মণিপুৰৰ দক্ষিণ-পশ্চিম কোণত দক্ষিণৰপৰা অহা টুইৱাই বা টিপাই (Tuivai) নৈক টিপাইমুখত লগ লৈ টিপাই বৈ অহা দিশত এক অতি সূক্ষ্ম কোণত ঘূৰি উত্তৰ-পূবমুৱা হৈ মণিপুৰ আৰু মিজোৰামৰ সীমাৰূপে ববলৈ ধৰে। এইভাগে বৰাক নৈখন আৰু ২০ কিমি বৈ আহি অসমৰ কাছাৰ জিলাৰ দক্ষিণ সীমাত প্ৰৱেশ কৰে আৰু অসম-মণিপুৰ সীমাৰূপে একেদিশতে ববলৈ ধৰে।

অসমৰ কাছাৰ জিলাৰ দক্ষিণ সীমাইদি কং দুং লুই আহি বৰাকত বাঁওপাৰে পৰিছে। লুং কুল লুই নামৰ জান এখন পূবলৈ আহি উত্তৰপৰা অহা জেম লুইক বাঁওপাৰে লৈ থনটুৰম নামৰ ঠাইৰ পশ্চিমে বৰাকত পৰিছে। এই ঠাইত অসম-মিজোৰামৰ সীমা উক্ত লুং কুল লুই আৰু কং দং লুইয়েদি বৰাকলৈ বথা হৈছে। তাৰপাছত বৰাক নৈখন পৰ্বতীয়া পথেৰে উত্তৰমুৱা হৈ বৈ আহে আৰু মণিপুৰৰপৰা অহা জানবোৰক সোঁপাৰে আৰু অসমৰপৰা অহাবোৰক বাঁওপাৰে লগত লয়। এই জানবোৰৰ ভিতৰত বুজন আকাৰৰ জানবোৰ ক্ৰমে এনে— কংদুং লুইক লগত লোৱাৰপৰা ৪ কিমি আহি পেয়লিয় ভাদুম, আৰু ডেৰ কিমি পাছত গুলো লুই আৰু আঢ়ৈ কিমি পাছত টুই চু লুই এই তিনিওকে বৰাকে সোঁপাৰে লয়। তাৰপাছত নৈখন আৰু চাৰে তিনি কিমি আহি কাছাৰৰ কুকং লুইক বাঁওপাৰে লগত লয়। কুকং লুইখন দক্ষিণ-পশ্চিম দিশৰপৰা আহি উত্তৰ-পশ্চিমৰপৰা অহা ছৰং লৰন লুইক লগত লৈ উত্তৰ-পূবমুৱা হৈ আহি ছন্দিখালৰ ওচৰত বৰাকৰ বাঁওপাৰে পৰে। বৰাক নৈখন তাৰপৰা আৰু ২ কিমি ভটিয়াই জয় ভাদুং জানখনক সোঁপাৰে লয়। ইয়াৰ পাছত নৈখনে ২ কিমি ভটিয়াই মস্তুলখাল, আৰু ডেৰ কিমি আহি মইনাখাল, তাৰপৰা ২ কিমি আহি ৰূপমীয়া চাচাৰ এই তিনিওকে বাঁওপাৰে লয়। তাৰপাছত নৈখনে আৰু ২ কিমি আহি বুঢ়াখালক সোঁপাৰে আৰু আঢ়ৈ কিমি আহি লালমাৰী খালক বাঁওপাৰে লয়। বাঁওপাৰে লগ হোৱা জানবোৰ কাছাৰৰ ইনাৰ লাইন বনৰপৰা আহিছে।

লালমাৰীক লোৱাৰ পাছত বৰাকখন পূবমুৱা লৈ ৩ কিমি আহি ছিবৰপুৰীখাল আৰু চৌধুৰীখালক সোঁপাৰে লগ কৰি এটা ভাঁজ ঘূৰি পশ্চিমমুৱা হয়। নৈখন এইদৰে ৩ কিমি ভটিয়াই পুনৰ পূবৰ উত্তৰ-পূব দিশত বয়। এনেকৈ ই ৩ কিমি আহি মনখালক বাঁওপাৰে



লয়। মনখাল বৰাক সংৰক্ষিত বনৰ মাজত ওলাই দক্ষিণ-পূবমুৱা হৈ আহি সোঁপাৰে তেলপুই লুই আৰু বাঁওপাৰে বৰুণখালক লৈ ভৌমিক পাৰাত বৰাকত পৰে। তাৰ পাছত বৰাকখন আৰু ২ কিমি আহি বৰাবেকৰাত বৰাবেকৰাখালক সোঁপাৰে লয়। তাৰপাছত বৰাক ৪ কিমি ভটিয়াই ভুটানখাল আৰু ডেৰ কিমি আহি চোট বেকিয়াখাল এই দুয়োকে সোঁপাৰে লয়। ইয়াৰপৰা নৈখন প্ৰায় উত্তৰপুৱা হৈ ১ কিমি আহি ডেভিল্‌ছ ক'লড্ৰন নামৰ টিঙৰপৰা অহা ভুপেন্দ্ৰৰ খালক বাঁওপাৰে লয়। নৈখন এইদৰে আৰু ৪ কিমি ভটিয়াই জিৰিমুখত উত্তৰৰপৰা অসম-মণিপুৰ সীমাইদি বৈ অহা জিৰি নৈক সোঁপাৰে লয়।

জিৰিমুখৰপৰা বৰাক নৈখন নাৰায়ণধৰ চাহবাগিছাৰ কাষেদি পশ্চিমলৈ ঘূৰি সম্পূৰ্ণকৈ কাছাৰ জিলাৰ ভিতৰত সোমায়। এনেকৈ ই ৩ কিমি ভটিয়াই বামকণ্টাখালক সোঁপাৰে লয়। আৰু ১ কিমি আহি আলনি চাহ বাগিছাত নৈখন উত্তৰমুৱা হয়। এইদৰে ৬ কিমি ভটিয়াই ফুলেৰ থালৰ ওচৰত পুনৰ এক সমকোণত ঘূৰি নৈখন পশ্চিমমুৱা হয়। ইয়াৰপৰা ২ কিমি আহি বৰাক নৈ লক্ষ্মীপুৰ নগৰ পায়। লক্ষ্মীপুৰৰপৰা নৈখন চাৰে সাত কিমি আহি বাঁসকান্দিৰ পূৱত চিৰি নৈক সোঁপাৰে লগত লয়। এই ঠাইতে বৰাকৰ সোঁপাৰে বাঁসকান্দি আনুৱা বিল আৰু শিলঘাট অনুৱা বিল আৰু বাঁপাৰে ৰূপাই আনুৱা বিল আৰু ধৰম বিল নামৰ বৰাকৰ এৰাসুঁতিৰপৰা হোৱা ৪ খন বিল আছে। চিৰি নৈক লৈ বৰাক নৈখন দক্ষিণ দিশত ঘূৰি ৯ কিমি আহি সোণাইমুখত সোণাই নৈক বাঁওপাৰে লয়।

সোণাইমুখৰপৰা বৰাকখন ক্ৰমান্বয়ে উত্তৰমুৱা হৈ ৫ কিমি বাট দুংগ্ৰীপাৰৰ পশ্চিমেদি বৈ আহি পশ্চিমমুৱা হয়। এইদৰে নৈখন ৬ কিমি ভটিয়াই সোণাবাৰী ঘাট পায়। ইয়াৰপৰা বৰাক উত্তৰমুৱা হৈ উত্তৰ কৃষ্ণপুৰ আৰু কালিগ্ৰাম হৈ বৈ আহে। কালিগ্ৰামৰ ওচৰতে বৰাকৰ বাঁওপাৰে ৰংগিৰখাৰি নৈ লগ হৈছে। কালিগ্ৰামৰপৰা বৰাক ৩ কিমি আহি কাশীপুৰ পায় আৰু ইয়াতে বদ্ৰী নৈক সোঁপাৰে লগত লয়। তাৰপৰা ৩ কিমি আহি ৰংপুৰৰ ওচৰৰপৰা নৈখন পশ্চিমমুৱা হয় আৰু শিলচৰ নগৰ পায়। শিলচৰৰ উত্তৰত মধুৰা নৈ আহি বৰাকৰ সোঁপাৰে পৰে।

শিলচৰৰপৰা নৈখন উত্তৰ-পশ্চিম দিশত ব'বলৈ লয়। ইয়াতে নৈৰ উত্তৰে খৰিল, দক্ষিণে আনুৱা, ধৰম, মলিন আদি কেইবাখনো

বিল আছে। এই দিশত নৈখন ১০ কিমি আহি নিজ জয়া নগৰৰ ২ কিমি উত্তৰ-পশ্চিমে জাটিংগা নৈক সোঁপাৰে লয়। ইয়াৰপাছত নৈখন একে দিশতে আঢ়ৈ কিমি আহি দূৰ্গাপুৰৰ কাগ চাপে আৰু ইয়াতে নৈখন ঘূৰি দক্ষিণ-পশ্চিমমুৱা হয়। উক্ত দিশত বৰা যাত্ৰাপুৰ, মাণিকপুৰ আদি ঠাইৰ কাষেদি নৈখন ১২ কিমি ভটিয়াই আহি শ্ৰীকোনাৰ ওচৰত ঘাগ্ৰা নৈক বাঁওপাৰে লয় আৰু প্ৰায় পশ্চিম দিশত ব'বলৈ লয়। এই পথ:ছোৱাত বৰাকৰ সপিল পথ বহুত পোন হয়। এইভাগে ই ৫ কিমি আহি নন্দীগ্ৰামৰ ওচৰৰ বাইপুৰত নিজৰ অন্যতম প্ৰধান উপনৈ কাটাখাল নৈক বাঁওপাৰে লয়। এইছোৱা বাটত আনুৱা বিল নামৰ দুখন বিল নদীৰ সোঁপাৰে আৰু এখন বিল নদীৰ বাঁওপাৰে দেখা যায়; এই আটাইকেইখন বৰাকৰ এৰা সুঁতিৰপৰা সৃষ্টি হোৱা। ইয়াৰ ভিতৰৰ ফুলবাৰীৰ ওচৰৰ সোঁপাৰৰ বিলখনলৈ গোৱালৰ খাল সংযোজিত হৈছে। ইয়াৰ পাছত বৰাক নৈখন আৰু ৪ কিমি ভটিয়াই অহাৰ পাছত পাঁচ গাঁৱত পালা নদীৰ মথুৰা খাল বৰাকৰ বাঁওপাৰে সংযোজিত হয়। তাৰপৰা নৈখনে আৰু ডেৰ কিমি অহাৰ পাছত পাঁচগাঁৱৰ প্ৰায় ওচৰতে ধলেশ্বৰী নৈক বাঁওপাৰে লয়। ইয়াৰপৰা নৈখন আৰু ২ কিমি ভটিয়াই গোবিন্দপুৰৰ ওচৰত আৰংগাং বা বানইমোল্লা গাং নৈক সোঁপাৰে লয়। ইয়াৰপৰা নৈখন আঢ়ৈ কিমি বাট পশ্চিমমুৱা হৈ প্ৰসিদ্ধ সিদ্ধেশ্বৰ মন্দিৰৰ উত্তৰেদি আহি বদৰপুৰ ঘাটত ৰে'লপথ আৰু ৪৪ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ আৰু ২ কিমি আহি বদৰপুৰ নগৰত ওলায়। বদৰপুৰৰপৰা মুঠ ৮ কিমি বাট আহি বৰাক নৈখন জগন্নাথপুৰ পায়। ইয়াতে বৰাকখন দুটা শাখাত বিভক্ত হয়। ইয়াৰে এটা শাখা সুৰমা নৈ নামেৰে উত্তৰলৈ আৰু আনটো বগলীয়া নৈ নামেৰে পশ্চিমলৈ ববলৈ লয়।

সুৰমা নৈখন জগন্নাথপুৰৰপৰা বাংলাদেশ আৰু কাছাৰ জিলাৰ মাজৰ সীমাৰূপে ৮ কিমি উত্তৰলৈ আহি চৈয়দপুৰত লাৰাং নৈক সোঁপাৰে লয়। ইয়াৰপৰা নৈখন ৫ কিমি ভটিয়াই মাধবপুৰত শুমৰা নৈক সোঁপাৰে লয় আৰু ২ কিমি আহি মহাদেৱপুৰত বালিচৰা নৈক সোঁপাৰে লৈ উত্তৰ-পশ্চিমলৈ ঘূৰে। এই দিশত আৰু ৫ কিমি ভটিয়াই নটানপুৰৰ ওচৰত সুৰমা নৈখন পশ্চিমমুৱা হৈ বাংলা দেশত সোমায়।



বৰাকৰ আনটো শাখা বগলীয়া নৈ নামেৰে বাংলাদেশ আৰু অসমৰ কৰিমগঞ্জ জিলাৰ মাজৰ সীমাৰূপে ব'বলৈ লয়। অৰ্থাৎ নৈখনৰ সোঁপাৰে বাংলাদেশ আৰু বাঁওপাৰে অসম। এইদৰে ই পশ্চিমমুৱা হৈ ৪ কিমি আহি বৰজান খালক সোঁপাৰে লগ কৰে। ইয়াৰপৰা ৪ কিমি ভটিয়াই চাৰগোলা ৰে'লষ্টেচনৰ কাষত গুমটি নৈক বাঁওপাৰে লয়। তাৰপৰা ৬ কিমি আহি নৈখন কৰিমগঞ্জ নগৰ পায়। নগৰখনৰ পশ্চিমে বগলীয়াৰ নৈৰ বাঁওপাৰে পশ্চিম দক্ষিণ দিশৰপৰা অহা সোণাই নৈখন পৰে। সোণাই নৈখন কৰিমগঞ্জ জিলাৰ মাজেদি বৈ উপনৈ হিচাপে লগত লাংগল নৈ আৰু দুখন সৰু নৈ লৈ আহিছে। বগলীয়া নৈখনক কৰিমগঞ্জৰপৰা কুছিয়াৰা নৈ বোলে। নৈখন পশ্চিম-উত্তৰ দিশত ১০ কিমি আহি মুকুন্দপুৰৰ ওচৰত বাংলাদেশৰ ছেইকৰ গঙক সোঁপাৰে লয়। ইয়াৰপৰা নৈখন ৬ কিমি ভটিয়াই লতাশাইলৰ উত্তৰেদি বৈ বাংলাদেশত সোমায়। বাংলাদেশত কুছিয়াৰাখনে দক্ষিণ-পশ্চিমমুৱা হৈ ৩০ কিমি গৈ ফেঁচুগঞ্জ পায়। তাৰপাছত প্ৰায় পশ্চিমমুৱা হৈ ৭০ কিমি গৈ সুৰমা নৈক লগত লৈ মেঘনাত পৰেগৈ।

আচৰিত যেন লাগিলেও সঁচা যে বৰাক নৈখন এই উপত্যকাৰ মাজৰ এছোৱা আপেক্ষিকভাৱে ওখ ঠাইৰ মাজেদি প্ৰবাহিত হৈছে। নদীৰ পলসে তৈয়াৰ কৰা তটবন্ধৰ (Levee) বাবে নদীৰ পাৰৰ ঠাইবোৰ উপত্যকাৰ ভিতৰুৱা ঠাইতকৈ কিছু ওখ। ইফালে নদীৰ উপত্যকাখন উত্তৰ আৰু দক্ষিণ দিশৰ পাহাৰৰ দাঁতিলৈ ক্ৰমান্বয়ে ওখ হৈ গৈছে। সেই কাৰণে বৰাক নদীৰ দুকাষে দুভাগ দ অঞ্চলৰ সৃষ্টি হৈছে। এই অঞ্চলবোৰত বিল আৰু জলাহ ঠাই দেখা যায়। এনেবোৰ ঠাইত বানপানী সোমালে পানী ওলাই যোৱাৰ বাট নাথাকে বাবে ক্ষয় ক্ষতিও অধিক হয়। বৰাক নৈখন বহলে ৩০ৰপৰা ৩০০ মিটাৰ, ইয়াৰ গভীৰতা ঠাই বিশেষে ২১ মিটাৰ (৭০ ফুট)।

## বৰাকৰ উত্তৰপাৰৰ প্ৰধান উপনৈ

**১০৬. জিৰি:** অসমৰ উত্তৰ কাছাৰ পাহাৰ জিলা, মণিপুৰ আৰু নাগালেণ্ড এই তিনিও মিলিত হোৱা ঠাইতে বৰাইল পৰ্বতৰ লাইছুং শৃংগ। এই শৃংগৰ দক্ষিণ ঢালত জিৰি নৈখন উৎপত্তি হৈ দক্ষিণ-পশ্চিম দিশত মণিপুৰ আৰু উত্তৰ কাছাৰ পাহাৰ জিলাৰ মাজৰ সীমাৰূপে বৈ আহিছে। এইদৰে ৪ কিমি আহি কুকি নগা নিবাসী

ঠাই লেইকেত কব্‌লছুন ভাক সোঁপাৰে লগত লয়। তাৰ পাছৰ বাটত নৈখনে ক্ৰমে বাঁওপাৰে ছংগুম ভা, সোঁপাৰে লেইপ্নি ভা, বাঁওপাৰে জামজিং ভা আৰু সোঁপাৰে মনটুন ভাক লগত লৈ মুঠ ৬ কিমি বাট থিংজে নামৰ ঠাইৰ দক্ষিণেদি গোনাকৈ বৈ আহিছে। ইয়াৰ পাছৰ ২০ কিমি পৰ্বতীয়া পথত জিৰিত পৰা জানবোৰ হ'ল ক্ৰমে সোঁপাৰে হামান কি আৰু নিআমকি, বাঁওপাৰে লুৰইগেওকি, জালুংগাইকি আৰু লেগুৱাকি, সোঁপাৰে টাইকি, বাঁওপাৰে লেঙকুমকি, সোঁপাৰে হানগ্ৰুমৰ কাষেদি অহা নামগাঁওকি, বাঁওপাৰে হুৰেকি, সোঁপাৰে বেথাকি আৰু শেষত বাঁওপাৰে ছুংলিংগেও নৈ। ইয়াৰ পাছত জিৰি নৈখন ২ কিমি ভটিয়াই পশ্চিমমুৱা হয় আৰু শিলৰ মাজৰ স্থায়ী সপিল বাটেৰে ৩ কিমি আহি লংমাকি নৈক সোঁপাৰে লয়। লংমাকি নৈখন উত্তৰৰ হেমেওলোৱা শৃংগৰপৰা ওলাই শোংকাইৰ দাঁতিয়েদি আহি বাটত মৰেবুৱাকিক লগত লৈ আহিছে। তাৰপাছত জিৰি নৈখন আৰু ডেৰ কিমি আহি নগাই ভাদুঙক সোঁপাৰে লৈ পুনৰ দক্ষিণ-পশ্চিমমুৱা হয়। এই দিশত ২ কিমি আহি বাঁওপাৰে মাছোকি নৈ আৰু সোঁপাৰে কুংক্ৰাং নৈক লৈ আৰু ২ কিমি ভটিয়াই নৈখনে এটা পূবমুৱা মেছ লয়। এনেকৈ ২ কিমি আহি লুংটাওৰ কাষেদি জুৰি নৈখন দক্ষিণমুৱা হয়। নৈখন উক্ত দিশে ৪ কিমি আহি সোঁপাৰে জেনাম নৈক লগত লৈ কাছাৰ জিলাৰ সীমাত প্ৰবেশ কৰে।

কাছাৰ জিলাৰ পূব সীমাইদি ৮ কিমি দক্ষিণলৈ আহি মিৰচা খালক সোঁপাৰে লৈ নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে ১২ কিমি আহি চুলাইখালক সোঁপাৰে লৈ আৰু ১৪ কিমি বাট ভটিয়াই আহি জিৰি নৈখন গুদামঘাট পায়। গুদামঘাটৰপৰা নৈখন পশ্চিমমুৱা হৈ সমতলত সোমায় আৰু ইয়াৰপৰা দুয়োপাৰে নৈৰ এৰাসুঁতি দেখা পোৱা যায়। এইদৰে ৮ কিমি আহি লক্ষীচৰাত ই লক্ষীচৰা নৈক সোঁপাৰে লয়। তাৰপৰা নৈখন আৰু ৩ কিমি ভটিয়াই দীগলী গাঁৱত দীগলী নৈ আৰু ঝুলনখালক সোঁপাৰে লয়। দীগলী গাঁৱৰপৰা ২ কিমি ভটিয়াই নৈখন জিৰিঘাট পায়। জিৰিঘাটৰপৰা নৈখন দক্ষিণমুৱা হৈ ৫ কিমি আহি বাঘখালক সোঁপাৰে লয়। বাঘখালৰ উপনৈ জিৰি সংৰক্ষিত বনৰ চলটাখাল আৰু আলনিচৰা। বাঘখালক লোৱাৰপৰা জিৰি নৈখন আৰু ৭ কিমি দক্ষিণলৈ আহি জিৰিমুখত বৰাকৰ সোঁপাৰে পৰে। জিৰি নৈখন দীঘে প্ৰায় ১২০ কিল'মিটাৰ।



## জিৰিৰ প্ৰধান উপনৈ

**১০৬.১. জেনাম :** নৈখন উত্তৰকাছাৰ পাহাৰ জিলাৰ দক্ষিণ-পূবৰ ছেমখোৰৰ দক্ষিণৰ এটা ১৪৯৫ মিটাৰ ওখ শৃংগত ওলাই দক্ষিণ দিশত ৭ কিমি আহি লাইছুং নামৰ ঠাই পায়। ইয়াতে নৈখনে উত্তৰপূবৰপৰা অহা নামনাকি নৈক বাঁওপাৰে লৈ আৰু আধা কিমি ভটিয়াই পমলোগাইকি আৰু গুমচগাইকি নৈক বাঁওপাৰে লয়। পাছৰ ৯ কিমি বাটত জেনামত পৰা জানবোৰ হ'ল ক্ৰমে — সোঁপাৰে ছেভোম ভাদুং, ছাছিন ভাদুং আৰু ৰামগ্ৰি ভাদুং, বাঁওপাৰে হাংগ্ৰুমগাঁও কি আৰু খাৰজোল ভাদুং, সোঁপাৰে খোভাদুং আৰু শেষত লেইপ নৈ। তাৰপৰা জেনাম নৈয়ে বৰালেইকিৰ পূবেদি ৪ কিমি আহি চিখু নৈক সোঁপাৰে লয়। চিখুখন এখন ডাঙৰ নৈ, ই জেনাম নামৰ ঠাইৰ ৩ কিমি পশ্চিমে থুমজাং ক্লাং (১৮৬০ মিটাৰ) শৃংগৰ উত্তৰে থুমাজাং নৈ নামেৰে ওলাই প্ৰথমে পশ্চিম আৰু পাছত দক্ষিণলৈ চিখু নাম লয়। বাটত বাঁওপাৰে খোলভাদুং আৰু সোঁপাৰে ছুংনাউ নৈক লৈ আহি বৰা লাইকেৰ দক্ষিণত জেনামত পৰে।

চিখুক লৈ জেনাম নৈখন ৪ কিমি ভটিয়াই খোলভাদুং নামৰ আন এখন জান সোঁপাৰে লৈ দক্ষিণমুৱা হয়। এনেদৰে ৭ কিমি আহি কাছাৰ আৰু উত্তৰ কাছাৰ পাহাৰ জিলাৰ মাজৰ সীমাৰূপে পূব দিশে বৰলৈ লয়। উক্ত পথছোৱাত ক্ৰমে সোঁপাৰে নেলভাদুং, থিংলংলিং আৰু বাঁওপাৰে খাখোদুং এই জানকেইখন জেনামৰ লগ হয়। উক্ত সীমাইদি ৮ কিমি পূবলৈ আহি জেনাম নৈখন মাওলঙৰ পূবত জিৰি নৈত পৰে। এইছোৱা পথত জেনামৰ উপনৈ হ'ল ক্ৰমে বাঁওপাৰে ছিমকিম নৈ আৰু দুইজুং নৈ। দুইজুং এখন ডাঙৰ নৈ, ইয়াৰ উপনৈ হ'ল ৰেটুৰাদং, টলদমদি নৈ আৰু থিংদেলিভা নৈ। জেনাম নৈখনৰ দীঘ প্ৰায় ৩৯ কিমি। বৰাইল পৰ্বতৰ এক গুৰুত্বপূৰ্ণ শিলাশ্ৰেণীৰ নাম জেনাম নৈৰ নামেৰে নামকৰণ কৰা হৈছে।

**১০৬.২. দীগলী নৈ :** কাছাৰ জিলাৰ উত্তৰ ভাগত ওলাই দক্ষিণলৈ ৭ কিমি আহি দীগলী নামেৰে নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। বাটত সোঁপাৰে দিখংমা আৰু বাঁওপাৰে গুনমখালক লগত লৈ ১৩ কিমি ভটিয়াই দীগলী নামৰ ঠাইৰ ওচৰত দীগলাং নৈক বাঁওপাৰে লয়। দীগলাং নৈখন জেনাম নৈৰ দক্ষিণে ওলাই বটেত নেলভা নৈক বাঁওপাৰে লৈ মুঠ ১৮ কিমি আহি দীগলীত পৰে। দীগলাঙক লৈ

দীঘলী নৈখন আৰু ৫ কিমি দক্ষিণলৈ আহি দীঘলী গাঁৱত জিৰি নৈত পৰে।

## ১০৭. জিৰিগাং বা চিৰি নৈ

উত্তৰ কাছাৰ পাহাৰ জিলাৰ দক্ষিণ ভাগৰ বৰাইল পৰ্বতৰ মহাদেউ শৃংগৰ (১৭৩৯ মিটাৰ) দক্ষিণ আৰু পশ্চিম ঢালত ওলোৱা দুখন জান নেংটে নামৰ ঠাইত লগ হৈ ছিলকাং নৈ নাম লয়। এইখনেই পাছত দক্ষিণ-পশ্চিম দিশত ১৪ কিমি বাট বৈ আহোঁতে ক্ৰমে সোঁপাৰে খোলভা নৈ নামৰ দুখন জান, বাঁওপাৰে পয়চাদুং, সোঁপাৰে আমৰুক দুঙক লগত লৈ জিৰিগাং নাম লয়। ইয়াৰপাছত নৈখন ৫ কিমি দক্ষিণমুৱা হৈ আহি ছিয়ামাত উত্তৰ-পশ্চিমৰপৰা অহা দিগুন নৈক সোঁপাৰে লগত লৈ কাছাৰ জিলাত সোমায়। কাছাৰ আৰু উত্তৰ কাছাৰ পাহাৰ জিলাৰ মাজৰ এছোৱা সীমা উক্ত দিগুন নৈখনেদি নিৰূপিত হৈছে।

কাছাৰত সোমাই জিৰিগাং নৈ বহল হয় আৰু সপিল পথেৰে বৰলৈ ধৰে আৰু সম্পূৰ্ণকৈ ভৈয়াম পাই চিৰি নাম লয়। নৈখন উপৰোক্ত ছিয়ামাৰপৰা ১৫ কিমি আহি কাছাৰৰ বৰ্জো বজাৰৰ ওচৰত উত্তৰৰপৰা অহা লাংলাচৰা নৈক সোঁপাৰে লয়। ইয়াৰপৰা নৈখন আৰু ৩ কিমি ভটিয়াই দিকছাত দিকছা নৈক বাঁওপাৰে লয়। ইয়াৰ পাছত নৈখন ৫ কিমি আহি পাইলাপুৰত নিজৰ ঘাই উপনৈ লাবাকক সোঁপাৰে লয়। পাইলাপুৰৰপৰা চিৰি নৈখন ৩ কিমি দক্ষিণলৈ আহি লক্ষীপুৰ নগৰৰ কাষ চাপে। লক্ষীপুৰতে নৈখনে ক্ৰমে পশ্চিম আৰু উত্তৰমুৱা ভাঁজ লৈ শেষত পশ্চিম দিশত বৰলৈ ধৰে। এনেকৈ নৈখনে ৩ কিমি আহি কলাখালক সোঁপাৰে লগত লয়। পাছত উজান তাৰাপুৰৰ কাষেদি এটা উত্তৰমুৱা ভাঁজ ঘূৰি চিৰিপাৰত চিৰি নৈখন বৰাকৰ সোঁপাৰে পৰে। চিৰি নৈৰ দৈৰ্ঘ্য প্ৰায় ৬৪ কিমি।

### চিৰিৰ প্ৰধান উপনৈবোৰ

**১০৭ ১. দিকছা নৈঃ** নৈখন উত্তৰ কাছাৰ পাহাৰৰ বৰাইল পৰ্বতৰ দক্ষিণ ঢালৰ খুংলুং নামৰ ঠাইৰ পূৱত ওলাই দিজৌ বা দিকছা নৈ নামেৰে দক্ষিণমুৱা হৈ বহু জান-জুৰিসহ বৈ আহে। কাছাৰত সোমাই নেলভা নৈক বাঁওপাৰে লৈ পাহাৰৰ পাদদেশ পায়। ইয়াতে নৈখনে দিছিম নৈক সোঁপাৰে আৰু দিপুৰ ওচৰত দিপু নৈক লগত



লয়। তাৰপাছত পাহাৰৰ মাজৰ উপত্যকাইদি দক্ষিণ-পশ্চিমলৈ বৈ আহি বৈগজিনি নৈক সোঁপাৰে লয়। বাটত বালাধন চাহবাগিছাৰ ওচৰত ছিটাই নৈ (উজনিৰ নাম দলৈচৰা) চিৰিৰ সোঁপাৰে পৰে। দিকছা নৈখন প্ৰায় একে দিশত ভটিয়াই আহি দিকছা নামৰ ঠাইত চিৰি নৈত পৰে। দিকছা নৈখন প্ৰায় ৩২ কিমি দীঘল।

**১০৭.২. লাবাক নৈঃ** বৰাইল পাহাৰৰ নামনিত কাছাৰ জিলাৰ চাংলুপত হিদাল নৈ নামেৰে ওলাই দক্ষিণ-পশ্চিম দিশত এক থিয় গিৰিখাটেদি বৈ আহে। সেইবাবে নৈখনত পৰা জানবোৰ অতি চুটি। পাদদেশ অঞ্চলত এই নৈৰ পাৰত মটিচৰা, কুম্ভীৰ আদি কেইবাখনো চাহবাগিছা আছে। নামনিত এই নৈকে লাবাক নৈ বোলে। নৈখন আৰু দক্ষিণলৈ আহি পাইলাপুৰত চিৰিত পৰে।

## ১০৮. বদ্ৰী নৈ

সোণাইৰ পাছত পৰা বৰাকৰ উপনৈ। উত্তৰ-পূবদিশৰপৰা অহা বালিগাং, উত্তৰৰপৰা অহা বালিচৰা নৈ, পূবৰপৰা অহা মাদ্ৰী নৈ আৰু দক্ষিণৰপৰা অহা গৰখাই খাল চাৰিও লগ লাগি বদ্ৰী নৈখন হৈছে। নৈখন বেৰেঙা নামৰ ঠাইৰ বিপৰীতে বৰাকত পৰে।

## ১০৯. মধুৰা নৈ

কাছাৰ জিলাৰ উত্তৰ ভাগৰ মধ্যম অংশৰ নৈ। পক্ষী-ৰহস্যৰ বাবে বিখ্যাত জাটিংগা চহৰৰ প্ৰায় ৪ কিমি দক্ষিণ-পূবত বৰাইল পৰ্বতৰ এটা ১৭৩৭ মিটাৰ ওখ টিঙৰ পশ্চিমে মাধুৰা বা বুংপুল নৈখন ওলাই দক্ষিণ-পশ্চিমমুৱা হৈ বৈ আহিছে। ই বাটত মিচিখুৰ নৈক বাঁওপাৰে আৰু ভালেমান অনামি জান লৈ আহি উত্তৰৰ ঠাইকুলৰ পৰা অহা ডোৰা নামৰ জান এখনক সোঁপাৰে লয়। ইয়াৰ পাছত আৰু ২ কিমি আহি নৈখন চুলটেচৰা পায়। একেদিশে ভটিয়াই আহি হাতীচৰাৰ ওচৰত ঘূৰি নৈখন পূবমুৱা হয়। এনেকৈ ৪ কিমি আহি নাগাদুঙৰ ওচৰত নৈখন দক্ষিণমুৱা হয় আৰু নাগাদুং নৈক বাঁওপাৰে লয়। নৈখন তাৰপৰা ভটিয়াই আহি চণ্ডীঘাটৰ বিপৰীতে নাকটি নৈক বাঁওপাৰে লয় আৰু ৩ কিমি ভটিয়াই উক্ৰনাবন্দত উত্তৰ-পূবৰপৰা অহা টিকাই নৈক বাঁওপাৰে লয়। ইয়াৰপৰা নৈখন ক্ৰমান্বয়ে দক্ষিণ-পশ্চিমমুৱা হৈ উদৰবন্দ নগৰৰ পূবেদি আহি গোঁসাইপুৰৰ ওচৰত পশ্চিমমুৱা হয় আৰু ইয়াতে ই উত্তৰ-পূবৰপৰা অহা লাৰছিং নৈক সোঁপাৰে লয়। লাৰছিঙৰ উপনৈ হ'ল বেটা নৈ। ইয়াৰ

পাছত মধুৰা নৈখন ডেৰ কিমি আহি শিলচৰ নগৰৰ উত্তৰৰ দুধপটলিৰ ওচৰত বৰাক নৈৰ সোঁপাৰে পৰে।

## ১১০. জাটিংগা নৈ

নৈখনৰ নামেৰে নামাকৰণ হোৱা উত্তৰ কাছাৰ পাহাৰৰ জাটিংগা ৰে'লষ্টেচনৰপৰা লামডিং-বদৰপুৰ শাখাৰ ৰে'লপথৰ কাছাৰৰ চন্দ্ৰনাথপুৰ ষ্টেচনলৈকে যিখন নৈৰ কাষে কাষে ৰে'লপথ প্ৰায় ৩০ কিমি পথ গৈছে সেইখনেই জাটিংগা নৈ। জাটিংগাৰপৰা দিতকছৰালৈকে নৈখনৰ গোন পথটোৰ কাৰণ হাফলং-ডাউকি নামৰ এটা বিখ্যাত চ্যুতিৰবাবে বুলি অনুমান হয়।

জাটিংগা ৰে'লষ্টেচনৰপৰা ১ কিমি পুবৰ খাছীয়া জাটিংগাত জাটিংগা নৈখন উৎপত্তি হৈছে। ইয়াৰপৰা নৈখন ৰে'লপথৰ দক্ষিণ পাৰে, ৰে'লপথৰ কাষে কাষে প্ৰায় পশ্চিম দিশত বৈ আহিছে। বাটত নৈখনে কাপৰছল্লাৰ ওচৰত চোটা ৰেখা নৈক আৰু ভটিয়াই ৰেখাৰ ওচৰত বৰাৰেখা নৈ দুয়োকে বাঁওপাৰে আৰু লংখুংনৈক সোঁপাৰে লয়। এনেকৈ আহি হাৱংগাজাও ষ্টেচনৰ ওচৰত নৈখন ৰে'লপথৰ নিচেই কাষ চাপে। নৈখনে পাছত চোট লেখাৰ ওচৰত উত্তৰ বলমলৰ কাষৰপৰা অহা চোটলেখা নৈ আৰু ডেৰ কিমি আহি বৰালেখা নৈ দুয়োকে সোঁপাৰে আৰু ডিমৰু নৈক বাঁওপাৰে লয়। ডিম্‌ৰুৰ উপনৈ হ'ল ববিচৰা দেলিয়াদিছা। ডিম্‌ৰুক লোৱাৰ পাছত নৈখন পশ্চিম-দক্ষিণমুৱা হয় আৰু দিতকছৰা ৰে'ল ষ্টেচনৰ ওচৰত উত্তৰৰপৰা অহা দিতকচৰা নৈক সোঁপাৰে লৈ দক্ষিণমুৱা হৈ কাছাৰ জিলাত সোমায়।

কাছাৰ জিলাৰ মাজেদি ১ কিমি আহি কয়াং নৈক সোঁপাৰে লয়। কয়াং নৈখন উত্তৰ কাছাৰ সংৰক্ষিত বনৰ পূবভাগত ওলাই পূবলৈ আহি বাটত বাঁওপাৰে ছেলাপাইদুং নৈ, ডিছামা নৈ আৰু ডিৰু নৈক লৈ দিতকছাৰৰ ওচৰৰ কয়াঙত জাটিংগাত পৰিছে। কয়াঙৰপৰা জাটিংগা নৈখন ৪ কিমি দক্ষিণলৈ আহি বান্দৰখাল ৰে'লষ্টেচনৰ কাষ পায়। ইয়াৰপৰা নৈখন দক্ষিণ-পশ্চিমমুৱা হয়। এইদৰে ২ কিমি আহি দালুং নৈক সোঁপাৰে আৰু ৩ কিমি আহি টিবং নৈক বাঁওপাৰে লৈ দামচৰা ষ্টেচনৰ কিছু পশ্চিমৰ নতুন জাটিংগা নামৰ ঠাইত নৈখন আকৌ দক্ষিণমুৱা হয়। এইদৰে ৩ কিমি আহি ছাহবাজপুৰ চাহবাগিছাৰ ওচৰত নৈখন পূবমুৱা হয়। এনেকৈ ৩ কিমি আহি নৈখন পুনৰ দক্ষিণমুৱা হয় আৰু মাৰৱা



চাহবাগিছাৰ কাষত মাৰৱাচৰা নৈক বাঁওপাৰে লয়। মাৰৱাচৰাৰ উপনৈ লক্ষীচৰা আৰু ভুবিচৰা। ইয়াৰপৰা ৭ কিমি ভটিয়াই বৰখোলাৰ পূবত অবাংগাং নৈক সোঁপাৰে আৰু চাৰে তিনি কিমি আহি নিজৰ ঘাই উপনৈ ডালু নৈক বাঁওপাৰে লয়। ইয়াৰপৰা আৰু ২ কিমি আহি জাটিংগা নৈ বদৰপুৰ নামৰ ঠাইত বৰাকৰ সোঁপাৰে পৰে।

জাটিংগা নৈৰ দীঘ ৫৮ কিল'মিটাৰ। হাৰাংগাজাওত লোৱা জোখমতে নৈখনত প্ৰবাহিত সৰ্বোচ্চ আৰু সৰ্বনিম্ন পানীৰ পৰিমাণ যথাক্ৰমে প্ৰতি ছেকেণ্ডত ৩৮'৪০ আৰু ০'৯৭ ঘনমিটাৰ।

### জাটিংগাৰ উপনৈ

**৫.১. ডালু:** হাৱাংগাজাও ষ্টেচনৰ দক্ষিণে বৰাইল সংৰক্ষিত বনৰ পূবভাগৰ ডোলিয়াত ডালু নৈখন ওলাইছে। লগত বহুত জান-জুৰি লৈ নৈখন দক্ষিণমুৱা হৈ ইন্দ্ৰনগৰৰ পশ্চিমেদি বৈ আহে। গৰমাদিছাৰ ওচৰৰপৰা নৈখন ক্ৰমান্বয়ে দক্ষিণ-পশ্চিমমুৱা হৈ আহি লালবাঘ চাহবাগিছাৰ ওচৰৰপৰা সম্পূৰ্ণকৈ পশ্চিমমুৱা হয়। বৰাবন্দ নামৰ ঠাইত উত্তৰ-পূবৰপৰা অহা আবং নৈ ডালুৰ সোঁপাৰে পৰে। আবঙৰ উপনৈ হ'ল ছুভংচৰা, তেলাচৰা আৰু বন্দ্ৰী নৈ। আবঙক লোৱাৰ পাছত ডালু নৈখন প্ৰায় দক্ষিণমুৱা হৈ ডালু চহৰ পায়। ডালুৰপৰা নৈখন দক্ষিণ-পশ্চিম দিশত আহি কামাটিলাৰ ওচৰত জাটিংগাৰ সোঁপাৰে পৰে।

## ১১১. বানইমোল্লা গং

জাটিংগাৰ উপনৈ কয়াঙৰ দক্ষিণে আবং নামৰ ঠাইত উৎপত্তি হোৱা আবংনলা নামৰ জানখনৰ লগত পুবৰ মুনলিঅনৰ কাষৰপৰা অহা এখন জান লগলাগি দক্ষিণ-পশ্চিমমুৱা হৈ কাঞ্চনটপৰ উত্তৰেদি আহি বৰা নুনচুৰিৰ ওচৰত বৰা নুনচুৰি নলাক সোঁপাৰে লগ পায়। এইখনেই বাটত নগাচৰা আৰু বালাচৰা নামৰ দুখন জান বাঁওপাৰে লৈ ৰে'লপথ পাৰ হৈ দক্ষিণলৈ আহে। পাছত এই নৈখনে বাঘেমাৰা, জুৰকুনী আদি বিলৰ কাষেদি আহি দক্ষিণৰপৰা যোৱা এটা নলা লৈ বানইমোল্লা গং নাম লয়। ইয়াৰ পাছত নৈখনে উত্তৰৰপৰা অহা ছিংজুৰি গঙক সোঁপাৰে লৈ গোবিন্দপুৰৰ দক্ষিণত বৰাকত পৰে।

## সুৰমা নৈৰ উপনৈ

সুৰমা নৈৰ বাঁওপাৰে বাংলাদেশ আৰু সোঁপাৰে অসম। অসমৰ ভিতৰত সুৰমাৰ উপনৈকেইখন হ'ল ক্ৰমে—

### ১১২. লাৰাং নৈ

এইখন কাছাৰ জিলাৰ উত্তৰ-পশ্চিম ভাগৰ নৈ। বৰাইল পৰ্বতৰ দক্ষিণ ঢালত টিহুক নদী নামেৰে ওলাই দক্ষিণলৈ আহি মুৰালগাং নামৰ ঠাইত দক্ষিণ-পশ্চিমমুৱা হৈ লাৰাং নাম লয়। বাটত উত্তৰৰ বৰাইল পৰ্বতৰপৰা অহা গোনাম নলা, ছিপি নদী বা টুইপী নদী আৰু ছাখিডা নদীক লৈ নৈখন দক্ষিণমুৱা হয়। এনেকৈ ই আঢ়ৈ কিমি আহি সোঁপাৰে ভাংবুই নলাক (উপনৈ লেংজুৰি নলা) লগত লয়। তাৰপৰা ৫ কিমি আহি আইলাথল চাহবাগানৰ ওচৰত নৈখনে দামচৰা নৈক বাঁওপাৰে লয়। তাৰপাছত নৈখনে দক্ষিণ-পশ্চিমমুৱা হৈ উত্তৰৰ মেজেণ্টা চাহবাগিছাৰপৰা অহা বৰচৰা নৈক (উপনৈ বোৰালচৰা) সোঁপাৰে লৈ দুভাগত বিভক্ত হয়। এভাগ কলাই নৈ নামেৰে দক্ষিণ-পূৱলৈ যায় আৰু আনভাগ কাকৰাখাল নাম লৈ দক্ষিণ-পশ্চিমলৈ আহে। কাকৰাখাল নৈখন ১ কিমি আহি ভটগ্ৰামত ৪৪ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ উল্লাখাল নামৰ এখন জান বাঁওপাৰে লয়। তাৰপৰা নৈখন আৰু ৬ কিমি আহি পশ্চিমমুৱা হৈ লাৰংপাৰত সুৰমা নৈত পৰে।

ইফালে কলাই নৈখন দক্ষিণ-পূৱমুৱা হৈ ৬ কিমি আহি হিলাৰা ৰে'লষ্টেচনৰ কাষত ৰে'লপথ পাৰ হৈ তেতেলিচৰা নৈক বাঁওপাৰে লৈ দক্ষিণ-পশ্চিমমুৱা হয়। বাটত বিহাৰাখাল আৰু শিংজুৰি গাঙক লগত লৈ আঢ়ৈ কিমি আহি নৈখন পশ্চিমমুৱা হয়। তাৰপৰা নৈখন হিলাৰা চাহবাগিছাত ৰে'লপথ পাৰ হৈ বৰা বিলত পৰে।

### ১১৩. গুমৰা বা ভমল নৈ

বৰাইল পৰ্বতৰ দক্ষিণ ঢালৰপৰা দক্ষিণ-পশ্চিমমুৱা হৈ অহা মুৰা নলা, পূবৰপৰা অহা মাজৰ নলা আৰু দক্ষিণৰপৰা যোৰা ইয়া নলা ইহঁত তিনিখন তিনিমুখা নামৰ ঠাইত একেলগ হৈ দক্ষিণ-পশ্চিম দিশত বৈ আহে। এইখনেই ভমলৰ উত্তৰেদি আহি ভমল নৈ নাম লয়। বাটত সোঁপাৰে কৰচৰা মাখিচৰা আৰু বাঁওপাৰে ইছহা চৰা আৰু লগতে কেইবাখনো জান লৈ ভমল নৈখন কলনচৰা নামৰ ঠাই পায়। ইয়াতে নৈখনে গুমৰা নৈ নাম পায়। ইয়াৰপৰা দক্ষিণমুৱা



হৈ বৈ খেলমাপুৰৰ কাষত নৈখন পশ্চিমমুৱা হয়। এইদৰে গুমৰা নৈখনে পয়কান নামৰ ঠাইত ৪৪ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ পশ্চিমলৈ আহি মাধৱপুৰৰ ওচৰত সুৰমাত পৰে।

### ১১৪. বালিচৰা নৈ

সুৰমা নৈৰ অসমৰ ভিতৰৰ শেষ উপনৈখন হ'ল বালিচৰা নৈ। নৈখন ভাৰোপছিপ পৰ্বতৰ দক্ষিণ-পশ্চিমত ওলাই উক্ত দিশতে বৈ আহি বালিচৰা নৈ নাম লৈ পশ্চিমমুৱা হয়। উত্তৰ মেঘালয়ৰ নুৰপু সংৰক্ষিত বনৰপৰা অহা কলা নৈ অসমৰ কাছাৰ জিলাৰ পশ্চিম সীমাইদি (মেঘালয়ৰ লগত) দক্ষিণলৈ আহি বালিচৰাত পৰেহি। এই ঠাইতে বাংলাদেশৰপৰা পূবমুৱা হৈ অহা লাংথালাং নৈখনো বালিচৰাত পৰে। ইহঁত দুখনক লৈ বালিচৰালৈ দক্ষিণলৈ আহি বাটত মটকচৰাক সোঁপাৰে লৈ মালিধৰৰ ওচৰত পূৰাকৈ অসমত সোমায়। ইয়াৰ পাছত নৈখন গুমৰা চাহবাগিছাৰ মাজেদি দক্ষিণলৈ আহি মহাদেৱপুৰত সুৰমাত পৰে।

## বৰাকৰ দক্ষিণপাৰৰ উপনৈ

### ১১৫. সোণাই নৈঃ

বৰাকৰ এখন প্ৰধান উপনৈ। সোণাইৰ উপনৈ হ'ল ৰুকুনি। কাছাৰ জিলাৰ বৰাকৰ দক্ষিণভাগ ঠাইৰ প্ৰায় সমস্ত পানী সোনাই আৰু ইয়াৰ শাখা-প্ৰশাখাই বৰাকলৈ কঢ়িয়াই আনে। নৈখনৰ নামেৰে সোণাই নগৰ গঢ়ি উঠিছে।

**গতিপথঃ** নৈখন টুইৰিয়ল বা সোণাই নামেৰে মিজোৰামৰ মধ্যভাগত (২৩°২৬´, ৯২°৪৫´) উৎপত্তি হৈছে। তাৰপৰা নৈখন পাহাৰৰ মাজেদি পোন পথেৰে উত্তৰ দিশত বৈ আহিছে। মিজোৰামৰ ভিতৰত টেইৰংনেকটে লুইখন ইয়াৰ অন্তিম উপনৈ। ইয়াৰ পাছত সোণাই নৈয়ে মুৰাল খং টুাং পাহাৰৰ উত্তৰত বাঘখাল বা টিয়ামা লুইক বাঁওপাৰে লগত লয়। বাঘখাল নৈখন সীমাৰ কাষৰপৰা দক্ষিণ-পূৱলৈ অহা টুইছেহ লুই আৰু ছিচাংলুই মিলি গৈছে। মিজোৰাম আৰু অসমৰ কাছাৰ জিলাৰ মাজৰ সীমা উক্ত টুইছেহ লুয়েদি আহি বাঘখাল হৈ কিছুদূৰ সোণাই নৈয়েদি উত্তৰলৈ আহি গৈছে। সেয়েহে ইয়াৰপৰা সোণাইখন আন্তঃৰাজ্যিক সীমাইদি বৈ আহে, এইদৰে ৩ কিমি উত্তৰলৈ আহি টেইৰিং নেক্‌লিয়ান লুইক সোঁপাৰে

লয়। অসম-মিজোৰামৰ সীমা উক্ত জানখনেদি পূবলৈ গৈছে আৰু এই জানখনতে অসমৰ ভিতৰত উত্তৰৰপৰা অহা বুক লুই আৰু ছেগ-কউল লুই নামৰ দুখন জান পৰিছে। এই অঞ্চলৰ নৈ-নলাবোৰে অতি সুন্দৰভাৱে জালী জলনির্গম (Trellis pattern) দেখুৱায়।

এই ঠাইৰ পাছত সোণাই নৈখন সম্পূৰ্ণকৈ অসমত সোমায়। প্ৰায় উত্তৰা-দক্ষিণাকৈ সমান্তৰালভাৱে দীঘলীয়াকৈ শাৰী পাতি থকা চাপৰ পাহাৰৰ মাজেদি সোণাই আৰু ইয়াৰ বহুত উপনৈ উত্তৰমুৱা হৈ বৈ আহিছে। এই নৈবোৰত বহুত সৰু জুবি লম্বভাৱে পৰিছেহি বাবে নৈবোৰ দেখাত চেলা এটাৰ দৰে। অসমৰ মাজেদি চাৰেতিনি কিমি আহি নৈখনে টিয়মাখালক বাঁওপাৰে লয়। এই অঞ্চলত জান-বোৰক খাল বোলা হয়। ইয়াৰপৰা নৈখন আৰু ৮ কিমি ভটিয়াই আহি পশ্চিমমুৱা হৈ নিজৰ সমান্তৰালকৈ বৈ অহা বৰ্‌হাখালক সোঁপাৰে লগত লয়। বৰ্‌হাখাল এখন ডাঙৰ নৈ, ইয়াৰ উপনৈ বউক্লীয়ান লুই, ছইকহ লুই আৰু বৰাকখাল। সোণাইখন পশ্চিম দিশত আৰু ২ কিমি আহি পুনৰ উত্তৰ-পুবমুৱা হয় আৰু এইদৰে ঘূৰা ঠাইতে নিজৰ সমান্তৰালকৈ দক্ষিণৰপৰা অহা হাথীখালক (উপনৈ আইনাখাল) বাঁও-পাৰে লগত লয়। সেই ঠাইৰপৰা নৈখন ৩ কিমি আহি চেঁকৰচাম নামৰ ঠাই পাৰ হৈ ইনাৰ লাইন সংৰক্ষিত বনৰ ভিতৰত সোমাই এগ্ৰিনলাক বাঁওপাৰে লয়। এগ্ৰিনলাৰ উপনৈ আনন্দখাল। ইয়াৰ পাচত নৈখন ডেৰ কিমি ভটিয়াই সোঁপাৰে জোৰখাল আৰু ২ কিমি আহি নগাখালক লৈ আৰু ৩ কিমি ভটিয়াই মণিয়ৰিখাল নামৰ এক চহৰত ভৈয়ামত সোমায়। উক্ত চহৰখনৰ পুবে নৈখন ২ কিমি বৈ আহি কালাখালক সোঁপাৰে লৈ উত্তৰ-পশ্চিমমুৱা হৈ বৰলৈ ধৰে। নৈখন এনেকৈ ৩ কিমি আহি মিৰখাল আৰু আঢ়ৈ কিমি আহি ধৰ্মীৰ উত্তৰত ধৰ্মীখাল দুয়োকে বাঁওপাৰে লয়। ইয়াৰপৰা ৬ কিমি ভটিয়াই পালংঘাটত নিজৰ প্ৰধান উপনৈ ৰুক্‌নি নৈক বাঁওপাৰে লয়। ধৰ্মীৰ-পৰাই সোণাইখনৰ গতিপথ সপিল হয়। সেই বাবে এৰাসুঁতিৰপৰা হোৱা কেইবাখনো বিল নৈৰ দুয়োপাৰে দেখা যায়। পালংঘাটৰপৰা সোণাই নৈখন উত্তৰমুৱা হয়। এইদৰে ই ১১ কিমি আহি আমজুৰ নৈক সোঁপাৰে লয় আৰু ইয়াৰপৰা মাত্ৰ ১ কিমি ভটিয়াই সোণাই-মুখত বৰাকৰ বাঁওপাৰে পৰে। সোণাই নৈৰ দৈৰ্ঘ্য প্ৰায় ১৫০ কিল'মিটাৰ।



## সোণাইৰ প্ৰধান উপনৈ

**১১৫.১. ৰুক্‌নি নৈ :** এখন প্ৰাচীন নৈ। শিলচৰ নগৰৰপৰা ৪৫ কিমি নিলগত ৰুক্‌নি নৈৰ তীৰত ৰাজঘাট নামে ঠাইত এসময়ত ত্ৰিপুৰা ৰাজ্যৰ ৰাজধানী আছিল বুলি পোৱা যায়। নৈখন মিজোৰামৰ উত্তৰ ভাগত ওলাই ছেৰ লুই নামেৰে উত্তৰ-পুব দিশত কাঁড়ৰ যেন পোন হৈ বৈ আহিছে। এইদৰে আহি নাটাচৰা নামৰ ঠাইত নৈখন অসমত সোমায়। এই ঠাইৰপৰা মিজোৰাম-অসমৰ সীমা পশ্চিমলৈ উত্তৰ-পশ্চিম দিশত পোন হৈ গৈছে আৰু পুবলৈ ছেৰ লুইৰ সোঁপাৰে পৰা নাটাচৰা জানখনেদি নিৰূপিত হৈছে। নাটাচৰা এখন ডাঙৰ জান। জানখন ছাইপুম ট্লাং নামৰ শৃংগৰ (৪৬৩ মিটাৰ) কাষত লুং জউন লুই নামেৰে ওলাই কাছাৰ জিলাৰ দক্ষিণ সীমাইদি পশ্চিমলৈ আহি পাছত উত্তৰমুৱা হয়। ই বাটত সোঁপাৰে পিয়ই থ্লেং লুইক লগত লৈ নাটাচৰা নাম লয়। তাৰপৰা উত্তৰ-পশ্চিম দিশত বৈ আহি নিজৰ নামেৰে নামকৰণ হোৱা নাটাচৰাত ছেৰ লুই নৈত পৰে।

নাটাচৰাৰপৰাই ছেৰ লুইক ৰুক্‌নি নৈ বোলে। একেটা পোন পথতে নৈখনে বাটত টুলৰতল পাৰ হৈ চাৰে পাঁচ কিমি আহি বগীআলা বিপৰীত পাৰে পানচৰা নামে এক ডাঙৰ জানক সোঁপাৰে লয়। ইয়াৰ পাছত নৈখন আৰু ডেৰ কিমি ভটিয়াই কুলিচৰা নামৰ আন এখন ডাঙৰ জান বাঁওপাৰে লয়। ইয়াৰপৰা ৰুক্‌নি নৈ আৰু আঢ়ৈ কিমি আহি হাৰাটিঙৰ ওচৰত মুটুল লুইক বাঁও-পাৰে লয় আৰু ইয়াতে নৈখন ভৈয়ামত সোমায়। উত্তৰ-পুব দিশতে বংগ্ৰামৰ পুবেদি ৮ কিমি আহি নৈখন ইছলামাবাদৰ কাষ পায়। ইয়াৰপৰা নৈখন উত্তৰমুৱা হয়। এনেকৈ ৩ কিমি ভটিয়াই ৰুক্‌নি নৈ ধলাই নগৰ পায়হি। ধলাইতে নিজৰ প্ৰধান উপনৈ ধলাই নৈ আহি ৰুক্‌নিৰ বাঁওপাৰে পৰে। ধলাইৰপৰা সপিল পথেৰে আৰু ১০ কিমি আহি নৈখনে পুনিখালক সোঁপাৰে লয়। ইয়াৰ পাছত আৰু ৩ কিমি ভটিয়াই নন্দিগ্ৰামৰ দক্ষিণত ৰুক্‌নি নৈ সোণাইত পৰে।

## ৰুক্‌নিৰ উপনৈ

**১.১. পানচৰা নৈ :** কাছাৰ জিলাৰ দক্ষিণ-পুব ভাগৰ ইনাৰ লাইন বনৰ মাজত ওলোৱা ছুৰংলং লুই উত্তৰলৈ বৈ আহি পানচৰা নাম লয়। পাছত জানখন পশ্চিমলৈ ঘূৰি বাটত টাংকুআং নৈক লৈ

পানচৰা নামৰ ঠাইত ওলায়। ইয়াতে ই দক্ষিণৰপৰা অহা খোলা খালক বাঁওপাৰে লৈ আকৌ উত্তৰমুৱা হয়। বাটত খোলাখালক সোঁপাৰে লৈ উত্তৰ-পশ্চিমমুৱা হয় আৰু পয়োখালক লগত লৈ বগী-আলৰ বিপৰীতে পানচৰা নৈ ৰুকুনিত পৰে।

**১.২. কুলিচৰা নৈ ঃ** পশ্চিম দিশৰপৰা অহা থাংটেপুই নলা বা খোলা-খাল আৰু দক্ষিণ-পশ্চিমৰপৰা অহা ছাইহাপুই লুইক ছাইহাপুই নামৰ ঠাইত লগ হৈ পূবলৈ আহে। পাছত ই দক্ষিণৰপৰা ১০ কিমি বাট কাঁড় যেন পোন হৈ অহা বৰচেপ লুইৰ লগ লাগি কুলিচৰা নৈ হয় আৰু পূবলৈ গৈ ৰুকুনিত পৰে।

**১.৩. ধলাই ঃ** হাইলাকান্দি জিলা আৰু মিজোৰামৰ সীমা ৰূপে উত্তৰ-পূবমুৱা হৈ বৈৰেংটিৰ পশ্চিমেদি আহি ধলাই নৈ নাম লয়। উক্ত দিশে কাঁড় যেন পোন পথেৰে ১৮ কিমি আহি পূবমুৱা হয় আৰু ২ কিমি ভটিয়াই নৈখন ধলাই নগৰ পায়। ধলাইত নৈখনে পানী-সাগৰ নৈক সোঁপাৰে লৈ ৰুকুনি নৈত পৰে। পানীসাগৰ নৈৰ উপনৈ হ'ল সোণাচৰা আৰু বাংখাল।

**১১৫.২. আমজুৰ নৈ ঃ** সোণাই থানাৰ অন্তৰ্গত মতি নগৰৰ আশে-পাশে ওলোৱা মোহন খাল, ভুবন খাল আৰু নিকামা খাল একত্ৰিত হৈ উত্তৰলৈ আহি গোৱালী খাল নাম লয়। ৰামনগৰৰ ২ কিমি উত্তৰত পূবৰপৰা অহা বোৱালীয়া নৈ আৰু উত্তৰৰপৰা অহা বৰাক খাল একে ঠাইতে গোৱালী খালত পৰে। তাৰপাছত গোৱালী খাল নতুন হাইলাকান্দিৰ পশ্চিমে পশ্চিমমুৱা হৈ আহি আমজুৰ নৈ নাম লয়। বাটত আমজুৰ ঘাট থেঙনাপাৰ পাৰ হৈ নৈখন সোণাই নৈত পৰে।

বোৱালীয়া নৈৰ মাছখাল নামৰ এখন উপনৈ আছে। এইখন পূব দিশৰ বৰাক বনৰপৰা ওলাই বাটত টাইখাল আৰু বালুখাল আদি উপনৈক লৈ বোৱালীয়া নৈত পৰিছে।

## ১১৬. ঘাগ্ৰা নৈ ঃ

কাছাৰ জিলাৰ দক্ষিণ-পশ্চিমৰ কাটাখাল সংৰক্ষিত বনৰ উত্তৰে সৰস্বতী বাগিছাৰ ওচৰত উৎপত্তি হোৱা সোণাচৰা নৈখনেই ঘাগ্ৰা নৈৰ আগলি অংশ। এই নৈখন উৎসৰপৰা উত্তৰলৈ আহি বাগবাহাৰৰ ওচৰত বিশ্বনাথ নলাৰ লগ লাগে। বাটত পানীঘাট নলাক সোঁপাৰে লৈ দ্বাৰবান নগৰৰ পূবেদি উত্তৰমুৱা হৈ বৈ আহি নৈখনে ক্ৰমে



ধনেশ্বৰী, বৰা আৰু ৰাজেশ্বৰী নলাক লগত লয়। ইয়াৰ পাছত নৈখন ব'জকান্দিৰ পূবেদি আহি বালিচৰা নৈক সোঁপাৰে লয়। বালিচৰা এখন ডাঙৰ জান। দক্ষিণৰ মৰা নলা আৰু কণ্ডালী নৈ একেলগ হৈ পাছত ই লুচাই খালক বাঁওপাৰে লগত লৈ বালিচৰা নাম লয়। ই উত্তৰলৈ আহি নৰাবিলত পশ্চিমমুৱা হয় আৰু ইৰাংমৰা চহৰৰ দক্ষিণত উত্তৰমুৱা হৈ সোণাচৰা নৈত পৰে।

বালিচৰাক লোৱাৰ পাছত সোণাচৰা নৈৰ নাম ঘাগ্ৰা হয়। এই সংগমস্থলৰপৰাই ঘাগ্ৰা নৈখন ভৈয়ামৰ মাজেদি উত্তৰ-পূবমুৱা হৈ বৈ আহি বোৱালমৰা নামৰ ঠাইত শিলকুৰি নগৰৰ কাষেদি অহা কুণীয়া নৈক সোঁপাৰে লয়। কুণীয়া নৈক উজনীলৈ শালগংগা নৈ বোলে ; এই নৈখন পালাই নাম্‌ৰ ঠাইৰপৰা পূবৰ ৰুকুনি নৈৰ কাষেদি বৈ আহি পাছত উত্তৰ-পশ্চিমমুৱা হয়। ডাবিৰ কাষেদি অহা বৰাপুঠিখাল শালগংগাৰ উপনৈ।

বোৱালমৰাৰপৰা ঘাগ্ৰা নৈ কিছুদূৰ উত্তৰলৈ আহি মৰগুলখালক সোঁপাৰে লয়। মৰগুলৰ উপনৈ গুংগুৰ নৈ। ইয়াৰ পাছত ঘাগ্ৰা নৈখন পশ্চিমলৈ ঘূৰে আৰু বোৱালীজুৰ বস্তিৰ ওচৰত বোৱালজোৰ খাল আৰু ঝোলকো নৈ লগ হোৱা নৈখন আৰু সামান্য ভটিয়াই ধৰম নৈ দুয়োকে সোঁপাৰে লয়। ইয়াৰপাছত নৈখন পশ্চিমমুৱা হৈ বৈ আহি দক্ষিণৰপৰা যোৱা বৰৰুতি বা চেংদোৱা নৈক বাঁওপাৰে লৈ নিজে উত্তৰলৈ বয়। বাটত নৈখনে ৰংগিৰখাৰি নৈক সোঁপাৰে লয়। ৰংগিৰখাৰিৰ উপনৈ হ'ল বোৱালজৰ খাল। উক্ত দিশত আহি নৈখনে সোঁপাৰে এখন জান আৰু বাঁওপাৰে দক্ষিণৰপৰা যোৱা থাকিৰি নৈক লৈ উত্তৰ-পূবমুৱা হয়। ঘাগ্ৰা নৈখন এইভাগে ভটিয়াই আহি শ্ৰীকোণাৰ ওচৰৰপৰা উত্তৰমুৱা হৈ পাবিনলেৰ খালক লগত লয়। ইয়াৰ পাছত নৈখনে এটা ভাঁজ লৈ ক্ৰমে দক্ষিণ আৰু দক্ষিণ-পশ্চিমলৈ ঘূৰি দক্ষিণৰ ভালেমান বিলৰ কাষেদি অহা বনি ব্ৰায়েছ নৈক বাঁওপাৰে লৈ আৰু আধা কিমি ভটিয়াই আহি বৰাকৰ বাঁওপাৰে পৰে।

## ১১৭. ধলেশ্বৰী আৰু কাটাখাল

ধলেশ্বৰী নামটো ধনেশ্বৰী-লক্ষ্মীদেবীৰ নামবাচক বুলি মনে ধৰে। ধলেশ্বৰী নামটো ধনেশ্বৰী-লক্ষ্মীদেবীৰ নামবাচক বুলি মনে ধৰে। স্থানীয় বয়োবৃদ্ধ লোকৰ মুখত শুনা মতে ধলেশ্বৰীৰ প্ৰাচীন নাম আছিল 'কালিদহ'। হাইলাকান্দি জিলাৰ সোঁমাজেদি বোৱা এইখন এখন বিচিত্ৰ নৈ। প্ৰকৃততে দক্ষিণৰপৰা অহা ধনেশ্বৰী নৈখনক

অতীজত এজন কছাৰী ৰজাই (?) ৰংপুৰৰ ওচৰত খন্দোৱাই বেলেগ দিশলৈ বোৱাই দিয়ে বাবে খন্দা নৈখনৰ নাম কাটাখাল হয়। বৰ্তমান অৱশ্যে ধলেশ্বৰী আৰু কাটাখাল একোখন সুকীয়া নৈ হিচাপে বেলেগে বেলেগে বৰাকত পৰিছে। অন্য এটা তথ্যমতে কাটাখাল নৈখন দেশ ইংৰাজৰ অধীনলৈ যোৱাৰ পাছতহে সৃষ্টি হোৱা।

ধলেশ্বৰী নৈখন ট্লং (থেলং) নৈ নামেৰে মিজোৰামৰ মধ্যভাগত লুংলেৰপৰা ১০ কিমি উত্তৰ-পূবত (২২°৫৭´, ৯২°৪৭´) ওলাই উত্তৰ দিশত ডেৰশ কিল'মিটাৰ বাট আহি ভৈৰবী নামৰ ঠাইত অসমৰ হাইলাকান্দি জিলাৰ দক্ষিণ ভাগত প্ৰবেশ কৰে। অসম-মিজোৰাম আন্তঃৰাজ্যিক সীমাতে পাকৱা বা টেইবেই লুই নৈ আহি ধলেশ্বৰীৰ বাঁওপাৰে পৰে। পাকৱা নৈখনো দক্ষিণৰ মিজোৰামৰপৰা আহিছে। পাকৱাৰ এখন উপনৈৰ নাম গুটগুটি নৈ; গুটগুটিৰ উপনৈ হ'ল উত্তৰ-পশ্চিমৰপৰা অহা টুকচিন লুই। হাইলাকান্দি জিলাৰ দক্ষিণ সীমাৰ এছোৱা ছ্লীফাউ শৃংগৰপৰা ক্ৰমে টুকচিন, গুটগুটি আৰু পাকৱা নৈ হৈ ধলেশ্বৰী নৈ পায়হি। পাকৱা নৈক লগ কৰি ধলেশ্বৰী নৈখন উক্ত আন্তঃৰাজ্যিক সীমাৰূপে ২ কিমি উত্তৰলৈ আহি ভৈৰবীচৰা নৈক সোঁপাৰে লয়। ইয়াৰপৰা আন্তঃৰাজ্যিক সীমা ভৈৰবী চৰাইদি উত্তৰ-পূবলৈ গৈ চিমলাং লুইত সোমাইছেগৈ।

ভৈৰবী চৰাক লৈ ধলেশ্বৰী নৈখন উত্তৰ-পশ্চিমলৈ ঘূৰি সম্পূৰ্ণকৈ হাইলাকান্দি জিলাৰ ভিতৰত সোমায়। এইদৰে সোঁপাৰে বাইলুং লুই আৰু বাঁওপাৰে বেদচৰা নৈক লৈ ২ কিমি আহি নৈখনে এটা ভাঁজ ঘূৰি কইছনাৰী নৈক সোঁপাৰে লৈ ৰেবতিৰ ওচৰৰপৰা উত্তৰ-পশ্চিম-মুৱা হয়। এইছোৱা পথত ক্ৰমে দামচৰাৰ ওচৰৰপৰা অহা দামচৰা নৈ (উপনৈ বৈৰাই নলা) আৰু কুকিনলাক বাঁওপাৰে লৈ প্ৰায় ৯ কিমি ভটিয়াই আহি নৈখন পূবমুৱা হয়। এইদৰে ডেৰ কিমি আহি ঘাৰ-মুৰাৰ ওচৰৰপৰা নৈখন পুনৰ উত্তৰ-পূবমুৱা হৈ সনতলত সোমায় আৰু পৰ্বতৰ মাজৰ ঠেক উপত্যকাইদি সপিল পথেৰে বৈ আহে।

ঘাৰমুৰাৰপৰা ৪ কিমি আহি কিলাবাঘৰ ওচৰত ধলেশ্বৰীয়ে থেৰিগাং নৈক সোঁপাৰে লয় আৰু ইয়াৰপৰা কিছুদূৰ উত্তৰলৈ আহি চুলতানি চাহ বাগিছাত পালাইচৰা নৈক বাঁওপাৰে লয়। পালাইচৰা নৈৰ উপনৈ হ'ল ছল্লাফুটি আৰু বালিচাৰি নৈ। ইয়াৰ পাছত নৈখন ৩ কিমি আহি ককিচৰাক বাঁওপাৰে, আকৌ ৩ কিমি আহি নাগাচৰাক সোঁপাৰে আৰু মণিপুৰ বাগানৰ বিপৰীতে নিজৰ প্ৰধান উপনৈ কুকি-চৰা বা চিমলাং নৈক সোঁপাৰে লয়।



মণিপুৰ বাগানৰপৰা ধলেশ্বৰী নৈখন ৩ কিমি ভটিয়াই আহি লালপানীচৰা নৈক বাঁওপাৰে আৰু ৪ কিমি আহি কাটলিচৰা নগৰৰ দক্ষিণত কাটলিচৰা নৈকো বাঁওপাৰে লয়। কাটলিচৰা নৈখন দক্ষিণ-পশ্চিমৰপৰা বৈ আহি বাটত বাঁওপাৰে বিপিনচৰা আৰু পাগলচৰাক লৈ পূবলৈ ঘূৰি ধলেশ্বৰীত পৰিছে। ধলেশ্বৰী নৈ কাটলিচৰাৰপৰা ২ কিমি আহি কাবুলী নৈক সোঁপাৰে লয়। কাবুলীৰ উপনৈ মালি-চৰা আৰু লালচৰা। ইয়াৰ পাছত নৈখন কাটলিচৰা বজাৰ নামৰ এখন ঠাইৰ দক্ষিণেদি বৈ আহি দুটামান মেছ লৈ দুভাগত বিভক্ত হয়। ইয়াৰ এটা শাখা বাঁওপাৰে ফাটি ধলেশ্বৰী নৈ নামেৰেই উত্তৰলৈ বয় আৰু প্ৰধান সুঁতিটো কাটাখাল নৈ নামেৰে উত্তৰ-পূব দিশত বৈ আহে। ধলেশ্বৰী আৰু কাটাখালৰ গতিপথৰ বিৱৰণ এনে ধৰণৰ—

## ১. ধলেশ্বৰী

উপৰোক্ত বিভক্ত হোৱা ঠাইৰপৰা ধলেশ্বৰীখনৰ সৰু শাখাটো একে নামেৰে ৰংপুৰৰ পূবেদি ১০ কিমি ভটিয়াই আহি লালাবজাৰ পায়। উক্ত ৰংপুৰৰ ওচৰতে এসময়ত ধলেশ্বৰীখনক কাটি বৰ্ণি নামৰ অন্য এখন নৈৰ লগত সংযোগ কৰি কাটাখালখনক সৃষ্টি কৰা হৈছিল।

লালাবজাৰত লালাঘাট নৈ আহি ধলেশ্বৰীৰ সোঁপাৰে পৰে। ইয়াতে নৈখন উত্তৰ-পশ্চিমলৈ ঘূৰি ৬ কিমি আহি কয়াখাল নামৰ এখন ডাঙৰ জান বাঁওপাৰে লয়। কয়াখাল দক্ষিণ-পশ্চিমৰ বৰনলা, দক্ষিণৰ ৰামচান্দি নলা আৰু ছৰছপুৰি নলা মিলি হৈছে আৰু ইয়াৰে নামেৰে কয়া চাহবাগিছাৰ নামকৰণ কৰা হৈছে। ইয়াৰপৰা নৈখন প্ৰায় উত্তৰমুৱা হৈ সামান্য দূৰ আহি ধোবিয়াপাৰা নৈক বাঁওপাৰে লয়। ধোবিয়াপাৰাৰ উপনৈ হ'ল বাচাকুচি নলা, পাকাবিয়া নলা আৰু বালবাচা নলা। ইয়াৰপৰা ৫ কিমি ভটিয়াই নিচিন্তপুৰৰ ওচৰত নৈখন উত্তৰ-পূবমুৱা হয় আৰু এইভাগে ৮ কিমি আহি ই হাইলাকান্দি নগৰ পায়। হাইলাকান্দিৰপৰা ৪ কিমি ভটিয়াই ধলেশ্বৰীয়ে বাঘানদী বা ভাৰত খালক সোঁপাৰে লয়। ইয়াৰপৰা উত্তৰ-পূব দিশত আৰু ১৪ কিমি আহি জিতা নৈক বাঁওপাৰে লৈ নৈখন প্ৰায় উত্তৰমুৱা হয় আৰু পালা নৈক লগ পায়। পালাক লগত লোৱাৰপৰা ডেৰ কিমি ভটিয়াই পাঁচগাঁৱত ধলেশ্বৰী নৈ বৰাকৰ বাঁওপাৰে পৰে।

## ২. কাটাখাল নৈ

প্ৰাচীন কালত হাইলাকান্দিৰ দুটি পৃথক আৰু প্ৰধান নদী আছিল বৰ্ণাৰপুৰৰ দুই পাৰ্শ্বৱৰ্তী ধলেশ্বৰী আৰু বৰণা (বৰ্ণি)। পৰবৰ্তী কালত লালাবজাৰৰপৰা ৬ কিমি দক্ষিণৰ গাজাখাউৰী গাঁৱৰ ওচৰত ধলেশ্বৰীৰ পশ্চিমমুখী ভাঁজ এটা হঠাতে মাটিৰে পূৰ্ণ হয় আৰু নৈখন পূবলৈ প্ৰবাহিত হৈ বৰ্ণিৰ লগত মিলে। দেশ ইংৰাজৰ অধীনলৈ যোৱাত (১৮৩২ চন) কেপ্টেইন ফিছাৰে ধলেশ্বৰীৰ পাৰত থকা চাহ খেতিয়কৰ স্বাৰ্থত খাজাখাউৰীৰ ওচৰত ধলেশ্বৰীত বান্ধ দি এটা নলা কাটি জলধাৰা বৰ্ণি নৈৰ লগত মিলাই দিয়ে। সেই কটাখালটো ক্ৰমে প্ৰশস্ত আৰু গভীৰ হৈ কাটাখাল নৈ হয়। ১৮৩১ চনত দিয়া ফিছাৰ চাহাবৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ ডাইৰেক্টৰৰ ৰিপৰ্টত কাটাখালৰ নাম পোৱা নাযায়।[১১]

কাটাখাল নৈখনে বৰ্তমান ধলেশ্বৰীৰ সৰহভাগ পানী কঢ়িয়ায়। নৈখন উপৰোক্ত বিভক্ত হোৱা স্থানৰপৰা উত্তৰ-পূবদিশত ৩ কিমি আহি ৰূপাচৰা নৈক সোঁপাৰে লয়। ইয়াৰপৰা আৰু ৪ কিমি ভটিয়াই ই লালাচৰা নৈক সোঁপাৰে লয়। এই লালাচৰা নৈক লোৱাৰপৰা ৬ কিমি আহি লালাঘাটৰ মাধপুৰৰ ওচৰত নৈখনে আন এখন লালা-চৰাক নামৰ সৰু নৈক সোঁপাৰে লয়। এইখন লালাচৰাৰ উপনৈ হ'ল মুকাম নৈ, বেটিলা নৈ আৰু অউল নলা। ইয়াৰপৰা ৩ কিমি ভটিয়াই নৈখন ৰয়ভেশ্বপুৰৰ ওচৰ চাপে আৰু ইয়াতে পশ্চিমমুৱা হৈ বৰলৈ লয়। এইদৰে ৬ কিমি আহি নালুবাক পায় আৰু ইয়াৰ পৰা নৈখন আকৌ উত্তৰ-পূবমুৱা হয়। নৈখন এনেকৈ ৮ কিমি আহি মাটিজুৰিপুৰত মৰাগাং নৈক সোঁপাৰে লয়।

মৰাগাং নৈত কচাপানী বা ৰামচিংদয়াল নালা, আৰু পশ্চিম-একৰ নালা মিলি হোৱা নৈখন, খাকৰা খাল, বৰাচৰা আৰু দুবাৰখাল আহি পৰিছেহি। মৰাগাঙৰে এটা শাখা ভেৰাখাল নামেৰে ফাটি উত্তৰমুৱা হৈ ৭ কিমি গৈ ভজন্তিপুৰৰ কাষত আকৌ কাটাখালতে পৰিছেগৈ।

কাটাখাল নৈখন মৰাগাঙক লোৱাৰ পাছত আৰু ২ কিমি ভটিয়াই বাহাদুৰ পুৰ পায়; ইয়াতে বৰৈতলিখাল কাটাখালৰ বাঁওপাৰে পৰে। ইয়াৰ পাছত নৈখন ৫ কিমি ভটিয়াই ভজন্তিপুৰৰ ওচৰত উপৰোক্ত ভেৰাখালৰ শাখাক সোঁপাৰে লয়। ইয়াৰপাছত আৰু ১০ কিমি ভটিয়াই কাটাখাল নৈখন নাৰায়নপুৰ পায়। ইয়াৰপৰা ৩ কিমি বাট



আহি নৈখন উত্তৰ-পশ্চিমমুৱা হয় আৰু এইদৰে ৫ কিমি ভটিয়াই নন্দীগ্ৰামৰ ওচৰত বৰাকৰ বাঁওপাৰে পৰে।

### ধলেশ্বৰী/কাটাখালৰ উপনৈ

**১.১. চিমলাং লুই নৈঃ** নৈখন হাইলাকান্দি জিলাৰ পুবভাগৰ উত্তৰ-পূব ইনাৰ লাইন সংৰক্ষিত বনত চিমলুৱাং লুই নামেৰে ওলাই মিজোৰামৰ লগত হাইলাকান্দি জিলাৰ পূব সীমাৰূপে দক্ষিণ-পশ্চিমমুৱা হৈ এক পোন বাটেৰে বৈ আহিছে। বাটত অনেক সৰু জান-জুৰি লৈ আহি নৈখন মিজোৰামৰ উত্তৰভাগৰ বুহচাং নামৰ ঠাইৰ সামান্য উত্তৰ-পূবত ওলায় আৰু ইয়াতে হামাৰ লুৰাং নৈক বাঁওপাৰে লৈ পশ্চিমমুৱা হয়। বাটত উত্তৰ-পূবৰপৰা অহা দুমখালক সোঁপাৰে লৈ চিমলাং নৈ নামেৰে দক্ষিণ-পশ্চিমমুৱা হয়। তাৰপাছত নৈখনে দক্ষিণৰপৰা অহা থিংলিয়ান লুইক বাঁওপাৰে লৈ উত্তৰমুৱা হয় আৰু বাটত চোট জামিৰা নৈক বাঁওপাৰে লগত লয়। এইদৰে ভটিয়াই আহি নৈখনে গেন্ধাচৰাৰ ওচৰত গেন্ধাচৰা নৈ আৰু হাতীচৰাৰ ওচৰত হাতীচৰা নৈক সোঁপাৰে আৰু বগ্দাচৰাক বাঁওপাৰে লৈ আৰু উত্তৰলৈ আহে। এইচোৱাত চিমলাং নৈক কুকিচৰাও বোলে। ইয়াৰ পাছত বাটত হৰিণচৰা আৰু চালখাউৰী নৈক বাঁওপাৰে লৈ নৈখন কটালতলি পায়। ইয়াতে বৰুণচৰা নামৰ এখন বৰ ডাঙৰ জান আহি চিমলাঙৰ সোঁপাৰে পৰে। কটালতলিৰপৰা চিমলাং নৈখন পশ্চিমমুৱা হয় আৰু বাটত ছানটিলা নৈক সোঁপাৰে, আৰু গামাৰথাল আৰু বাঘমৰা নৈক বাঁওপাৰে লৈ কুকিচৰা চহৰৰ ওচৰত ধলেশ্বৰীত পৰেগৈ। উক্ত বাঘমৰা নৈৰ উপনৈ হ'ল ছনবাৰী জান।

**১.১.১. চিমলাং লুইৰ উপনৈঃ বৰুণচৰা নৈঃ** হাইলাকান্দি জিলাৰ বৰুণচৰাৰ পুব দিশৰপৰা অহা মদনচৰা নৈখনে খাজুৰাচৰাক সোঁপাৰে লৈ বৰুণচৰা পায় আৰু ইয়াতে ই কাটা নৈক সোঁপাৰে লৈ বৰুণ-চৰা নৈ নাম লয়। কাটা নৈৰ উপনৈ হ'ল লালচৰা। ইয়াৰপৰা বৰুণচৰা নৈখন দক্ষিণমুৱা হৈ বাটত দালচৰা আৰু কিস্তিচৰা নৈক লৈ পশ্চিমমুৱা হৈ চিমলাঙত পৰে।

**২.১. লালাচৰা নৈঃ** কুকি ভাষাজাত 'লা' শব্দৰ অৰ্থ গিৰিখাট। গতিকে লালাচৰা মানে হয়তো গিৰিখাটেদি বোৱা নৈ। কাটাখাল নৈৰ পূবৰ লালাচৰাৰ কিছু পুৰত কংগলাই নালা, অৰালি নলা, চোটামুঞ্চিচৰা আৰু বৰামুঞ্চিচৰা মিলি লালাচৰা নৈখন হৈছে। নৈখন

পশ্চিমলৈ আহি লালাচৰাৰ ওচৰত ধলচৰাৰ কাষৰপৰা অহা ধলচৰা নৈক বাঁওপাৰে লয়। ধলচৰাৰ উপনৈ হ'ল পাথৰিচৰা, চোটা বালিচৰা আৰু বালিচৰা। লালাচৰাৰপৰা নৈখন পশ্চিমমুৱা হৈ আহি বাঁওপাৰে তৰাচৰা, মানিকচৰা নৈক লৈ নুনাইচৰা পায়। ইয়াতে লালাচৰা নৈখনে সোঁপাৰে কালাচৰা আৰু বাঁওপাৰে নুনাইচৰাক লয়। ইয়াৰপৰা ভটিয়াই বাটত বাঘচৰা নৈ আৰু তৰজা নলাক লৈ আহি লালাচৰা কাটাখালত পৰে। নুনাইচৰা এখন ডাঙৰ জান। ইয়াত পৰা জানবোৰ হ'ল উজনিৰপৰা ক্ৰমে বাঁওপাৰে দূৰ্গাপুৰ নৈ, কুণ্ডা নৈ, সোঁপাৰে কচ্ছাপচৰা আৰু বাঁওপাৰে তবল নৈ আৰু হাতীখাল।

**১.২. জিতা নৈ :** হাইলাকান্দি জিলাৰ উত্তৰ–পশ্চিম কোণত পাখীচৰা নামৰ এখন নৈৰ লগত জুৰি নলা সোঁপাৰে লগ হৈ জিতা নৈ হৈছে। নৈখনে চান্দপুৰত খুলিচৰাক বাঁওপাৰে লৈ উত্তৰলৈ আহি অন্য এখন খুলিচৰাক লৈ চৱল বিলৰ মাজত সোমায়। সেই বিলৰপৰা ওলাই দামচৰা নৈক লৈ উত্তৰ দিশত বৈ আহি বাটত কদমচৰা নামৰ দুখন বেলেগ জান ৪ কিমি ব্যৱধানত লগত লৈ দমন্দিৰ ওচৰত জিতা নৈ ধলেশ্বৰীত পৰে।

## ১১৮. পালানদী/মথুৰাখাল :

কাটাখাল–লালাঘাট শাখাৰ ৰেল'পথৰ কাষেদি দক্ষিণৰপৰা অহা ছিংলা নলাই দুধপুৰৰ ওচৰত বাৰা বিলৰপৰা অহা এখন জানৰ লগ লাগি বাঘা নৈ হয়। নৈখন উত্তৰ-পূবলৈ আহি দুভাগ হৈ এভাগ পশ্চিমমুৱা হৈ ধলেশ্বৰীত পৰে ; আনটো ভাগ পূবলৈ আহি ভাৰতখাল নাম লয়। ভাৰত খালটোও দুভাগ হৈ এভাগ কাটাখাল নৈত পৰে আৰু আনটো ভাগ উত্তৰলৈ আহি বাটত দক্ষিণৰ ছাদিৰখাল আৰু পশ্চিমৰ বোয়ালী খালক লগত লৈ পালানদী নাম লয়। পাছত ইয়াৰ সোঁপাৰে মথুৰাখাল যোগ হৈ পালানদী বা মথুৰাখাল নামেৰে উত্তৰলৈ আহি নাৰায়ণপুৰৰ কাষত ৰে'লপথৰ দাঁতিত দক্ষিণৰপৰা যোৱা গুৰমুক বক্ৰিহাৱৰ নৈক বাঁওপাৰে লৈ উত্তৰ-পশ্চিমমুৱা হৈ বৰাকত পৰে।

## ১১৯. গুমটি নৈ :

বদৰপুৰ নগৰৰ দক্ষিণ-পশ্চিমৰ মেতেল আৰু ছোৰগল বিলৰপৰা এই নৈখন ওলাই দক্ষিণ-পশ্চিমমুৱা হৈ আহি সোঁপাৰে বৰদিয়াখাল আৰু বাঁওপাৰে বৰুণচৰাক (উপনৈ বালিচৰা) লৈ দত্তপুৰৰ ওচৰৰপৰা পশ্চিমমুৱা হয়। নৈখন খোলা নামৰ ঠাইত দক্ষিণৰ



কচুৱা নৈৰ এটা খাখাৰ লগ লাগি উত্তৰ-পশ্চিমমুৱা হৈ ভটিয়াই আহি চাৰগোলা ৰেল' ষ্টেচনৰ কাষত ৰে'লপথ অতিক্ৰম কৰি বগলীয়া নৈত পৰে।

## ১২০. ছিংলা নৈ :

কৰিমগঞ্জ জিলাৰ ভিতৰত উত্তৰা-দক্ষিণাকৈ বোৱা দুখন ডাঙৰ নৈ আছে। ইয়াৰে যিখন ৰাতাবাৰী থানাৰ সোঁমাজেদি গৈছে সেইখনেই হ'ল ছিংলা নৈ। নৈখনৰ উৎপত্তি স্থান মিজোৰামৰ উত্তৰ-পশ্চিম কোণত। সেই ঠাইৰপৰা ছিংলা নামেৰে উত্তৰলৈ আহি লুচাইচৰা নামৰ উপনৈখনক বাঁওপাৰে লোৱা ঠাইতে নৈখন কৰিমগঞ্জ জিলাত সোমায়।

নৈখন আন্ত:ৰাজ্যিক সীমাৰপৰা ডেৰ কিমি আহি কলাগাং নৈ আৰু ১ কিমি আহি ভুবিৰচৰা দুয়োকে বাঁওপাৰে লয়। ইয়াৰপৰা ৬ কিমি আহি কালামাগুৰাত ছিংলাই গুটগুলিচৰাক সোঁপাৰে লয়। গুটগুলিচৰাৰ উপনৈ লালগেনাই চৰা আৰু সোণপাই চৰা। ইয়াৰ পাছত নৈখনে ২ কিমি ভটিয়াই বাঁওপাৰে বৰাবালিয়া চৰা আৰু ডেৰ কিমি আহি চোটবালিয়া চৰাক লগত লয়। এই ঠাইৰপৰা চাৰে তিনি কিমি ভটিয়াই ছিংলা নৈয়ে পাথাখুৰি চৰাক বাঁওপাৰে লৈ আৰু ২ কিমি আহি পাথাখুৰিৰ ওচৰত চোট ভুটনা চৰাক বা চাহেবৰ নলাক সোঁপাৰে লয়। একেদৰে নৈখন আৰু ১ কিমি আহি মাগুৰাচৰাক লৈ ৰাংগিৰবনৰ পুবেদি ৫ কিমি ভটিয়াই আহি ফনাই চৰাক সোঁপাৰে লয়। ইয়াৰপৰা ছিংলা নৈ ২ কিমি আহি ছিংলাচৰা পায় আৰু ইয়াৰ ওচৰতে বালিচৰা নৈ ছিংলাত পৰে। তাৰপৰা নৈখনে ৪ কিমি আহি দুৰ্লভচৰাত পাগলাচৰা আৰু দুৰ্লভচৰা নামৰ জান দুখন লয়।

দুৰ্লভচৰাৰপৰা নৈখন ৰে'লপথৰ কাষেদি বৈ আহে। এইদৰে ই ৩ কিমি আহি ৰূপাচৰাক সোঁপাৰে লগত লয়। তাৰপাছত নৈখন চাৰে চাৰি কিমি আহি আনিপুৰ ৰে'লষ্টেচন পায়। ইয়াতে ৰে'লপথটো উত্তৰ-পশ্চিমমুৱা হৈ ৰাতাবাৰীলৈ যায় আৰু ছিংলা নৈখন একেবাৰে পোন পথেৰে উত্তৰলৈ আহে। এনেকৈ নৈখন ৯ কিমি বাট আহি দক্ষিণ-পুবৰ ৰামকৃষ্ণনগৰৰ ফালৰপৰা অহা দালুগাং নৈক সোঁপাৰে লৈ আৰু ৩ কিমি ভটিয়াই শৈলনগৰত নৱিনচৰাক সোঁপাৰে লয়। নবীনচৰাৰ উপনৈ হ'ল লাইচৰা। ইয়াৰপৰা ৩ কিমি ভটিয়াই কল্যাণপুৰৰ ওচৰত ছিংলা নৈখন সোণবিল নামৰ এখন বিশাল বিলত সোমায়।

ফাকনাগাঁও ৰে'ল ষ্টেচনৰ পূবত অবস্থিত সোণবিলখন বৰাক উপত্যকাৰ জিলাকেইখনৰ ভিতৰত সবাতোকৈ ডাঙৰ বিল। দীঘলীয়া আকৃতিৰ এই বিলখনৰ জোখ দীঘে ৯ কিমি আৰু পুতলে আঢ়ৈ কিমি। তদুপৰি সোণবিলৰ প্ৰায় গাতে লগলাগি উত্তৰলৈ ৰাতাথান্দি নামৰ আন এখন ডাঙৰ বিল আছে। এই সোণ বিলত দক্ষিণৰপৰা নাগেন্দ্ৰ নগৰ বা যোয়াবাচৰা আৰু কালাচৰা নামৰ দুখন জান পৰিছেহি। কালাচৰাৰ উপনৈ হ'ল মৰা ছিংলা নৈ।

পাছত সোণ বিলৰপৰা কচুৱা নামৰ এখন নৈ উত্তৰ দিশে ওলাই আহি ৰাতাথান্দি বিলৰ পশ্চিম পাৰৰ কাষেদি বৈ উত্তৰ-পশ্চিমমুৱা হয়। কচুৱা নৈখন এইদৰে আহি বটগাঁৱত দুভাগ হয়। ইয়াৰে এভাগ উত্তৰ-পূবলৈ গৈ গুমটি নৈত পৰে। দুয়ো মিলি ডেৰ কিমি ভটিয়াই ভাতুখাই নৈক সোঁপাৰে লৈ উত্তৰ-পশ্চিমমুৱা হয়। এইদৰে ২ কিমি আহি নৈখন উত্তৰমুৱা হয়। এনেকৈ ৪ কিমি আহি চাৰগোলা ৰে'ল ষ্টেচনৰ কাষত ৰে'লপথ পাৰ হৈ গুমটি নৈ ঠাইতে বৰাকত পৰে। কচুৱা নৈখনৰ আনটো ভাগ খাগ্ৰাখাল বা পুৱামৰা নৈ নামে ক্ৰমে পশ্চিম আৰু উত্তৰ-পশ্চিমমুৱা হৈ ১১ কিমি ভটিয়াই আহি ৰে'লপথ আৰু ৪৪ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হয়। ঘাইপথৰপৰা খাগ্ৰাখাল নৈখন আৰু ৩ কিমি ভটিয়াই লংগাই নৈত পৰে।

### ১২১.৩. লংগাই নৈ

নৈখন মিজোৰামৰপৰা আহি অসমৰ কৰিমগঞ্জ জিলাৰ পাথাৰকান্দি আৰু কৰিমগঞ্জ থানাৰ মাজেদি সৰহভাগ বাট ৪৪ নং ৰাষ্ট্ৰীয় ঘাইপথৰ সমান্তৰালকৈ বৈ কুছিয়াৰা নৈৰ উপনৈ সোণাই নৈত পৰিছে।

লংগাই নৈৰ উৎপত্তি স্থান ত্ৰিপুৰা আৰু মিজোৰামৰ সীমান্ত অঞ্চল (২৩°৫০', ৯২°১৫')। উৎস স্থানৰপৰা উক্ত আন্তঃৰাজ্যিক সীমাইদি উত্তৰলৈ প্ৰায় ৪৫ কিমি আহি লংগাই নৈখন মিজোৰামৰ উত্তৰ সীমাৰ ওচৰৰ দামচৰাৰ ২ কিমি উত্তৰত অসমৰ কৰিমগঞ্জ জিলাত সোমায়। সীমাৰপৰা ১ কিমি উত্তৰমুৱা হৈ আহি ই মেধিচৰা নৈক সোঁপাৰে লৈ পশ্চিমমুৱা হয়। এইদৰে ১ কিমি ভটিয়াই নৈখন আকৌ উত্তৰমুৱা হৈ ২ কিমি আহি ৰঙামাটিৰ বিপৰীতে পিপলচৰাক বাঁওপাৰে লয়। একে দিশত ই আৰু আঢ়ৈ কিমি আহি মানিকবন্দ চৰাক বাঁওপাৰে আৰু টেইলং চৰাক সোঁপাৰে লয়। নৈখনে তাৰপৰা ডেৰ কিমি আহি চাৰালিচৰা আৰু ডেৰ কিমি



আহি নাগাচৰা আৰু চাৰে তিনি কিমি আহি ইছাচৰা (উপনৈ বৈচাচৰা) এই তিনিওখনকে সোঁপাৰে লয়। তাৰপাছত নৈখনে ২ কিমি আহি দক্ষিণৰপৰা নিজৰ সমান্তৰালকৈ ৮ কিমি বাট বৈ অহা শিঙীচৰা বা ছোলমনাচৰাক বাঁওপাৰে লয়। ইয়াৰপৰা নৈখন আঢ়ৈ কিমি ভটিয়াই চোট ছৰীচৰা আৰু যোগীচৰাক বাঁওপাৰে লৈ উত্তৰ-পূবমুৱা হয়। তাৰপৰা ২ কিমি আহি লাংগল নৈখনে কালাচৰাৰ ওচৰত চোটবজাৰি চৰাক লগত লয়। এইখনৰ উপনৈ হ'ল কালাচৰা, ইয়াৰ নামেৰে কালাচৰা চহৰ। সেই ঠাইপৰা লংগাই নৈখন আৰু ১ কিমি আহি বাজাৰিচৰা নামৰ ঠাইৰ বিপৰীতে লাংগল সংৰক্ষিত বনৰপৰা অহা কৰিখালচৰাক লগত লয়।

বাজাৰিচৰাৰপৰা লাংগল নৈ ডেৰ কিমি আহি হাতীচৰা নৈক বাঁওপাৰে লয়। হাতীচৰা নৈৰ কাষেদিয়েই ৪৪ নং ৰাষ্ট্ৰীয় ঘাই পথ আগৰতলালৈ গৈছে। উক্ত ঠাইৰপৰা লাংগল নৈখনো একেটা ঘাই-পথৰ কাষেদি প্ৰায় উত্তৰমুৱা হৈ ২ কিমি আহি লইৰপোৱাৰ পূবত লইৰপোৱা চৰাক সোঁপাৰে লয়। তাৰপাছত নৈখনে ১ কিমি আহি দেংগুৱাচৰাক সোঁপাৰে লৈ আৰু ৫ কিমি ভটিয়াই বেটাখাল চাহ-বাগিছা পায়। তাৰপৰা ৬ কিমি আহি পূবৰ দোহলীয়া সংৰক্ষিত বনৰপৰা অহা বুৰুংগা খাল নৈক সোঁপাৰে লৈ নৈখন উত্তৰ-পশ্চিম-মুৱা হয়। এনেকৈ ই ডেৰ কিমি আহি বাঁওপাৰে থকা টিলভূম বনৰপৰা অহা ফুলগংগা নৈক লগত লয়। ফুলগংগাৰ উপনৈ হ'ল মালচৰা। এইদৰে নৈখন আৰু ২ কিমি আহি উত্তৰ-পূবমুৱা হয়। এই দিশত আদমটিলা চাহবাগিছাৰ পূবেদি আঢ়ৈ কিমি আহি লংগাই নৈ পাথাৰকান্দি নগৰ পায়।

পাথাৰকান্দিৰপৰা নৈখন উত্তৰমুৱা হয় আৰু এনেকৈ ৩ কিমি আহি বুড়াচৰা নৈক বাঁওপাৰে লৈ উত্তৰ-পশ্চিমমুৱা হয়। এইভাগে ৪ কিমি ভটিয়াই মাগুৰা নৈক (উপনৈ বৰচৰা) সোঁপাৰে লৈ নৈখন মুৰাৰাৰাৰ ওচৰ চাপে। ইয়াতে নৈখন উত্তৰ-পূবলৈ ঘূৰি পোন বাটেৰে ৮ কিমি ভটিয়াই নিজৰ সমান্তৰালকৈ দক্ষিণৰপৰা ১০ কিমি বৈ অহা কুন্তীচৰা বা মৰা চৰাক বাঁওপাৰে লয়। তাৰ পাছত ই ডেৰ কিমি আহি নীলামবজাৰ পায়। নৈখন এইদৰে আৰু ২ কিমি আহি কিছু উত্তৰ-পশ্চিমমুৱা হৈ দাসগ্ৰাম পায়। ইয়াৰপৰা পুনৰ উত্তৰ-পূবমুৱা হৈ ৪ কিমি ভটিয়াই কৃষ্ণনগৰৰ ওচৰৰপৰা নৈখন উত্তৰ-মুৱা হৈ ৰটাচৰা নৈক লগত লয়। ইয়াৰপৰা ৪ কিমি ভটিয়নীত

লাংগাল নৈৰ লগত খগ্ৰাখাল যোজিত হয়। এই ঠাইৰপৰা লাংগল নৈখন আৰু আঢ়ে কিমি ভটিয়াই কুছিয়াৰা নৈৰ উপনৈ সোণাই নৈত পৰে। লংগাই নৈৰ দৈৰ্ঘ্য প্ৰায় ১১৫ কিল'মিটাৰ।

## ১২১. সোণাই নৈ

এইখন প্ৰধানকৈ বাংলাদেশৰ মাজেদি বৈ অহা নৈ। বাংলাদেশৰ জুৰি নৈবপৰা অহা এসোঁতা পানী সোণাই গং নৈ নামে বৈ আহি বাটত গজুতা গং অথবা বৰদল খালক লগত লৈ সোণাই নৈ হয়। নৈখনে উত্তৰ-পূবমুৰা হৈ ২০ কিমি বাটত কাকিচৰা, জুকচৰা আদি জান সোঁপাৰে লৈ ফটেপুৰ গাঁৱৰ পশ্চিমেদি অসমত প্ৰবেশ কৰে। জুকচৰাক লোৰাবগৰা নৈখন ৫ কিমি আহি বেটালিত লংগাই নৈক সোঁপাৰে লয়। তাৰপৰা সোণাই নৈ আৰু ৩ কিমি ভটিয়াই কৰিমগঞ্জ নগৰত কুছিয়াৰা নৈত পৰে।

## সোণাইৰ উপনৈ

### ১. জুকচৰা নৈ

নৈখন কৰ্ণমধু নামৰ ঠাইৰ পশ্চিমৰ পাহাৰৰ মাজত ওলাই উত্তৰ-পশ্চিমমুৰা হৈ বৈ সোণাই নৈত পৰে। নৈখনৰ এছোৱা বাংলাদেশ আৰু কৰিমগঞ্জ জিলাৰ মাজৰ সীমা।

### ২. ৰাঘচৰা নৈ

নৈখন কৰিমগঞ্জ থানাৰ অন্তৰ্গত উপৰোক্ত কৰ্ণমধুৰ উত্তৰ-পূবৰ পাহাৰত ওলাই বাটত বুমাচৰাক লগত লৈ উত্তৰ-পশ্চিমলৈ বৈ আহি সোণাই নৈত পৰে।

### ৩. লংগাই নৈ (পৃঃ ৩৩৪ চাওক)

## ত্ৰিপুৰাৰ জুৰি নৈৰ উপনৈ

**ৰংচৰা নৈ ঃ** অসমৰ একেবাৰে দক্ষিণ-পশ্চিম কোণত লাংগল নৈৰ পশ্চিমৰ লাংগল সংৰক্ষিত বনৰপৰা ওলোৱা ৰংচৰা নৈ নামৰ এখন জান টুইলিংটা নামৰ ঠাইৰপৰা কৰিমগঞ্জ জিলাৰ মাজেদি দক্ষিণ-মুৰা হৈ বৈ গৈ পাছত পশ্চিমমুৰা হৈ ত্ৰিপুৰা ৰাজ্যত জুৰি নৈত পৰেগৈ।

# সহায়ক গ্ৰন্থ আৰু আলোচনী


১। Sharma, Mukunda Madhab : The Brahmaputra in the Traditional Sanskrit literature. (Brahmaputra Becons p-7-16)

২। আগৰৱালা, আনন্দচন্দ্ৰ : কামৰূপ তীৰ্থৰ বিৱৰণ— আৱাহন, ৫ম বছৰ।

৩। Pascoe, E. H., : A Manul of Geology of India and Burma.

৪। Burrad, S. G., Hayden, H. H., and Heron, A. M., Geography and Geology of the Himalaya mountains and Tibet (1932)

৫। James Rennell's memoir of map of Hindustan or the Mughal Empire and his Bengal Atlas (1779).

৬। Goswami, D. C. (1985) Brahmaputra River, Assam, India; Physiography, Basin Denudation and Channel Aggradation.

৭। District Gegetteers of Assam : Lakhimpur, Sibsagar, Nowgong, Darrang, Kamrup, Goalpara, United Mikir and North Cachar Hills and Cachar.

৮। M'cosh (1837) Topography of Assam.

৯। নেওগ, ড° মহেশ্বৰ (সম্পাদিত) পবিত্ৰ অসম।

১০। Hunter, W. W. : A statistical account of Assam (2 vols.)

১১। চক্ৰৱৰ্তী, শ্ৰী শ্ৰীমান ঃ ব্ৰহ্মপুত্ৰৰ গতিপথ ঃ নীলাচলৰপৰা হাতীমূৰালৈ ; অসম বাণী, বিহু সংখ্যা।

১২। শৰ্মা, লক্ষেশ্বৰ ঃ মিচিমি পাহাৰত ৰং শিঙা।

১৩। Wade, J. P. (1798) An account of Assam.

১৪। গগৈ, ড° লীলা (১৯৮৫) বুৰঞ্জীয়ে পৰশা নগৰ।

১৫। গোহাঁই, আনন্দৰাম ঃ নগাঁৱৰ অতীত বুৰঞ্জী, আৱাহন, ৬ষ্ঠ বছৰ।

১৬। হাজৰিকা, বিদ্যাকান্ত ঃ বলিয়া বানে ধুই নিয়া সোৱণশিৰিৰ পাৰত কি দেখিলোঁ। সাহিত্যপ্ৰভা ১৯৭২।

১৭। Bulter, Jhon (1855) Travels in Assam.

অন্যান্য গ্ৰন্থ আদি

১৮। আগলতি ঃ অসম সাহিত্য সভা স্মৃতিগ্ৰন্থ, দুধনৈ অধিবেশন।

১৯। অসম আহিত্য সভা স্মৃতিগ্ৰন্থ, হাইলাকান্দি অধিবেশন।

২০। ভূঞা, সূৰ্য্যকুমাৰ (সম্পাদিত) দেওধাই অসম বুৰঞ্জী।

২১। শৰ্মা, দীননাথ ঃ মংগলদৈৰ বুৰঞ্জী।

২২। শৰ্মা, বেণুধৰ ঃ দূৰবীণ।

# পৰিশিষ্ট

১। ব্ৰহ্মাৰ পুত্ৰ বুলি ধৰা হেতুকে ব্ৰহ্মপুত্ৰ নৈৰ ক্ষেত্ৰত নৈৰ পুৰুষবাচক শব্দ নদ ব্যৱহাৰ কৰা হয়। তদুপৰি ভাৰতীয় পৰম্পৰা অনুসৰি সকলোবোৰ পূবৰাহিনী নৈক স্ত্ৰীলিংগ আৰু একমাত্ৰ নৰ্মদাৰ বাহিৰে পশ্চিমবাহিনী নৈবোৰক পুংলিংগ হিচাপে ধৰা হয়। যথা—

প্ৰাক্‌স্ৰোতসো নদ্যঃ প্ৰত্যক্‌স্ৰোতসো নদা নৰ্মদাংৰিনা[1]।

ভাৰতত ব্ৰহ্মপুত্ৰখন পূবৰপৰা পশ্চিমলৈ বৈ গৈছে সেইবাবে ব্ৰহ্মপুত্ৰখন নদ।

২। লোহিত্যৰ পৰা লোহিত আৰু পাছত লুইত নামেৰে ব্ৰহ্মপুত্ৰ নদ জনাজাত হয়। ৰেডৰ টোকা মতে লুইত তিনিখন— চিৰি লুইত, বুঢ়া লুইত আৰু গাভৰু লুইত বা লুইত। চিৰি লুইতখন উত্তৰলৈ বৈ গৈ উত্তৰ সাগৰত পৰিছে। বুঢ়া লুইতখন দক্ষিণমুৱা হৈ ব্ৰহ্মদেশৰ মাজেদি বৈ গৈছে। গাভৰু লুইতখনেই হ'ল ব্ৰহ্মপুত্ৰ। এইখন পশ্চিমমুৱা হৈ অসম তথা কামৰূপৰ মাজেদি বৈ গৈছে। ৰেডৰ সময়ত তিব্বতৰ চাংপোৱেই যে অসমৰ ব্ৰহ্মপুত্ৰ সেই বিষয়ে নিশ্চিতকৈ জনা হোৱা নাছিল।

৩। অসমৰ বহুত নৈৰ নাম অষ্ট্ৰিক, বড়ো আৰু টাই ভাষাৰ শব্দৰ পৰা উত্তৱ হোৱা। হো, হং, অং, টিয়া, টিউ, টু, দু, দিউ, পাও আদি অষ্ট্ৰিক শব্দই পানী বা নৈক বুজায়। বড়ো ভাষাত পানী বা নৈক (উজনি অসম আৰু পৰ্বতীয়া ঠাইত) 'দি' বোলে আৰু নামনি অসমত 'দুই' বোলে। টাই ভাষাত 'নাম' শব্দই নৈ বা পানীক বুজায়। অসমৰ নৈবোৰৰ নামাকৰণ প্ৰায়বোৰ ক্ষেত্ৰতে নৈ একোখনৰ লক্ষণৰ ওপৰত নিৰ্ভৰ কৰি দিয়া হৈছিল বুলি ভবা হৈছে। সেইবাবে নৈবোৰৰ নামবোৰ যথেষ্ট তাৎপৰ্য্যপূৰ্ণ! তলত তেনে কেইটামান নাম আৰু তাৰ অৰ্থ দিয়া হ'ল।

| নৈৰ নাম | ভাষা | অসমীয়া অৰ্থ |
|---|---|---|
| ডিব্ৰু[23] | বড়ো | ডিব্ৰু— ফোঁহোৱা |
| দিবাং | ,, | দিব— সুখাদ্য |
| দিগাৰু | ,, | দিগ্ৰু— গা-ধোৱা |
| দিক্ৰং | ,, | দিকবেং— ক্ষুদ্ৰ জলপ্ৰপাত |
| চাৰিং[24] | ,, | মাটিৰ তলেৰে বোৱা নৈ |
| ,, | টাই | চাম—তিনি, ৰিং—হেজাৰ ঃ তিনি হেজাৰ পানীখোৱা ঘাট থকা নৈ |

| নৈৰ নাম | ভাষা | অসমীয়া অৰ্থ |
|---|---|---|
| নামদাং | টাই | নাম—পানী, দাং—ৰঙা : ৰঙচুৱা পানীৰ নৈ |
| টিপাম | ” | টি—ঠাই, পম—টিলা : বাম ঠাইৰ নৈ |
| টীয়ক | ” | টি—ঠাই, য়ক—ঘিঁউ : গাখীৰ ঘিঁউ যোগনীয়া ঠাইৰ নৈ |
| টিফুক | ” | টি—ঠাই, ফুক—বগা: বগা (ঘোলা) পানীৰ নৈ |
| টিমন | ” | টি—ঠাই, মন—বন পলু : মুগাপোহা ঠাইৰ নৈ |
| টিৰাপ | ” | টি—ঠাই, ৰাপ—লগ লগা : নৰা আৰু আহোম ৰাজ্যৰ সীমাৰ নৈ |
| টিংৰাই | ” | টি—ঠাই, ৰাই—জিলিকি থকা : দূৰৰ পৰা জিলিকি থকা ওখ ঠাইৰ নৈ |
| তিৰু | ” | তি—লো পগা, ৰু—গাঁত: লো পগোৱা ঠাইৰ নৈ |
| নামতি | ” | নাম—পানী, তি—ঠাই : দ ঠাইৰ নৈ |
| দৰিকা | ” | ডয়—পৰ্বতীয়া, ৰিক—যুক্ত, আ—বহল : বহল পৰ্বতীয়া নৈ |
| নাফুক | ” | নাম—নৈ, ফুক—বগা : বগা (ঘোলা) পানীৰ নৈ |
| তাওকাক | ” | তাং—বাট, কাক—মুগাচোং : মুগাচোঙলৈ যোৱা বাটৰ নৈ |
| নামচাং | ” | নাম—পানী, নামনি, চাং—নগা গাঁও : নামনিৰ নগা গাঁৱৰ নৈ |
| নামচাই | ” | নাম—পানী, চাই—বালি : বালিময় নৈ |

২৩। Assamese its formation and development : কাকতী, বাণীকান্ত।

২৪। টাই সংস্কৃতিৰ ৰূপৰেখা : গগৈ, ড° লীলা।

গোস্বামী ... সাহিত্য সভা

## শুদ্ধৰণি (অসমৰ নদ-নদী)

| পৃষ্ঠা | অনুচ্ছেদ | শাৰী | আছে | হ'ব লাগে |
|---|---|---|---|---|
| প্ৰধান সম্পাদকৰ | ১ | ১০ | ভূগোল | প্ৰায়োগিক ভূতত্ত্ব (Applied Geology) |
| একাষাৰ : | ৯ | ১০ | অধ্যাপক | ৰীডাৰ |
| আমাৰ | ১ | ৬ | সিচঁৰিত | সিচঁৰতি |
| একাষাৰ | ৩ | ২ | দুস্প্ৰপ্য | দুস্প্ৰাপ্য |
| কৃতজ্ঞতা | ৩ | ৪ | প্ৰশংগ | প্ৰসংগ |
| | ৪ | ৪ | ক্ষেত্ৰন্ত | ক্ষেত্ৰত |

| পৃষ্ঠা | অনুচ্ছেদ | শাৰী | আছে | হ'ব লাগে |
|---|---|---|---|---|
| ১ | ১ | ৬ | তিলাত | তিলাও |
| ৯ | ১ | ৪ | লেচেৰি | লেথেৰি |
| ১১ | ৩ | ১১ | চিত্ৰ ১৩ | চিত্ৰ ১ত |
| ৩৮ | ৪ | ১৪ | ভালসাম্য | ভাবসাম্য |
| ৪৯ | ১ | ৪ | ভৈয়াম | ভৈয়াম পায় |
| ৫১ | ২ | ১০ | পাছত (…)ৰৰাহী | পাছত নাফুক নৈ আৰু ৰৰাহী… |
| ৫৪ | ১ | ২ | নাল | নাম |
| ৭৭ | ৩ | ১ | লাহৰি | লাহৰি |
| ৭৯ | ১ | ৮ | ইয়াতে | ইয়াতে এটা |
| ৮০ | ৩ | ২ | জাল | জান |
| ৯৪ | ৩ | ১১ | লুলাৰ ফাট | হুলাৰ ফাট |
| ১২৫ | ২ | শেষ | প্ৰৱেশ | প্ৰৱেশ্য (Permeable) |
| ১৪৪ | ১ | ৫ | নৈ | লৈ |
| ১৭৬ | ১ | ৫ | দিমাৰী | দিকাৰী |
| ১৮৬ | ৩ | ১ | কুমটীয়/জীয়াচল | কুমটীয়া*/জীয়াচল |
| ২১৪ | ৩ | ১ | এয়াই | এই নৈৰ |
| ২১৫ | ৩ | শেষ | ছাধাৰু | সাধাৰু |
| ২২৬ | ২ | ১০ | পৰগৰীয়া | গৰগৰীয়া |
| ২৩৬ | ৩ | শেষ | সুঁতিত | সুঁতিও |
| ২৩৯ | ১ | ৩ | দৈফাং | দৈফং |
| ২৪৫ | ১ | ১ | পৃ: ৩৬০ | পৃ: ২৪৭ |
| ২৫৫ | ১ | ৪ | এছোৱা | এই ছোৱা |
| ২৫৫ | ৪ | ৩,৪ | লখাইতৰাৰ ঘাই সুঁতিটো…নৈত পৰেগৈ। | অনাৱশ্যকীয় বাক্য |
| ২৮৪ | ৩ | ৫ | (শকেই) | (শক্তেই) |
| ২৯৩ | ৩ | ২ | নৈৰ | নৈ খন |
| ৩১৫ | ২ | ১ | ৰুনাক | ৰৰাক |
| ৩৩৬ | ১ | ১ | লাংগল | লংগাই |
| ৩৩৬ | ৫ | ১,২ | লাংগল | লংগাই |

পৃঃ ৩১০— কপিলী নৈৰ উৎসৰ ওচৰত উৎপত্তি হোৱা অন্য নৈ হ'ল একমাত্ৰ ১০৪ ছিমলেং নৈ।

পৃঃ ৩১১— বৰাক নদীখন দক্ষিণ অসমৰ সৰ্বপ্ৰধান আৰু সুকীয়া নদী।

